মূৰ্তিমাত্ৰেই পূজাৰ বিগ্ৰহ বুলি ধৰিব নালাগে। মন্দিৰৰ ভিতৰত থকা প্ৰধান উপাস্যদেৱতাৰ মূৰ্তিৰ বাহিৰেও মন্দিৰৰ ভিতৰে-বাহিৰে অনেক দেৱতাৰ মূৰ্তি থাকিব পাৰে। তথাপি উপাস্যদেৱতা নোহোৱা দেৱ-দেৱীৰ মূৰ্তিবোৰে তৎকালীন সমাজ আৰু শিল্পীৰ ৰুচিৰ পৰিচয় দিয়ে। এই দৃষ্টিৰে চালে খ্ৰী° ৮ শতিকাৰ পৰা ১২।১৩ শতিকা পৰ্যন্ত কামৰূপৰ মূৰ্তি কলাত বিষ্ণুৰেই প্ৰভাৱ অন্যান্য দেৱ-দেৱীতকৈ বেছি যেন ধাৰণা হয়। শিৱসাগৰৰ বৰাহমূৰ্তি, দেওপানীৰ ( কাৰ্বিআংলং জিলাত ) বিষ্ণুমূৰ্তি আৰু গুৱাহাটীৰ হৰিহৰ মূৰ্তিয়েই ব্ৰহ্মপুত্ৰ উপত্যকাৰ মূৰ্তিবোৰৰ ভিতৰত প্ৰাচীন। কাৰ্বিআংলং জিলাৰ কুবেৰ, শিৱসাগৰৰ গজলক্ষ্মী, বীণাবাদিনী ( সৰস্বতী ? ) আৰু দণ্ড-কমণ্ডলুধাৰী ঋষি প্ৰভৃতিৰ মূৰ্তিও প্ৰায় অষ্টম শতিকাৰ বুলি ধৰা হৈছে। উপাসনাৰ লগত সম্পৰ্ক নথকা অন্যান্য মূৰ্তিৰ ভিতৰত গুৱাহাটীৰ নৃত্যৰত গণেশ-কাৰ্তিক, সৰু হাতী এটাৰ ওপৰত মানুহৰ দৰে দুটা ভৰিত ভৰ দি থিয় হৈ থকা সিংহমূৰ্তি প্ৰভৃতি চকুত লগা বস্তু। দেওপানীৰ বিষ্ণুৰ মূৰ্তিটো পুৰীৰ জগন্নাথ মূৰ্তিৰ লগত হস্তভংগিমাৰ দৃষ্টিত কিছু সাদৃশ্য থকা যেন লাগে আৰু গুৱাহাটীৰ সিংহ মূৰ্তিটোৰ লগত তমিলনাদুৰ ৭ শতিকাৰ পল্লৱ কলাৰো সাদৃশ্য দেখা যায়।

গুৱাহাটীত পোৱা হৰিহৰৰ মূৰ্তিৰ ( খ্ৰী° ৮ শতিকাৰ ) বাহিৰেও দেওপানীত খ্ৰী° ৯ শতিকামানৰ এটা হৰিহৰ মূৰ্তি পোৱা গৈছে। এই দুয়োটা মূৰ্তিয়ে সেই সময়ত শৈৱ-বৈষ্ণৱৰ সমন্বয়ৰ ওপৰত গুৰুত্ব দিয়াৰ ইংগিত দিয়ে; কিন্তু ৯ শতিকাৰ পৰাই শিৱৰ সম্পৰ্ক বিষ্ণুতকৈ শক্তি ( কালী বা দুৰ্গা ) ৰ লগতহে দেখুৱাবলৈ যোৱা চেষ্টা প্ৰবল হৈ আহিল। গুৱাহাটীৰ আমবাৰীত পোৱা ৯ শতিকাৰ পীঠসহ শিৱলিংগই মূৰ্তিকলাতকৈ উপাসনাৰ দৃষ্টিত শিৱৰ গুৰুত্ব বৃদ্ধি হোৱাৰ ইংগিত দিয়ে। তদুপৰি একে ঠাইতে পোৱা চতুৰ্ভুজ ভৈৰৱ, সৰু আকৃতিৰ উমালিংগন মূৰ্তি আৰু পদ্মমধ্যস্থ সশস্ত্ৰ অথচ ধ্যানমগ্ন বহুশীৰ্ষদশভুজ শিৱমূৰ্তিয়েও শৈৱ প্ৰভাৱ বৃদ্ধিৰ পৰিচৰ দিয়ে। গুৱাহাটী আৰু ডবকা দুয়ো ঠাইতে যৌন ক্ৰীড়াৰত উমা-মহেশ্বৰৰ মূৰ্তি পোৱা গৈছে। দুয়োটাৰে সময় খ্ৰী° ৯।১০ শতিকামান বুলি অনুমান কৰা হৈছে। গতিকে ১০ শতিকামানৰ ভিতৰতে তান্ত্ৰিক আদৰ্শৰ শৈৱ-শাক্ত ধৰ্মৰ প্ৰভাৱ কামৰূপত আৰম্ভ হৈছিল বুলি বুজিব পাৰি। আনহাতে ৯ শতিকাৰে গুৱাহাটীত পোৱা নৃসিংহ, গুৰুৰ গাত থকা বুদ্ধ আৰু কল্কি, অজ্ঞাত স্থানত পোৱা নৰাকৃতি মুক্ত নৃসিংহ, কূৰ্ম আৰু বৰাহৰ সৰু মূৰ্তিয়ে বৈষ্ণৱ পৰম্পৰাৰো পৰিচয় দিয়ে।

৩ – খ্ৰী° ৯ শতিকাৰপৰা শৈৱ-শাক্ত ধৰ্মই ব্ৰহ্মপুত্ৰ উপত্যকাত গা কৰি উঠাৰ দুটা কাৰণ হ'ব পাৰে। তাৰে এটা হ'ল শংকৰাচাৰ্যৰ স্মাৰ্ত ধৰ্মৰ প্ৰভাৱ। শংকৰাচাৰ্যই বৌদ্ধধৰ্মৰ ঠাইত স্মৃতি সম্মত যি ধৰ্মৰ প্ৰচাৰ কৰিলে তাত পঞ্চদেৱতাৰ উপাসনাই ঠাই পাইছিল। বিষ্ণু, শিৱ, শক্তি, সূৰ্য আৰু গণপতি এই পঞ্চদেৱৰ ভিতৰত বিষ্ণু আৰু শিৱৰ প্ৰতিষ্ঠা আগৰে পৰাই বেছি আছিল। বৈদিক যুগতে আৰম্ভ হোৱা অন্য দেৱনিৰপেক্ষ শক্তি যথাক্ৰমে পাছত বৈষ্ণৱী আৰু শৈৱী হৈ আহিল। শংকৰাচাৰ্যৰ সময়ত এই শক্তি শিৱৰ শক্তি দুৰ্গা, কালী আদি ৰূপত প্ৰধান ভাৱে পৰিচিত হৈছিল। বিষ্ণুৰ শক্তি লক্ষ্মী আৰু আগতে ব্ৰহ্মাৰ; কিন্তু পাছত বিষ্ণুৰ শক্তিৰূপে পৰিচিত সৰস্বতী উভয়ৰে গুৰুত্ব এই সময়ত হ্ৰাস পালে। শক্তিৰ এই নতুন ৰূপটোৰ লগত শিৱৰ সম্পৰ্ক দৃঢ় কৰাৰ ক্ষেত্ৰত কাশ্মীৰী শৈৱদৰ্শনৰ প্ৰভাৱ মন কৰিবৰ লগীয়া। ত্ৰিক, স্পন্দ আৰু প্ৰত্যভিজ্ঞাদৰ্শন নামে পৰিচিত এই দৰ্শন খ্ৰী° ৫/৬ শতিকা মানতে গঢ় লৈ উঠিছিল; কিন্তু খ্ৰী° ৮ শতিকাৰ বসুগুপ্তৰ দিনত স্পন্দৱাদী দৰ্শনে অধিক বিকশিত ৰূপ পাইছিল। ওপৰত উল্লেখ কৰা পদ্মমধ্যস্থ সশস্ত্ৰ ধ্যানমগ্ন শিৱৰ মূৰ্তিত স্পন্দৱাদ ব্যঞ্জিত হৈছে। কেন্দ্ৰস্থ শিৱৰপৰা বহিৰ্মুখে বিকশিত পদ্ম বিশ্বপ্ৰকৃতি ৰূপিণী শক্তিৰ প্ৰতীক আৰু ধ্যানস্থ শিৱ স্পন্দনাত্মক বিশ্বৰ মূল স্থিৰ সত্তা।

পঞ্চদেৱৰ উপাসনাৰ বিধান থাকিলেও শংকৰাচাৰ্যৰ সাধনাত শিৱৰ প্ৰাধান্য থকা যেন লাগে। সেই বাবে শিৱৰ লগত থকা শক্তিৰ আৰু স্বতন্ত্ৰভাৱে থকা বিষ্ণুৰ গুৰুত্ব সূৰ্য আৰু গণপতিয়ে লাভ কৰিব নোৱাৰিলে। কামৰূপৰ মূৰ্তি কলাতো সূৰ্য আৰু গণেশৰ স্থান বিষ্ণু, শিৱ আৰু শক্তিৰ তুলনাত সামান্য বুলি সহজে ধৰিব পৰা হৈ আছে।

শৈৱ-শাক্তধৰ্ম কামৰূপত সৱল হৈ উঠাৰ আনটো কাৰণ স্থানীয় জনসমূহৰ পৰম্পৰা আৰু বৌদ্ধতন্ত্ৰৰ প্ৰভাৱ হ'ব পাৰে। যৌনক্ৰীড়াৰত উমা-মহেশ্বৰ আৰু উমালিংগন মূৰ্তিয়ে কামৰূপীয় মূৰ্তি কলাৰ ওপৰতো তান্ত্ৰিক প্ৰভাৱৰ পৰিচয় দাঙি ধৰিছে। আনহাতে এই শ্ৰেণীৰ শাক্ততন্ত্ৰৰ লগত তিব্বতৰপৰা অহা বৌদ্ধ তন্ত্ৰৰো সম্পৰ্ক থকা বুলি পণ্ডিতসকলে কয় +। তদুপৰি ব্ৰহ্মপুত্ৰ উপত্যকাৰ পশ্চিম আৰু উত্তৰবংগত খ্ৰী° ৮ শতিকাৰ মাজভাগৰপৰা প্ৰতাপী হৈ পৰা বংগৰ পালসকল বৌদ্ধ আছিল আৰু সেই সময়ৰ পৰা তিব্বতৰ লগতো ধৰ্মীয় সম্পৰ্ক বৃদ্ধি পাইছিল। গতিকে কামৰূপতো তাৰ প্ৰভাৱ পৰাটো স্বাভাৱিক আছিল। মদ্য, মাংস, মৎস্য, মৈথুন্য আৰু মুদ্ৰা (প্ৰতীক

---

+দ্ৰ° ড° শশিভূষণদাশগুপ্তৰ 'ভাৰতেৰ শক্তিসাধনা ও শাক্তসাহিত্য' (চতুৰ্থ অধ্যায় বৌদ্ধদেৱী)।

চিহ্ন ) এই পঞ্চতত্বৰ প্ৰয়োগে বৌদ্ধ আৰু শাক্তত্ত্ৰত তিব্বত-বৰ্মী জনগোষ্ঠীৰ সামাজিক প্ৰভাৱৰ ইংগিত দিয়ে। শীত প্ৰধান অঞ্চলৰ পৰা অহা কিৰাত জনগোষ্ঠীৰ লোকসকলৰ মাজত মদ্য আৰু মাংসৰ ব্যৱহাৰ স্বভাৱসিদ্ধ প্ৰয়োজনীয় ব্যৱস্থা আছিল । চিকাৰজীৱী মাংসভোজীলোক পানীৰ কাষত থাকিব লগীয়া হ'লে মৎস্যভোজীও হ'ব। আনহাতে কৃষি প্ৰধান সংস্কৃতিৰ প্ৰভাৱ নোহোৱা বা অতি কম হৈ থকা অৱস্থাৰ মাতৃসত্তাপ্ৰধান সমাজত যৌন-সম্পৰ্কও বহু পৰিমাণে শিথিল হৈ থকা দেখা যায়। মুদ্ৰা বা প্ৰতীকৰ প্ৰয়োগ সকলো স্তৰৰ সমাজতে পৃথক পৃথক ৰূপত থাকিব পাৰে। এনেস্থলত বৈদিক পৰম্পৰাৰ লগত বেছি সম্পৰ্ক ৰাখি অহা উত্তৰ ভাৰতৰ অহিংসাপ্ৰধান বৈষ্ণৱ আদৰ্শতকৈ কামৰূপৰ কিৰাত আৰু অষ্ট্ৰিক সংখ্যাগৰিষ্ঠলোকসকলৰ কাৰণে তান্ত্ৰিক শৈৱ-শাক্তধৰ্ম অধিক জনপ্ৰিয় হোৱাটো স্বাভাৱিক আছিল । নিজ নিজ জনগোষ্ঠীৰ মাজত আগৰেপৰা থকা লোকদেৱতা আৰু লোকদেৱীসকলকো তান্ত্ৰিক শৈৱ-শাক্তধৰ্মই যেনেকৈ আত্মসাৎ কৰি ল'ব পাৰিছিল, বৈষ্ণৱধৰ্মই সেইদৰে নোৱাৰিছিল।

৪— উচ্চ দাৰ্শনিক স্তৰৰ বিষ্ণু আৰু শিৱৰ মাজত কোনো পাৰ্থক্য নাই যদিও, জনসাধাৰণৰ বোধগম্য দেৱতাৰ স্তৰত এই দুয়োজন দেৱতাৰ মাজত যথেষ্ট পাৰ্থক্য আছে। বিষ্ণুত বৈদিক আৰ্য আৰু দ্ৰাবিড়সকলৰ দাৰ্শনিক উপাদানে প্ৰাধান্য লাভ কৰি আহিছে। গতিকে বিষ্ণুৰ মূল ৰূপটো প্ৰতীকাত্মক। অৱতাৰবাদে বিষ্ণুৰ প্ৰতীকাত্মক ৰূপৰ লগতে ঐতিহাসিক ব্যক্তিত্বৰ ওপৰতো গুৰুত্ব দিলে। ৰাম আৰু কৃষ্ণৰ চৰিত্ৰত অৱতাৰবাদৰ লগতে ঐতিহাসিক মূল্যও আৰোপ কৰা হৈছে। আনহাতে শিৱৰ অৱতাৰ সম্বন্ধীয় কথা বিষ্ণুৰ অৱতাৰৰ দৰে পুৰাণ প্ৰসিদ্ধ আৰু জনপ্ৰিয় নহয়। শিৱৰ ১৮ জন অৱতাৰৰ ভিতৰত প্ৰথমজন নকুলীশ বা লকুলীশৰ সময় খ্ৰী° ২ শতিকামান বুলিহে পণ্ডিতসকলে অনুমান কৰিছে। এই লকুলীশৰপৰা পাশুপত শৈৱমত প্ৰচাৰ হোৱা বুলি কয়।

ঐতিহাসিক ব্যক্তি লকুলীশ শিৱৰ অৱতাৰ হ'লেও যোগসিদ্ধ অনেক শৈৱ সাধককো শিৱ বোলা হৈছিল যেন লাগে। এই শ্ৰেণীৰ শিৱ ভিক্ষাজীৱী, ভঙুৱা আৰু যোগী হোৱাৰ উপৰিও কৃষিৰ লগত সম্পৰ্ক কম, সুকীয়া সুকীয়া একোখন সমাজৰ প্ৰতিনিধিত্ব কৰা লোক যেন ধাৰণা হয়। শংকৰাচাৰ্যৰ গুৰু পৰম্পৰাৰ গুৰুসকলকো শংকৰাচাৰ্য বোলাৰ দৰেই সিদ্ধ শৈৱ সাধককো পুৰাণ আৰু লোককথাত শিৱ বোলাটো অসম্ভৱ নহয়। বংগ আৰু অসমত এনে ধৰণৰ লৌকিক শিৱৰ কাহিনী প্ৰচলিত আছে।* পত্নীৰ লগত যৌন সম্পৰ্ক

* দ্ৰ° ড° শশিভূষণ দাশগুপ্তৰ 'ভাৰতেৰ শক্তিসাধনা ও শাক্তসাহিত্য।' অসমীয়া সাহিত্যত ভীমচৰিত আৰু মুখলগা মন্ত্ৰৰ শিৱও এই শ্ৰেণীৰ।

আৰু গণেশ-কার্তিকৰ জন্ম আদি কথায়ো শিৱৰ লৌকিক ৰূপ এটাৰ পৰিচয় দিয়ে। বিষ্ণুৰ অৱতাৰৰ বাহিৰে মূল ৰূপত এনে লৌকিকতা নাই। লক্ষ্মী আৰু সৰস্বতীক বিষ্ণুৰ পত্নী বুলিলেও তেওঁলোকৰ কোনো সাঁতি-সন্ততি নাই। এনে স্থূলত সমাজৰ সাধাৰণ শ্ৰেণীৰ লোকৰ নিমিত্তে বিষ্ণুতকৈ শিৱ বেছি ওচৰ বা আপোন হৈ পৰিছিল। ব্ৰা-ব্ৰী বা বুঢ়া-বুঢ়ীক শিৱ-পাৰ্বতীলৈ ৰূপান্তৰিত কৰা, কামাখ্যা, কেচাঁইখাঁতী আদি স্থানীয় জনগোষ্ঠীৰ পুৰণি শক্তি পূজাক পৌৰাণিক শক্তিৰ সাজ-পাৰত নতুন ৰূপ দি শিৱৰ লগত সম্পৰ্ক স্থাপন কৰাৰ লগতে পূজা ব্যৱস্থাকো তান্ত্ৰিক আৰু পৌৰাণিক পদ্ধতিৰ লগত মিলাই লোৱাৰ প্ৰচেষ্টা এই সময় হোৱাতে দ্ৰুতগতিৰে হ'বলৈ ধৰিলে। এই প্ৰসংগত মন কৰিব লগীয়া কেইটামান কথাৰ উল্লেখ তলত কৰা হ'ল।

(ক) পৌৰাণিক শাক্ত মতৰ আদৰ্শই তান্ত্ৰিক শাক্ত মতত কিছু অমাৰ্জিত ধৰণৰ নতুন ৰূপ লৈছিল। সেই বাবেহে মাৰ্কণ্ডেয় পুৰাণৰ অসুৰনাশিনী দেৱতা সকলৰ সম্মিলিত শক্তি-স্বৰূপা তথা বিষ্ণুমায়া দেৱীৰ মহাকালী, মহালক্ষ্মী আৰু মহাসৰস্বতীৰ পৰিবৰ্তে তন্ত্ৰৰ দেৱী কামাখ্যা, ত্ৰিপুৰা সুন্দৰী প্ৰভৃতিৰ স্বৰূপ একে নহয়। এই নতুন শাক্ত তন্ত্ৰৰ বিচাৰ-ব্যৱস্থা ব্ৰহ্মপুত্ৰ উপত্যকালৈ বাহিৰৰ পৰা আহিছিল আৰু তাত আগৰ দৰেই বৈদিক আৰু পৌৰাণিক পৰম্পৰাৰ বাহিৰেও দেশী আৰু বিদেশী অন্যান্য বিধি-ব্যৱস্থাৰ সবল প্ৰভাৱ আছিল।

(খ) খ্ৰী° ৯/১০ শতিকাৰ কামৰূপত প্ৰচলিত শৈৱ মতত মহাযানী বৌদ্ধ পৰম্পৰাৰ লগত জড়িত যোগ আৰু অষ্ট্ৰিক-দ্ৰাবিড় প্ৰভৃতি সুকীয়া পৰম্পৰাৰ লিংগ পূজাৰ প্ৰচলন আছিল। গোৱালপাৰাৰ সূৰ্যপাহাৰ (খ্ৰী° ৯ শতিকা), গুৱাহাটীৰ মদন·কামদেৱ থান (খ্ৰী° ৯/১০ শতিকা), গাৰোপাহাৰৰ ফুলবাৰী (১০ শঃ), মৰ্গাৰৰ যোগীজান (১০ শঃ) আৰু সূৰ্যপাহাৰৰ ওচৰৰ মহাদেৱ পাহাৰত (প্ৰাক্ আহোম যুগৰ) পোৱা শিৱলিংগসমূহে শিৱৰ লিংগ পূজা জনপ্ৰিয় হোৱাৰ পৰিচয় দিয়ে। কিয়নো পূজা-উপাসনাৰ লগত সম্পৰ্ক নাথাকিলে শুদ্ধ মূৰ্তিকলাৰ দৃষ্টিত শিৱলিংগ আৰু যোনিপীঠ সাজি উলিওৱাৰ প্ৰয়োজন নাথাকে। এই লিংগ ৰূপ প্ৰতীক শিৱৰ লগতে তন্ত্ৰৰ শক্তি দেৱীয়ো শ্মশান আৰু যোনিৰ লগত জড়িত হৈ পৰিল। কামাখ্যাদেৱীৰ লগত এই দুয়োটা বস্তুৰ সম্পৰ্ক মন কৰিব লগীয়া কথা। কালিকাপুৰাণত (৬২/২) 'কামাখ্যা'ৰ এটা নাম 'কামা' বোলা হৈছে। দেৱীয়ে শিৱৰ লগত কাম-সম্ভোগৰ ইচ্ছাৰে নীলকূটলৈ গোপনে অহা কাৰণে এই নাম পাইছে। 'কামাখ্যা' শব্দয়ো 'কামা+আখ্যা' অৰ্থাৎ কামা

নামে পৰিচিত অৰ্থকে প্ৰকাশ কৰে। (কাং পুং ৬২/১) দেৱীৰ এই সম্ভোগ মূৰ্তিৰ লগত সংহাৰ মূৰ্তিৰো সম্বন্ধ আছে। ড০ বাণীকান্ত কাকতিয়ে এই 'কামা' শব্দটো আৰ্য-ভাষাভিন্ন অন্য লোক-ভাষাৰ কামই, কাময়ত, কোমুই, কামেত প্ৰভৃতি মৰা শ, প্ৰেত আৰু শ্মশান বুজোৱা শব্দৰ পৰা অহা বুলি কৈছে। এই অৰ্থত 'কামা' শ্মশানৰ দেৱী +। দেৱীৰ এই ৰূপত মৃত্যু আৰু সৃষ্টি অৰ্থাৎ ভয় আৰু আশা (প্ৰেম) এই দুয়ো শ্ৰেণীৰে বিপৰীত ধৰ্মী শক্তি প্ৰকাশ পাইছে। লগতে কামাখ্যা আৰু কালীৰ একত্বও প্ৰতিপন্ন হৈছে।

শ্মশানৰ লগত সম্বন্ধ থকা দেৱীৰ কালীৰূপটো সম্ভৱতঃ যোনিপীঠৰ 'কামা' ৰূপটোতকৈ প্ৰাচীন আছিল। লোক-পৰম্পৰাত শ্মশানৰ-দেৱী ৰূপে পূজিতা দেৱীকে পাছত পৌৰাণিক ধৰ্মৰ দেৱীৰে একে কৰি দেখুৱাবৰ উদ্দেশ্যে তান্ত্ৰিক শাক্ত মতৰ লগত ৰঞ্জিতা থুৱাই সতীৰ দেহত্যাগৰ কাহিনীৰ লগত জড়িত কৰা হ'ল। ভাৰতবৰ্ষৰ অন্য ঠাইৰ লগত সম্বন্ধ ৰাখি সৃষ্টি কৰা এই কাহিনীৰ নতুন ৰূপ-টোত কামৰূপৰ বাহিৰৰ পৰা অহা লোকৰ প্ৰভাৱ স্পষ্ট ভাৱে দেখা যায়। কিয়নো এই কাহিনীমতে সতীৰ অংগ ছিগি পৰা ৫১ খন শাক্ত পীঠৰ ভিতৰত মাত্ৰ দুখনমানহে কামৰূপত, বাকীবোৰ ভাৰতবৰ্ষৰ পশ্চিম, উত্তৰ, দক্ষিণ সকলো অংশতে সিচঁৰিত হৈ আছে। কেৱল নাভি আৰু যোনিহে কামৰূপৰ ভিতৰত পৰিল। (কালিকাপুৰাণ অধ্যায় ১৮ দ্ৰঃ)। এই প্ৰচেষ্টাৰ পৰা অনুমান হয় যে — সমগ্ৰ ভাৰত জোৰা তান্ত্ৰিক শাক্ত সম্প্ৰদায়ৰ এটা ডাঙৰ সংগঠনৰ অংশৰূপেহে কামৰূপত তৎকালীন শাক্ত ধৰ্মই নতুন আলোড়ন সৃষ্টি কৰিছিল। বৰ্ণাশ্ৰম ধৰ্মত গুৰুত্ব দিয়া শংকৰাচাৰ্যৰ সংগঠনে সমাজৰ যি শ্ৰেণীৰ লোকক সামৰি লোৱা নাছিল, সেই শ্ৰেণীৰ লোককো সামৰি লোৱাৰ চেষ্টা এই আন্দোলনে কৰিছিল। সেই বাবে বাহিৰত বৈদিক পৌৰাণিক পৰম্পৰা আৰু স্মাৰ্ত বিধি-ব্যৱস্থা মানি থকা ব্ৰাহ্মণ-কায়স্থ প্ৰভৃতি লোকেও স্থানীয় লোকক সামৰি ল'বৰ উদ্দেশ্যে গোপন সাধনাত জাতি ভেদ অস্বীকাৰ কৰি তান্ত্ৰিক শাক্তমতত প্ৰশ্ৰয় দিছিল। খ্ৰীঃ ৯ শতিকাৰ শেষ ভাগৰ পৰা এই মত গা কৰি উঠাৰ ইও এটা কাৰণ হ'ব পাৰে ; কিন্তু এনে গোপন ব্যৱস্থাৰে সমাজৰ মাজত সমন্বয়ৰ ভাৱ সবল কৰি তোলাটো সম্ভৱ নাছিল। গতিকে খ্ৰীঃ ১০-১১ শতিকাত গোৰখনাথে সাধাৰণ পিছপৰা শ্ৰেণীৰ লোকৰ মাজত যোগমাৰ্গৰ সহায়েৰে এই সমন্বয়ৰ ভাৱ বঢ়াই তোলাৰ পৰিপূৰক চেষ্টা কৰিছিল।

---

\+ প্ৰাচীন কামৰূপৰ ধৰ্মৰ ধাৰা, পৃ০ ২৩/২৪ ;

মৎস্যেন্দ্ৰনাথৰ কৌল সাধনমাৰ্গ আৰু গোৰখনাথৰ অৱধূত মাৰ্গত শক্তি আৰু শিৱৰ মিলনত দিয়া গুৰুত্বই প্ৰতীক ৰূপত বামাচাৰী সকলৰ বাবে ভ্ৰষ্টাচাৰৰো সুযোগ দিলে। প্ৰকৃততে ভ্ৰষ্টাচাৰ আৰু সদাচাৰ এটা আপেক্ষিক বিচাৰৰ কথা। সমাজৰ স্তৰ আৰু ব্যৱস্থাভেদে ভ্ৰষ্টাচাৰেই সদাচাৰ হ'ব পাৰে আৰু কাৰোবাৰ কাৰণে সদাচাৰো আন কাৰোবাৰ বাবে ভ্ৰষ্টাচাৰ হ'ব পাৰে। মুঠতে সেই সময় ছোৱাত ভাৰতবৰ্ষৰ বিভিন্ন পাছ পৰা বা অবিকশিত সমাজ-ব্যৱস্থাৰ লোকক সামৰি ল'বৰ কাৰণে তান্ত্ৰিক শাক্ত-শৈৱ আৰু যোগমাৰ্গই যথা সম্ভৱ চেষ্টা কৰিছিল। কিৰাতী, হৈমৱতী, বিন্ধ্যবাসিনী প্ৰভৃতি দেৱীৰ নামবোৰেও সেই সমাজৰ লোক-পৰম্পৰাৰ লগত তান্ত্ৰিক সাধকসকলৰ সম্পৰ্ক তথা সমন্বয়মুখী ভাৱনাৰ পৰিচয় দাঙি ধৰে।

(গ) তান্ত্ৰিক শাক্তমতৰ পূজা-উপাসনাত স্থান বিশেষে নৰবলি পৰ্যন্ত হিংসায়ো স্থান পাইছিল। নগাঁৱৰ ডবকাৰ পৰা কিছু দূৰত থকা মহামায়া থান, আৰু শদিয়াৰ পৰা ১৮ মাইল দূৰত ঢল নদীৰ পাৰৰ তাম্ৰেশ্বৰী মন্দিৰত নৰবলি দিয়া প্ৰথা যথাক্ৰমে ১৫ আৰু ১৮ শতিকালৈকে আছিল বুলি জনা যায়। তেজপুৰৰ ভৈৰৱী, গুৱাহাটীৰ কামাখ্যা আৰু জয়ন্তাপুৰৰ জয়ন্তেশ্বৰী মন্দিৰত এসময়ত বহুবাৰ নৰবলি হৈছিল। কামাখ্যাত এনে ধৰণৰ বলিক 'ভোগী' আৰু জয়ন্তেশ্বৰীত 'ভোগেখাওৰা' বোলা হৈছিল +। কালিকা পুৰাণত (অধ্যায় ৫৫/২—৫) পক্ষী, কচ্ছপ, গ্ৰাহ, ছাগল, বৰাহ, মহিষ, গোধিকা, চামৰ, কৃষ্ণসাৰ, শশক, পঞ্চানন (সিংহ), মৎস্য, স্বগাত্ৰৰুধিৰ, হয় (ঘোঁৰা) হস্তী, শৰভ আৰু নৰ বলিৰ কথা কোৱা হৈছে। ৬৭ অধ্যায়ত এইবোৰৰ বাহিৰেও বুবু (ক'লা বৰণৰ) হৰিণ, গৰু, গ'ড় আৰু মৃগ (সাধাৰণ পশু)ৰ বলি বিধান কিছু বিস্তৃত ৰূপত ফলাফলসহ বৰ্ণোৱা হৈছে।

(ঘ) কেৱল নৰবলি প্ৰভৃতি ভয়ানক পূজা-অৰ্চনাই নহয়, প্ৰত্যক্ষ যোনি-পূজা প্ৰভৃতি বীভৎস সাধনাও তান্ত্ৰিক শাক্ত মতত আছিল। ডঃ বাণীকান্ত কাকতিয়ে দক্ষিণ ভাৰতৰ এজন পণ্ডিতৰ উদ্ধৃতিৰে দেৱী-পূজাৰ ব্যৱস্থা সম্বন্ধে এইদৰে কৈছে —

---

+ দ্ৰ° পবিত্ৰ অসম (২ য় সংস্কৰণ পৃঃ ২৪)। এই প্ৰসংগত মন কৰিব লগীয়া যে — নৰবলি কালিকা পুৰাণৰ মতে (৬৭ অধ্যায়) ক্ষত্ৰিয়ইহে কৰিব। ব্ৰাহ্মণৰ বাবে সিংহ, বাঘ আৰু মনুষ্য-বলিহে নালাগে মদ্য দানো নিষিদ্ধ বুলি কোৱা হৈছে।

বহুত ক্ষেত্ৰত দেৱী-পূজাৰ পৌৰোহিত্যৰ অধিকাৰ একমাত্ৰ তিৰোতা মানুহৰ হাততে নাই যদিও প্ৰসাদ-বিতৰণ কৰা, উলংগ হৈ নৃত্য কৰা আৰু গীত গোৱা প্ৰভৃতি কিছুমান বিশেষ আচৰণৰ বিধান তিৰোতাৰ বাবে দক্ষিণ ভাৰতত আছিল +। লিংগ পূজাৰ দৰেই যোনিপূজাও ভাৰতৰ ভিতৰে-বাহিৰে বহু ঠাইত অনুন্নত সম্প্ৰদায় কিছুমানৰ ভিতৰত আছিল যেন অনুমান হয়। পৌৰাণিক ধৰ্মই বিভিন্ন শ্ৰেণীৰ অনুন্নত সম্প্ৰদায়ৰ লোকক বুকুত সাৱটি লৈ তেওঁলোকৰ বিচাৰ আৰু আচৰণক যথা সম্ভৱ মাৰ্জিত ৰূপ দিয়াৰ চেষ্টা কৰিছিল ; কিন্তু এই ক্ষেত্ৰত সম্পূৰ্ণ কৃতকাৰ্য হোৱাটো বহু পৰিমাণে সময়-সাপেক্ষ হোৱাৰ দৰেই কিছুমান ক্ষেত্ৰত অসম্ভৱো আছিল। এনে স্থলত পুৰাণসমূহ আৰু পূৰ্ব-প্ৰচলিত জনজাতীয় আচাৰ-বিচাৰৰ পৰম্পৰাৰ সংমিশ্ৰণত যি নতুন শ্ৰেণীৰ সাধন-মাৰ্গ গঢ় লৈ উঠিছিল, তাক তন্ত্ৰ নামে সুকীয়াকৈ পৰিচিত কৰা হৈছিল। গতিকে তন্ত্ৰৰ নামত পৌৰাণিক দেৱ-দেৱীৰ উপাসনা-পদ্ধতিত থকা ভয়ানক আৰু অশ্লীল ব্যৱস্থাৰ মূলতে অনুন্নত সমাজৰ পুৰণি অন্ধবিশ্বাসৰ প্ৰাবল্য আৰু গতিশীল মাৰ্জিত বিচাৰৰ অভাৱেই যাই কাৰণ আছিল।

ধৰ্ম যেতিয়া অন্ধবিশ্বাসৰ স্তৰতকৈ ওপৰলৈ নুঠে, তেতিয়া ভয় আৰু আশাই ধৰ্মৰ মূলভূত উপাদান আধ্যাত্মিকতাক শাসন কৰি থাকে। ৰজাৰ শাসনত যেতিয়া মৃত্যুদণ্ড স্বীকাৰ কৰিব লগীয়া হয়, তেতিয়া প্ৰাকৃতিক শক্তি বা দেৱ-দেৱীৰ নামতো নৰহত্যা কৰিবলৈ অন্ধবিশ্বাসী মানুহ বাধ্য হয়। আজিৰ দিনতো সামাজিক ভাবে নৈতিক সমৰ্থন নোপোৱা অৱস্থাতো কেইটামান টকাৰ কাৰণে নৰহত্যা কৰা লোকৰ উদাহৰণ বিৰল নহয়। কেৱল বুদ্ধি-বৃত্তিত পাছ পৰি থকা লোকৰ মাজতে নহয়, উচ্চশিক্ষিত আৰু কুলীন বুলি আত্মগৌৰৱ কৰি অহা সম্প্ৰদায়সমূহৰ ভিতৰতো এই শ্ৰেণীৰ লোক বহুত দেখা যায়। এনে স্থলত হেজাৰ-বাৰ শ বছৰৰ আগৰ সমাজত নৰবলিৰ প্ৰথাটো আচৰিত হ'ব লগীয়া কথা নাছিল। তদুপৰি এটা যুগৰ এখন সমাজৰ সকলো মানুহৰ মানসিক স্তৰ একে হ'ব নোৱাৰে। বহুত আগবঢ়া সমাজতো অতি পিছ পৰা বহু সংখ্যক লোক থাকিব পাৰে আৰু অতি পিছ পৰা সমাজতো বহুত উচ্চ স্তৰৰ বুদ্ধি-বৃত্তি আৰু মানৱীয় উপলব্ধি হ'ব পাৰে। এডৰা হাবিত দুবৰি বনৰ পৰা বিশালকায় বটবৃক্ষলৈকে বহুত শ্ৰেণীৰ গছ-বন থকাৰ নিচিনাকৈয়ে সমাজতো পশু-প্ৰবৃত্তিপ্ৰধান লোকৰ পৰা মহামানৱলৈকে সকলো শ্ৰেণীৰ লোক

---

+ শাক্ত তন্ত্ৰৰ উদ্‌গম স্থান বুলি কথিত শ্ৰীপৰ্বত বৰ্তমান অন্ধ্ৰৰ নাগাৰ্জুনী কোণাৰ ওচৰত।

থাকে। গতিকে তান্ত্ৰিক সাধন-মাৰ্গৰ ভিত্তিতে এখন সমাজৰ প্ৰকৃত ৰূপটোৰ এখন নিৰ্ভুল চিত্ৰ দাঙি ধৰিব নোৱাৰি।

৫— স্মাৰ্ত সাধন-মাৰ্গৰ পঞ্চদেৱতাৰ ভিতৰত ঠাই পালেও অন্য পৌৰাণিক কথা-বস্তুৰ লগত জড়িত দেৱতা-উপদেৱতা আৰু লৌকিক বিষয়ৰ মূৰ্তিৰ তুলনাত সূৰ্য আৰু গণেশৰ মূৰ্তি বিশেষ সংখ্যা-গৰিষ্ঠ নহয়। ব্ৰহ্মপুত্ৰ উপত্যকাৰ জনগোষ্ঠীৰ মাজত আগৰে পৰা সূৰ্য আৰু গণেশৰ পূজাৰ সম্বন্ধ নাছিল। ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাহিৰৰপৰা অহা ব্ৰাহ্মণ, কায়স্থ প্ৰভৃতি লোকে ভাৰতৰ আন ঠাইৰ লগত সম্পৰ্ক ৰাখি এই দুয়োজন দেৱতাৰ পূজা ব্যক্তিগত ভাৱে কৰি আহিছিল যেন লাগে। দ্বিজসকলৰ গায়ত্ৰীৰ লগত সূৰ্যৰ সম্বন্ধ থকা কাৰণেও সূৰ্যৰ এটা সুকীয়া গুৰুত্ব আছে। গণেশ বৈদিক যুগৰ পাছত গঢ় লোৱা বিঘ্নৰ দেৱতা; কিন্তু পাছত তেওঁক বিঘ্ননাশক দেৱতাৰূপে প্ৰথম পূজাৰ অধিকাৰী কৰা হ'ল।

* মুঠ কথা হ'ল এয়ে যে — শংকৰাচাৰ্যৰ স্মাৰ্ত মতৰ প্ৰভাৱতেই হওক বা বৌদ্ধ আৰু স্থানীয় জনগোষ্ঠীৰ পৰম্পৰা-সমৰ্থিত তান্ত্ৰিক মতৰ প্ৰভাৱতেই হওক, খ্ৰীঃ ৯-১০ শতিকাত শৈৱ আৰু শাক্ত আদৰ্শই সমাজত এটা ডাঙৰ আলোড়ন সৃষ্টি কৰা যেন অনুমান হয়; কিন্তু এই আলোড়নেও বৈষ্ণৱ পৰম্পৰাক বেছি পৰিমাণে ক্ষতিগ্ৰস্ত কৰিবপৰা নাছিল। শিৱ আৰু শক্তিৰ উপাসক ৰজাসকলেও শিল্পীসকলক বিষ্ণুৰ মূৰ্তি নিৰ্মাণ-কাৰ্যত পৃষ্ঠপোষকতা কৰি আছিল। সেই বাবেহে খ্ৰীঃ ১০ শতিকাৰ পৰা ১৩ শতিকা পৰ্যন্ত এই সময়ছোৱাত নিৰ্মিত বিষ্ণুৰ বিভিন্ন শ্ৰেণীৰ মূৰ্তিৰ সংখ্যা শিৱ আৰু শক্তিৰ বিভিন্ন শ্ৰেণীৰ মূৰ্তিতকৈয়ো বেছি যেনহে দেখা যায়। এই সময়ৰ বিষ্ণুমূৰ্তিবোৰৰ ভিতৰত ১১ শতিকাৰ ( ডিব্ৰুগড়ৰ লবুৱা মৌজাত পোৱা ) বিষ্ণুমূৰ্তি বিশেষ গুৰুত্বপূৰ্ণ। পিতলৰ এই মূৰ্তিখনৰ পাঁচথপীয়া ভেঁটিৰ ওপৰত খৰম পিন্ধি থিয় হৈ থকা বিষ্ণু অতি গাম্ভীৰ্যপূৰ্ণ। এই সময়ৰে মিহি ক'লা শিলেৰে সজা বহি থকা এজন বিষ্ণুৰ মূৰ্তি গুৱাহাটীত পোৱা গৈছে। ১০ ৰ পৰা ১৩ শতিকাৰ ভিতৰত সজা লক্ষ্মী-সৰস্বতীসহ বিষ্ণুৰ মূৰ্তি গুৱাহাটীৰ আমবাৰীতো ১০-১২ খন মান পোৱা গৈছে। ১৩ শতিকাত নিৰ্মিত শংখ-চক্ৰধাৰী নৰসিংহৰ মূৰ্তি এটাও গুৱাহাটীত পোৱা হৈছে। এইদৰে ১১-১২ শতিকামানত সজা দুখন বিষ্ণুমূৰ্তি নগাঁও আৰু এখন বিষ্ণুমূৰ্তি বৰপেটাতো পোৱা গৈছে। এনেকৈয়ে খ্ৰীঃ ৮ শতিকাৰ পৰা ১৩ শতিকা পৰ্যন্ত মূৰ্তিকলাৰ ক্ষেত্ৰত বিষ্ণুৰ যি প্ৰভাৱ, সেই প্ৰভাৱ অন্য কোনো দেৱতাৰে দেখা নাযায় +।

---

+ মূৰ্তি সম্বন্ধীয় তথ্যবোৰ অসমৰ পুৰাতত্ত্ব বিভাগৰ দ্বাৰা প্ৰকাশিত পুস্তিকাৰ পৰা লোৱা হৈছে।

মূৰ্তিকলাৰ দৃষ্টিৰে চালে ব্ৰহ্মপুত্ৰ উপত্যকাত বৌদ্ধ প্ৰভাৱ বৰ কম। চাবুৱাত পোৱা ১৩ শতিকাৰ পিতলৰ মূৰ ভগা বুদ্ধ মূৰ্তিটোৰ বাহিৰে বুদ্ধৰ স্বতন্ত্ৰ মূৰ্তি আন ঠাইত দৃষ্টিগোচৰ হোৱা নাই। বিষ্ণুৰ দশাৱতাৰৰ ভিতৰত সন্নিবিষ্ট হৈ ৰূপত থকা বুদ্ধই প্ৰকৃততে বৌদ্ধধৰ্মৰ প্ৰভাৱৰ সূচনা নকৰে। মন্দিৰৰ ভিতৰত মাত্ৰ হাজোৰ হয়গ্ৰীৱ-মাধৱেইহে বৌদ্ধ আৰু বৈষ্ণৱৰ সমন্বয়ৰ পৰিচয় দি আছিছে।

৬ - খ্ৰী° ৫ শতিকাৰ উমাচল শিলালিপি, ৭ শতিকাৰপৰা পোৱা দান-পত্ৰসমূহত বৰাহৰ উল্লেখ আৰু ৮ শতিকাৰ পৰা একেৰাহে ১৩ শতিকালৈকে পোৱা বিষ্ণুৰ মূৰ্তিৰ উপৰিও ১০/১১ শতিকাৰ কালিকাপুৰাণৰ ৫ খন বৈষ্ণৱ পীঠৰ কথাই গুপ্ত যুগৰপৰা বৈষ্ণৱ সম্প্ৰদায়ৰ অবিচ্ছিন্ন প্ৰভাৱৰ পৰিচয় দিয়ে। এই প্ৰসংগত বিচাৰ কৰি চাবলগীয়া কথা এইটোহে যে— এই বৈষ্ণৱ সম্প্ৰদায়টোৰ স্বৰূপ কি? খ্ৰী° ৭ শতিকামানত গঢ় লোৱা তামিলনাদুৰ আলৱাৰসকলৰ বৈষ্ণৱমত ১২ শতিকামানত শাস্ত্ৰীয় গঢ় লৈ ক্ৰমে উত্তৰ ভাৰতৰ ফালে আগবাঢ়ি আহিছিল যদিও, সি ১৩/১৪ শতিকাৰ আগতে গংগাৰ অৱবাহিকাত খোপনি ল'ব পৰা নাছিল। গতিকে ব্ৰহ্মপুত্ৰ উপত্যকাত খ্ৰী° ৫ শতিকামানতে আৰম্ভ হোৱা বৈষ্ণৱ মতটো দক্ষিণ ভাৰতৰ পৰা অহা আলোড়নৰ ছিটিকনি হ'ব নোৱাৰে। মহাভাৰতৰ শান্তি পৰ্বত বৰ্ণিত প্ৰাচীন নাৰায়ণ-ধৰ্ম বা সাত্বত-ভাগৱত ধৰ্মহে খ্ৰী° ৪/৬ শতিকাতে ব্ৰহ্মপুত্ৰ-উপত্যকালৈ আহিব পাৰে। একান্তিক, সাত্বত, পঞ্চৰাত্ৰ, বাসুদেৱ, ভাগৱত, প্ৰভৃতি অনেক নামেৰে পৰিচিত এই বৈষ্ণৱ মত খ্ৰী° পূ° ৩ শতিকামানৰ পৰা থকাৰ ঐতিহাসিক প্ৰমাণ আছে। গ্ৰীক-দূত হেলিওডোৰে সজোৱা গৰুড়ধ্বজ-স্তম্ভ ভগ্ন অৱস্থাত এতিয়াও মধ্য প্ৰদেশৰ বিদিশাত দেখিবলৈ পোৱা যায়। খ্ৰী° পূ° ২ শতিকাৰ শেষ ভাগৰ এই গ্ৰীক-ৰাজদূতজন বাসুদেৱ বিষ্ণুৰ উপাসক আছিল। উমাচল লিপিত থকা বলভদ্ৰ স্বামীৰ উল্লেখেও এই পঞ্চৰাত্ৰ বা বাসুদেৱ মতৰ চতুৰ্ব্যূহ সিদ্ধান্তৰ সংকেত দিয়ে। পঞ্চৰাত্ৰ সম্প্ৰদায়ত বলৰাম বা বলভদ্ৰক জীৱাত্মাৰ প্ৰতীক সংকৰ্ষণ আৰু অনন্তৰ অৱতাৰ বুলি ধৰা হয়।

খ্ৰী° ১২ শতিকামানৰ পৰা উত্তৰ দিশলৈ আহিবলৈ ধৰা দক্ষিণ ভাৰতীয় বৈষ্ণৱ মততো পঞ্চৰাত্ৰ সম্প্ৰদায়ৰ প্ৰভাৱ আছিল। ঋগ্বেদ দশম মণ্ডলৰ ৯০ সূক্তৰ ঋষি নাৰায়ণৰ পৰা আৰম্ভ হোৱা এই মতবাদৰ উপাস্যদেৱতা পুৰুষেই পাছত নাৰায়ণ, বাসুদেৱ প্ৰভৃতি নামত তাত্ত্বিক বা দাৰ্শনিক আৰু ঐতিহাসিক উভয় ৰূপতে বিষ্ণুৰে অভিন্ন হৈ বৈদিক বিষ্ণুৰ উপাসনাক পৌৰাণিক বৈষ্ণৱ ধৰ্মলৈ অগ্ৰসৰত সহায়

কৰিলে। নাৰায়ণৰপৰা অৱতাৰবাদী দাৰ্শনিক সিদ্ধান্ত আৰু প্ৰচুৰ কাব্য সামগ্ৰীৰ সহায়েৰে এই মত অতি শক্তিশালী হৈ উঠিল। পাঞ্চৰাত্ৰীয় সাহিত্য সামগ্ৰী তিনি শ্ৰেণীৰ। (ক) দৰ্শন আৰু ব্যৱস্থা প্ৰধান তন্ত্ৰ তথা উপনিষৎ, । অব্যক্তোপনিষৎ, কলিসন্তৰণোপনিষৎ, কৃষ্ণোপনিষৎ, গৰুড়োপনিষৎ, গোপালতাপিনী উপনিষৎ, তাৰসাৰোপনিষৎ, ত্ৰিপাদবিভূতি বা মহানাৰায়ণোপনিষৎ, দত্তাত্ৰেয়োপনিষৎ, নাৰায়ণোপনিষৎ, ৰামতাপিনীউপনিষৎ, ৰামৰহস্যোপনিষৎ, বাসুদেৱোপনিষৎ আৰু হয়গ্ৰীৱোপনিষৎ এই শ্ৰেণীৰ উপনিষৎ বুলি ধৰিব পাৰি +। ভগৱান বাসুদেৱে ইন্দ্ৰৰ আগত পুৰুষ সূক্তৰ ব্যাখ্যা দিয়া মুদ্‌গলোপনিষৎ এই প্ৰসংগত এখন উল্লেখযোগ্য গ্ৰন্থ। পঞ্চৰাত্ৰ তন্ত্ৰসমূহ সংহিতা নামেও পৰিচিত। একে ধৰণৰ বৈষ্ণৱ উপাসনাৰ বিধান দিয়া বৈখানস আগমো এই শ্ৰেণীৰ সাহিত্য যদিও এনে আগম গ্ৰন্থৰ উল্লেখহে পোৱা যায়। মূল গ্ৰন্থ দুষ্প্ৰাপ্য। সংহিতাসমূহ মহাভাৰতৰ সমকালীন বা সামান্য পাছৰ হ'লেও গোটেইখিনিৰে ৰচনাকাল বৰ ওচৰা-উচৰি নহয়। এই শ্ৰেণীৰ তন্ত্ৰ বা সংহিতাৰ সংখ্যা ২১৫ খন বুলি কথিত আছে যদিও প্ৰকাশিত ১৩ খনৰ নাম তলত দিয়া হ'ল* — ১) অহিৰ্বুধ্ন্য সং ২) ঈশ্বৰ সং ৩) কপিঞ্জল সং ৪) জয়াখ্য সং ৫) পৰাশৰ সং ৬) পাদ্মতন্ত্ৰ ৭) বৃহৎব্ৰহ্ম সং ৮) ভাৰদ্বাজ সং ৯) লক্ষ্মীতন্ত্ৰ ১০) বিষ্ণু তিলক ১১) শ্ৰীপ্ৰশ্ন সং ১২) বিষ্ণু সং ১৩) সাত্বত সংহিতা।

(খ) মহাকাব্য মহাভাৰতো পঞ্চৰাত্ৰ সম্প্ৰদায়ৰ সাহিত্য। গীতাসহ এই মহাভাৰতত বৈষ্ণৱ আদৰ্শৰ প্ৰধান্যৰ লগতে লেখকৰ উপাস্যদেৱতা তথা গুৰু নৰ-নাৰায়ণ ঋষিৰ বন্দনায়ো পঞ্চৰাত্ৰৰ পৰম্পৰা ৰক্ষা কৰিছে। পাছৰ যুগৰ ৰামায়ণৰ ওপৰতো পঞ্চৰাত্ৰৰ প্ৰভাৱ পৰিল। সেই বাবে ৰাম, লক্ষ্মণ আৰু সীতা যথা ক্ৰমে নাৰায়ণ, সংকৰ্ষণ আৰু লক্ষ্মীৰ অৱতাৰ ৰূপে স্বীকৃত হ'ল।

(গ) বৈষ্ণৱ উপাদান প্ৰধান ভাগৱত, বিষ্ণুপুৰাণ, ব্ৰহ্মবৈবৰ্তপুৰাণ প্ৰভৃতি পুৰাণ সমূহৰো বহুততে পঞ্চৰাত্ৰৰ প্ৰভাৱ স্পষ্ট ৰূপে আছে। নাৰায়ণৰ পৰা যথাক্ৰমে ব্ৰহ্মা, নাৰদ, ব্যাস আৰু শুকৰ দ্বাৰা প্ৰচাৰিত ভাগৱতৰ পৰম্পৰায়ো পঞ্চৰাত্ৰ মতৰ পৰম্পৰাকে স্বীকাৰ কৰিছে।

---

+ এই উপনিষৎসমূহৰ বিষয়-বস্তুৰ চমু বিৱৰণ এই লেখকৰ' ভাৰতীয় ধৰ্ম-সাধনা'ত দিয়া হৈছে। উপনিষৎ নামে পৰিচিত হ'লেও এই বিলাকৰ ৰচনাকাল মূল উপনিষৎবোৰৰ সমান প্ৰাচীন নহয়।

* ইতিমধ্যে আৰু খনদিয়েক পঞ্চৰাত্ৰতন্ত্ৰ-সম্বন্ধীয় গ্ৰন্থ প্ৰকাশ হৈছে। ওপৰত দিয়া সংখ্যা আৰু গ্ৰন্থ খ্ৰী° ১৯৪০ চনৰ আগতে দক্ষিণ ভাৰতৰ পৰা প্ৰকাশিত।

ওপৰত উল্লিখিত তথ্যসমূহৰ আধাৰত এনে সিদ্ধান্ত গ্ৰহণ কৰিব পাৰি যে —গুপ্ত যুগৰ পৰা কামৰূপত যি বৈষ্ণৱ প্ৰভাৱ পৰিছিল, সেই প্ৰভাৱ মূলতে পাঞ্চৰাত্ৰীয় আছিল। বিষ্ণুৰ মূৰ্তিবোৰৰ ভিতৰত অভয়মুদ্ৰাসহ যি কেইখন 'বাসুদেৱমূৰ্তি' আছে, সেইবোৰেও পাঞ্চৰাত্ৰীয় পূজা-উপাসনা প্ৰচলিত হোৱাৰে পৰিচয় দিয়ে। সম্ভৱতঃ কামৰূপৰ বাহিৰৰ পৰা অহা ব্ৰাহ্মণ-কায়স্থ প্ৰভৃতি বুদ্ধিজীৱী শ্ৰেণীৰ লোকে পশু-বলি নথকা সাত্ত্বিক পূজা আৰু সঙ্গীত প্ৰভৃতি সুকুমাৰ কলাৰ লগত সম্পৰ্ক ৰাখি অহা পঞ্চৰাত্ৰ মত নিজে মানি চলিছিল কিন্তু তেওঁলোকৰেই এভাগে স্থানীয় লোকধৰ্মৰ লগত সংগতি ৰাখিবৰ উদ্দেশ্যে কিছু পাৰমাণে এবা-ধৰাৰ মনোভাবো ল'ব লগীয়া হৈছিল। সেই বাবে একমাত্ৰ নাৰায়ণ বা বাসুদেৱৰ পূজা নকৰি লগতে শম্ভু আৰু গৌৰীক পূজো দিয়া ব্যৱস্থা কালিকা-পুৰাণত দিয়া হ'ল। নায়ক বাসুদেৱৰ লগত নায়িকা বিমলা আৰু বাসুদেৱৰ আঠজন যোগী ( বলভদ্ৰ কামদেৱ, অনিৰুদ্ধ, নাৰায়ণ, ব্ৰহ্মা, বিষ্ণু, নৰসিংহ, বৰাহ ) তথা আঠ-গৰাকী যোগিনীও ( উৎকৰ্ষিণী, জ্ঞেয়া, জ্ঞানা, ক্ৰিয়া, যোগা, প্ৰহ্বী, ঈশানী, অনুগ্ৰাহী ) উপাসনাৰ বস্তু হৈ পৰিল। ( কালিকাপুৰাণ অধ্যায় ৮০-দ্ৰঃ )। ভাগৱত পুৰাণৰ ( ১১।১৪ ) ধ্যানমূৰ্তিতকৈ ইয়াৰ ৰূপ বহুত পৃথক্ আৰু জটিল।

৭— এই পৰ্যন্ত আলোচনা প্ৰসংগত কালিকা পুৰাণৰ কথা বহু বাৰ উল্লেখ কৰা হৈছে যদিও কালিকাপুৰাণৰ স্বৰূপ সম্বন্ধে সুকীয়াকৈ বিচাৰ কৰাৰ প্ৰয়োজন আছে। কালিকাপুৰাণত তান্ত্ৰিক শাক্ত-শৈৱ সাধনাৰ ৰূপত স্থানীয় লোক-ধৰ্মক আত্মসাৎ কৰি লোৱা উপাদানেই বেছি যদিও এই পুৰাণৰ ৰচনাকাৰজন মূলতঃ বৈষ্ণৱ আদৰ্শৰ সমৰ্থক ব্যক্তি যেনহে লাগে। এই দৃষ্টিত তলত দিয়া কথা কেইটা বিচাৰ কৰি চাব লগীয়া।

ক। পুৰাণখনৰ আৰম্ভণি বিষ্ণুৰ বন্দনাৰে কৰা হৈছে আৰু বিষ্ণুত-মায়াৰ স্তুতিৰেই সমাপ্তও কৰা হৈছে।

খ) শিৱ আৰু বিভিন্ন ৰূপত শক্তিৰ উপাসনা-পদ্ধতি তথা তাৰ ফলাফলৰ বৰ্ণনাৰ লগতে তেওঁলোকৰ মাহাত্ম্যসূচক অনেক পৌৰাণিক কথা প্ৰাসংগিক ভাবে কালিকাপুৰাণত দিয়া হৈছে। এই দৃষ্টিত পুৰাণখনত শৈৱ আৰু শাক্ত উপাদানেই বেছি; কিন্তু এই সকলো ব্যৱস্থাকে বশিষ্ঠ মুনিৰ অভিশাপৰ ফল বুলি কৈছে। লগতে আগৰ বৈষ্ণৱ ভাৱাপন্ন কামৰূপত বিষ্ণুৰ আগমন হ'লেহে ম্লেচ্ছাচাৰ দূৰ হ'ব বুলি কৈ বৈষ্ণৱ আদৰ্শৰেই শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিছে ( অধ্যায় ৮১ )। ঘটকাসুৰক বধ কৰি নৰকে ৰাজত্ব কৰাৰ সময়ত বৈষ্ণৱ আদৰ্শৰেই প্ৰাধান্য আছিল। নৰকৰ

শাসনকালৰ শেষৰ ফালেহে বশিষ্ঠৰ অভিশাপৰ ফল স্বৰূপে ম্লেচ্ছাচাৰৰ প্ৰাদুৰ্ভাৱ হ'ল বোলা কথায়ো ভাৰতীয়কৰণ আৰু কৃষিপ্ৰধান সংস্কৃতিৰ প্ৰথম অৱস্থাত বৈদিক আদৰ্শৰ লগত জড়িত বৈষ্ণৱ আদৰ্শ প্ৰচাৰৰ ইংগিত দিয়ে। খ্ৰী০ ৯।১০ শতিকাত লোকধৰ্মক সামৰি ল'বলৈ যোৱা তান্ত্ৰিক সাধনমাৰ্গত বামাচাৰ প্ৰভৃতি অবৈদিক প্ৰভাৱ বৃদ্ধি পোৱা দেখি কৌশলেৰে সমালোচনা কৰি অভিশপ্ত অৱস্থা বুলি কৈছে। খ্ৰী০ ১২ শতিকামানৰ পৰা পুনৰ বৈষ্ণৱ প্ৰভাৱ বাঢ়ি অহালৈ চাই কালিকাপুৰাণৰ এই সমালোচনা ঐতিহাসিক ভাবে গুৰুত্বপূৰ্ণ বুলি ক'ব পাৰি। এই প্ৰসংগত মন কৰিব লগীয়া যে – কালিকা পুৰাণতকৈ পাচঁশ বছৰমানৰ পাছত কামৰূপতে ৰচিত শৈৱ-শাক্ত উপাসনা সম্বন্ধীয় আনখন তান্ত্ৰিক গ্ৰন্থ যোগিনীতন্ত্ৰৰ সাধনাত কালিকাপুৰাণতকৈ ভয়ানক আৰু বীভৎস ব্যৱস্থাৰ পৰিমাণ বহুত হ্ৰাস পালে।

**ইতিহাসৰ নামত ভ্ৰমঃ—**

১— কিছুমান অসম-বুৰঞ্জীত খ্ৰী০ ১ শতিকাৰ পৰা ৪ শতিকাৰ ভিতৰৰ সময় হোৱাৰ বুলি দেৱেশ্বৰ, ধৰ্মপাল, ৰামচন্দ্ৰ আৰু শংকলাদিৰ ৰজাৰ কথা কৈছে ; কিন্তু এওঁলোকক কি ভিত্তিত সেই সময়ৰ বুলি ধৰা হৈছে, তাৰ কাৰণ দৰ্শোৱা হোৱা নাই। বুৰঞ্জীত উল্লেখ কৰা মতে শূদ্ৰ জাতীয় ৰজা দেৱেশ্বৰে তেওঁৰ দিনত বাঢ়ি অহা বৌদ্ধপ্ৰভাৱক বাধা দি কামাখ্যা দেৱীৰ প্ৰভাৱ বঢ়াই শাক্তধৰ্মৰ উন্নিতৰ বাবে যত্ন কৰিছিল। মন কৰিব লগীয়া যে —অসমত কোনো কালেই বৌদ্ধপ্ৰভাৱ বেছি হোৱাৰ প্ৰমাণ নাই। ভাস্কৰবৰ্মাৰ সময়ত হিৱেনচাং আহিলেও সেই সময়ৰ কামৰূপত বৌদ্ধ প্ৰভাৱ অতি সামান্য। ৰজা নিজেই শৈৱ আছিল। শিলালেখ, তাম্ৰফলক আৰু মূৰ্তি প্ৰভৃতিতো বৌদ্ধ প্ৰভাৱৰ ইংগিত ১২ শতিকা পৰ্যন্ত পোৱা নাযায়। ১৩ শতিকাৰ ৰজা সমুদ্ৰপালৰ শিলালেখত মাত্ৰ যোগীহাটীৰ তান্ত্ৰিক বৌদ্ধ সত্ৰৰ উল্লেখ পোৱা হৈছে। মধ্য যুগৰ আন এটা পিতলৰ বুদ্ধ মূৰ্তি চাবুৱাত পোৱা গৈছে আৰু হয়গ্ৰীৱ মাধৱৰ লগত বৌদ্ধ প্ৰভাৱ জড়িত আছে বোলা হৈছে। খ্ৰী° ৮ শতিকাৰ বংগৰ পাল ৰজাসকলৰ বৌদ্ধ প্ৰভাৱো পোনপটীয়া বৌদ্ধ প্ৰভাৱ হৈ কামৰূপত পৰা যেন ধাৰণা নহয়। এনেস্থলত খ্ৰী০ ৪ শতিকা বা তাৰ আগতে কেনে ধৰণৰ বৌদ্ধপ্ৰভাৱ কামৰূপত পৰিছিল সেই কথা বুজা টান। আনহাতে কামাখ্যা দেৱীয়েও জনজাতিৰ আৱৰণ ভেদ কৰি পৌৰাণিক দেৱীৰ ৰূপ ৮।৯ শতিকাৰ আগতে পোৱা যেন ধাৰণা নহয়। খ্ৰী পূ° ২ শতিকামানতহে বৰ্তমান প্ৰচলিত ৰূপ লাভ কৰা মনুসংহিতাৰ ব্যৱস্থা মতে কোনো শূদ্ৰই দেৱেশ্বৰ

নাম ল'ব নোৱাৰে+। গতিকে দেৱেশ্বৰ পাছৰ যুগৰ কোনোবা সামন্ত হ'লেও গুপ্ত যুগৰেই হোৱাৰ সম্ভাৱনা কম।

২— ব্ৰাহ্মণ প্ৰভৃতি বুদ্ধিজীৱী শ্ৰেণীৰ লোক মাটি আনি নিজ ৰাজ্যত ভূমি আৰু বৃত্তি দি স্থাপন কৰা ব্ৰহ্মপাল নামৰ ৰজাজনো সম্ভৱত ১১-১২ শতিকাৰ (১০৯৫-১১২০) পালৰজা ধৰ্মপালেই আছিল।

কামৰূপ ৰাজ্যৰ পূবফালে ৰাজ্য শাসন কৰি থকা ৰামচন্দ্ৰ যদি আৰিমত্তৰ পিতাকজনেই হয়, তেনেহ'লে তেওঁৰ সময় ১৪ শতিকাৰ মাজভাগ পাবগৈ। আন এটা মতেৰে কামৰূপৰ পালবংশৰ শেষ ৰজা জয়পাল বা ধৰ্মপালৰ পুতেকেই (১১২০-৩৮) ৰামচন্দ্ৰ আছিল।

৩— 'ফুলকোঁৱৰ-মণিকোঁৱৰৰ গীত'ত 'শংকৰদেৱ' নামে পৰিচিত শংকলদেৱ বা শংকলাদিৱ ৰজাজন অসমীয়া ভাষা জন্ম হোৱাৰ আগতে থকা ৰজা যেন মনে নধৰে। খ্ৰী° ১৬ শতিকাৰ মুছলিম-ইতিহাস লেখক ফেৰিস্তাৰ বৰ্ণনা মতে শংকলাদিৱ পাৰস্যৰ উত্তৰে থকা তুৰাণ দেশীয় ৰজা আফ্ৰিচিয়াৰৰ সমকালীন। তিস্তা নদীৰ কাষৰ ঘোঁৰাঘাট নামে ঠাইত আফ্ৰিচিয়াৰ আৰু শংকলাদিৱৰ যুদ্ধ হৈছিল। সেই যুদ্ধত শংকলাদিব বন্দী হোৱা বুলিও কোৱা হৈছে। তদুপৰি উত্তৰ ভাৰতৰ 'মহাপৰাক্ৰমী ৰজা কেদাৰ ব্ৰাহ্মণ'ক শংকলাদিৱে পৰাস্ত কৰা কথাও এই প্ৰসংগতে উল্লেখযোগ্য। এই শংকলাদিৱেই গৌড়ৰ ৰাজধানী হৈ দুহেজাৰ বছৰ থকা লক্ষ্মণাৱতী নগৰ পাতিছিল বুলিও কৈছে +। এই প্ৰসংগত মন কৰিব লগীয়া যে ফেৰিস্তাই খ্ৰী° ১২ শতিকাৰ ঐতিহাসিক তথ্যকে শুদ্ধ ভাৱে দিব পৰা নাই *। তেনেস্থলত দুহেজাৰ বছৰ বংগৰ ৰাজধানী হৈ থকা লক্ষ্মণাৱতী

---

+ দ্ৰ° মনুসংহিতা ২।৩১ ; এই মতে ব্ৰাহ্মণৰ মংগলসূচক, ক্ষত্ৰিয়ৰ বলবাচক, বৈশ্যৰ ধনবাচক আৰু শূদ্ৰৰ হীনতাবাচক নামহে (শূদ্ৰস্য তু জুগুপ্সিতম্) হ'ব লাগে। গতিকে 'দাস সূচক' শব্দ বা নামেহে শূদ্ৰৰ বাবে ৰখাৰ বিধান টীকাকাৰ সকলেও দিছে। ব্ৰাহ্মণৰ বাবে শৰ্মা আৰু ক্ষত্ৰিয়ৰ বাবে 'বৰ্মা' উপাধিও এই ব্যৱস্থা মতে প্ৰচলিত। সম্ভৱতঃ বৰ্মণ-বংশী ৰজাসকলক ক্ষত্ৰিয় বুলি স্বীকাৰ কৰা হৈছিল।

+ দ্ৰঃ লক্ষ্মীনাথ বেজবৰুৱাৰ 'অসম সংগীত' কবিতা

* দ্ৰঃ জয়চন্দ্ৰ বিদ্যালংকাৰৰ 'ভাৰতীয় ইতিহাসকা উন্মীলন (পৃঃ ৩৪০-৪১) চুলতান মামুদে সোমনাথ আক্ৰমণ কৰিবলৈ যাওঁতে বাটতে আজমীঢ় লুট কৰা বুলি ফেৰিস্তাই লিখিছে ; কিন্তু আজমীঢ় নগৰৰ স্থাপন তাতকৈ ৭৫ বছৰ পাছতহে হৈছিল।

নগৰ শংকলাদিৱে নির্মাণ কৰোৱা বোলা কথাৰ সত্যত্র ক'ত ? ১৩ শতিকাৰ আৰম্ভণিতে তুর্ক-আক্রমণত লক্ষ্মণাৱতীৰ পতন হয়। ( খ্রীঃ ১২০২ চনত ) গণিকে তাৰ আগতে দুহেজাৰ বছৰ হ'ব লাগিলে খ্রীঃ পূঃ ৮০০ চনৰ মানতে লক্ষ্মণাৱতী নগৰ নির্মাণ কৰোৱা শংকলাদিৱ ৰজা থাকিব লাগিব। লগতে কেদাৰ ব্ৰাহ্মণ আৰু আফ্রিচিয়াৰো তেতিয়াৰে ব্যক্তি হ'ব লাগিব। কিন্তু ১৬ শতিকাৰ ফেৰিস্তাই কি তথ্যৰ আধাৰত নিজতকৈ ২৪০০ বছৰ আগৰ এই কথাবোৰ লিখিলে তাৰ বিচাৰ কৰা হৈছে জানো ? উত্তৰ ভাৰতৰ কেদাৰ ব্ৰাহ্মণৰ কথানো ক'ত আছে ? কামৰূপৰ ৰজা শংকলাদিৱৰ লগত যুদ্ধ কৰা আফ্রিচিয়াৰে তুৰাণৰ পৰা কামৰূপৰ সীমা পাবলৈ হ'লে সমগ্ৰ উত্তৰ ভাৰত জয় কৰি আহিব লাগিব। ভাৰতৰ বুৰঞ্জীত আৰু পৌৰাণিক সাহিত্যত এই কথাৰ উল্লেখ মাত্ৰও কিয় নাই ? এইবোৰ কথা বিচাৰ কৰি চালে আমাৰ মনত এনেকুৱা ধাৰণাহে হয় যে — শংকলাদেৱ বা শংকলাদিৱ হয়তো তুর্ক আক্রমণৰ সময়ত কামৰূপৰ পশ্চিম সীমাত থকা কোনোবা কৰতলীয়া ৰজা অথবা ডাঙৰ সামন্ত আছিল। তুর্কসেনাপতিৰ লগত হোৱা যুদ্ধত তেওঁ পৰাস্ত হোৱা কাহিনীকে পাছৰ যুদ্ধত কৱি-কল্পনাৰ পৰশে বা লোক-সাহিত্যই এনে বিচিত্র ৰূপ দিলে। সেয়ে যদি হয়, তেনেহ'লে ইয়াৰ সময় খ্রীঃ ১৩-১৪ শতিকাতকৈ আগ বাঢ়িব নোৱাৰে।

৪— শংকৰাচার্যৰ গুৰু কুমাৰিল ভট্টক কামৰূপৰ ব্যক্তি বোলা কথাও এনে ধৰণে সৃষ্টি কৰা কল্পনাৰ মায়াজাল যেনহে লাগে। কুমাৰিল ভট্ট আৰু শংকৰাচাৰ্যৰ ধর্মীয় পৰম্পৰা সম্পূর্ণ পৃথক্। কুমাৰিল কর্মকাণ্ডৰ সমর্থক পূর্বমীমাংসা দর্শনৰ অনুসৰণকাৰী ; কিন্তু শংকৰাচার্য জ্ঞানমার্গ আৰু অদ্বৈতবাদী বেদান্তমতৰ ব্যাখ্যাতা। আনহাতে কুমাৰিল ভট্টৰ দার্শনিক বিচাৰৰ প্ৰভাৱ কামৰূপ অঞ্চলত কেনে ধৰণে পৰিছিল তাৰ কোনো স্পষ্ট প্রমাণ নাই। তদুপৰি কুমাৰিল ভট্টৰ সময়ৰ ( খ্রীঃ ৭ শতিকাৰ শেষ আৰু ৮ শতিকাৰ আগভাগ ) কামৰূপত ৰচিত কোনো মীমাংসা দর্শন সম্বন্ধীয় গ্রন্থ আজিলৈকে পোৱা হোৱা নাই। 'জৈমিনি'ৰ পৰবর্তী শবৰস্বামী, কুমাৰিল ভট্ট, মণ্ডনমিশ্র প্রভৃতি মীমাংসা দর্শনৰ কোনো আচার্যই ৰচনা কৰা গ্রন্থৰ প্রচাৰ সামান্য ভাবে বাহিৰৰ পৰা অহা লোকৰ যোগেদি হ'লেও তাৰ ভিত্তিতেই কুমাৰিল ভট্টৰ জন্ম-স্থান আৰু কর্ম-স্থান ব্ৰহ্মপুত্ৰ উপত্যকা বুলি ধৰি ল'ব পৰা নাযায়। সেই বাবে সমাজত প্রচলিত হ'লেও এনেবোৰ কথাক আমি ঐতিহাসিক তথ্য বুলি গ্রহণ কৰিব নোৱাৰো।

ভাষা —বুদ্ধিজীৱী স্তৰৰ ধৰ্মৰ ক্ষেত্ৰত সংস্কৃত ভাষাৰ প্রয়োগ সমগ্র ভাৰতবর্ষতে আজিকালিও হৈ আছে আৰু বহুকাললৈকে হৈ থাকিবও ; কিন্তু পুৰোহিতৰ

প্ৰাধান্য থকা কিছুমান বিশেষ ধৰ্মীয় অনুষ্ঠানৰ বাহিৰে জনসাধাৰণে সক্ৰিয় অংশ গ্ৰহণ কৰিব পৰা ধৰ্মত সংস্কৃত ভাষাৰ গুৰুত্বটো প্ৰাদেশিক ভাষাসমূহৰ বিকাশৰ লগে লগেই হ্ৰাস পাই আহিছে। খ্ৰীঃ পৃঃ ৬-৭ শতিকা মানৰ পৰাই বুদ্ধিজীৱী-সকলৰ বাহিৰে সাধাৰণ লোকৰ মাজত সংস্কৃত অকথিত ভাষাৰ শ্ৰেণীলৈ আহিছিল। সেই বাবে বৌদ্ধ ধৰ্মৰ প্ৰচাৰ তৎকালীন লোক-ভাষা মাগধী প্ৰাকৃতৰ লিখিত ৰূপ পালি ভাষাত কৰা হৈছিল। উত্তৰ আৰু পশ্চিম ভাৰতৰ পৃথক্ পৃথক্ অঞ্চলত পৃথক্ পৃথক্ প্ৰাকৃত ভাষাৰ প্ৰচলন হ'লেও শৌৰসৌনী মহাৰাষ্ট্ৰী আৰু মাগধী প্ৰাকৃতৰেই প্ৰসাৰ বেছি। খ্ৰী° ৬-৭ শতিকা মানৰ পৰা খ্ৰী° ১১-১২ শতিকা মানলৈকে পৰিৱৰ্তিত ৰূপ গ্ৰহণ কৰা প্ৰাকৃত সমূহক অপভ্ৰংশ বোলা হয়। পাছত এই অপভ্ৰংশ প্ৰাকৃত ভাষাসমূহৰ পৰাই বৰ্তমান প্ৰচলিত প্ৰাদেশিক ভাষাসমূহৰ বিকাশ হয়। গতিকে ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰাচীন যুগটোৰ ভাষাৰ ইতিহাস প্ৰকৃততে অপভ্ৰংশ যুগৰ ভাষাৰ ইতিহাস বুলি ক'ব লাগিব।

অপভ্ৰংশ বুলিলে কি বুজায়, সেই সম্বন্ধেও কিছু বিচাৰ কৰাৰ প্ৰয়োজন আছে। 'অপভ্ৰংশ' শব্দটোত বিকৃত হোৱা আৰু মিশ্ৰণ ঘটাৰ ভাব লুকাই আছে। বৈদিক যুগতো 'অপভ্ৰংশ শব্দ' আছিল, সংস্কৃত আৰু প্ৰাকৃত ভাষাত সাহিত্য ৰচনা কৰা সময়তো অপভ্ৰংশ শব্দ সেই ভাষাৰ সাহিত্যিক ৰূপটোৰ বাহিৰত প্ৰচলিত আছিল ; কিন্তু সম্পূৰ্ণ ভাষাটোকে 'অপভ্ৰংশ ভাষা' বোলা বা অপভ্ৰংশ প্ৰাকৃত বোলা কথাটো কেৱল অপভ্ৰংশ শব্দতে সীমাবদ্ধ নহয়। এই অপভ্ৰংশ প্ৰাকৃত ভাষাবোৰ প্ৰাকৃতৰ বিকৃত ৰূপ হোৱাৰ লগতে আৰু দুই শ্ৰেণীৰ শব্দৰ মিশ্ৰণৰ দ্বাৰাও প্ৰভাৱিত হৈছিল। তাৰে এক শ্ৰেণীৰ শব্দ হ'ল স্থানীয় আৰ্যভিন্ন বা সংস্কৃত ভাষাৰ পৰম্পৰাৰ বাহিৰৰ শব্দ। আন শ্ৰেণীৰ শব্দ হ'ল প্ৰাকৃত শব্দৰ পৰিপূৰক ৰূপে ব্যৱহাৰ কৰিবলৈ লোৱা সংস্কৃত শব্দ। এতিয়া প্ৰশ্ন হয় যে খ্ৰী° ৬-৭ শতিকাৰ পৰা ১১-১২ শতিকা পৰ্যন্ত ব্ৰহ্মপুত্ৰ উপত্যকাত প্ৰচলিত প্ৰাকৃত আৰু অপভ্ৰংশৰ স্বৰূপটো কেনেকুৱা আছিল ? সি বিহাৰ আৰু বংগত চলিত অপভ্ৰংশৰে এটা দাতি-কাষৰীয়া ৰূপ আছিলনে, তাৰ এটা নিজা গাঁঠনি আছিল ?

তৎকালীন ব্ৰহ্মপুত্ৰ উপত্যকাৰ লিখিত আৰু কথিত কোনো ভাষাৰে উদাহৰণ আজি পাবলৈ নাই। তাম্ৰফলক আৰু শিলালেখ আদিত পোৱা ভাষা লোক-ভাষা নাছিল। গতিকে শাসক আৰু পুৰোহিত শ্ৰেণীৰ দৰে এক শ্ৰেণীৰ বুদ্ধিজীৱীৰ সাহিত্যিক ভাষা সংস্কৃতৰ প্ৰয়োগে সেই স্থান আৰু কালৰ জনভাষাৰ স্বৰূপটো বিচাৰি উলিওৱাত বাধা সৃষ্টি কৰিলে। তথাপি ভাৰতবৰ্ষৰ অন্যান্য

অঞ্চলৰ তৎকালীন লোকভাষাৰ বিষয়ে যিবোৰ উদাহৰণ পোৱা যায়, তাৰ লগত থকা সাদৃশ্য আৰু বৈসাদৃশ্যৰ ভিত্তিতে এটা কামৰূপীয় প্ৰাকৃত তথা অপভ্ৰংশৰ স্বৰূপ নিৰ্ণয়ৰ চেষ্টা কৰিব পাৰোঁ। এই ক্ষেত্ৰত আমাৰ ভাষাৰ প্ৰাচীন ৰূপটোৰ বিষয়ে আলোচনা কৰা লোকসকলে কেৱল চৰ্যাপদক লৈয়ে নানা জল্পনা-কল্পনা আৰু টনা-আজোৰা কৰি থকা দেখা যায়।

চৰ্যাপদসমূহ অপভ্ৰংশ যুগৰ ভাষাৰ উদাহৰণ হ'লেও চৰ্যাপদৰ ভাষাই সেই সময় হোৱাৰ কোন অঞ্চলৰ কথিত ভাষাৰ প্ৰতিনিধিত্ব কৰা মাৰ্জিত ৰূপটোৰ পৰিচয় দিছে, সেইটোও বিচাৰৰ বিষয়। বিহাৰী ( ভোজপুৰী, মৈথিলী, ছত্ৰীশগঢ়ী, মগহী ), ওড়িয়া, বাংলা আৰু অসমীয়া ভাষাৰ কিছুমান পূৰ্বলক্ষণ চৰ্যাপদসমূহত দেখিবলৈ পোৱা যায় বুলিয়েই চৰ্যাপদৰ ভাষাক মাগধী প্ৰাকৃত আৰু মাগধী অপভ্ৰংশৰ ভাষাক্ষেত্ৰত সীমাবদ্ধ কৰি অহা হৈছে ; কিন্তু চৰ্যাপদসমূহত শৌৰসেনী ভাষা ক্ষেত্ৰৰো কিছুমান লক্ষণ দেখা যায়। লিংগ অনুসৰি ক্ৰিয়া আৰু সম্বন্ধ পদৰ প্ৰত্যয় সুকীয়া হোৱাটো এতিয়াও শৌৰসেনী ভাষাক্ষেত্ৰ আৰু মহাৰাষ্ট্ৰী ভাষাক্ষেত্ৰত দেখা যায়। চৰ্যাপদতো ঠায়ে ঠায়ে এনেবোৰ লক্ষণ দৃষ্টি-গোচৰ হয়। এনে স্থলত চৰ্যাপদৰ ভাষাক কেৱল মাগধীক্ষেত্ৰৰ বুলি ধৰিব নোৱাৰি। চৰ্যাপদৰ লেখক সকলৰ জন্মস্থানৰ ভিত্তিত ভাষাৰ বিচাৰ কৰি চালেও এই ভাষা কোনো এঠাইৰ বিশুদ্ধ কথিত ভাষা বা তাৰ মাৰ্জিত ৰূপ যেন মনে নধৰে +। এওঁলোকৰ ভিতৰত সৰ্বাধিক ১৩ টা চৰ্যাপদৰ লেখক ( মুঠ চৰ্যাগীতৰ ½ - তকৈও বেছি ) কানূহপাদ কৰ্ণাটকৰ লোক, তেওঁৰ কৰ্ম-স্থান মগধ আৰু বংগ। ৮ টা চৰ্যাপদৰ লেখক ভুসুকপাদ নালন্দাৰ ( মগধৰ ) ব্যক্তি। ৪ টা চৰ্যাগীতৰ লেখক সৰহপাদ নালন্দাৰ আৰু ৩ টা চৰ্যাগীতৰ লেখক কুকুৰীপাদ কপিলাবাস্তুৰ বুলি জনা যায়। প্ৰতিজনেই দুটা দুটা চৰ্যাগীতৰ লেখক শবৰপাদ আৰু লুইপাদো মগধ অঞ্চলৰ ব্যক্তি। বাকী এটা এটা চৰ্যাগীতৰ ৰচয়িতাসকলৰ ভিতৰত তন্ত্ৰীপাদ উজ্জয়িনী অঞ্চলৰ আৰু ভাদেপাদ শ্ৰাৱস্তী ( অযোধ্যাৰ ওচৰৰ ) অঞ্চলৰ আছিল। বৌদ্ধ সিদ্ধ বাবে মগধৰ লগত এই সকলোৰে সম্বন্ধ আছিল*। সেইবাবে মগধ অঞ্চলৰ ভাষাৰ প্ৰভাৱ চৰ্যাপদত থকাটো স্বাভাৱিক। সময়ৰ ফালৰ পৰাও খ্ৰীº ৮ শতিকাৰ পৰা ১১ শতিকাৰ ভিতৰতেই চৰ্যাগীতসমূহৰ ৰচনা হৈছিল বুলি ধৰা হয়।

---

+ এই সম্পৰ্কে এই লেখকৰ প্ৰবন্ধ 'চৰ্যাপদৰ সমকালীন অসমীয়া ভাষা'ত কিছু বহলাই আলোচনা কৰা হৈছে। দ্ৰঃ অসম সাহিত্য-সভা পত্ৰিকা, অক্টোবৰ-নবেম্বৰ, ১৯৭৭ আৰু ডিচেম্বৰ ( ৭৭ ) জানুৱাৰী-ফেব্ৰুৱাৰী ১৯৭৮ সংখ্যা।

* মহাপণ্ডিত ৰাহুল সাংকৃত্যায়নৰ 'পুৰাতত্ত্ব নিবন্ধাৱলী' নামৰ পুথিৰ আধাৰত।

চৰ্যাগীতসমূহৰ ৰচয়িতাসকল সুকীয়া সুকীয়া ঠাইৰ লোক হ'লেও তেওঁলোকৰ কাৰ্যক্ষেত্ৰ আৰু আদৰ্শ একে হোৱা বাবে এটা উমৈহতীয়া ভাষাৰ প্ৰয়োগ হোৱাটো অস্বাভাৱিক নহয়; কিন্তু ৮ শতিকাৰপৰা ১১ শতিকালৈকে চাৰি শ বছৰ ধৰি একে ধৰণৰ ভাষা এটা লোক ভাষা ৰূপে ব্যৱহৃত হৈ থাকিব নোৱাৰে। আনহাতে কেৱল মগধ অঞ্চলৰ জনসাধাৰণৰ কাৰণেহে যদি চৰ্যাগীতৰ প্ৰয়োগ হয়, তেনে হ'লে তেওঁলোকৰ প্ৰচাৰ-ধৰ্মী উদ্দেশ্যই সিদ্ধি নহয়। এই সময় হোৱাত শংকৰাচাৰ্য আৰু গোৰক্ষনাথৰ ধৰ্মীয় সংস্কাৰে ক্ৰমে বুদ্ধিজীৱী আৰু সাধাৰণ সকলো শ্ৰেণীৰ লোকৰ মাজত যি আলোড়নৰ সৃষ্টি কৰিছিল, তাৰ সন্মুখীন হ'ব পৰাকৈ বৌদ্ধ সিদ্ধসকলে ৰচনা কৰা চৰ্যাগীত আৰু বজ্ৰগীতিকাৰ ভাষা সম্পূৰ্ণ আঞ্চলিক নহৈ কিছু বিস্তৃত ক্ষেত্ৰৰ বাবে উপযোগী সাহিত্যৰ স্তৰৰ হোৱাটোহে স্বাভাৱিক। তথাপি বজ্ৰগীতিকা আৰু চৰ্যাগীতৰ ভাষাৰ মাজত কিছু পাৰ্থক্য চকুত পৰে। এনেস্থলত বিশুদ্ধ মাগধী অপভ্ৰংশৰ লিখিত নিদৰ্শন পাবলৈ টান বুলিহে আমাৰ ধাৰণা হয়। বিদ্যাপতিৰ ( খ্ৰী° ১৩৮০-১৪৬০ ) কীৰ্তিলতা আৰু কীৰ্তিপতাকাৰ 'অবহট্ট' ভাষায়ো এনে অনুমানকেহে সমৰ্থন কৰে। তেওঁ মৈথিলী ভাষাত সুন্দৰ প্ৰৱাহমান পদ ৰচনা কৰিব পাৰিছিল যদিও পুৰণি পৰম্পৰা ৰক্ষা কৰি অপভ্ৰংশৰ অন্তিম স্তৰৰ প্ৰতিনিধিত্ব কৰা অবহট্ট ভাষাতো এই দুখন পুথি লিখিছিল। বিদ্যাপতিয়ে লিখা বাবেই তেওঁৰ সময়ত অবহট্টটো কথিত লোক-ভাষা আছিল বুলি ক'ব নোৱাৰি। +

সংস্কৃত আৰু প্ৰাকৃততকৈ অপভ্ৰংশ আৰু আধুনিক প্ৰাদেশিক ভাষাৰ বাক্য-গঠনৰ ৰীতি-পৰিবৰ্তন বা সৰলীকৰণৰ লগতে কিছুমান অঞ্চলত উচ্চাৰণৰ পৰিবৰ্তনো এটা মন কৰিব লগীয়া কথা। মাগধী অপভ্ৰংশত সংস্কৃত শব্দৰ উচ্চাৰণো সংস্কৃতৰ নিয়ম মতে হ্ৰস্ব-দীৰ্ঘৰ প্ৰতি চকু ৰাখি কৰা নহৈছিল যেন লাগে। বৰ্তমান অসমীয়া, বাংলা, ওড়িয়া প্ৰভৃতি ভাষাত এই লক্ষণ দেখা যায়। প্ৰাচীন অসমীয়া ভাষাত ৰচিত গ্ৰন্থসমূহৰ আগতে কামৰূপত কেনে ধৰণৰ অপভ্ৰংশৰ প্ৰচলন আছিল তাৰ বিচাৰ কৰিবলৈ হ'লে বাক্যগঠন-প্ৰণালী আৰু শব্দৰ লগতে বিভক্তি প্ৰভৃতি প্ৰত্যয়ৰ প্ৰয়োগৰ ফালেও চকু ৰাখিব লাগিব। এই সকলো দিশৰ প্ৰতি লক্ষ্য কৰিলে এনে ধাৰণা হয় যে—কামৰূপীয় অপভ্ৰংশ ভাষাত মাগধী লক্ষণৰ উপৰিও কিছু পৰিমাণে শৌৰসেনী অপভ্ৰংশৰ প্ৰভাৱ আছিল।

---

+ ড° সুকুমাৰ সেনৰ মতে চৰ্যাপদৰ ৰচনা ১৪ শতিকামানলৈকে হৈছিল আৰু সি এটা কল্পিত ভাষা আছিল। ভৌগোলিক আৰু ঐতিহাসিক উভয় দৃষ্টিতে ড° সেনৰ এই মত আমি মানি লবলৈ টান পাইছো।

চতুৰ্থ শতিকাৰ পৰা কামৰূপলৈ আহিবলৈ ধৰা লোকসকলৰ ভিতৰত বংগ আৰু বিহাৰৰ লোক সংখ্যা গৰিষ্ঠ হ'লেও শৌৰসেনী তথা মহাৰাষ্ট্ৰী প্ৰাকৃতৰ ভাষা-ক্ষেত্ৰৰ পৰাও যথেষ্ট লোক ব্ৰহ্মপুত্ৰ উপত্যকালৈ অহা কথা আমি আগতেই ধৰ্ম আৰু কলাৰ ক্ষেত্ৰত উল্লেখ কৰি আহিছোঁ। তদুপৰি বাণিজ্যিক আৰু ৰাজনৈতিক সম্পৰ্কও কিছু ঘটিছিল। বংগ আৰু বিহাৰ অঞ্চলত মাগধীপ্ৰাকৃতৰ যি পৰম্পৰা আগৰে পৰা চলি আহিছিল, সেই পৰম্পৰা ব্ৰহ্মপুত্ৰ উপত্যকাত নাছিল কাৰণেই ইয়াত গঢ় লৈ উঠা অপভ্ৰংশ ভাষাটোৰো গঠন বংগ, বিহাৰ আৰু ওৰিষ্যাত প্ৰচলিত অপভ্ৰংশ ভাষাতকৈ পৃথক্ হোৱাটো স্বাভাৱিক আছিল।

চৰ্যাপদ আৰু বজ্ৰগীতিকাৰ ভাষাত প্ৰাকৃতৰ লক্ষণ যি পৰিমাণে দেখা যায়, সিও খ্ৰী· ১৪।১৫ শতিকাৰ সাহিত্যিক লোক ভাষাৰ পৰা নিজৰ দূৰত্বৰ প্ৰমাণকে দাঙি ধৰে। ১৪।১৫ শতিকাৰ বিদ্যাপতি, কামৰূপৰ হেমসৰস্বতী, হৰিবৰ বিপ্ৰ আৰু মাধৱকন্দলিৰ ভাষাই প্ৰাকৃতৰ পৰাই নহয় অপভ্ৰংশৰ বুকুৰ পৰা নিজকৈ কেইবা শও বছৰৰ আগতেই আঁতৰাই অনাৰ পৰিচয় দিয়ে। এনে স্থলত চৰ্যাগীত আৰু পুৰণি অসমীয়া সাহিত্যৰ মাজত থকা ভাষাটোৰ স্বৰূপ কেনে হ'ব পাৰে সেইটোহে বিচাৰৰ বিষয় হৈ পৰে; কিন্তু এই বিচাৰৰ কাৰণে কেৱল মাগধী ভাষাক্ষেত্ৰৰ অপভ্ৰংশ ভাষাৰ অধ্যয়নেই যথেষ্ট নহয়। বিভক্তি প্ৰয়োগৰ ক্ষেত্ৰতো শৌৰসেনী অঞ্চলৰ ভাষাৰ লগত পুৰণি অসমীয়া ভাষাৰ কিছু মিল দেখা যায়। উদাহৰণ স্বৰূপে এই শ্ৰেণীৰ দুটামান প্ৰয়োগ তলত দিয়া হৈছে।

(ক) গোৰী সোবে সেজপৰ মুখপৰ ডাৰে কেস।
চল খুসৰূ ঘৰ অপনে ৰৈণ ভঈ চহুঁদেস ॥

অনুবাদ — "গোৰী শয্যাত শুইছে, মুখ চুলিৰে ঢাকি। খুসৰূ আপোন ঘৰলৈ যা, চাৰিও দিশে ৰাতি (আন্ধাৰ) হ'ল ॥" খ্ৰী° ১৩ শতিকাৰ অমীৰ খুসৰূৰ খড়ীবোলী হিন্দীৰ উদাহৰণ এই বাক্যটো আজিৰ অসমবাসীৰ বাবে বৰ কঠিন নহয়। খড়ী বোলী হিন্দী শৌৰসেনী অপভ্ৰংশৰেই প্ৰতিনিধিত্ব কৰা এটা ভাষা। ইয়াত সোবে > শোৱে ; কেস > কেশ, চল (পুৰণি অসমীয়াত 'যা' অৰ্থত প্ৰচলিত আছিল = যা ; ঘৰ অপনে > আপোন ঘৰ, নিজৰ ঘৰ ; ৰৈণ (ৰজনী, ৰঅনী, ৰইন) ; ভঈ > ভইল, হুইল, হ'ল ; চহু দেস > চৌ দিশ। মন কৰিব লগীয়া যে পুৰণি পুথিত 'শ' আৰু 'ষ' ৰ পৰিবৰ্তে 'স' ৰ প্ৰয়োগ বহু পৰিমাণে দেখা যায়।

(খ) শৌৰসেনী অপভ্ৰংশজাত গুজৰাতী ভাষাৰ লগত ১৪।১৫ শতিকা-পৰ্যন্ত পুৰণি অসমীয়া ভাষাৰ সাদৃশ্যলৈ চালে ১১।১২ শতিকাত তাৰ পাৰ্থক্য আৰু

কম থকা বুলি অনুমান হয়। নৰসীমেহতাৰ তলৰ উদ্ধৃতিৰ শব্দাৰ্থ মাত্ৰ দিয়া হৈছে। ভাৱানুবাদ দিয়া নহ'ল, তথাপি বুজিব পাৰিব।

বৈষ্ণৱ জন তো তেনে কহিয়ে, জো পীৰ পৰাঈ জাণে ৰে।
পৰ দুখে উপকাৰ কৰে তোয়, মন অভিমান ন আণে ৰে ॥

তো (অব্যয় শব্দ, অসমীয়াৰে সৈতে একে অৰ্থ), তেনে–তেওঁক; কহিয়ে=কহয়, কয়; জো=যি; পীৰ=পীড়া, দুখ-কষ্ট; তোয়=তথাপি, আণে=আনে।

(গ) খ্ৰী° ১২/১৩ শতিকামানৰ ৰাজস্থানী ভাষাৰ উদাহৰণ এটা তলত দিয়া হ'ল।

বাৰহ বৰিসলৈ কূকৰ জীঐ তেৰহলৈ জীঐ সিয়াৰ।
বৰিস অঠাৰহ ছত্ৰী জীঐ আগে জীৱনকে ধিক্কাৰ ॥

বাৰহ=বাৰ (১২; বৰিস=বৰিষ, বছৰ; কূকৰ=কুকুৰ, তেৰহ্=তেৰ (১৩); জীঐ=জীয়াই থাকে; লৈ=লৈকে (অসমীয়া চতুৰ্থী বিভক্তিৰ চিন), সিয়াৰ শিয়াল; ছত্ৰী= ক্ষত্ৰিয়; অঠাৰহ=ওঠৰ ১৮); আগে=আগলৈ, ততোধিক খ্ৰী ১১৭৩ চনত ৰচিত জগনিক কৱিৰ 'আল্‌হাখণ্ড'ৰ পৰা এই বাক্য দিয়া হৈছে।

(ঘ) খ্ৰী° ১৩/১৪ শতিকাৰ নামদেৱৰ এটা সৰু বাক্য তলত দিয়া হ'ল। 'শিংপিআচে কুলী জন্ম ঝালা (দৰ্জীৰ কুলত জন্ম দিলা)। ইয়াত 'শিংপিআ' দৰ্জী বাচক শব্দ, আৰু 'চে' টো সম্বন্ধ পদৰ বিভক্তি চিন; কুল বা জাতি বুজোৱা শব্দৰ লগত সপ্তমীৰ চিন 'ই' ৰ ঠাইত 'ঈ' (কুলী) হৈছে। 'ই' সংস্কৃত আৰু অসমীয়া দুয়োটা ভাষাতে সপ্তমী বিভক্তিত প্ৰয়োগ হয় (সদাই সচাঁ কথা ক'বা; লতাই লতাই ফুল ধৰিছে আদি)। ঝালা (দিলা) শব্দটোত অসমীয়াৰ দৰে অতীত কালৰ ক্ৰিয়া বিভক্তিৰ চিন 'লা' হৈছে। নামদেৱৰ সমকালীন মৰাঠী, বৰ্তমান মৰাঠী আৰু অসমীয়া অৰ্থৰ সাম্য বুজিবৰ কাৰণে তলত আৰু দুটামান শব্দ দিয়া হ'ল।

| নামদেৱৰ মৰাঠী, | আধুনিক মৰাঠী | পুৰণি অসমীয়া | আধুনিক অসমীয়া। |
|---|---|---|---|
| একল | একলী | একল/অকল | অকল (একমাত্ৰ) |
| বোধিলা | বেধলে | টানিলা | টানিলে |
| আনিলৈ | আনিলে | আনিলা | আনিলে |

| | | | |
|---|---|---|---|
| চালিলা | চাললা | চলিলা/চলিল | গ'ল/চলিল |
| অনুভৱলা। | অনুভৱিলা। | | অনুভৱ কৰিলে |
| সীকৰীলা | শিকৰিলা | শিকাইলা | শিকালে । |

(ঙ) খ্ৰী° ১০ শতিকাৰ পৰবৰ্তী আৰু ১৩/১৪ শতিকাৰ পূৰ্ববৰ্তী উত্তৰ, পশ্চিম আৰু পূব ভাৰতৰ মিশ্ৰিত লোক-ভাষাৰ এনে ধৰণৰ ভাল উদাহৰণ নাথপন্থী সাহিত্যত পোৱা যায়। এই বিলাক খ্ৰী° ১০/১১ শতিকাৰ ধৰ্মীয় নেতা গোৰখনাথৰ বাণী বুলি প্ৰচলিত হ'লেও পাছৰ যুগৰ ভাষাৰ প্ৰভাৱ তাত পৰিব পাৰে আৰু গোৰখ-নাথৰ নামত পাছৰ যুগৰ মানুহে পদ ৰচনা কৰি চলোৱাৰ সম্ভাৱনা অস্বীকাৰ কৰিব নোৱাৰি। তথাপি 'গোৰখবাণী'ত+ সংগৃহীত ভাষা যে ১৩।১৪ শতি-কাৰ আগৰ লোক-ভাষাৰহে মিশ্ৰিত ৰূপ সেই কথা সহজে অনুমান কৰিব পাৰি। এই সংকলনত থকা অধিকাংশ পুথি ৰাজস্থানৰ পৰা পোৱা হৈছে যদিও, তাৰ ভাষাত গুজৰাতী, মৰাঠী আৰু অসমীয়া ভাষাৰ স্বভাৱৰ লগতে ভাব-সাম্যও লক্ষ্য কৰিব লগীয়া *। সামগ্ৰিক ভাৱে এই ভাষাটোত বৰ্তমান খড়ী বোলী হিন্দীৰ পূৰ্ববৰ্তী ৰূপ শৌৰসেনী অপভ্ৰংশৰ প্ৰভাৱেই বেছি যেন লাগে। সৰ্বনাম আৰু বিভক্তি চিনৰ ক্ষেত্ৰত এনে বহুত লক্ষণেই দেখা যায়। উদাহৰণ তলত দিয়া হ'ল।

(১) অদেখি দেখিবা দেখি বিচাৰিবা
আদিসিটি ৰাখিবা চীয়া।
পাতালকী গংগা ব্ৰহ্মণ্ড চঢ়াইবা
তহাঁ বিমল জল পীয়া ॥ ২ ॥

(২) হসিবা খেলিবা ৰহিবা ৰংগ
কাম ক্ৰোধ ন কৰিবা সংগ।
হসিবা খেলিবা গাইবা গীত
দিঢ় কৰি ৰাখি আপনা চীত ॥ ৭ ॥

(৩) অৰধৈ জাতা উৰধে ধৰৈ
কাম দগধ জে জোগী কৰৈ।

---

+ ড° পীতাম্বৰদত্ত বড়থ্বালৰ দ্বাৰা সংগৃহীত আৰু সম্পাদিত গোৰখনাথৰ বাণী-সমূহৰ সংকলনটোৰ নাম 'গোৰখবাণী'।

* ভাৱসাম্যৰ উদাহৰণ পৰিশিষ্টত দিয়া হৈছে।

অজে অল্যাংগন কাটৈ মায়া
তাকো বিসনু পৰালৈ পায়া ॥ ১৭ ॥

(৪) অলষ লেষঁত, অদেষ দেষঁত
অবস পৰসতে দৰস জাণী।
সুনি গৰজত বাজত নাদ
অলেষ লেষত তে নিজ প্ৰাণী ॥ ৯১ ॥

(৫) আফু ষায় ভাংগি ভসকাৰৈ
তা মৈ অকালি কহী তৈ আৰৈ।
চঢ়তাং পিত্ত উৰতাং বাঈ
তাতৈ গোৰষ ভাংগি ন খাঈ। ২০৮ [সবদীৰ পদ]

(৬) কানূহী পাৱ ভেটীলা গুৰু বিদ্যানগ্ৰেসে।
তাথে মৈঁ পাইলা গুৰু তুমুহাৰা উপদেসৈ ॥ ১
এতে কছু কথীলা গুৰু সৰ্বৈ ভৈলা ভোলৈ।
সৰ্ব ৰস ষোঙ্গলা গুৰু বাঘনী চৈ ষোলৈ ॥ ২ × × পদ সংখ্যা ২ ॥

উদ্ধৃত পদসমূহত কিছুমান মন কৰিব লগীয়া কথা আছে। যেনে—(ক) 'ষ' বৰ্ণটো 'খ' ৰ পৰিবৰ্তে দিয়া হৈছে। অদেষি, দেষিবা, ৰাষিবা, ষেলিবা পষালৈ প্ৰভৃতিৰ অদেখি, দেখিবা, ৰাখিবা, খেলিবা, পখালৈ উচ্চাৰণ হ'ব। (খ) শ আৰু স উভয়ৰে ঠাইত কেৱল 'স' ব্যৱহাৰ হৈছে। (গ) বৰ্ণৰ উচ্চাৰণৰ ক্ষেত্ৰত মাত্ৰাৰ (হ্ৰস্ব-দীৰ্ঘ বিচাৰ) অনুশাসন ৰাখিব নোৱৰা হৈ অহা দেখা গৈছে; কিন্তু উচ্চাৰণ অনুসৰি মাত্ৰা ৰাখিবলৈ যোৱা বাবে আখৰ জোটনিৰ ৰূপ সলনি হৈছে। যেনে — কথিলা (কহিলা)>কথীলা; গুৰু>গুৰূ; বিষ্ণু> বিসনু; চিত্ত>চিত>চীত; (ঘ) শব্দ বিভক্তি হিন্দী, ক্ৰিয়া বিভক্তি অসমীয়া আৰু সৰ্বনাম হিন্দী একেটা বাক্যতে থকা (পাতলকী গংগাৰ 'কী' হিন্দী ষষ্ঠী বিভক্তিৰ চিন, দেখিবা, বিচাৰিবা, চঢ়াইবা অৰ্থাৎ তুলিবা আদিত 'বা' অসমীয়া ক্ৰিয়া বিভক্তিৰ চিন আৰু 'তাত' অৰ্থ বুজোৱা 'তহাঁ' হিন্দী সৰ্বনাম শব্দ) বিচিত্ৰ বাক্যগঠন প্ৰণালী ওপৰৰ (১) উদ্ধৃতিত মন কৰিব লগীয়া। এই দৰেই প্ৰতিটো উদ্ধৃতিৰ বিশ্লেষণ কৰিবলৈ গ'লে মূল বিষয়তকৈ প্ৰাসংগিক কথাৰ গুৰুত্ব বাঢ়ি যোৱাৰেই সম্ভাৱনা থকা হয় কাৰণে কেৱল ভাৱানুবাদ দি প্ৰসংগৰ সামৰণি মাৰিব খোজা হৈছে।

(১) নেদেখাজনক দেখিবা [নেদেখাজন = ব্ৰহ্ম]। দেখি বিচাৰ কৰিবা অৰ্থাৎ সেই বিষয়ে ভালকৈ চিন্তা কৰিবা আৰু সেই অদৃষ্ট জনক (ব্ৰহ্মক) চিত্তত ধৰি ৰাখিবা। পাতালৰ গংগাক [মণিপুৰ চক্ৰত থকা যোগিনীশক্তিক] ব্ৰহ্মৰন্ধ্ৰ বা সহস্ৰাৰ চক্ৰলৈ তুলিবা। তাতে যোগীয়ে ব্ৰহ্ম সাক্ষাৎকাৰৰ নিৰ্মল আনন্দ লাভ কৰে। তাকে বিমল জল পান কৰে বুলি কৈছে।

(২) হাঁহিবা, খেলিবা, আনন্দ মনেৰে থাকিবা ; কাম ক্ৰোধ আদি ৰিপুবোৰৰ পৰা দূৰত থাকিবা। হাঁহি, খেলি গীতো গাবা ; কিন্তু নিজৰ চিত্তক দৃঢ় কৰি ৰাখিবা।

৩) অধোগামী শুক্ৰক যি উৰ্ধগামী কৰে, যি যোগীয়ে কাম ভাৱক দগ্ধ কৰে, কামিনীৰ আলিংগন ত্যাগ কৰে আৰু মায়ামোহক খণ্ডন কৰে, বিষ্ণুৰও তেওঁৰ ভৰি ধুৱায় ( যি বিষ্ণুৰ পাদোদকৰ পৰা গংগাৰ উৎপত্তি হৈছিল, সেই বিষ্ণুৱেও ভৰি ধুৱায় — বোলাটোত পৱিত্ৰতাৰ ব্যঞ্জনা আছে। )

৪) যি জনে অদৃশ্যক (ব্ৰহ্মক) দেখে, অবৰ্ণনীয়ৰ (ব্ৰহ্মৰ ) বৰ্ণনা দিয়ে, স্পৰ্শৰ দৰে উপলব্ধি কৰে, অনাহত নাদৰ গৰ্জন শুনে, তেওঁ নিজৰ উপলব্ধিৰ ( স্বত:প্ৰমাণেৰে ) বলেৰেই অলক্ষ্য জনক লক্ষ্য কৰে বা জানে।

৫) যি আফু ( কানি ), ভাং আদি খায়, তাৰ জ্ঞান ক'ৰ পৰা হ'ব ? তাৰ পিত্ত আৰু বায়ু উধাব। সেই বাবে গোৰখনাথে ভাং নাখায়।

৬) বিদ্যানগৰৰ পৰা অহা কানুহপাক লগ পাইছিলোঁ। তেওঁৰপৰা মই তোমাৰ এই খবৰ পালোঁ ( গুৰু সম্বন্ধীয় খবৰ কাৰণে কানুহ পাই কোনো কথা উপদেশ বুলিছে। ) এই বিষয়ে যি জানিলোঁ ( মীননাথ কদলী ৰাজ্যৰ নাৰীৰ মোহত বন্দী হৈ থকা কথাটো ) তাৰ পৰা বুজিলোঁ যে এই সকলো ঘটনা ভ্ৰমৰ কাৰণে হৈছে। তুমি সকলো অমৃত ৰস বাঘিনীৰ ওচৰত হেৰুৱাইছা। ( কথাখিনি মীননাথক কদলীৰাজ্যৰ নাৰীৰ পৰা মুক্ত কৰিবলৈ গৈ গোৰখনাথে কোৱা )

প্ৰশাসক আৰু পুৰোহিতে ব্যৱহাৰ কৰা ভাষাটোৰ ক্ষেত্ৰ কোনো এটা কথিত লোক-ভাষাৰ অঞ্চলতে সীমাবদ্ধ নহ'বও পাৰে। ধৰ্ম আৰু ৰাজ্যৰ পৰিসৰ বৃদ্ধি হ'লে বহল পৰিসৰৰ সমাজ বা বিস্তৃত অঞ্চলৰ লোকৰ বাবে পুৰোহিত আৰু প্ৰশাসকে এটা এনেকুৱা ভাষা ব্যৱহাৰ কৰিবলৈ বিচাৰে যিটো ভাষাই যথা সম্ভৱ বহল ভূখণ্ডত বেছি দিনৰ কাৰণে প্ৰভাৱ বিস্তাৰ কৰিব পাৰে। এই ক্ষেত্ৰত জনসাধাৰণে বুজা-নুবুজা বা সুবিধা পোৱা, অসুবিধা পোৱা আদি কথাতকৈ শাসক

আৰু পুৰোহিতে নিজৰ সুবিধাৰ প্ৰতিহে লক্ষ্য ৰাখে। স্বাধীন ভাৰতীয় গণৰাজ্যত ইংৰাজী ভাষা আৰু পুৰোহিতপ্ৰধান স্মাৰ্ত বিধি-ব্যৱস্থাসমূহত সংস্কৃত ভাষাৰ ৰাজত্ব আজিও এই কাৰণেই চলি থাকিব পাৰিছে। গোৰখনাথৰ কৰ্মক্ষেত্ৰ সমগ্ৰ ভাৰতবৰ্ষ আছিল। সেই বাবে উত্তৰ পূব আৰু পশ্চিম ভাৰতৰ সকলো শ্ৰেণীৰ মানুহে সম্পূৰ্ণ ৰূপে বুজিবপৰা এটা ভাষাৰ অভাৱ উপলব্ধি কৰিছিল। এনে স্থলত কোনো অঞ্চল বিশেষৰ সকলো মানুহে বুজাতকৈ সামান্য ভাৱে হ'লেও সমগ্ৰ দেশৰে মানুহে বুজাৰ ওপৰত গুৰুত্ব দি তেওঁ এটা মিশ্ৰিত অপভ্ৰংশৰ ব্যৱহাৰ কৰিছিল। দক্ষিণ ভাৰতৰ দ্ৰাবিড়গোষ্ঠীৰ ভাষা এই শ্ৰেণীৰ অপভ্ৰংশৰ লগত খাপ খোৱা বিধৰ নাছিল যদিও, উত্তৰ ভাৰতৰ বিস্তৃত অঞ্চলৰ লগত সম্পৰ্ক ৰাখি আহিব লগীয়া হৈছিল কাৰণে দ্ৰাবিড় ভাষাগোষ্ঠীৰ লোকেও এনে এটা উত্তৰ ভাৰতীয় ভাষা শিকিছিল। বৰ্তমান হিন্দী ভাষাই যিদৰে এই উদ্দেশ্য সিদ্ধিৰ মাধ্যম স্বৰূপে কাম কৰিছে, মধ্যযুগতো তাৰ পূৰ্ববৰ্তীৰূপ 'গোসাঁঈ ভাষা'ই সেই কাম কৰিছিল। গো'শব্দ ইন্দ্ৰিয় অৰ্থতো ব্যৱহাৰ হয় বাবে, জিতেন্দ্ৰিয় যোগী সন্ন্যাসীসকলক গোস্বামী বা গোসাঁঈ বোলা হয়। দক্ষিণ ভাৰতৰ মঠ-মন্দিৰবোৰত ভাৰতীয় ( অঞ্চল বিশেষৰ নহয় ) অৰ্থত এই গোসাঁঈ ভাষাৰ প্ৰচলন সাধু-সন্ন্যাসীসকলৰ যোগেদিয়েই হৈ আহিছে।

বৌদ্ধচৰ্যাগীতৰ ভাষা আৰু নাথপন্থী সাহিত্যৰ ভাষা দুয়োটাই অপভ্ৰংশ ভাষাৰ দুটা পৃথক্ স্তৰত বিকশিত হোৱা ধৰ্মীয় সাহিত্যৰ ভাষা। চৰ্যাগীতৰ ভাষাতকৈ নাথ সাহিত্যৰ ভাষাটো জনসাধাৰণৰ বেছি ওচৰ সম্পৰ্কীয়। নাথসাহিত্যৰ ভাষাত পৃথক্ পৃথক্ অঞ্চলৰ অপভ্ৰংশৰ মিশ্ৰণ ঘটা যেন লাগে যদিও, এই মিশ্ৰণৰ মাজৰ পৰা বহু পৰিমাণে সেই সময়ৰ আঞ্চলিক বৈশিষ্ট্য বিচাৰি উলিওৱাৰ সম্ভাৱনা আছে। শংকৰদেৱৰ হাতত গঢ় লোৱা ব্ৰজাৱলীও এই শ্ৰেণীৰ লিখিত ভাষাহে, কোনো অঞ্চলত কথিত তৎকালীন লোক-ভাষা নহয়। সেই বাবে ব্ৰজাৱলী ভাষাৰ শব্দাৱলী আৰু প্ৰত্যয়সমূহৰ বিশ্লেষণ কৰিলে সুকীয়া সুকীয়া ভাষাৰ উপাদান দৃষ্টিগোচৰ হয়।

কামৰূপীয় প্ৰাকৃত আৰু অপভ্ৰংশত স্থানীয় লোক-ভাষাৰ, বিশেষকৈ কিৰাতজনগোষ্ঠীৰ পৃথক্ পৃথক্ অলিখিত ভাষাসমূহৰ শব্দাৱলী আৰু প্ৰত্যয় নিশ্চয় সোমাইছিল ; কিন্তু লিখিত ভাষাত কথিত ভাষাৰ পূৰ্ণাংগ ৰূপটো প্ৰকাশ নাপায়। তথাপি এইটো নিশ্চিত যে সেই সময়ৰে পৰা অপভ্ৰংশ ভাষাৰ বাক্যগঠন-প্ৰণালীক ভিত্তি কৰিয়েই ব্ৰহ্মপুত্ৰ উপত্যকাত এটা নতুন ভাষা গঢ় লৈ উঠিছিল।

ব্ৰহ্মপুত্ৰ উপত্যকাৰ বিভিন্ন ঠাইত সিচঁৰিত হৈ থকা ভাৰতৰ সুকীয়া সুকীয়া অঞ্চলৰ পৰা অহা লোকসকলে এই ভাষাৰেই নিজৰ সকলো কাম-কাজ চলাইছিল আৰু প্ৰশাসকসকলৰ লগত শাসিতসকলৰ ভাষাও ইতিমধ্যে সুকীয়া হৈ পৰিছিল। সেইবাবে তেওঁলোকৰ মাজত পাৰস্পৰিক যোগাযোগৰ কাৰণে এটা উমৈহতীয়া মাধ্যমৰ প্ৰয়োজন হৈছিল। এনে স্থলত তেওঁলোকেও ঘৰুৱা ব্যৱহাৰৰ বাহিৰে ধৰ্ম, শিল্প, ৰাজনীতি, প্ৰশাসন, বাণিজ্য প্ৰভৃতি বিভিন্ন ক্ষেত্ৰত এই নতুন ভাষাটোৰ প্ৰয়োগ কৰিবলৈ ধৰিছিল। এই দৰে সাম্প্ৰদায়িক বা গোষ্ঠীবদ্ধ ভাষাৰ প্ৰয়োগ আৰু বিকাশ ক্ৰমে হ্ৰাস পাই আহিছিল। তাৰ বিপৰীতে উত্তৰ আৰু পশ্চিমভাৰতৰ পৰা অহা মিশ্ৰিত অপভ্ৰংশ আৰু স্থানীয় সাম্প্ৰদায়িক ভাষাৰ মিলনত নতুনকৈ গঢ় লোৱা ভাষা বিকশিত আৰু জনপ্ৰিয় উঠিছিল। খ্ৰী° ১৪/১৫ শতিকাত কিৰাত গোষ্ঠীৰ বৰাহী ৰজাই এই নতুন ভাষাত ৰামায়ণ ৰচনা কৰোৱা কথাটোৱেও এই বিকাশ আৰু জনপ্ৰিয়তাৰে পৰিচয় দিয়ে। লগতে ৰামায়ণৰ বিষয়বস্তুৰ প্ৰতি দৰ্শোৱা সমাদৰে ভাৰতীয় সাহিত্য-সংস্কৃতি আৰু সমাজ-ব্যৱস্থাৰ প্ৰচাৰ কাৰ্যত তেওঁলোকৰ আন্তৰিক সহযোগিতাৰো পৰিচয় পোৱা যায়।

# মধ্যযুগ

**ক) ৰাজনৈতিক আৰু সামাজিক পৰিবৰ্তন :**

ৰাজতন্ত্ৰী শাসন-ব্যৱস্থাত সামাজিক বিকাশৰ বাবে প্ৰয়োজনীয় বহুত উপাদানেই ৰজাৰ ইচ্ছা বা আদৰ্শৰ ওপৰত নিৰ্ভৰ কৰে। ব্ৰহ্মপুত্ৰ উপত্যকাৰ মধ্যযুগৰ বুৰঞ্জী সম্বন্ধে বিচাৰ কৰিব লগীয়া হ'লেও, সেইবাবে প্ৰথমতে ৰাজনৈতিক পৰিবৰ্তনৰ চিত্ৰ এটা সমুখত ৰাখি লোৱাৰ প্ৰয়োজন হয়। খ্ৰীঃ ১২ শতিকাৰ পৰাই ব্ৰহ্মপুত্ৰ উপত্যকাৰ ৰাজনীতিত ব্ৰাহ্মণ আৰু কায়স্থৰ প্ৰভাৱ ক্ৰমে বাঢ়ি আহিবলৈ ধৰিছিল ; কিন্তু খ্ৰী° ১৩ শতিকাত ব্ৰহ্মপুত্ৰ উপত্যকাৰ ৰাজনীতি পূব আৰু পশ্চিম দুয়ো দিশৰ পৰাই অভাৰতীয় ৰাজনীতিৰ সম্পৰ্কলৈ যাব লগীয়া হৈছিল। গতিকে ৪ শতিকাৰ পৰা ১২ শতিকালৈকে ক্ৰমে ভাৰতীয় প্ৰভাৱ বাঢ়ি গৈ সম্পূৰ্ণৰূপে ভাৰতীয় হৈ উঠিবলৈ নৌ পাওঁতেই অৰ্থাৎ অঞ্চলটোৱে সাংস্কৃতিক স্থিৰতা লাভ কৰাৰ আগতেই এটা নতুন বিপৰ্যয়ৰ সমুখীন হৈ আত্মবিকাশৰ বাবে কেনে ব্যৱস্থা গ্ৰহণ কৰিব লগীয়া হৈছিল, সেইটোৱেই এই ক্ষেত্ৰত আমাৰ আলোচনাৰ বিষয়।

**ব্ৰাহ্মণ আৰু কায়স্থৰ ৰাজত্ব :**—১২ শতিকাৰ মাজ ভাগত (১১৩৮ খ্ৰী°) কামৰূপীয় পালবংশৰ ৰজা জয়পালৰ পৰা তেওঁৰ ব্ৰাহ্মণ মন্ত্ৰী আৰু সেনাপতি বৈদ্যদেৱে ৰাজ্য কাঢ়ি লৈছিল। বৈদ্যদেৱে ৭ বছৰ ৰাজ্য শাসন কৰিছিল। এওঁৰ দিনৰ তামৰ ফলি পোৱা গৈছে আৰু উত্তৰ কামৰূপত এওঁৰ দিনৰ 'বৈদ্যগড়' এতিয়াও আছে। ১৪ শতিকাৰ প্ৰথম ভাগতে ৰজা সিংহধ্বজৰ কায়স্থ মন্ত্ৰী প্ৰতাপধ্বজেও ৰজাক বধ কৰি সিংহাসন অধিকাৰ কৰিছিল। এই প্ৰতাপধ্বজৰ পুত্ৰ দুৰ্লভনাৰায়ণে (১৩৩০–৫০) গৌড়েশ্বৰ ধৰ্মনাৰায়ণৰপৰা ৭ ঘৰ ব্ৰাহ্মণ আৰু ৭ ঘৰ কায়স্থ নিজৰ ৰাজ্যলৈ খুজি আনিছিল। এই ব্ৰাহ্মণ কায়স্থসকল কনৌজ ৰাজ্যৰ সম্ভ্ৰান্ত বংশৰ লোক আছিল। কনৌজৰ পৰা গৌড় আৰু গৌড়ৰ পৰা কমতা ৰাজ্যলৈ অহা এই সাতঘৰ কায়স্থৰ ভিতৰতে শংকৰদেৱৰ পূৰ্বপুৰুষ চণ্ডীবৰো এজন আছিল। শংকৰদেৱৰ সময়ৰ পুৰোহিত, বাল্যবন্ধু আৰু ধৰ্মপ্ৰচাৰৰ ক্ষেত্ৰতো সহযোগী 'ৰামৰামগুৰু'ৰ পূৰ্বপুৰুষ কৃষ্ণপণ্ডিতো সেই সাতঘৰ ব্ৰাহ্মণৰ ভিতৰৰে এজন আছিল। কায়স্থসকলক ভূঞা বা ভূস্বামী পাতি ৰজাই ৰাজ্যৰ সীমান্ত অঞ্চলত প্ৰশাসনীয়

আৰু প্ৰতিৰক্ষাৰ দায়িত্ব দি ৰাখিছিল। মন কৰিব লগীয়া যে চণ্ডীবৰৰ সময়ৰে পৰা শংকৰদেৱলৈকে পাঁচ পুৰুষ ধৰি একেঘৰতে শিৰোমণি ভূঞাৰ দায়িত্ব পালন কৰা হৈছিল §।

গৌড়েশ্বৰ (গৌড়ৰ ৰজা) ধৰ্মনাৰায়ণক প্ৰতাপধ্বজৰ ভতিজাক বুলি জনা যায়। ধৰ্মনাৰায়ণৰ পুতেক তাম্ৰধ্বজ আৰু তাম্ৰধ্বজৰ পুতেক গজাংক বা আৰিমত্ত (১৩৬৫-১৩৮৫) দুৰ্ল্ভনাৰায়ণৰ পুতেক ইন্দ্ৰনাৰায়ণৰ পাছত কমতা ৰাজ্যৰো ৰজা হয়। কামৰূপ ৰাজ্যৰ পূৰ্বাঞ্চলত থাকি কমতাৰাজ্যৰ অধীনতা অস্বীকাৰ কৰা ভূঞা-সকলক তেওঁ দমন কৰিছিল; কিন্তু আৰিমত্তৰ পাছৰ তৃতীয়জন ৰজা মৃগাংক নিঃসন্তান হৈ মৰিলত কামৰূপৰ কোনোবা এজন প্ৰতাপী ভূঞাই কমতা ৰাজ্যত খান বংশৰ শাসন চলায়। দুৰ্লভনাৰায়ণৰ সময়ত অহা সাতঘৰ কায়স্থৰ বাহিৰেও ব্ৰহ্মপুত্ৰ উপত্যকাৰ উজনি-নামনি উভয় খণ্ডতে আৰু ভালেখিনি কায়স্থ ভূঞা আছিল। আৰিমত্ত আৰু তেওঁৰ পুতেক ৰত্নসিংহৰ দিনতো ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে উজনি অসমত কায়স্থ শাসক নিযুক্ত কৰা হৈছিল। আৰিমত্তৰ বংশ দুৰ্বল বা লুপ্ত হোৱাৰ পাছত এনেদৰে শাসন কাৰ্য চলাই থকা সমুদ্ৰ ভূঞাৰ পৰম্পৰাতো পাছলৈ বহুত ভূঞাৰ সৃষ্টি হয়। কিন্তু খান বংশৰ ভূঞা এওঁলোকতকৈ পৃথক্ বংশৰ লোক। শংকৰদেৱৰ সময়তো বুঢ়াখাঁ, কেতাইখাঁ প্ৰভৃতি জনদিয়েক খাঁ-কায়স্থ থকাৰ উল্লেখ গুৰুচৰিতত পোৱা যায়। এই খাঁ বা খান উপাধিটো তুৰ্ক-সকলৰ পৰাহে কায়স্থ-সমাজলৈ আহিছিল। তুৰ্কসকলৰ মাজত এই খান বা খাঁ এটা সন্মানসূচক উপাধি। সম্ভৱতঃ পূব ভাৰতত তুৰ্কশাসন আৰম্ভ হোৱা সময়ত তেওঁলোকক সহায় কৰিবৰ কাৰণে নিযুক্ত কৰা কায়স্থসকলে এই খাঁ উপাধি পাইছিল। আৰু সেই দৰে প্ৰশাসনীয় দক্ষতা থকা কোনোবা এজন কায়স্থ খাঁই কমতা ৰাজ্যত খাঁ বংশৰ শাসন প্ৰতিষ্ঠা কৰিছিল। গতিকে অনুমান হয় যে ইছলামধৰ্মী আৰু বিদেশী তুৰ্কশাসকসকলৰ লগত সম্পৰ্ক ৰাখি চলিব জনা সেই কায়স্থ ভূঞাসকলৰ তৎকালীন সমাজ, ৰাজনীতি আৰু ধৰ্মৰ ক্ষেত্ৰত ব্ৰাহ্মণ প্ৰভৃতি অন্যান্য বুদ্ধিজীৱী শ্ৰেণীৰ লোকতকৈ অভিজ্ঞতা, উদাৰতা আৰু দূৰদৰ্শিতা বেছি আছিল। ১৪৪০ খ্ৰী° ত আৰম্ভ হোৱা খাঁ বংশৰ শাসন ১৪৯৮ খ্ৰী°ত লোপ পায়।

---

§ শংকৰদেৱৰ পিতৃ কুসুম্বৰৰ মৃত্যুকালত শংকৰদেৱ নাবালক কাৰণে কুসুম্বৰৰ খুৰাক জয়ন্ত দলৈয়ে (দলপতিয়ে) শিৰোমণি ভূঞাৰ দায়িত্ব পালন কৰি আছিল। শংকৰদেৱ সাবালক হৈ শিক্ষা লাভ কৰাৰ পাছত 'শিৰোমণি ভূঞা' বাব তেওঁক পৈতৃক পৰম্পৰা মতে দিয়া হৈছিল; কিন্তু তীৰ্থলৈ যোৱাৰ আগতে শংকৰদেৱে এই বাব পুনৰ জয়ন্ত আৰু মাধৱ দলৈক অৰ্পণ কৰিলে।

এই বংশৰ প্ৰথমজন ৰজা নীলধ্বজৰ দিনত মিথিলাৰ পৰা ( উত্তৰ বিহাৰৰ পৰা ) বহুত ব্ৰাহ্মণ পণ্ডিত নিজ ৰাজ্যলৈ অনা হৈছিল । দ্বিতীয়জন ৰজা চক্ৰধ্বজে ( ১৪৬০–৮০ ) কমতাপুৰত কমতেশ্বৰীৰ মন্দিৰ সজাইছিল । তৃতীয় আৰু অন্তিম ৰজা নীলাম্বৰ পৰাক্ৰমী আছিল যদিও, তুৰ্ক হুচেইন চাহৰ আক্ৰমণত এই কমতাৰাজ্যৰ পতন ঘটিছিল । এই হুচেইন চাহৰ আক্ৰমণৰ সময়ত আহি ইয়াতে থাকি যোৱা মুছলমানসকলৰ ভিতৰতে গিয়াচুদ্দিন আউলিয়া নামৰ এজন সাধু আছিল । এই সাধু-জনে হাজোত সজোৱা মছজিদৰ ভিত্তিতে পোৱা মক্কা গঢ় লৈ উঠিল । ইফালে হাজোৰ পুৰণি বৌদ্ধমন্দিৰটো হয়গ্ৰীৱ মাধৱ মন্দিৰলৈ সেই সময়তেই ৰূপান্তৰিত হ'ল । সম্ভৱতঃ ইছলাম ধৰ্মৰ লগত সমানে সুৰ মিলাই আগবাঢ়ি যাব পৰা শক্তি বৌদ্ধ ধৰ্মৰ সেই পৰ্যন্ত অৱশিষ্ট নাছিল । বিশেষকৈ ব্ৰহ্মপুত্ৰ উপত্যকাত বৌদ্ধ প্ৰভাৱ কম-বেছি পৰিমাণে সমাজ-সংস্কৃতি আৰু ধৰ্মৰ নামত আওপকীয়াকৈ বহু কাল ধৰি আছিল যদিও, দৃঢ়সংগঠন নাছিল । গতিকে সময়ৰ লগত খোজ মিলাই আত্ম-ৰক্ষাৰ কাৰণে বিষ্ণুৰ অৱতাৰ বুদ্ধ বিষ্ণুৰ অৱতাৰ হয়গ্ৰীৱলৈ ৰূপান্তৰিত হ'ল ।

ব্ৰহ্মপুত্ৰ উপত্যকাৰ পশ্চিম অংশত কমতাৰাজ্য চলি থকা সময়ত উত্তৰ-পূব অংশত চুতীয়া ৰাজ্য আছিল ( খ্ৰীঃ ১২/১৩ শতিকাৰপৰা ১৬ শতি-কাৰ আগভাগলৈকে । ) দক্ষিণ-পূব অংশত ১৩ শতিকাৰ মাজ ভাগৰে পৰা আহোম-শাসন দৃঢ় হৈ আহিছিল । আহোম ৰাজ্যৰ পশ্চিমে দিখৌ নৈৰ পৰা কপিলী নৈৰ উপত্যকালৈকে ব্ৰহ্মপুত্ৰৰ দক্ষিণৰ অংশটো কছাৰী বা ডিমাচা সকলৰ ৰাজ্যৰ ভিতৰত আছিল । ১৬ শতিকাতহে আহোমৰাজ্য ধনশিৰী নৈলৈকে বিস্তৃত হৈছিল । গতিকে কপিলীৰ উপনৈ যমুনাৰ ওচৰত বা তাৰ আশে পাশে থকা পুৰণি ভাস্কৰ্য আৰু সেই সম্পৰ্কত প্ৰচলিত কাহিনীসমূহ পৌৰাণিক আৰু তান্ত্ৰিক ধৰ্মৰ দ্বাৰা প্ৰভাৱিত কছাৰী সকলৰ বা জয়ন্তীয়া নামে পৰিচিত অন্য জনগোষ্ঠীৰ ৰজাসকলৰ লগত জড়িত আছিল । ১৪ শতিকাৰ বৰাহী ৰাজ্যখনো এই অঞ্চলতে আছিল । মাধৱকন্দলিৰ পৃষ্ঠপোষক বৰাহী ৰজাজন এই অঞ্চলৰহে হোৱা সম্ভৱ, উজনিৰ মৰাণসকলৰ ওচৰত থকা বৰাহী ৰাজ্যৰ হ'ব নোৱাৰে । কিয়নো খ্ৰী° ১৩ শতিকাৰ ভিতৰতেই দিখৌনৈৰ পূবৰ অঞ্চলত থকা বৰাহী ৰাজ্য আহোম ৰাজ্যৰ বুকুত সোমাই পৰিছিল । আনহাতে ১৪ শতিকাৰ মাধৱ-কন্দলিৰ পৃষ্ঠপোষক বৰাহী ৰজাজনৰ পাছৰ বৰাহী ৰাজ্যখনো সম্ভৱতঃ কছাৰী ৰাজ্যৰ লগত মিলি গৈছিল । ভূঞাসকল কমতা ৰাজ্যৰ অন্তৰ্গত আৰু কছাৰী ৰাজ্যৰ সীমান্ত অঞ্চলত আছিল । কমতা ৰাজ্যৰ ভিতৰত হ'লেও ৰাজধানী নগৰ কমতাপুৰৰ পৰা ( বৰ্তমান উত্তৰ বংগত ) ব্ৰহ্মপুত্ৰ উপত্যকাৰ মাজভাগত থকা

ভূঞাসকলৰ কৰ্মক্ষেত্ৰ যথেষ্ট দূৰত আছিল। গতিকে বহুত সময়ত তেওঁলোকে এই সীমামূৰীয়া অঞ্চলত স্বতন্ত্ৰ শাসকৰ দৰেই কাম কৰিব লগীয়াও হৈছিল। কেতিয়াবা হয়তো স্বাধীন বুলি ঘোষণাও কৰিছিল। ১৬ শতিকাৰ প্ৰথম দুটা দশকৰ ভিতৰত ১০-১৫ বছৰ এইদৰে স্বাধীন হৈ শাসন কৰি থকা ভূঞা-সকলক কোচ ৰজা বিশ্বসিংহই আকৌ নিজৰ তলতীয়া কৰিছিল।

ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে (বিশেষকৈ বৰ্তমান লক্ষীমপুৰ জিলাত) থকা ভূঞাসকল আৰিমত্ত ৰজাৰ মন্ত্ৰী সমুদ্ৰৰ বংশধৰ বুলি পৰিচিত। আৰিমত্তৰ পুতেক ৰত্নসিংহৰ পিছত সমুদ্ৰই চুতীয়া, কছাৰী আৰু কমতা ৰাজ্যৰ মাজৰ এটা অংশত স্বাধীন ভাবে ৰাজ্য শাসন কৰা কথা বুৰঞ্জীত পোৱা যায়। সমুদ্ৰৰ পাছত পুতেক মনোহৰ ৰজা হয়। মনোহৰ অপুত্ৰক আছিল যদিও জীয়েক লক্ষীয়ে মনোহৰৰ পাছত ৰাজ্য শাসন কৰিছিল। লক্ষীক আৰিমত্ত বংশৰ সূৰ্য্যই বিয়া কৰাইছিল। তেওঁলোকৰ পুত্ৰ শান্তনু শাক্ত আৰু সামন্ত বৈষ্ণৱ আছিল বুলি কথিত আছে। এওঁলোকি দুজনৰ প্ৰত্যেকৰে বাৰজনকৈ পুত্ৰ বাৰভূঞা নামে পাছত জনাজাত হয়। মুঠ কথা এয়ে যে—ব্ৰহ্মপুত্ৰৰ উত্তৰ আৰু দক্ষিণ দুয়োপাৰে সবল সামন্ত স্বৰূপ ভূঞাসকলে (১৪-১৫) শতিকাত কেতিয়াবা কোনোবা ৰজাৰ অধীনত আৰু কেতিয়াবা স্বতন্ত্ৰভাবে ৰাজ্য শাসন কৰি আছিল। এওঁলোকৰ ৰাজ্যৰ উত্তৰ ফালে ভোট, দফলা প্ৰভৃতি পৰ্বতীয়া জাতিৰ লোকৰ উপদ্ৰৱ মাজে সময়ে হৈছিল। পূব ফালে চুতীয়া আৰু আহোমসকলৰ ৰাজ্য গাতে লাগি থকা বাবে তেওঁলোকৰ লগতো যুদ্ধ-বাগৰত লিপ্ত হ'বলগীয়া হৈছিল। দক্ষিণত কছাৰী ৰজাৰ লগতো একেধৰণেই সম্পৰ্ক ৰাখিব লগীয়াত পৰিছিল। পশ্চিমৰ কমতা ৰাজ্যৰ ক্ষেত্ৰত ভূঞাসকল মূলতঃ সামন্ত শাসক আৰু সীমা ৰখীয়া আছিল +।

আহোম আৰু কোচৰাজ্যঃ চুহুংমুং বা দিহিঙীয়া ৰজাৰ দিনত (১৪৯৭-১৫৩৯) লক্ষীমপুৰৰ পৰা বৰনদী পৰ্যন্ত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে থকা ভূঞাসকলক আহোম শাসনৰ অধীনলৈ আনি কিছুমানক দক্ষিণপাৰে বৰদোৱাত থাকিবলৈ দিলে। এইদৰে ভূঞাসকলৰ ৰাজনৈতিক গুৰুত্ব ক্ৰমে লোপ পাই আহিল; কিন্তু আহোম ৰাজসভাত তেওঁলোকৰ দুই চাৰিটা আহিয়ে ঠাই পালে।

আহোমসকল পূব এচিয়াৰ পৰা অহা মংগোল গোষ্ঠীৰ লোক। তথাপি ব্ৰহ্মপুত্ৰ উপত্যকাত আগৰে পৰা বসতি কৰি থকা কিৰাত গোষ্ঠীৰ বা তিৱত

---

+ এই সম্পৰ্কীয় বুৰঞ্জীৰ কথাবোৰ বিশেষ ভাবে ড° লক্ষীদেৱীৰ 'অসম দেশৰ বুৰঞ্জী' নামৰ কিতাপৰ পৰা লোৱা হৈছে।

বর্মীয় লোকসকল আৰু আহোমসকলৰ মাজত ধৰ্ম, সংস্কৃতি আৰু ৰাজনীতিৰ মিল বৰ বেছি নাছিল। গতিকে আহোমসকলে বিজেতা স্বৰূপে নিজৰ ৰক্ষা কৰাৰ লগতে স্থানীয় সমাজ-ব্যৱস্থা আৰু ভাষাৰ সম্পৰ্কলৈ যাব লগীয়া হৈছিল। এনে সমাজ-ব্যৱস্থা আৰু ভাষাও দুই শ্ৰেণীৰ আছিল। এটা শ্ৰেণীৰ ভাষা আৰু সমাজ সম্পূৰ্ণ থলুৱা তথা আপেক্ষিক সংকীৰ্ণ পৰিসৰৰ আছিল। আনটো ভাৰতীয়-কৰণৰ যোগেদি নতুনকৈ গঢ় লোৱা সম্পূৰ্ণ ব্ৰহ্মপুত্ৰ উপত্যকাৰ বিভিন্ন গোট-বোৰক সামৰি লোৱা কিছু বহল পৰিসৰৰ। খ্ৰীঃ ১৬ শতিকাত পশ্চিমৰ পৰা অহা তুৰ্ক আৰু মোগলৰ লগতো সম্পৰ্ক ঘটিল। এইদৰে ৰাজ্য বিস্তাৰৰ লগে লগে আহোমসকলৰ সামাজিক-সাংস্কৃতিক জীৱনৰ ক্ষেত্ৰখনো লাহে লাহে বিস্তৃত হৈ যাবলৈ ধৰিছিল।

তিনিচুকীয়া, চাবুৱা আৰু ডিব্ৰুগড়ৰ কিছু পশ্চিমৰ লবুৱা অঞ্চলত বাদে ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে পৰশুৰাম কুণ্ডৰ পৰা দিচাংনদী পৰ্যন্ত ব্ৰহ্মপুত্ৰ উপত্যকাৰ দক্ষিণ পূব অংশটোত ভাৰতীয়কৰণৰ প্ৰভাৱ বাকী অঞ্চলতকৈ সম্ভৱতঃ কম আছিল। সেই বাবে এই অঞ্চলটোত প্ৰাক্ আহোম যুগৰ ভাস্কৰ্য আৰু পৌৰাণিক কথাবস্তুৰ লগত সম্বন্ধিত ঠাইৰ উল্লেখ পোৱা নাযায়। এনে স্থলত ভাৰতীয় সমাজ-ব্যৱস্থাৰ সম্পৰ্কলৈ নোযোৱাকৈ থকাৰ সুবিধা আহোমসকলে দুশ-ডেৰশ বছৰ মানলৈকে পাই আছিল। বামুণীকোঁৱৰ নামে পৰিচিত চুডাংফা স্বৰ্গদেৱৰ দিনৰ পৰাহে ( খ্ৰীঃ ১৩৯৭-১৪০৭ ) আহোম শাসন আৰু সমাজ-ব্যৱস্থাত ভাৰতীয় আহিৰ প্ৰভাৱ পৰিবলৈ ধৰিছিল। ব্ৰহ্মপুত্ৰ উপত্যকাত নৱবৈষ্ণৱ আন্দোলনৰ আগতে শংকৰাচাৰ্যৰ স্মাৰ্ত মতৰ হিন্দুধৰ্মৰেই প্ৰচলন আছিল। আনহাতে স্বৰ্গদেউ চুডাংফাৰ পৰামৰ্শদাতা ব্ৰাহ্মণজনো উত্তৰ ভাৰতৰ পৰা ১৪ শতিকাৰ আগতে অহা কোনোবা ব্ৰাহ্মণৰ বংশধৰ হোৱাই সম্ভৱ। কমতা ৰাজ্যৰ ৰজা দুৰ্লভনাৰায়ণৰ দিনত শংকৰদেৱৰ পূৰ্বপুৰুষ চণ্ডীবৰৰ লগত অহা ব্ৰাহ্মণ হোৱাটো সম্ভৱ নহয়। গতিকে শংকৰদেৱ ধুঁৱাহাটত থকা সময়ত আহোম ৰজাৰ ওচৰত তেওঁৰ বিৰুদ্ধে এই শ্ৰেণীৰ ব্ৰাহ্মণে গোচৰ দিয়াটো স্বাভাৱিক আছিল। তদুপৰি ভূঞাসকলৰ প্ৰতিপত্তিটোৱে আহোম সকলৰ ৰাজ্য বিস্তাৰত যাতে বাধা-সৃষ্টি কৰিব নোৱাৰে তাৰ প্ৰতিও লক্ষ্য ৰাখিব লগীয়া হৈছিল।

চুহুংমুং দিহিঙীয়া ৰজাৰ দিনতেই শংকৰদেৱে ধৰ্ম প্ৰচাৰ কৰি নগাওঁ, বৰ্তমানৰ শোণিতপুৰ জিলা আৰু লক্ষীমপুৰ জিলাৰ পশ্চিম ভাগত ধৰ্মমত প্ৰচাৰ কৰিছিল। সেই সময়ছোৱাত এই অঞ্চলটোৰ ৰাজনৈতিক স্থিতি শান্তিপূৰ্ণ নাছিল।

স্থানীয় সামন্ত ভূঞাসকলে কেতিয়াবা কোচৰ আৰু কেতিয়াবা আহোমৰ তলতীয়া হৈ প্ৰতিপত্তি হেৰুৱাইছিল। তদুপৰি কোচ-আহোম আৰু তুৰ্ক-আহোমৰ মাজত হোৱা কেইবাখনো যুদ্ধৰ ক্ষেত্ৰও এই অঞ্চলটোৱেই আছিল। উত্তৰ পাবে ভোট আৰু দক্ষিণ পাৰে কছাৰীৰ উপদ্ৰৱো এনে সুযোগতে মাজে মাজে হৈ আছিল। পাছত কছাৰী ৰাজ্যৰ অধীনৰ ঠাই আহোম ৰাজ্যৰ হাতলৈ গৈছিল; কিন্তু কোচ আৰু আহোমৰ মাজত থকা প্ৰতিদ্বন্দ্বিতা শংকৰদেৱৰ জীৱনকালৰ ভিতৰত শেষ হোৱা নাছিল।

ভাৰতীয় সমাজ, সংস্কৃতি আৰু ধৰ্মৰ লগত আহোম সকলৰ পোনপটীয়া সম্পৰ্ক তেতিয়ালৈকে বৰ কম আছিল। তেনে স্থলত নৱবৈষ্ণৱ আন্দোলনৰ বিষয়ে আহোম ৰজা আৰু ডা-ডাঙৰীয়া সকলে জানিবৰ উপায় নাছিল। আনহাতে কোচ-ৰজা নৰনাৰায়ণ আৰু ভায়েক শুক্লধ্বজে ভাৰতীয় সংস্কৃতিৰ এটা বিশিষ্ট কেন্দ্ৰ কাশীত শিক্ষালাভ কৰিছিল। সম্ভৱতঃ এনেবোৰ কাৰণতেই ভাৰতীয়কৰণৰ পূব-মুখীসোঁতৰ অনুকূলে শংকৰদেৱে প্ৰথমতে বৰদোৱাৰপৰা যথাক্ৰমে পূবলৈ আগ-বাঢ়ি গাংমৌ আৰু ধুৱাঁহাট পাইছিলগৈ যদিও, প্ৰতিকূল সামাজিক পৰিৱেশত তিষ্ঠিব নোৱাৰি পাছত কোচৰাজ্যৰ পূৰ্বাঞ্চলত প্ৰচাৰ কেন্দ্ৰ পাতিবগৈ লগীয়া হ'ল। কোচ-ৰাজ্যতো বহুত ক্ষেত্ৰত বাধাগ্ৰস্ত হৈছিল; কিন্তু নিজৰ পাণ্ডিত্য আৰু প্ৰশা-সনীয় জ্ঞানৰ পৰিচয় দি তেওঁ গুণগ্ৰাহী কোচ-শাসক চিলাৰায় আৰু মহাৰাজ নৰ-নাৰায়ণৰ পৰা বহু পৰিমাণে নিৰাপত্তা লাভ কৰিব পাৰিছিল। আনকি শেষৰ কেইবছৰ মানত পৃষ্ঠ-পোষকতাও পাইছিল।

# দ্বিতীয়-খণ্ড

## জীৱন-বৃত্ত আৰু পৰম্পৰা

**শংকৰদেৱৰ সম্বন্ধীয় সামগ্ৰী**

শংকৰদেৱৰ সম্বন্ধে তথ্য সংগ্ৰহ কৰিবলৈ হ'লে এই কেই শ্ৰেণীৰ বস্তুৰ পৰা সহায় ল'ব পাৰি; কিন্তু বহুত ক্ষেত্ৰত সেই বস্তুবোৰ যেনেদৰে পোৱা যায়, তেনেদৰেই সত্য বুলি ধৰি ল'ব নোৱাৰি। গতিকে সামগ্ৰীসমূহৰ প্ৰামাণিকতা সম্বন্ধেও যথেষ্ট পৰিমাণে বিচাৰ কৰি চাব লগীয়া আছে।

১। সাহিত্য-সামগ্ৰী ঃ—' (ক) শংকৰদেৱৰ জীৱন-চৰিত, (খ) আনৰ জীৱন চৰিতৰ প্ৰাসংগিক কথা, (গ) তাত্ত্বিক গ্ৰন্থত কৰা উল্লেখ, (ঘ) স্বৰচিত সাহিত্য, (ঙ) আধাৰ গ্ৰন্থ সমূহ।

২। কলা আৰু সামাজিক পৰম্পৰা ঃ— ক) ভাওনা আৰু ভাওনাৰ লগত জড়িত গীত, বাদ্য, চিত্ৰ, মূৰ্তি বা মুখা প্ৰভৃতি সঁজুলিবোৰ (খ) বৰগীত (গ) সিংহাসন, ঠগা, গছা, নামঘৰ প্ৰভৃতিৰ শিল্প (ঘ) সত্ৰৰ সমাজ-ব্যৱস্থাত অনুশাসন, শিক্ষা, চিকিৎসা আদিৰ স্থান।

৩। ধৰ্মীয় পৰম্পৰা ঃ— সামাজিক আৰু পাৰিবাৰিক পটভূমি, জীৱনদৰ্শন, নতুন আদৰ্শ, পৰবৰ্তী ব্যৱস্থাত ক্ৰিয়া-প্ৰতিক্ৰিয়া প্ৰভৃতিৰ বিচাৰ এই শ্ৰেণীত ধৰিব পাৰি।

**(ক) সাহিত্য-সামগ্ৰী ঃ—**

শংকৰদেৱৰ জীৱন-চৰিত সমূহৰ আধাৰতেই আজিলৈকে শংকৰদেৱৰ জীৱনী ৰচনাত গুৰুত্ব দি থকা অভ্যাস এটা আমাৰ মাজত গঢ় লৈ উঠা যেন দেখা যায়; কিন্তু এই জীৱন-চৰিতসমূহৰ পৰস্পৰ বিৰোধী কিছুমান কথাই তাৰ প্ৰামাণিকতাৰ ক্ষেত্ৰত সন্দেহ সৃষ্টি কৰে। দ্বিতীয়তে যিবোৰ কথাৰ বিশেষ ঐতি-

হাসিক বা দাৰ্শনিক মূল্য নাই, সেইবোৰ কথাৰ সত্যাসত্যৰ ওপৰত বেছি গুৰুত্ব আৰোপ কৰাৰো প্ৰয়োজন নাই। শংকৰদেৱৰ ব্যক্তিত্বই সমাজক ব্যাপক ভাবে প্ৰভাৱিত কৰাৰ পাছত ধৰ্মীয় পৰম্পৰাৰ লোকে ব্যক্তিতকৈ দেৱত্বৰ ওপৰত গুৰুত্ব আৰোপ কৰি ইতিহাসক পুৰাণৰ স্তৰলৈ নিয়াৰহে চেষ্টা কৰিলে। সেই চেষ্টাই শংকৰদেৱৰ আৰু তেওঁৰ পৰৱৰ্তী আন আন জনচেৰেক ধৰ্মগুৰুৰ জীৱন-চৰিতক কিছু বিকৃত ৰূপ দিয়া দেখা যায়। উচ্চ মানৱীয় ব্যক্তিত্বটো অলৌকিক চমৎকাৰপূৰ্ণ কথাৰে ঢাকি থোৱাৰ ফলত আদৰ্শ আৰু ব্যৱহাৰৰ দৃষ্টিত শংকৰদেৱৰ জীৱন-চৰিতৰ কিছুমান কথা সামাজিক জীৱনৰ বাবে নিষ্প্ৰয়োজনীয় হৈ পৰিল। মানুহে মানুহৰহে আদৰ্শ গ্ৰহণ কৰিব পাৰে, অলৌকিক চমৎকাৰপূৰ্ণ কাম কৰা দেৱতাৰ আদৰ্শ ল'ব নোৱাৰে। নাইবা সাময়িক চমৎকাৰ প্ৰদৰ্শন কৰা যাদু বিদ্যাও সমাজৰ বাবে স্থায়ী মূল্যৰ বস্তু নহয়। আনকি যোগবিদ্যাৰ চমৎকাৰপূৰ্ণ শক্তিও আধ্যাত্মিক উন্নতিৰ চৰম লক্ষ্য বস্তু নহয়। সেই বাবে শংকৰদেৱৰ জীৱন-চৰিতত থকা এইশ্ৰেণীৰ কথাৰ ওপৰত আমি বিশেষ গুৰুত্ব আৰোপ কৰা নাই।

অলৌকিকতাৰ পৰিমাণ কম চৰিত গ্ৰন্থই ইতিহাসৰ দৃষ্টিত বেছি বিশ্বাসযোগ্য হোৱাটো স্বাভাৱিক। এই দৃষ্টিৰে চৰিত গ্ৰন্থসমূহ এটা ক্ৰমত সজাই গ'লে তাৰ ৰচনাকালৰ ক্ৰমো প্ৰায় শুদ্ধ ৰূপতেই প্ৰকাশ পায়। সময় পাৰ হৈ যোৱাৰ লগে লগে কথাবস্তুত অতিৰঞ্জনা আৰু অলৌকিকতা বাঢ়ি যাবলৈ ধৰে। কোনজন চৰিতকাৰে কোন মূল উৎসৰ পৰা তথ্য সংগ্ৰহ কৰিছে, সেইটোও এই প্ৰসংগত আন এটা মন কৰিব লগীয়া কথা। গতিকে কথাৰ উৎস, অলৌকিকতাৰ ন্যূনতা আৰু ৰচনাকাল এই তিনিটা কথালৈ চকু ৰাখি চৰিত-গ্ৰন্থসমূহৰ ঐতিহাসিক গুৰুত্ব নিৰ্ণয়ৰ চেষ্টা আমি তলত কৰিব খুজিছোঁ।

এই পৰ্যন্ত দৈত্যাৰি ঠাকুৰ, ভূষণদ্বিজ, ৰামানন্দদ্বিজ, আৰু ৰামচৰণ ঠাকুৰৰ নামত প্ৰচলিত গুৰুচৰিতৰ আধাৰতেই শংকৰদেৱৰ জীৱনবৃত্ত নতুনকৈ সজাই লোৱাৰ চেষ্টা কৰি থকা দেখা গৈছে। কথা-গুৰুচৰিত আৰু বৰদোৱা চৰিত নামে পৰিচিত আৰু দুখন পুৰাণ গদ্য গ্ৰন্থৰ পৰাও এই ক্ষেত্ৰত কিছু সহায় লোৱা হয়। আমি এই প্ৰসংগত 'সন্তমালা' নামে অপ্ৰকাশিত আৰু এখন পুথি আধাৰ গ্ৰন্থৰ ভিতৰত ধৰিব খুজিছোঁ +।

---

+ 'সন্তমালা'ৰ কেইবাটাও পাঠ মিলাই ভালকৈ সম্পাদনা কৰা নহয় মানে তাৰ ৰচনাকাল আৰু লেখক সম্বন্ধে কিছু সন্দেহৰ থল থাকিব পাৰে। সেই বাবে চমুকৈ হ'লেও এই প্ৰসংগত এটি আলোচনা দাঙি ধৰা হৈছে।

ওপৰত উল্লেখ কৰা পুথিসমূহৰ ভিতৰত ভূষণদ্বিজ, দৈত্যাৰি ঠাকুৰ আৰু বৈকুণ্ঠ দ্বিজৰ চৰিতগ্ৰন্থবেই উৎস বা আধাৰভূমি বোছি সবল। বৈকুণ্ঠ দ্বিজৰ গ্ৰন্থৰ নাম 'সন্তমালা'। নিৰ্দিষ্ট কৰি বুজিবৰ সুবিধাৰ কাৰণে ভূষণ দ্বিজৰ চৰিত-খনক শংকৰচৰিত, দৈত্যাৰি ৰচিতখনক শংকৰ-মাধৱচৰিত, ৰামানন্দদ্বিজ ৰচিত-খনক শ্ৰীগুৰুচৰিত বোলা হ'ব।

ভূষণদ্বিজই নিজৰ পৰিচয় আৰু গ্ৰন্থৰচনাৰ প্ৰসংগত কোৱামতে শংকৰ-দেৱৰ এজন প্ৰধান শিষ্য আৰু মাধৱদেৱৰ সখি নাৰায়ণ ঠাকুৰে মথুৰাদাস বুঢ়া আতা আৰু ভৱানীপুৰীয়া গোপাল আতাৰ আগত কোৱা কথা তেওঁ নিজ কাণে শুনিছিল। পাছত নাৰায়ণ ঠাকুৰৰ ভায়েক ৰামানন্দৰ প্ৰেৰণাত তেওঁ এই চৰিত পুথি ৰচনা কৰিছিল; কিন্তু ল'ৰা কালতে শুনা কথা কিছু পাহৰিলে আৰু কিছু মনত পৰিলে, সেই বাবে বঢ়া-টুটা আগ-পাছ হোৱাটো অসম্ভৱ নহয়। ভূষণ দ্বিজে নিজক নাৰায়ণ ঠাকুৰৰ পুৰোহিত আৰু সৰু কালতে মাধৱদেৱৰ দয়াৰ পাত্ৰ হোৱা বুলিও কৈছে। ভূষণদ্বিজৰ পিতামহ চক্ৰপাণি শংকৰদেৱৰ শিষ্য আছিল। পিতৃ বৈকুণ্ঠ দ্বিজ কাৰ শিষ্য আছিল উল্লেখ কৰা নাই। নাৰায়ণ ঠাকুৰে ভূষণদ্বিজক ধন-ধান আৰু বস্ত্ৰ আদি দি সহায় কৰা কথাও চৰিত গ্ৰন্থত কৈছে। গতিকে নাৰায়ণ ঠাকুৰ, মাধৱদেৱ আৰু শংকৰদেৱৰ পৰিয়ালৰ লগত ভূষণদ্বিজৰ সম্পৰ্ক তিনিপুৰুষীয়া। পুথিখনৰ একেবাৰে শেষলৈ চতুৰ্ভুজ ঠাকুৰৰ কথা বৰ্তমান কালত দিয়ালৈ চাই তাৰ ৰচনা খ্ৰী° ১৭ শতিকাৰ পঞ্চম দশকতকৈ পাছলৈ যাব নোৱাৰে। লেখকৰ জন্মৰ সময় খ্ৰীঃ ১৫৮০ ৰ সামান্য আগে-পিছে হ'লে মাধৱদেৱে তেওঁক সৰু কালত পোৱা, নাৰায়ণ ঠাকুৰৰ পুৰোহিত হোৱা আৰু চৰিত ৰচনা কৰা কেউটা কথাই সম্ভৱ যেন লাগে। দৈত্যাৰি ঠাকুৰৰ পিতৃ ৰামচৰণ ঠাকুৰ মাধৱ-দেৱৰ ভাগিন আছিল। তেওঁ সৰুৰে পৰা মাধৱদেৱৰ লগতে আছিল আৰু মাধৱ-দেৱৰ পৰাই শিক্ষা-দীক্ষা সকলো লাভ কৰিছিল। গতিকে মাধৱদেৱৰ সম্বন্ধে দৈত্যাৰি ঠাকুৰৰ জ্ঞান আন সকলো চৰিতকাৰতকৈ বেছি হোৱাৰ সুবিধা আছিল। সেই বাবে দৈত্যাৰিঠাকুৰ-ৰচিত গ্ৰন্থত মাধৱদেৱৰ কথা শংকৰদেৱৰ কথাতকৈও কিছু বেছি হ'লেও কম নহয়। মাধৱদেৱৰ সম্পৰ্কে আন চৰিতগ্ৰন্থত ইমানখিনি কথা পাবলৈ নাই। এই দৃষ্টিত দৈত্যাৰিৰচিত পুথিখনিৰ এটা সুকীয়া গুৰুত্ব আছে। দৈত্যাৰিৰ আধাৰ পিতৃ ৰামচৰণ ঠাকুৰৰ বাহিৰেও মাধৱদেৱৰ পাছত মধুপুৰত সত্ৰীয়া হৈ থকা বুঢ়ীৰ পো গোবিন্দ আৰু সেই সময়ৰ ভক্তসকলৰ মুখে শুনা কথা। সেইবাবে তেওঁ চৰিত লিখিবলৈ আহিঁ পোৱা নাছিল বুলিও কৈছে।

'সন্তমালা'ৰ ৰচনা প্ৰসংগতো দৈত্যাৰিঠাকুৰ-ৰচিত চৰিত-পুথিৰ কথা পোৱা যায়। সেইমতে — বুঢ়ীৰ পো গোবিন্দক অন্যান্য ভক্তসকলে গুৰু দুজনাৰ কথা সুধিলত গোবিন্দই ক'লে — তোমালোকো মহাপুৰুষৰ লগত আছিলা, ময়ো আছিলোঁ; তেনেস্থলত মই তোমালোকক ক'বলৈ সুকীয়া কথানো কি আছে। গতিকে আমি সকলোটি মিলি-জুলি চৰ্চা কৰাটোহে ভাল হ'ব বুলি ভাবোঁ।' গোবিন্দৰ এই মত শুনি সকলো ভক্তই নিজে জনা কথা সুঁৱৰি সুঁৱৰি ক'লে আৰু ইন্দ্ৰজিত কায়স্থৰ হতুৱাই 'কথাৰূপ'ত তাক লিপিবদ্ধ কৰোৱা হ'ল। তাৰ পাছত গোবিন্দৰ আজ্ঞা পাই ৰাম আৰু দৈত্যাৰিয়ে একে লগ হৈ পদ ৰচনা কৰিলে (পদ সং ১০—১৪)।+ পাছৰ পদত এই বিষয়ে কৈছে —

সিসব গ্ৰন্থৰ কথা শুনিয়া সম্প্ৰতি।
শংকৰৰ নাতি মোক বুলিলন্ত মাতি ॥
সৰ্বজয়, পৰমানন্দ আদি ভক্তচয়।
গোসানী সহিতে যিটো কথা কহিছয় ॥ ১৫ ×
সংক্ষেপ কৰিয়া তাৰ নিৰ্বান্ধয়ো পদ।
হেন শুনি ভৈল মোৰ পৰম আনন্দ ॥
তাহান আজ্ঞাক শিৰোগত কৰি মনে।
কৰি নমস্কাৰ নিজ গুৰুৰ চৰণে ॥ ১৬
সংক্ষেপে ৰচিবো সন্তমালা কথাসাৰ।
কৃষ্ণৰ প্ৰসাদে হোক লোকত প্ৰচাৰ ॥ ×× ১৭ ॥

এই প্ৰসংগৰ পৰা বুজিব পাৰি যে— চতুৰ্ভুজ ঠাকুৰৰ জীৱন কালৰ ভিতৰতে দৈত্যাৰিৰ গুৰুচৰিত ৰচনা হৈছিল আৰু বৈকুণ্ঠনাথ দ্বিজৰ চৰিতো আৰম্ভ হৈছিল। ভূষণ দ্বিজৰ চৰিতখন তেতিয়ালৈকে সমাপ্ত হোৱা নাছিল। বিচাৰ কৰি চালে দেখা যায় যে—বৈকুণ্ঠ দ্বিজৰ চৰিতো চতুৰ্ভুজ ঠাকুৰৰ জীৱন-

---

+ ইয়াত 'ৰাম'শব্দই ৰামচৰণ ঠাকুৰকে বুজোৱা যেন লাগে। দৈত্যাৰিয়ে ৰাম-চৰণৰ পৰা কথা সংগ্ৰহ কৰা বুলিছে। বৈকুণ্ঠ দ্বিজই ভুলক্ৰমে দৈত্যাৰিৰ লগতে ৰামচৰণেও লিখা বুলি ভাবিছিল। তেওঁ সম্ভৱতঃ দৈত্যাৰিকৃত চৰিতপুথি নিজে দেখা নাছিল।

× 'গোসানী' শব্দই ইয়াত শংকৰদেৱৰ পত্নী কালিন্দী আইক বুজাইছে। সৰ্বজয় আৰু পৰমানন্দ শংকৰদেৱৰ তীৰ্থ ভ্ৰমণৰ সময়ত থকা লগৰীয়া দুজন বুলি মানিবলৈ টান। শংকৰদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পাছত আৰু ৭০ বছৰ তেওঁৰ লগত তীৰ্থলৈ যোৱা মানুহ এজন জীয়াই থাকিব নোৱাৰে।

কালতে শেষ হ'বলৈ নাপালে। এই প্ৰসংগত সন্তমালাৰ ৰচনা-কাল আৰু লেখক সম্বন্ধে কেইটিমান কথা মন কৰিবলগীয়া।

(১) সন্তমালাৰ ৰচনা চতুৰ্ভুজ ঠাকুৰৰ সময়তে আৰম্ভ হ'লেও বৰ্ত্তমানে পোৱা পাঠৰ সমাপ্তি-চতুৰ্ভুজ ঠাকুৰতকৈ প্ৰায় চাৰি পুৰুষৰ পাছতহে হৈছে। ঠাকুৰৰ চতুৰ্থ পত্নী ৰেৱতীৰ কন্যা সুমিত্ৰা। সুমিত্ৰাৰ পুত্ৰ বিষ্ণু পতি। বিষ্ণুপতিৰ পুত্ৰ হৰিচৰণ আৰু গোপালচৰণ। গোপালচৰণৰ পুত্ৰ যাদৱৰাম আৰু মাধৱৰাম-লৈকে এই চৰিতখনত বংশলতা দিয়া হৈছে। হৰিচৰণৰ পুত্ৰ সেই সময়ত বিদ্যমান বুলিও কৈছে। গতিকে গ্ৰন্থখনৰ সমাপ্তিকাল ১৮ শতিকাৰ প্ৰথম ভাগ মানহে হোৱা সম্ভৱ। এনে স্থলত সম্পূৰ্ণ গ্ৰন্থ এজন লেখকৰ নোহোৱাই সম্ভৱ।

(২) বিষয়বস্তুৰ ফালৰ পৰা বিচাৰ কৰি চালেও পুথিখন দুজন লেখকৰ বুলি ভাবিব লগীয়া কাৰণ দেখা যায়। পুথিখনৰ প্ৰথম ভাগত থকা মতে চতুৰ্ভুজ ঠাকুৰৰ প্ৰথম গৰাকী পত্নী অল্পকালতে পৰলোকগামী হোৱা বাবে পাছত যথাক্ৰমে কনকলতা, মুকুন্দপ্ৰিয়া আৰু ৰেৱতীক বিয়া কৰায় ( পদ সং ৮৩৪-৮৪২ ); কিন্তু চতুৰ্ভুজ ঠাকুৰ শেষবাৰ তীৰ্থলৈ যাওঁতে নিজৰ দায়িত্ব অৰ্পণ কৰি যোৱা সেই সময়ৰ প্ৰথম পত্নী কনকলতাৰ পৰিবৰ্তে 'লক্ষ্মী' নামটোহে ব্যৱহাৰ কৰা হৈছে। পাছৰ সকলো প্ৰসংগতে লক্ষ্মী নামহে পোৱা যায়; কনকলতা নাম পোৱা নাযায়। আগতে চাৰিও গৰাকী পত্নীৰ ভিতৰত লক্ষ্মী নামটো নথকাকৈ হঠাৎ এই নামটো ক'ৰ পৰা আহিল বুজা নাযায়। আনহাতে চতুৰ্ভুজ ঠাকুৰৰ পৰিবৰ্তে ধৰ্ম কাৰ্য সম্পাদন কৰা আই গৰাকী কনকলতা বুলিহে জনাজাত।

(৩) সন্তমালাৰ মুঠ ১৫৪৭ টা পদৰ ভিতৰত মাত্ৰ তিনি ঠাইতহে ( ৬৭, ৪৮৮ আৰু ৯৮৫ পদত ) ভণিতা আছে। ৯৮৫ পদৰ পৰা ১৫৪৭ পদ-লৈকে ৫৬২ টা পদৰ ভিতৰত লেখকৰ নাম ক'তো নাই। অন্তত সামৰণিত লেখকৰ পৰিচয় সহ ভণিতা থাকিব লাগিছিল। ভণিতাৰ অভাৱৰ পৰা পাছৰ অংশ অন্য লেখকৰ বুলি ভাবিবৰ থল আছে। তদুপৰি এইটো কথা মন কৰিব-লগীয়া যে—চতুৰ্ভুজ ঠাকুৰৰ জীৱনকালতে ( খ্ৰী° ১৬১৬ মানৰপৰা ১৬৪৫ মান-লৈকে ) লিখিবলৈ লোৱা গ্ৰন্থখনত চতুৰ্ভুজ ঠাকুৰৰ পৰলোক প্ৰাপ্তিৰ কথা নথকাটো অস্বাভাৱিক নহয়। গতিকে বৈকুণ্ঠ দ্বিজৰ পুথি ৯৮৫ পদতে সমাপ্ত হ'ব পাৰে; কিন্তু লেখকৰ আত্মপৰিচয়ৰ অভাৱে গ্ৰন্থসমাপ্ত নোহওঁতেই লেখকৰ পৰলোকপ্ৰাপ্তি বা তেনে কিবা কাৰণত গ্ৰন্থৰ ৰচনা কাৰ্য স্থগিত হোৱাৰ সংকেত

দিয়ে। এইবিলাক কাৰণৰ ওপৰত ভিত্তি কৰি সন্তমালাৰ ৯৮৫ পদলৈকে প্ৰথম ছোৱাহে বৈকুণ্ঠ দ্বিজৰ বুলি আমি আলোচনাৰ প্ৰসংগত গ্ৰহণ কৰিম।+

এই পৰ্যন্ত কৰা আলোচনাৰ আধাৰত ৰচনা কালৰ দৃষ্টিত দৈত্যাৰি ঠাকুৰকৃত চৰিত গ্ৰন্থই প্ৰথম, বৈকুণ্ঠদ্বিজৰচিত সন্তমালা দ্বিতীয় আৰু ভূষণদ্বিজৰ চৰিতগ্ৰন্থ তৃতীয় বুলি ধৰিব পাৰি চতুৰ্ভুজ ঠাকুৰৰ বৈকুণ্ঠপ্ৰয়াণৰ সময় এই ক্ষেত্ৰত এটা সীমা ৰেখাৰ দৰে হৈছে ; কিন্তু সেয়ে হ'লেও এই তিনিওখন পুথিৰ ৰচনা কালৰ মাজত পাঁচ-দহ বছৰতকৈ বেছি দিনৰ দূৰত্ব নহ'বও পাৰে। মন কৰিবলগীয়া যে-সন্তমালাৰ চৰিতকাৰ বৈকুণ্ঠদ্বিজ ভূষণদ্বিজৰ পিতৃ বৈকুণ্ঠদ্বিজ জনেই নহয়। বৈকুণ্ঠদ্বিজ নামৰ চৰিতকাৰজন ভূষণদ্বিজৰ সমকালীন ব্যক্তিহে, পূৰ্ব-কালীন নহয়। চৰিতকাৰ বৈকুণ্ঠদ্বিজ আৰু ভূষণ দ্বিজৰ তথ্যসংগ্ৰহৰ ঠাইখনিও একে নহয়। ভূষণ দ্বিজই জনিয়াত থকা নাৰায়ণ ঠাকুৰৰ পৰা শংকৰদেৱৰ জীৱনচৰিত শুনিছিল, বৈকুণ্ঠ দ্বিজই সৰ্বজয়, পৰামানন্দ আদি ভক্তসকল আৰু কালিন্দী আইৰ পৰা সেই বিষয়ে জানিছিল; কিন্তু দৈত্যাৰিয়ে বুঢ়ীৰ পো গোবিন্দ প্ৰভৃতি ভক্তসকলৰ মাজত হোৱা আলোচনাৰ কথা ইন্দ্ৰজিত কায়স্থই লিখাৰ পাছত তাৰ সহায়ত পদ ৰচনা কৰিছিল। বৈকুণ্ঠ দ্বিজই সম্ভৱতঃ চতুৰ্ভুজ ঠাকুৰৰ বিষ্ণুপুৰ সত্ৰত থকা কালতে কালিন্দী আইক লগ পাইছিল আৰু ইন্দ্ৰজিত কায়স্থই লিখা বুঢ়ীৰ পো গোবিন্দ প্ৰভৃতি ভক্তসকলৰ আলোচনা মধুপুৰত হৈছিল। এইদৰে সমাজভেদে সংগৃহীত তথ্যৰ মাজত সামান্য পাৰ্থক্য থকাটো স্বাভাৱিক কথা।

কথাবস্তুত আলৌকিকতাৰ পৰিমাণৰ ফালৰ পৰা বিচাৰ কৰি চালে ভূষণ দ্বিজৰ চৰিতখনেই ইতিহাসৰ অধিক অনুকূল। বৈকুণ্ঠদ্বিজ আৰু দৈত্যাৰি-কৃত চৰিতৰ স্থান ভূষণৰ পাছতহে হয়। বৈকুণ্ঠ দ্বিজ আৰু দৈত্যাৰি ঠাকুৰ দুয়ো-জনেই শংকৰদেৱক অৱতাৰ বুলিছে। বৈকুণ্ঠ দ্বিজই লিখিছে —

আপুনি মনুষ্য হুয়া অৱতাৰ হুইবো।
মহাভাগৱত ধৰ্ম বেকত কৰিবো ॥ ২৮

*　*　*

---

+ ড° কেশৱানন্দ গোস্বামীয়ে "সত্ৰসংস্কৃতিৰ ৰূপৰেখা"ত থান-সত্ৰৰ তালিকা প্ৰসং-গত যদুনাথৰ সন্তমালা গ্ৰন্থৰ উল্লেখ কৰিছে। সেই সন্তমালা আৰু যদুনাথৰ সংগত আমাৰ আলোচ্য সন্তমালাৰ সম্পৰ্ক কেনে সেইটো বিচাৰৰ বিষয় হৈ থাকিল।

কলিত নাহিকে যাতো হৰি অৱতাৰ।
এহি হেতু ধৰিলন্ত সন্ত অৱতাৰ ॥ ৩০
পশ্চিমে চৈতন্য হৰিব্যাস দক্ষিণত।
উত্তৰত ৰামানন্দ অতি শুদ্ধমত ॥
পূৰ্বদিশে শ্ৰীমন্ত শংকৰ নাম যাৰ।
পৰিপূৰ্ণ ৰূপে হৰি ভৈল অৱতাৰ ॥ ৩০

দৈত্যাৰি ঠাকুৰে শংকৰ-মাধৱ উভয়কে অৱতাৰ বুলিছে ( দ্ৰ° ১।৫, ২।১৮ আৰু ৭৭।১, ৭৭।৮ )। এইবিলাকৰ উপৰিও দৈত্যাৰিকৃত চৰিতত কিছুমান অলৌকিক কথাই ঠাই পাইছে। এনে স্থলত ভূষণদ্বিজতকৈ দৈত্যাৰিৰ ৰচনা কাল পাচঁ-দহ বছৰ আগ বাঢ়িলেও ভূষণদ্বিজৰ ৰচনা অধিক নিৰ্ভৰযোগ্য। সামাজিক দৃষ্টিতো ভূষণদ্বিজৰ ৰচনাত সম্প্ৰদায়নিৰপেক্ষতা দৈত্যাৰিৰ তুলনাত বেছি স্পষ্ট ভাবে দেখা গৈছে। বৈকুণ্ঠদ্বিজৰ ৰচনাতো সাম্প্ৰদায়িকতা দেখা নাযায়। দৈত্যাৰি-কৃত চৰিতত দামোদৰদেৱ আৰু মাধৱদেৱৰ মাজত বিবাদৰ কথাই ঠাই পোৱাৰ লগতে দামোদৰদেৱৰ পূৰ্বাৱস্থাটো কিছু পুতৌ লগা ৰূপত চিত্ৰিত কৰা হৈছে। দৈত্যাৰিকৃত চৰিত পুথিত সন্তুষ্ট নহৈ বৈকুণ্ঠদ্বিজক সুকীয়া চৰিত পুথি লিখিবলৈ কোৱাৰ ইও এটা কাৰণ হ'ব পাৰে। আন হাতে ভূষণ আৰু বৈকুণ্ঠ দুয়োজনেই নিজ নিজ দৃষ্টিৰে চৰিত লিখিছিল যদিও, দুয়োৰে কথাৰ মাজত যথেষ্ট সাদৃশ্য ৰক্ষা পৰালৈ চাই দুয়োজনেই বাস্তৱদৃষ্টিৰে চোৱাৰ যত্ন কৰিছিল যেন লাগে; কিন্তু তেওঁলোকৰ এজনেও আনজনৰ পুথি দেখা নাছিল। ৰামানন্দ দ্বিজৰচিত শ্ৰীগুৰুচৰিতৰ ৰচনাকাল খ্ৰীঃ১৭ শতিকাৰ অষ্টম দশকমান বুলি ধৰা হয়। পিতৃ শ্ৰীৰাম আতাৰ মুখে শুনিবলৈ পোৱা কথাৰ আধাৰতেই ৰামানন্দই চৰিত লিখা বুলিছে। শ্ৰীৰাম আতা ভৱানীপুৰীয়া গোপাল আতাৰ শিষ্য আৰু আজ্ঞাপৰ গুৰু। ৰামানন্দ শৰাইঘাটত হোৱা যুদ্ধৰ আহোম সেনাপতি লাচিত বৰফুকনৰ গুৰু আছিল বুলিও জনা যায়।

ৰামানন্দকৃত চৰিতত শংকৰদেৱক কৃষ্ণৰ অৱতাৰ বুলি কেইবা ঠাইতো কৈছে। লগতে দৈত্যাৰি ভূষণ আৰু বৈকুণ্ঠ দ্বিজকৃত চৰিতত নথকা কাহিনীও ভালেকেইটা দিছে। এই কাহিনীবোৰৰ প্ৰামাণিকতা সম্বন্ধে সন্দেহৰ থল আছে; কিন্তু ঘটনাবোৰ সঁচা নহ'লেও সেই সময়ৰ সামাজিক বিচাৰ আৰু বিশ্বাসৰ উদাহৰণ স্বৰূপে সেই বিলাকৰ একোটা সাংস্কৃতিক মূল্য থাকিব পাৰে।

পদ্যত লিখিত চৰিত পুথিৰ বাহিৰেও গদ্যত ৰচিত দুখন চৰিত পুথি বৰ্তমানলৈকে প্ৰকাশ হোৱা দেখা গৈছে। এখন 'কথাগুৰু চৰিত' নামে পৰিচিত আৰু আনখন 'বৰদোৱা গুৰুচৰিত' নামে পৰিচিত হৈছে। বৈকুণ্ঠদ্বিজকৃত সন্তমালাৰ ৰচনা প্ৰসংগত ইন্দ্ৰজিত কায়স্থৰ কথা উল্লেখ কৰা হৈছে। ( এই ইন্দ্ৰজিত কায়স্থ বা ইন্দ্ৰজিত গাভৰু গিৰি শংকৰদেৱৰ বৰ নাতি পুৰুষোত্তম ঠাকুৰদেৱৰ জোঁৱাই আছিল। গতিকে গদ্যত গুৰুচৰিত লিখাৰ পৰম্পৰা দৈত্যাৰি, ভূষণ আৰু বৈকুণ্ঠ দ্বিজৰ পদপুথিতকৈ আগতে আৰম্ভ হৈছিল : কিন্তু এই শ্ৰেণীৰ কথাচৰিতবোৰত লেখকৰ নাম পোৱা নাযায় + । মুঠতে এইটো নিশ্চিত কথা যে—ভক্তসকলে গুৰুৰ জীৱনচৰিত সম্বন্ধে কৰা আলোচনাৰ ভিত্তিতেই কথাচৰিত আৰু পদচৰিত উভয় শ্ৰেণীৰে চৰিতগ্ৰন্থ গঢ় লৈ উঠিছে। সেই বাবে সময় পাৰ হৈ যোৱাৰ লগে লগে গুৰুৰ প্ৰতি থকা ভক্তি ভাৱে যুক্তিক তল পেলাই আৱেগৰ ওপৰত গুৰুক বঢ়াই তোলাৰ ফলত গুৰুচৰিতত অলৌকিক গুণসম্পন্ন দেৱত্বৰ পৰিমাণ বাঢ়ি যাবলৈ ধৰিলে। মাধৱদেৱৰ গুৰুভটিমাতেই এনে পৰম্পৰা আৰম্ভ হয়। 'জগজন তাৰণ দেৱ নাৰায়ণ, শংকৰ তাকেৰি অংশ। ' × × মায়া নৰতনু ধৰি হৰি ভকতি মুকুতি কয়ল বহু পৰচাৰ। সব নৰ পাপ পয়োধি মজ্জল, তাহেক কয়লি উদ্ধাৰ ॥'' প্ৰভৃতি উক্তিয়ে ভক্তসকলৰ আৱেগক ইতিহাসৰ কঠোৰ বাস্তৱৰ পৰা কলা আৰু কল্পনাৰ কোমল বাটেদি ফালৰি কাটি যোৱাৰ প্ৰেৰণা দিলে।

ওপৰত উল্লেখ কৰা কথা গুৰু-চৰিতৰ পৰম্পৰা এনেধৰণৰ – শংকৰদেৱৰ তৃতীয় পুত্ৰ হৰিচৰণৰ কন্যা গোবিন্দপ্ৰিয়া আৰু চতুৰ্ভুজ ঠাকুৰ। গোবিন্দপ্ৰিয়াৰ পুত্ৰ দামোদৰক চতুৰ্ভুজ ঠাকুৰে পুত্ৰ ৰূপে তুলি লয়। দামোদৰৰ পুত্ৰ ৰমাকান্ত আৰু ৰমাকান্তৰ শিষ্য ব্ৰাহ্মণ চক্ৰপাণি বৈৰাগী। বৰ্তমান প্ৰচলিত কথাগুৰুচৰিত'-খনিৰ বক্তা এই চক্ৰপাণি আতৈ বুলি ধৰা হয়। দামোদৰৰ সময়ত আহোম স্বৰ্গদেৱ জয়ধ্বজ সিংহ আছিল। গতিকে দামোদৰৰ পুত্ৰ ৰমাকান্তৰ শিষ্য চক্ৰপাণিৰ সময় ১৭ শতিকাৰ একেবাৰে শেষ ভাগ বা ১৮ শতিকাৰ আৰম্ভণি হোৱাই সম্ভৱ। বৰদোৱা চৰিতৰ মূল পুথিখনো হয়তো ১৮ শতিকাৰে শেষ ভাগত লিখা হৈছিল।

---

+ ডঃ কেশৱানন্দ গোস্বামীদেৱে ঠাকুৰ-চৰিতৰ অৱতৰণিকাত ৰামচৰণ ঠাকুৰ'ৰ নামত এনে এখন কথাচৰিত থকা বুলি কৈছে।

ৰামচৰণ ঠাকুৰৰ নামত প্ৰচলিত বিস্তৃত বৰ্ণনা থকা পদ চৰিতৰ বৰ্তমান ৰূপটো সম্ভৱতঃ ১৮ শতিকাৰ শেষ বা ১৯ শতিকাৰ আগভাগৰ বস্তু; কিন্তু তাৰ মূল ৰূপটো ১৮ শতিকাৰ আগভাগৰো হ'ব পাৰে। পুথিখনত থকা দুটা সময়ৰ ভাষাৰ পৰা মূল পুৰণি পুথিত নতুন পাঠ সংযোজনা কৰা কথাটো স্পষ্ট হৈ ওলাই পৰিছে। পুৰণি ভাষাৰ পদসমূহৰ ভিতৰতো ভালে-খিনি পদ দৈত্যাৰি আৰু ভূষণৰ পদৰ লগত আখৰে আখৰে মিলা দেখা যায়। আনহাতে অত্যন্ত বিস্তৃত অলৌকিক কথাৰ বৰ্ণনাই শংকৰদেৱক শ্ৰীকৃষ্ণৰ দৰে ঈশ্বৰৰ পূৰ্ণ অৱতাৰ ৰূপে সজাবলৈ কৰা কৃত্ৰিম প্ৰচেষ্টাৰ প্ৰমাণ দাঙি ধৰিছে। দামোদৰদেৱৰ বিষয়ে যিখিনি কথা চৰিতখনে কৈছে তাৰ পৰা অনুমান হয় যে—ৰামৰায় আৰু নীলকণ্ঠই ৰচনা কৰা দামোদৰদেৱৰ চৰিত দুখনৰ প্ৰতিক্ৰিয়া স্বৰূপে ৰামচৰণৰ নামত প্ৰচলিত এই পুথিখনে দামোদৰদেৱক বেছি বিকৃত ৰূপত দেখুৱাবলৈ যত্ন কৰিছে। শংকৰদেৱ, মাধৱদেৱ, দামোদৰদেৱ আৰু বংশীগোপালদেৱ প্ৰভৃতি গুৰুসকলৰ পাছত সাম্প্ৰদায়িক দলাদলিয়ে সমাজত যি বিষক্ৰিয়াৰ সৃষ্টি কৰিছিল তাৰ উদাহৰণ এই পুথিত দেখিবলৈ পোৱা যায়। এইবিলাক কাৰণতে পুথিখনৰ মূল লেখকৰ নাম হেৰোৱাৰ লগতে মূলপাঠ নিৰ্দ্ধাৰণ কৰি তাৰ পৰা ঐতিহাসিক তথ্য বাছি লোৱাতো বাধা সৃষ্টি হৈছে। কেইটামান পদত মাধৱদেৱক মামা বোলা কৌশলেৰে পুথিৰ লেখকক দৈত্যাৰিৰ পিতৃ ৰামচৰণ ঠাকুৰ বুলি বিশ্বাস জন্মোৱাৰো চেষ্টা কৰিছে। এনেবোৰ কথালৈ চাই শংকৰদেৱৰ জীৱনবৃত্তৰ ঐতিহাসিক অংশ বাছি উলিয়াবৰ কাৰণে আমি এই চৰিতগ্ৰন্থখনৰ আধাৰ গ্ৰহণ কৰা নাই।

ঐতিহাসিক অংশ বাছি উলিয়াবৰ কাৰণে যিবোৰ গ্ৰন্থ প্ৰামাণিক বুলি গ্ৰহণ কৰা হৈছে সেইবোৰতো আগ-পাছ আৰু বঢ়া-টুটা অনেক দোষ আছে। শংকৰদেৱৰ পাছত গঢ় লোৱা সুকীয়া সুকীয়া পৰম্পৰা যিমানেই শংকৰদেৱৰ পৰা আঁতৰি যাবলৈ ধৰিলে, সিমানেই সেইবিলাকৰ মাজত পৰস্পৰ বিৰোধী সিদ্ধান্ত আৰু আদৰ্শই গা কৰি উঠাৰ সুযোগ পালে। গতিকে তেনে পৰিৱেশত গঢ় লোৱা চৰিত পুথি আৰু ভক্তসকলৰ মাজৰ আলোচনাও নিৰপেক্ষ বা দোষমুক্ত হৈ থাকিব নোৱাৰিছিল। আনহাতে নিজ পৰম্পৰাৰ স্বাৰ্থৰ অনুকূল নোহোৱা অনেক কথা বিকৃত কৈ সজাই ইচ্ছাকৃত ভাবে সত্যক ঢকাৰ চেষ্টাও বহুত সময়ত কৰা হৈছিল। কিছুমান কথা প্ৰামাণিক চৰিতকাৰসকলৰ পুথিত নোসোমোৱাকৈ থাকি গৈছিল যদিও নিজ-বংশৰ চৰিতগ্ৰন্থ বা বংশাৱলীত পৰ-

বৰ্তী চৰিতকাৰসকলে সেইবোৰ কথা সোমোৱাই দিছে; কিন্তু সেই শ্ৰেণীৰ বংশাৱলীবোৰতো অনৈতিহাসিক প্ৰলেপ কম-বেছি পৰিমাণে আছে। তথাপি সেইবিলাকৰ পৰা ঐতিহাসিক অংশ বাছি ল'ব পাৰি।

পাছৰ যুগত ৰচিত প্ৰকাশিত আৰু অপ্ৰকাশিত অনেক চৰিতগ্ৰন্থ শংকৰদেৱৰ জীৱন বৃত্তৰ বাবে প্ৰামাণিক নহ'লেও পৰৱৰ্তী অন্যান্য গুৰুসকল আৰু সামাজিক বিচাৰ-ব্যৱস্থাৰ চিত্ৰ গ্ৰহণৰ ক্ষেত্ৰত যথেষ্ট মূল্যৱান হ'ব পাৰে। সেই দৰে কিছুমান কথা কোনো এখন চৰিত পুথিত নাথাকিলেও মিছা বুলি ধৰিব নোৱাৰি। কেতিয়াবা কেতিয়াবা অতি ডাঙৰ কথা একোটাও চৰিতগ্ৰন্থত উল্লেখ নোহোৱাকৈ থাকি যায়। যেনে শংকৰদেৱৰ পুত্ৰ ৰামানন্দ আৰু হৰিচৰণ ঠাকুৰৰ বিয়াৰ সময় আৰু ঠাই সম্বন্ধে শংকৰদেৱৰ চৰিতত পোৱা নাযায়; কিন্তু সেই বুলিয়েই তেওঁলোকৰ বিয়া বাৰু হোৱা নাছিল বা হ'লেও শংকৰদেৱৰ বাবে তাত একো গুৰুত্ব নাছিল বুলি ক'ব নোৱাৰি। বহুত ক্ষেত্ৰত অতি গুৰুত্বপূৰ্ণ কথাও প্ৰমাণৰ আৱশ্যকতাৰ অতীত বুলি লিপিবদ্ধ নোহোৱাকৈ থাকি যাব পাৰে। পিতাকৰ সম্পত্তি পুত্ৰই স্বাভাৱিকতেই লাভ কৰে। তাৰ বাবে ন্যায়ালয়ত উপস্থিত হৈ প্ৰমাণ পত্ৰ ৰখাৰ আৱশ্যক নাই। বহুকালৰ পাছত তেনে ধৰণৰ প্ৰমাণ-পত্ৰ বিচাৰিলে দিব নোৱৰাটোহে স্বাভাৱিক আৰু দিব পৰাটোহে অস্বাভাৱিক বাবে সন্দেহৰ বিষয় হৈ পৰে। শংকৰদেৱৰ জীৱনবৃত্ত সম্বন্ধে বিচাৰ কৰোঁতেও এনেধৰণৰ বহুত কথাই আহি পৰে। এনে স্থলত নিখুঁত আৰু পূৰ্ণাংগ জীৱনবৃত্ত এটা দাঙি ধৰাটো সম্ভৱ নহয়। সেই বাবে তলত অতি চমুকৈ তেওঁৰ জীৱনবৃত্তৰ এটি ৰূপৰেখাহে মাত্ৰ দিবলৈ চেষ্টা কৰা হৈছে।

(খ) **বংশ-লতাঃ**—শংকৰদেৱৰ পূৰ্বপুৰুষ সম্বন্ধীয় কথাত চৰিত-পুথি সমূহৰ একো মতভেদ নাই। কমতাৰ ৰজা দুৰ্ল'ভনাৰায়ণৰ সময়ত শংকৰদেৱৰ পূৰ্বপুৰুষ কমতা ৰাজ্যলৈ অহা কথা আগতেই উল্লেখ কৰা হৈছে। ৰামচৰণ আৰু চক্ৰপাণি বৈৰাগীৰ চৰিতত লণ্ডাদেৱতকৈ কেইবাপুৰুষৰ আগৰ কথাও কৈছে। মূলতে কনৌজ ৰাজ্যৰ পৰা আহি গৌড়ত থকা উপৰিপুৰুষ লণ্ডাদেৱ বা লণ্ডাবৰৰ পুত্ৰ চণ্ডীবৰ বা দেৱীদাসক কমতাৰ ৰজাই বৰ্তমান শান্তিজান ( সেই সময়ত টেম্বুৱানী জান ) ৰ ওচৰত থাকিবলৈ দিছিল। বৰ্তমানৰ বৰদোৱা আৰু ওচৰৰ আলিপুখুৰী প্ৰভৃতি বহল ঠাইবোৰ সামৰি এটা অঞ্চলকো বটদ্ৰৱা বা বৰদোৱা বুলিয়েই সেই সময়তো কোৱা হৈছিল। শংকৰদেৱে নিজৰ ৰচনাৰ কেইঠাইতো আত্ম-পৰিচয় দিওঁতে

চণ্ডীবৰৰ পুত্ৰ বৰদোৱাৰ গ্ৰামেশ্বৰ ৰাজধৰৰ পৰাহে বংশাৱলী দিছে। সেইমতে বংশলতা এনেধৰণৰ—




চৰিতপুথিৰ বিবৰণ মতে চণ্ডীবৰ শাক্ত আৰু শাস্ত্ৰজ্ঞ পণ্ডিতো আছিল। ৰাজধৰে সন্তান লাভৰ কাৰণে সূৰ্যক আৰাধনা কৰা কথাও চৰিতত পোৱা যায় ( সন্তমালা পদ সং ৭৫ )। কুসুমৱে পুত্ৰলাভৰ অৰ্থে শিৱ-পূজা কৰা কথা চৰিত-পুথিত পোৱা যায় ( দৈত্যাৰি ৩।৫ সন্তমালা-৭৭ )।

(খ) জন্মদিন ঃ— দৈত্যাৰি, ভূষণ আৰু বৈকুণ্ঠ দ্বিজ এজনেও শংকৰ-দেৱৰ জন্মৰ দিন-বাৰ একো উল্লেখ কৰা নাই। নিজে নজনা কথা নিলিখাই ভাল বুলি হয়তো তেওঁলোকে এই প্ৰসংগত একো নিলিখিলে। পাছৰ চৰিতকাৰ সকলে যেতিয়া বুজাবলৈ গৈ শুনা কথাৰ ভিত্তিত যি লিখিলে, সেয়া পৰস্পৰ সংগতি ৰাখিব পৰা বিধৰ নহ'ল। ৰামানন্দ দ্বিজই ফাগুন মাহ, শুক্লা দ্বিতীয়া তিথি আৰু মাজ ৰাতি শংকৰদেৱৰ জন্মকাল বুলিছে ; কিন্তু বৰ্ষগণনা বা শকাব্দৰ

+জন্ম-পত্ৰিকা মতে শংকৰদেৱৰ নাম গংগাধৰ, প্ৰকাশ্য নাম শংকৰবৰ আছিল; কিন্তু পাছত অসাধাৰণ প্ৰতিভা দেখি শিক্ষাগুৰুৱে 'শংকৰদেৱ' বুলিবলৈ আন সকল ছাত্ৰক কোৱা বাবেহে শংকৰদেৱ নাম প্ৰচলিত হ'ল বুলি দুই এখন চৰিত পুথিত কৈছে।

উল্লেখ নাই। কথা-গুৰুচৰিতত ১৩৭১ শক, আহিন-কাতিৰ সংক্ৰান্তি, বৃহস্পতি বাৰ, পূৰ্ণিমা তিথি, শ্ৰৱণা নক্ষত্ৰ, মাজ নিশা বুলি সময় নিৰ্দিষ্ট কৰি লিখিছে। ৰবদেৱাৰ চৰিততো ১৩৭১ শক কাতিৰ সংক্ৰান্তি দিনা বৃহস্পতিবাৰে ৰাতি জন্ম সময় বোলা হৈছে; কিন্তু তিথি পূৰ্ণিমাৰ বিপৰীতে অমাৱস্যাহে বুলিছে। ৰাম-চৰণৰ চৰিতত ১৩৭১ শক, পাঁচ আহিন, শুক্লাদশমী তিথিহে শংকৰদেৱৰ আৱি-ৰ্ভাৱ কাল বোলা হৈছে। শংকৰদেৱৰ জন্মোৎসৱ আৰু শংকৰাব্দৰ প্ৰচলন এই ভিত্তিতেই হৈ অহা দেখা গৈছে; কিন্তু বৈকুণ্ঠ-প্ৰয়াণৰ সৰ্বসম্মত নিশ্চিত তিথিৰ লগত শংকৰদেৱৰ জীৱনকালৰ সংগতি ৰাখি বিচাৰ কৰি চালে ৰামচৰণে নিজৰ মত নিজে খণ্ডন কৰে। তেওঁৰ মতে 'দেৱ বছৰৰ মন্দ আৰু ছয়কুৰি। তেৱে চলি গৈলা গুৰু নৰদেহা এৰি ॥ × × ৩৯০৭ ॥' ( ডেৰ বছৰৰ মন্দ আয়ু ছয়কুৰি' পাঠহে প্ৰচলিত অৰ্থমতে শুদ্ধ হয় ) মন কৰিব লগীয়া যে — এই পদৰ অৰ্থ ডেৰ বছৰ কম ছকুৰি বছৰ বয়সত শংকৰদেৱৰ বৈকুণ্ঠ প্ৰয়াণ হোৱা বুলি কৰা হয়। শংকৰদেৱৰ বৈকুণ্ঠ-প্ৰয়াণৰ নিশ্চিত তিথি ১৪৯০ শকৰ ভাদমাহৰ শুক্লা দ্বিতীয়া হ'লে আহিন মাহত জন্ম হোৱা এজন লোকৰ বয়সত ছমাহৰ কম-বেছিৰ প্ৰশ্ন উঠিবই নোৱাৰে। আকৌ ১৩৭১ শকৰ পৰা ১৪৯০ শকলৈ সম্পূৰ্ণ ১১৯ বছৰহে হয়। গতিকে অপ্ৰকাশিত পুথিৰ পাঠান্তৰ 'বৰিষেক মন্দ আয়ু ছয়কুৰি' এই-খিনিত সংগতিপূৰ্ণ যেন লাগে। আনহাতে দেৱ বা ডেৰ নহৈ 'তেৰ' হ'লে ১৩ বছৰ কম ছকুৰি অৰ্থাৎ ১০৭ বছৰ জীৱনকালো অসম্ভৱ নহয়। এইদৰে প্ৰকা-শিত অপ্ৰকাশিত অনেক পুথিৰ অনেক মতৰ মাজত অনৈক্য পৰিলক্ষিত হয়; কিন্তু সেইবোৰৰ লগত ঐতিহাসিক লাভ-ক্ষতিৰ বিশেষ সম্বন্ধ নাই। সেই কাৰণে ১৩৭১ শকৰ পৰা ১৩৮৪ শকমানৰ ভিতৰতে ( খ্ৰী° ১৪৪৯ চনৰ পৰা ১৫৬২ চনমানৰ ভিতৰত ) শংকৰদেৱৰ আৱিৰ্ভাৱ কাল ধৰি ল'ব পাৰি +। মাহ, বাৰ তিথি আদি নিশ্চিত ভাৱে জনাৰ উপায় নাই। পাছৰ যুগত ৰচিত চৰিত-গ্ৰন্থ আৰু বংশাৱলী গ্ৰন্থবোৰৰ দিন-বাৰ কল্পনা প্ৰসূত নোহোৱা হ'লে পৰস্পৰ অমিল নহ'লহেঁতেন।

+ অনিৰুদ্ধ দাসৰ 'গুৰু বৰ্ণনা' নামৰ চৰিত-গ্ৰন্থত ( শংকৰ, মাধৱ, পুৰুষোত্তম, চতুৰ্ভুজ, দামোদৰ, আৰু ৰমাকান্ত আতাৰ চৰিত গ্ৰন্থ ) শংকৰদেৱৰ জন্ম শক ১৩৮৫ (খ্ৰী° ১৪৬৩) আৰু মাধৱদেৱৰ জন্ম শক ১৪২৩ (খ্ৰী° ১৫০১) বোলা হৈছে। 'গুৰু বৰ্ণনা'ৰ ৰচনা কাল ১৭ শতিকাৰ শেষ বা ১৮ শতিকাৰ আৰম্ভ অৱস্থা হ'ব।

**(ঘ) বাল্যকাল ঃ—** শংকৰদেৱৰ বাল্যকালত তেওঁৰ পিতৃ-মাতৃৰ প্ৰভাৱ আৰু ব্যৱস্থা সম্বন্ধে বিচাৰ কৰিবলৈ যাওঁতে এটা সমস্যা উপস্থিত হয়। ভূষণদ্বিজৰ মতে শংকৰদেৱৰ প্ৰথম বিবাহৰ পাছতহে পিতৃ কুসুম্বৰ পৰলোক প্ৰাপ্তি ঘটে। পিতৃৰ মাসিক শ্ৰাদ্ধৰ পাছত মাতৃয়ো পৰলোক-প্ৰাপ্ত হয়। সন্তমালাৰ মতে শংকৰদেৱৰ জন্মৰ এমাহৰ পাছত মাতৃবিয়োগ হয়। তাৰ পাছত ল'ৰি-ঢাপৰি খেল-ধেমালি কৰি ফুৰিব পৰা হোৱা অৱস্থাত ( ৫।৬ বছৰমান বয়সত ) কুসুম্বে দ্বিতীয় বাৰ বিয়া কৰায়। এই দ্বিতীয় পত্নীৰ পৰা বনগঞাৰ জন্ম হয় ; কিন্তু বনগঞাক কুসুম্বে ডাঙৰ-দীঘল কৰিবলৈ নাপালে। অলপ দিনতে কুসুম্বৰ মৃত্যুৰ মুখত পৰিল আৰু বনগঞাৰ মাতৃও স্বামীৰ অনুগামী হ'ল। এই মতে শংকৰদেৱৰ ৭।৮ বছৰমান বয়সত কুসুম্বৰ মৃত্যু হয় বুলি অনুমান কৰিব পাৰি। দৈত্যাৰি ঠাকুৰে শংকৰদেৱৰ জন্মৰ কিমান দিন, মাহ বা বছৰৰ পাছত পিতৃ-বিয়োগ হয়, তাৰ স্পষ্ট হিচাব দিয়া নাই ; মাত্ৰ বনগঞাগিৰিৰ জন্মৰ কিছুদিনৰ পাছত এই ঘটনা হোৱা বুলিছে। লগতে— "দেখিলা ভাৰ্যায়ে তান মৰি গৈল স্বামী। মনত হৰিষে তেহো ভৈল অনুগামী ॥ ৩।১৪।" বুলি কৈছে। ইয়াত 'ভাৰ্যায়ে' শব্দটোত সত্যসন্ধা আৰু অনুধৃতি ( বনগঞাৰ মাক ) উভয়কে বুজাইছে°। ৰামানন্দ দ্বিজই শংকৰদেৱৰ সাত বছৰ আৰু বনগঞাৰ দুবছৰ বয়সত পিতৃ-বিয়োগ হোৱা আৰু মাতৃও পিতৃৰ অনুগামী হোৱা বুলি কৈছে ( পদ ১১৯ )। বৰদোৱা-গুৰুচৰিতত শংকৰদেৱৰ শিক্ষা সম্পূৰ্ণ হোৱা সময়ত তেওঁৰ পিতৃ-মাতৃ থকা বুলিছে— "×× কন্দলি মহাশয়ে পুত্ৰ বিজয়পণ্ডিত হ'ব বুলি আশীৰ্বাদ কৰিলে। পুত্ৰৰ গুণ দেখি পিতা-মাতাৰ মনত বৰ আহ্লাদ হ'ল।" ভূষণ দ্বিজৰ দৰেই এইখন চৰিতৰ লেখকেও শংকৰদেৱৰ বিবাহৰ কিছু দিনৰ পাছতহে ক্ৰমে পিতৃ আৰু মাতৃৰ বিয়োগ হোৱা বুলিছে। ৰামচৰণৰ মতে জন্মৰ ১৫ দিনৰ দিনা মাতৃ-বিয়োগ হয় ( পদ-৩২৩-৬৩৫ )। কথা গুৰু-চৰিতত পিতৃ-মাতৃবিয়োগৰ সময়ত শংকৰদেৱৰ কিমান বয়স হৈছিল স্পষ্ট ভাবে লিখা নাই। তথাপি বাৰ বছৰৰ আগতে পঢ়াশালিত নাম ভৰোৱাৰ আগতেই পিতৃ-মাতৃ হানি হোৱা বুলি কোৱা হৈছে। এই বিলাক কথাৰ পৰা বুজিব পাৰি যে— সমাজত বহুদিন ধৰি প্ৰচলিত হ'লেও শংকৰদেৱ তেনেই সৰু হৈ থকা অৱস্থাতে পিতৃ-মাতৃহীন নিঠৰুৱা হৈ পৰিছিল বুলি ক'ব নোৱাৰি।

৮।১০ বছৰ বয়সত পিতৃ-মাতৃৰ বিয়োগ হোৱা সন্তান আৰু কেঁচুৱা অৱস্থাতে নিঠৰুৱা হোৱা সন্তানৰ মানসিক স্থিতিৰ মাজত পাৰ্থক্য থকাটো স্বাভাবিক কথা। বিয়াৰ পাছত পিতৃ-মাতৃ হানি হোৱাটোও সুকীয়া কথা।

**(ঙ) অধ্যয়ন আৰু যোগাভ্যাস ঃ—** যোগাভ্যাস, ব্ৰহ্মপুত্ৰ নদ সন্তৰণ প্ৰভৃতি শৰীৰচৰ্চাৰ কথা সকলো চৰিতপুথিতে পোৱা যায় ; কিন্তু এই যোগাভ্যাস পতঞ্জলিৰ ৰাজযোগনে নাথ-পন্থীসকলৰ হঠযোগ সেই বিষয়ে স্পষ্ট উল্লেখ নাই। তৎকালীন সামাজিক পৰিৱেশলৈ চাই হঠযোগৰ অভ্যাসো অসম্ভৱ নহয়। যোগ-সাধনাৰ ফল স্বৰূপে সুস্বাস্থ্য, সবল শৰীৰ আৰু মানসিক দৃঢ়তা আদি বহুত প্ৰয়োজনীয় বস্তুৰ অধিকাৰী হ'ব পাৰিছিল। কেইবাখনো চৰিতপুথিৰ মতে তেওঁ বহুত পলমকৈহে বিদ্যা-অধ্যয়নত মন দিছিল যদিও কম সময়ৰ ভিতৰতে সেই সময়ৰ প্ৰয়োজনীয় সকলো শ্ৰেণীৰ শাস্ত্ৰজ্ঞান লাভ কৰিব পাৰিছিল। ভূঞাসকলৰ কাৰণে কায়স্থালি বিদ্যাৰ লগত ৰাজনীতি জ্ঞানৰো প্ৰয়োজন আছিল। তেওঁ কোন সময়ৰ পৰা কোন সময়লৈকে শিৰোমণি ভূঞাৰ দায়িত্ব বহন কৰিছিল, তাৰ স্পষ্ট উল্লেখ চৰিত গ্ৰন্থবোৰে দিয়া নাই। পাছৰ যুগৰ ভক্ত আৰু চৰিতকাৰসকলে শংকৰদেৱক প্ৰধান ভাবে ধৰ্মগুৰু ৰূপেহে চাবলৈ লোৱা কাৰণে চৰিত-গ্ৰন্থসমূহত তেওঁৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক দিশটো প্ৰায়ে নোহোৱা হৈ গ'ল +।

শাস্ত্ৰঅধ্যয়নৰ ক্ষেত্ৰত শংকৰদেৱৰ গুৰুৰ নাম ভূষণ, দৈত্যাৰি আৰু বৈকুণ্ঠ দ্বিজই উল্লেখ কৰা নাই। ৰামানন্দই কলাপকেশৰী বুলিছে (পদ ××১৩৪)। কথাগুৰুচৰিত আৰু বৰদোৱা চৰিতত 'কন্দলি' বুলিছে। "আচাৰ্যসংহতি' নামৰ পুথিতহে এই কন্দলিৰ পূৰা নাম 'মহেন্দ্ৰকন্দলি' বোলা হৈছে। ৰামচৰণৰ পুথিতো তীৰ্থ ভ্ৰমণৰ প্ৰসংগতহে মহেন্দ্ৰ কন্দলি নাম সম্পূৰ্ণ ৰূপে উল্লেখ কৰিছে। শাস্ত্ৰ-অধ্যয়নৰ ক্ষেত্ৰত যি জন গুৰু আছিল, সেই জনৰ পৰাই ভূঞালি বিদ্যা বা প্ৰশাসনীয় জ্ঞান শংকৰদেৱে লাভ কৰা সম্ভৱতঃ নাছিল। এই বিদ্যা বোধহয় তেওঁৰ বাবে বংশানুক্ৰমিক আছিল। গতিকে পিতৃপুৰুষৰ পৰাই শংকৰদেৱে কায়স্থালি বিদ্যা আৰু প্ৰশাসনীয় জ্ঞান লাভ কৰাটোহে বেছি সম্ভৱ আছিল। সেয়ে যদি হয়, তেতিয়া ভূষণদ্বিজ আৰু বৰদোৱা-চৰিতৰ মতে শংকৰদেৱৰ বিবাহৰ পাছতহে কুসুমৰ ভূঞাৰ মৃত্যু হোৱা কথাটো অমান্য কৰিব নোৱাৰি।

যুক্তাক্ষৰ নিশিকাকৈয়ে 'কৰতল কমল' আদি শব্দৰে কোমলগীত ৰচনা কৰা প্ৰভৃতি চমৎকাৰপূৰ্ণ অনেক কাহিনী ভূষণদ্বিজ, দৈত্যাৰি ঠাকুৰ আৰু বৈকুণ্ঠ-

+ ৰামচৰণৰ চৰিতত ১৬ বছৰত শংকৰদেৱে শিক্ষা সাং কৰি ১৭ বছৰ বয়সৰ পৰা ৰাজকাৰ্য চলোৱা বুলিছে। তাৰ আগতে নাবালক শংকৰৰ হৈ জয়ন্তদলৈয়ে সেই কাৰ্য কৰি আছিল (পদ ১৪০১/২)। তীৰ্থভ্ৰমণৰ পাছত জয়ন্ত আৰু মাধৱে পুনৰ সেই বাব দিওঁতে শংকৰদেৱে গ্ৰহণ নকৰিলে (পদ ২১৫১।×× ৫২)।

দ্বিজৰ বাহিৰে আনবোৰ চৰিতকাৰে দিছে। এই শ্ৰেণীৰ কথা পাছৰ যুগৰ কল্পনা-প্ৰসূত হোৱাই বেছি সম্ভৱ। এইবোৰ কথা আগৰে পৰা প্ৰচলিত থকা হ'লে ভূষণ দ্বিজ, দৈত্যাৰি ঠাকুৰ আৰু বৈকুণ্ঠ দ্বিজ এজনৰো ৰচনাত কিয় নাথাকিলহেঁতেন। ৰামানন্দ দ্বিজই কোমল গীতৰ পৰিবৰ্তে এটি সংস্কৃত স্তোত্ৰ ৰচনা কৰা বুলিছে কৈছে ( পদ ১৪৪-১৫৭ )। যোগসাধনাৰ দ্বাৰা অপৰিমিত বল আৰু অলৌকিক চমৎকাৰ প্ৰদৰ্শন কৰিব পৰা শক্তি লাভ কৰিব পাৰে। এনে উদাহৰণ অনেক সাধকৰ জীৱনত পোৱা যায়। সেই সময়ৰ অসমতেই নহয় সমগ্ৰ ভাৰততে যোগ-বিদ্যাৰ প্ৰভাৱ যথেষ্ট আছিল ; কিন্তু এই ক্ষেত্ৰত শংকৰদেৱে কোন পৰম্পৰাৰ গুৰুৰ পৰা যোগাভ্যাসৰ শিক্ষা লাভ কৰিছিল, সেই সম্বন্ধে চৰিতকাৰসকলে কোনো কথা উল্লেখ কৰা নাই। তেওঁলোকে সামাজিক পৰম্পৰাতকৈ শংকৰদেৱৰ অসাধাৰণ প্ৰতিভা আৰু ক্ষমতা প্ৰদৰ্শনৰ ওপৰতহে গুৰুত্ব দিছে। গতিকে এই বিষয়ে ঐতিহাসিক দৃষ্টিত বিচাৰ কৰাটো বৰ্তমান যুগৰ পণ্ডিতসকলৰ কাৰণে এটা সুকীয়া বিষয় হৈ থাকিল।

**(চ) পাৰিবাৰিক জীৱন আৰু আদৰ্শ :–** শ্বেতাশ্বতৰোপনিষদত ( ৬।২৩ ) থকা 'যস্যদেৱে পৰাভক্তিৰ্যথা দেৱে তথা গুৰৌ। তস্যৈতে কথিতা হ্যৰ্থাঃ প্ৰকাশন্তে মহাত্মনঃ। প্ৰকাশন্তে মহাত্মনঃ + ॥' উক্তিৰ আধাৰত ভক্তিৰ ক্ষেত্ৰত গুৰু আৰু দেৱক অভিন্ন ৰূপে গ্ৰহণ কৰাৰ এটা পৰম্পৰা ভাৰতীয় সমাজত প্ৰাচীন কালৰ পৰাই চলি আহিছে। সেই চলতে চৰিতকাৰসকলে শংকৰদেৱকো ক্ৰম-বেছি পৰিমাণে উপাস্যদেৱতাৰ সগুণ ৰূপ শ্ৰীকৃষ্ণৰ লগত অভিন্নভাৱে দেখুৱাবলৈ যত্ন কৰিলে। এনে স্থলত শংকৰদেৱৰ ঐতিহাসিক মানৱীয় ৰূপটো বহুত ক্ষেত্ৰত বিকৃত হ'ল বা হেৰাই গ'ল। গতিকে তেওঁৰ চৰিত্ৰক প্ৰভাৱিত কৰা সামাজিক আৰু মনস্তাত্ত্বিক দিশ দুটাৰ প্ৰতি আওকাণ কৰা স্বভাৱ এটা আধুনিক আলোচক-সকলৰ ক্ষেত্ৰতো দেখিবলৈ পোৱা যায় ; কিন্তু শংকৰদেৱৰ পাৰিবাৰিক জীৱন আৰু স্বকীয় জীৱনদৰ্শনৰ বিষয়ে বিচাৰ কৰাটো এটা প্ৰয়োজনীয় কথা বুলি আমি ভাবোঁ। চমুকৈ ক'বলৈ হ'লে জন্মজাত প্ৰতিভা আৰু পাৰিবাৰিক ব্যৱস্থাৰ লগত তলত দিয়া কথা কেইটায়ো তেওঁৰ জীৱনধাৰাক এটা বিশেষ দিশেদি আগ বাঢ়িবলৈ প্ৰেৰণা যোগাইছিল।

---

+ যি সাধকৰ উপাস্যদেৱত পৰাভক্তি আছে, তেওঁৰ সেই পৰাভক্তি গুৰুৰ প্ৰতিও যদি থাকে, তেতিয়াহ'লে সেই মহাত্মা সাধকৰ হৃদয়ত এই আগতে কৈ অহা ) ৰহস্যময় অৰ্থ প্ৰকাশ হয় অৰ্থাৎ তেওঁহে সেই ৰহস্যময়তত্ত্বৰ উপলব্ধি কৰিব পাৰে।

(১) যদি সৰু কালতেই শংকৰদেৱৰ পিতৃ-মাতৃৰ স্নেহ আৰু শাসনৰ পৰা বঞ্চিত হৈছিল, তেতিয়া হ'লে তেওঁ কিছুমান ক্ষেত্ৰত মানসিক আঘাতৰ সন্মুখীন হ'ব লগাত পৰিছিল, যাৰ ফলত গতানুগতিক বিধি-ব্যৱস্থাৰ বিৰুদ্ধে তেওঁৰ মনত এটা বিদ্ৰোহৰ ভাব গঢ় লৈ উঠাটো অসম্ভৱ নহয়। প্ৰতিভাশালী আৰু ক্ষমতা-শালী পুৰুষে সেই বিদ্ৰোহকে সংস্কাৰধৰ্মী ৰূপ দিব পাৰে।

(২) যদি শংকৰদেৱৰ বিবাহৰ পাছতহে তেওঁৰ পিতৃ-মাতৃ হানি হৈছিল, তেনেহ'লে অমৃতৰ চৰুত হাত দি জন্মহোৱা শংকৰদেৱৰ কাৰণে দুবছৰমানৰ ভিতৰত পিতৃ-মাতৃ আৰু পত্নী হানিৰ দুৰ্ঘটনা যথেষ্ট গুৰুত্বপূৰ্ণ আছিল। সেই ঘটনাই সম্ভৱতঃ তেওঁৰ শাস্ত্ৰৰ্জানত বৈৰাগ্যৰ জ্ঞানক উপলব্ধিৰ গভীৰতা দিলে। বাস্তৱক অস্বীকাৰ নকৰিলেও বাস্তৱৰ অনিত্যতাক স্বীকাৰ কৰিবলৈ তেওঁ বাধ্য হ'ল; কিন্তু প্ৰবল প্ৰতিভা আৰু কৰ্মক্ষমতা থকা মানুহ এজন বাস্তৱজীৱন আৰু সমাজ এৰি ক'লৈ যাব ? এনেস্থলত জীৱন-জিজ্ঞাসাৰ এটা নতুন বাটেদি আগবাঢ়ি যাবলৈ তেওঁ স্থিৰ কৰিলে। যোগাভ্যাস আৰু পাণ্ডিত্যৰ শাৰীৰিক-মানসিক বল লৈ তেওঁ তীৰ্থযাত্ৰাৰ নামত এখন বহল সমাজ চোৱাৰ সুবিধা ল'লে। তীৰ্থভ্ৰমণে তেওঁৰ জীৱনবোধক গভীৰতা আৰু ব্যাপ্তি দিলে।

(৩) ব্ৰহ্মপুত্ৰ উপত্যকাটো বিভিন্ন জনগোষ্ঠীৰ লোকে গঢ় দিয়া সুকীয়া সুকীয়া ভাষা আৰু লোকবিশ্বাসজনিত সংস্কৃতিৰ মিশ্ৰণত সৃষ্টি হোৱা এটা নতুন সংস্কৃতিৰ বিকাশক্ষেত্ৰ হৈ উঠিছিল ; কিন্তু পশ্চিমৰ পৰা অহা তুৰ্ক আৰু পূবৰ পৰা অহা আহোমসকলৰ ৰাজনৈতিক আৰু সাংস্কৃতিক প্ৰৱাহে আগৰ বিকাশ-ক্ৰমত সাময়িক ভাবে হ'লেও বহু ক্ষেত্ৰতে বাধা সৃষ্টি কৰিছিল। এনে স্থলত সাংস্কৃতিক বিকাশ-ক্ৰমটোক সমন্বয়ৰ প্ৰক্ৰিয়াৰে অধিক সবল কৰি তুলিবৰ কাৰণে ৰাজনৈতিক নেতৃত্বতকৈয়ো সাংস্কৃতিক নেতৃত্বৰ প্ৰয়োজন বেছি হৈ পৰিছিল। এজন বিজেতা বীৰ আৰু বৃহৎ-সাম্ৰাজ্যৰ শাসক হোৱাতকৈ এই সাংস্কৃতিক নেতৃত্বৰ কামটো বেছি কঠিন আৰু স্থায়ী ফলদায়ক হোৱাটো নিশ্চিত কথা। প্ৰতিভাশালী আৰু ক্ষমতা-শালী শংকৰদেৱৰ বাহিৰে সেই সময়ত এই দায়িত্ব বহন কৰিবলৈ কোনেও সাহস কৰিব নোৱাৰিলে। মনত বৈৰাগ্যৰ উপলব্ধি সুদৃঢ় হৈ উঠিছিল বাবেহে জীৱনত বহুত হেৰুৱাব লাগিব বুলি ভয় নকৰি তেওঁ এই কামলৈ আগ বাঢ়িব পাৰিলে। তেওঁৰ এই কামৰ কাৰণে তীৰ্থভ্ৰমণটো একপ্ৰকাৰৰ প্ৰশিক্ষণ ব্যৱস্থা হৈ পৰিছিল।

শংকৰদেৱৰ প্ৰথমা পত্নী সূৰ্যৱতী এটি মাত্ৰ কন্যা সন্তান জন্ম দিয়েই পৰ-লোকগামী হোৱা কথা গুৰুচৰিতসমূহত উল্লেখ আছে। শংকৰদেৱে সেই কন্যাটি কম

বয়সতে হৰি নামে এজন কায়স্থলৈ বিয়া দি তেওঁকে নিজৰ ঘৰুৱা লগৰীয়া পাতি তীৰ্থলৈ যাত্ৰা কৰিলে। কথাগুৰু-চৰিতৰ মতে লগত বাৰজন লগৰীয়া. বৰদোৱা গুৰু-চৰিতৰ মতে সোতৰজন লগৰীয়া আছিল। দুয়োৰ্থন পুথিতে শংকৰদেৱৰ পুৰোহিতৰ বংশৰ সহপাঠী বন্ধু ৰামৰাম গুৰু, সৰ্বজয়, বলৰাম, পৰমানন্দ আৰু শ্ৰীৰামৰ নাম পোৱা যায়। বৰদোৱা-গুৰুচৰিতত 'দামোদৰ আতা'ৰ নামো আছে। মহেন্দ্ৰ কন্দলিৰ নামো দুয়োৰ্থন পুথিতে আছে; কিন্তু কথা-গুৰুচৰিতৰ মতে জগন্নাথ ক্ষেত্ৰৰ পৰা মহেন্দ্ৰকন্দলি প্ৰমুখ্যে কেইবাজনকো পঠিয়াই দিলে। ভূষণদ্বিজই লগৰীয়াসকলৰ নাম দিয়া নাই।

(ছ) **তীৰ্থভ্ৰমণ** :— সেই কালৰ তীৰ্থভ্ৰমণ আৰু আজিকালিৰ তীৰ্থভ্ৰমণৰ মাজত পাৰ্থক্য বহুত। প্ৰাকৃতিক আৰু সামাজিক দুই শ্ৰেণীৰ গুৰুত্বৰ ওপৰত নিৰ্ভৰ কৰি তীৰ্থ আৰু ক্ষেত্ৰবোৰ গঢ় লৈ উঠিছিল। সাধাৰণ কথাত তীৰ্থ আৰু ক্ষেত্ৰ উভয়কে তীৰ্থ বোলা হয় যদিও তীৰ্থ শব্দটো স্নানপ্ৰধান নদীৰ ঘাট-সূচক আৰু ক্ষেত্ৰ শব্দটো মন্দিৰ প্ৰভৃতি সামাজিক ব্যৱস্থা-প্ৰধান স্থান-সূচক আছিল। পাছত ক্ষেত্ৰ সমূহতো কিছুপৰিমাণে স্নানৰ ব্যৱস্থা আৰু তীৰ্থ সমূহতো মন্দিৰৰ ব্যৱস্থা গঢ়লৈ উঠিল। এই শ্ৰেণীৰ সকলো ঠাইতে কিছুমান প্ৰাকৃতিক বৈশিষ্ট্য থাকে। সেই-বাবে পৰ্বতৰ বিশেষ অঞ্চল, নদীৰ কাষৰ বিশেষ স্থান আৰু সাগৰৰ কাষৰো স্থান বিশষতঃহে তীৰ্থ আৰু ক্ষেত্ৰ বিলাক গঢ় লৈছিল। বদৰিকাশ্ৰম, হৰিদ্বাৰ, প্ৰয়াগ, কাশী, পুষ্কৰ, শ্ৰীক্ষেত্ৰ প্ৰভৃতি স্থান সমূহতো এই লক্ষণবোৰ মন কৰিব লগীয়া। বৃন্দাবন, গয়া প্ৰভৃতি কিছুমান ঠাইত প্ৰাকৃতিক গুৰুত্বতকৈ ঐতিহাসিক বা সামাজিক গুৰুত্বহে বেছি। প্ৰথমতে প্ৰাকৃতিক কাৰণত গুৰুত্বপূৰ্ণ (সুন্দৰ দৃশ্য আৰু স্বাস্থ্যপ্ৰদ জলবায়ুৰ বাবে) ঠাইবোৰো পাছত ঐতিহাসিক আৰু সামাজিক দৃষ্টিত গুৰুত্বপূৰ্ণ হৈ পৰে। প্ৰকৃতিৰ সৌন্দৰ্যই কলাত্মক ৰুচি আৰু আধ্যাত্মিক বোধক তীব্ৰতা আৰু গভীৰতা দিয়ে। ঐতিহাসিক আৰু সামাজিক গুৰুত্ব থকা ঠাইবোৰে সমাজ-চেতনাৰ সুকীয়া সুকীয়া দিশবোৰ দেখুৱাই দিব পাৰে। শ্ৰীক্ষেত্ৰ, গয়া, কাশী আৰু বৃন্দাবনৰ নিচিনা তীৰ্থস্থানবোৰ শংকৰদেৱৰ সময়ত এই শ্ৰেণীৰ সামাজিক গুৰুত্বপূৰ্ণ আছিল। সৰ্বভাৰতীয় চিন্তা আৰু আদৰ্শৰ প্ৰচাৰ কৰিবৰ কাৰণে তীৰ্থস্থানবোৰেই সেই সময়ত প্ৰধান কেন্দ্ৰ ৰূপে স্বীকৃত হৈছিল। কিছুমান ভাল শাসকৰ ৰাজ সভাতো চিন্তা-চৰ্চাৰ সুবিধা আছিল যদিও, সকলো সময়তে সেইবোৰত নিৰ্ভৰ কৰিব পৰা নহৈছিল। তদুপৰি শাসকৰ পৃষ্ঠপোষকতাত স্বাধীন চিন্তা বাধাগ্ৰস্ত হোৱাৰ সম্ভাবনাও যথেষ্ট আছিল। এনে স্থলত সমাজসচেতন লোকৰ

কাৰণে তীৰ্থ-ক্ষেত্ৰসমূহেই উপযুক্ত স্থান ৰূপে বিবেচিত হৈছিল । মনকৰিবলগীয়া কথা যে—তীৰ্থৰ জলে বা ক্ষেত্ৰৰ মূৰ্তিয়েই তীৰ্থযাত্ৰীসকলক পবিত্ৰ নকৰে, সন্ত-সাধু-সকলৰ সংস্পৰ্শইহে তীৰ্থ-ক্ষেত্ৰসমূহকো পবিত্ৰ কৰে বুলি ভাগৱত প্ৰভৃতি শাস্ত্ৰতো কোৱা হৈছে ( দ্ৰ° ভাগৱত ১০।৮৪।১১ ) ।

শংকৰদেৱৰ তীৰ্থভ্ৰমণৰ কথা কম-বেছি পৰিমাণে সকলো চৰিতপুথিতে আছে । কথাগুৰু-চৰিত আৰু ৰামচৰণৰ চৰিতৰ তীৰ্থৰ তালিকা দীঘল । কথা গুৰু চৰিত আৰু বৰদোৱা-গুৰুচৰিতত ভ্ৰমণতে বাৰ বছৰ সময় লগাৰ কথাও কৈছে । এই চৰিত-গ্ৰন্থবোৰত উল্লেখ থকা সকলো ঠাইলৈকে শংকৰদেৱ গৈছিলনে নাই যোৱা, সেই কথা নিশ্চিত ভাৱে ক'ব নোৱাৰি যদিও, দক্ষিণৰ জগন্নাথ বা শ্ৰীক্ষেত্ৰ আৰু পশ্চিমৰ বৃন্দাবনলৈকে এই ব্যাপক অঞ্চল ভ্ৰমণ কৰিছিল বুলি সহজে অনুমান কৰিব পাৰি । বৰদোৱা-গুৰু-চৰিতৰ মতে বদৰিকাশ্ৰমত "মন মেৰি ৰাম চৰণহি লাগু" শীৰ্ষক বৰগীতটি ৰচনা কৰিছিল; কিন্তু চৰিতপুথিত থাকিলেও এনেকুৱা কিছুমান প্ৰসংগ সম্পূৰ্ণ বিশ্বাসযোগ্য নহ'বও পাৰে ।

বৃন্দাৱন সেই সময়ত ভাৰতবৰ্ষৰ সকলো অঞ্চলৰে বৈষ্ণৱসকলৰ কেন্দ্ৰ স্থল সদৃশ হৈ পৰিছিল; তদুপৰি শংকৰদেৱে বৰগীত, ভটিমা আৰু অংকীয়া নাটত ব্যৱহাৰ কৰা ব্ৰজাৱলী ভাষাত ব্ৰহ্মপুত্ৰ উপত্যকাৰ পৰা সেই ব্ৰজভূমিপৰ্যন্ত বিস্তৃত ক্ষেত্ৰৰ অনেক কথিত আৰু লিখিত ভাষাৰ শব্দ তথা প্ৰত্যয় পোৱা যায় । গতিকে বৃন্দাৱনপৰ্যন্ত শংকৰদেৱৰ তীৰ্থভ্ৰমণ কাৰ্য হোৱাটো নিশ্চিত বুলি ধৰিব পাৰি । কীৰ্তনৰ নামাপৰাধ আৰু পাষণ্ডমৰ্দন অধ্যায়ত ( পদ ৭২ আৰু ১০৭ ) গয়াৰো আৰু বাৰাণসীৰ কথা উল্লেখো কৰিছে । তাৰ পৰা অনুমান হয় যে—কীৰ্তন ৰচনাৰ কাম তীৰ্থভ্ৰমণৰ পাছতহে আৰম্ভ হৈছিল ।

চকুত লগা কথা যে—দৈত্যাৰি ঠাকুৰকৃত চৰিতত তীৰ্থভ্ৰমণৰ আগে-পাছে ক'তো শংকৰদেৱৰ পত্নী-বিয়োগ আৰু কন্যা মনুৰ বিবাহ সম্বন্ধে একো কোৱা নাই । আন কি তীৰ্থভ্ৰমণৰ প্ৰসংগতো কেৱল জগন্নাথক্ষেত্ৰৰ কথাহে কোৱা হৈছে । ভূষণ দ্বিজৰ চৰিত মতেহে পিতৃ-মাতৃ আৰু পত্নী-বিয়োগৰ পাছত গংগা, গয়া, জগন্নাথ আদি স্থান-ক্ষেত্ৰ ভ্ৰমণ কৰোঁতে বাৰ বছৰ লাগিছিল । আমাৰ বোধেৰে ভূষণদ্বিজৰ কথাই এই ক্ষেত্ৰত বেছি বিশ্বাসযোগ্য । ধৰ্মপ্ৰচাৰৰ উদ্দেশ্যে সাহিত্য-ৰচনা আদি কৰাৰ ক্ষেত্ৰত নমাটোও তীৰ্থভ্ৰমণৰ পাছত হোৱাটোহে বেছি সম্ভৱ । কথা-গুৰুচৰিতত বিবাহৰ পূৰ্বেই হৰিশ্চন্দ্ৰ-উপাখ্যান লিখা হ'ল বুলি কৈছে; কিন্তু বৰদোৱা-গুৰু চৰিতত তীৰ্থৰ পৰা অাহাৰ পাছতহে হৰিশ্চন্দ্ৰ উপাখ্যান [illegible]

বুলিছে। এইখনেই তেওঁৰ প্ৰথম কাব্য বুলি ধৰা হয়। বিষ্ণুত ভিন্ন অন্য দেৱতাৰ পূজা-উপাসনাৰ প্ৰতি অনাস্থা প্ৰকাশ কৰা দৃঢ়তা এই পুথিত স্পষ্ট ভাবে দেখা গৈছে। আনহাতে বশিষ্ঠ-বিশ্বামিত্ৰৰ দৰে শ্ৰেষ্ঠ ঋষিসকলৰ স্বাৰ্থপৰতা আদি দুৰ্ব-লতাৰ চিত্ৰও কাব্যৰ যোগেদি এই পুথিত দাঙি ধৰিছে। বিঘিনি খণ্ডনৰ কাৰণে অনুষ্ঠানৰ আৰম্ভণিতে পূজা দি অহা দেৱতা গণেশ যে প্ৰকৃততে অনুদাৰ বা স্বাৰ্থ-পৰ আৰু বিঘ্নকাৰকহে তাকো এই কাব্যত দেখুৱাইছে। গতিকে নানা পুৰাণত নানা দেৱ-দেৱীৰ পূজা-উপাসনাৰ বিধান থাকিলেও মাৰ্কণ্ডেয় পুৰাণৰ পৰা এই অংশটো বাছি লোৱাৰ বিশেষ উদ্দেশ্য আছে যেন লাগে। পাৰ্থিৱ প্ৰয়োজন-সিদ্ধিৰ উদ্দেশ্য সময়ে সময়ে পৃথক্ পৃথক্ দেৱতা পূজাৰ বিধান দিয়া পুৰোহিতা-লিৰ বিৰুদ্ধে তৎকালীন সমাজত এটা বিপ্লৱী মনোভাৱ গঢ় দিয়াৰ উদ্দেশ্যে এই গ্ৰন্থ ৰচনা কৰাটো অসম্ভৱ নহয়। সেয়ে যদি হয়, তেনেহ'লে তীৰ্থ-ভ্ৰমণৰ পাছতেই এই কাব্য ৰচনা কৰিছিল বুলি ভাবিবৰ থল আছে।

মহাৰাষ্ট্ৰৰ নামদেৱ ( খ্ৰী° ১২৭০–১৩৫০ ) আৰু উত্তৰ ভাৰতৰ কবীৰৰ ( খ্ৰী° ১৩৯৮–১৫ শতিকাৰ অন্তিম দশক পৰ্যন্ত, কোনো কোনোৰ মতে ১৫১৮ খ্ৰী° পৰ্যন্ত ) বিপ্লৱী আদৰ্শই সেই সময়ৰ পাছপৰা শ্ৰেণীৰ লোকৰ মাজত এটা নতুন সমাজ-চেতনাৰ সৃষ্টি কৰিছিল। ব্যৱসায়ৰ ফালৰ পৰা নামদেৱ দৰ্জী আৰু কবীৰ তাঁতী আছিল। সেই সময়ৰ ব্ৰহ্মপুত্ৰ উপত্যকাতো স্মাৰ্ত বিধি-ব্যৱস্থা মানি চলিব পৰা লোকৰ সংখ্যা অতি কমেইহে আছিল। এনে স্থলত ব্ৰহ্মপুত্ৰ উপ-ত্যকাৰ জনসাধাৰণৰ কাৰণে উপযোগী এটা লোক-ধৰ্ম গঢ় দিয়াৰ ক্ষেত্ৰত নামদেৱ, কবীৰ আৰু কবীৰৰ সমকালীন ৰৈদাস ( জাতিত চমাৰ ) প্ৰভৃতি নিগুৰ্ণপন্থী সন্ত সকলৰ আদৰ্শই শংকৰদেৱক নিশ্চয় প্ৰভাৱিত কৰিব পাৰে। এনে আদৰ্শেৰে অনু-প্ৰাণিত ন'হলে পূৰ্বপুৰুষৰ স্মাৰ্ত পৰম্পৰা আৰু তান্ত্ৰিক বাতাৱৰণৰ জাল ফালি এজন অব্ৰাহ্মণ সামন্তই ধৰ্মীয় আন্দোলনৰ নেতৃত্ব দিবলৈ আগবঢ়াটো টান কথা হে পৰে। চৰিত মতেও তাঁতীসকলৰ লগত শংকৰদেৱৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। বৰদোৱা-গুৰুচৰিতৰ মতে শংকৰদেৱক তীৰ্থ ভ্ৰমণৰ পাছত 'এশঘৰ বন্দী দি ভূঞা সকলে সকলোৰে ওৰপত গোমোস্তা পাতিলে'। ৰামচৰণৰ চৰিতত তন্ত্ৰী ( তাঁতী ) সকলৰ ওপৰত বিচাৰক হোৱাৰ কথা কৈছে ( পদ ২১৫২ )। বৰপেটা অঞ্চলত থকা সময়তো শংকৰদেৱৰ লগত তাঁতীসকলৰ সম্পৰ্কৰ কথা পোৱা যায়।

সাহিত্যৰ বাহিৰেও ধৰ্মপ্ৰচাৰৰ সজুঁলি ৰূপে গ্ৰহণ কৰা অভিনয়, সংগীত, মূৰ্তি, চিত্ৰ প্ৰভৃতি কলাৰ ক্ষেত্ৰত যিবোৰ সৰ্বভাৰতীয় উপাদান পোৱা যায়,

তাৰ পৰাও তীর্থ-ভ্ৰমণৰ পাছতহে শংকৰদেৱে ধৰ্মপ্ৰচাৰৰ উদ্দেশ্যে কিছুমান কাম হাতত লোৱা যেন ধাৰণা হয়। পাছৰ যুগৰ অধিকসংখ্যক চৰিতকাৰে এই বিলাক কথালৈ চকু নাৰাখি ঐশ্বৰিক শক্তি প্ৰদৰ্শনত গুৰুত্ব দিয়া কাৰণে তীর্থভ্ৰমণৰ আগতেই ধর্ম-প্ৰচাৰৰ বাবে সাহিত্য-কলা আদিৰ ক্ষেত্ৰত পাৰদৰ্শিতা দেখুৱাইছিল বুলি ধৰি লৈ তেনেদৰে কাহিনী সজাইছে।

**(জ) প্ৰথম বাৰ তীর্থভ্ৰমণৰ পাছতঃ**— সেই সময়ৰ সমাজ আৰু সংস্কৃতিত ধৰ্মীয় আদৰ্শৰ প্ৰভাৱ বেছি আছিল। লোক-কলা আৰু সংস্কৃতিতকৈ ধৰ্মীয় কলা আৰু সংস্কৃতিৰ ক্ষেত্ৰ অধিক বহল আছিল। প্ৰকৃততে সমাজৰ ক্ৰমবিকাশৰ বাবে উচ্চাংগ কলা আৰু লোক-কলা উভয়ৰে সমন্বয়ৰ প্ৰয়োজন হয়। উচ্চাংগ কলা আৰু সংস্কৃতিক ৰহস্যমুখী দাৰ্শনিক বিচাৰে, তথা লোক-কলা আৰু লোক-সংস্কৃতিক আৰ্থিক প্ৰয়োজনজনিত সাধাৰণ বিচাৰে অনুপ্ৰাণিত কৰে। উচ্চাংগ কলা আৰু সংস্কৃতিয়ে মানৱতাৰ বিকাশত ভোগৰ লগতে ত্যাগৰ আৰু আত্মবিকাশৰ লগতে আত্মবিলোপৰ উপাদানো কিছুপৰিমাণে প্ৰয়োজন বুলি দেখুৱাই দিয়ে। এনে স্থলত লোকজীৱনৰ আদৰ্শতেই লোকনায়কৰ জীৱনদৰ্শন সীমাবদ্ধ হৈ থাকিব নোৱাৰে। লোকোত্তৰ জীৱনদৰ্শনৰ পোহৰতহে লোক-জীৱনো দোখোজ আগবাঢ়িবলৈ সক্ষম হয়; কিন্তু এনে লোকোত্তৰ জীৱন-দৰ্শনৰ দাৰ্শনিকজন লোক-জীৱনৰ লগত একো সম্পৰ্ক নথকা অৰণ্যবাসী হ'লেও তাৰ পৰা লোক-জীৱনে আদৰ্শ গ্ৰহণ কৰিব নোৱাৰে। সেই বাবে তীৰ্থৰ পৰা ঘূৰি অহাৰ পাছত শংকৰদেৱে এজন ত্যাগী সংসাৰীৰ এটা জীৱন-চিত্ৰ তৎকালীন সমাজৰ সমুখত দাঙি ধৰিবলৈ চেষ্টা কৰিলে। তেওঁৰ কাৰ্যাৱলী আৰু ৰচনাৱলীৰ মাজত এটা বিৰোধাভাস দৃষ্টিগোচৰ হোৱাৰ মূলতেও সম্ভৱতঃ এইটোৱেই ঘাই কাৰণ।

ৰুচি আৰু যোগ্যতা-ভেদে ব্যক্তিগত চৰিত্ৰ সুকীয়া সুকীয়া হয়। লোক-জীৱন এনে ধৰণৰ বহুমুখী চৰিত্ৰৰ সমূহীয়া ৰূপ। এনে স্থলত সমাজৰ সকলো শ্ৰেণীৰ লোকৰ কাৰণে ধৰ্ম আৰু সংস্কৃতিৰ দাৰ্শনিক আৰু ব্যৱহাৰিক ৰূপটো এটা নিৰ্দিষ্ট সাঁচত মৰা হ'ব নোৱাৰে। অথচ সামাজিক ৰুচি আৰু আচৰণৰ বৈচিত্ৰৰ মাজত এটা সূক্ষ্ম ঐক্য থাকিব লাগিব। ধৰ্ম তথা সংস্কৃতিৰ ক্ষেত্ৰত লোক আৰু উচ্চাংগ উভয় স্তৰতে এই সূক্ষ্ম ঐক্যটোৱেই প্ৰধান লক্ষ্য স্বৰূপে আছে। শংকৰ-দেৱে এই ঐক্যটো ৰহস্যমুখী কলাত্মক বোধৰ মাধ্যমেৰে প্ৰকাশৰ চেষ্টা কৰিছে। এই ৰহস্যমুখী কলাত্মক বোধটোৱেই পাৰিভাষিক শব্দ হ'ল 'নাম'। এই 'নাম'ৰ সহায়েৰেই দৰ্শন, আচৰণ আৰু সামাজিক ঐক্য দৃঢ় তথা বিস্তৃত কৰাৰ ব্যৱস্থা লোৱা হৈছে কাৰণে চমুকৈ তাকে 'নাম-ধৰ্ম'ও বোলা হয়। ভাৰতবৰ্ষৰ ধৰ্ম আৰু

সংস্কৃতি একেটা জীৱন-ব্যৱস্থাৰে দুটা দিশহে ; দুটা সুকীয়া বস্তু নহয়। সংস্কৃতিৰ কলাত্মক বা আৱেগপ্ৰধান দিশটোৰ ভিত্তিতেই ভক্তিধৰ্মই বিকাশ লাভ কৰিছে। সেই বাবে ভক্তিৰ প্ৰধান সাধন স্বৰূপেও নামকেই গ্ৰহণ কৰা হৈছে। দৰ্শন আৰু তাৰ অনুকূল ব্যৱস্থাসমূহে সংস্কৃতিৰ বিচাৰ-প্ৰধান দিশটোৰ প্ৰতিনিধিত্ব কৰে। এনে স্থূলত শংকৰদেৱৰ কাৰ্যাৱলীৰ মানসিক পটভূমিত আৱেগপ্ৰধান কবি-ৰূপ আৰু সমাজ-সচেতন নেতাৰ বাবে প্ৰয়োজনীয় বিচাৰ-প্ৰধান দাৰ্শনিক ৰূপ এই দুয়োটাৰে সংঘাত কম-বেছি পৰিমাণে হ'ব পাৰে। গতিকে তেওঁৰ জীৱন-বৃত্তৰ সম্বন্ধে বিচাৰ কৰিবৰ সময়ত আমি এই দিশলৈকো চকু ৰাখিব লাগিব।

তীৰ্থৰ পৰা ঘূৰি আহি তেওঁ তিনিটা দায়িত্বৰ সমুখীন হ'ল (১) পুনৰ বিবাহ কৰি গৃহস্থী-জীৱন যাপন কৰা (২) পৈতৃক পৰম্পৰা ৰক্ষা কৰি শিৰোমণি ভূঞাৰ পদ লৈ প্ৰশাসনীয় কাম কৰা (৩) সাংস্কৃতিক নেতৃত্ব লৈ নাম-ধৰ্ম প্ৰচাৰ কৰা। বিবাহৰ বিষয়ে দৈত্যাৰি ঠাকুৰ আৰু বৈকুণ্ঠদ্বিজৰ চৰিতত স্পষ্ট ভাবে একো লিখা নাই। ভূষণ দ্বিজৰ চৰিতত এই সম্বন্ধে স্পষ্ট ভাবে আছে—

জয়ন্ত মাধৱ দুই ভাই আসিলন্ত।
শংকৰক চাই পাছে বাক্য বুলিলন্ত ॥ ১৪৬
বিবাহ কৰিতে ইচ্ছা নাহিকে তোমাৰ।
শুনিয়া মনত দুখ মিলিল আমাৰ ॥
কন্যা যাচি দেই বিহা কৰিয়ো শংকৰ।
গোত্ৰ বৃদ্ধি হোক বাপু আমাৰ বংশৰ ॥ ১৪৭ ॥
পূৰ্বাপৰ বুজাই আৰো বিস্তৰ বুলিলা।
অযাচিত কন্যা ৰংগে বিবাহ কৰিলা।

বৈকুণ্ঠদ্বিজৰ পদত আছে—

ভূঞাসবে পাতিবাক খুজিলে গোমস্তা।
কৃষ্ণ সেৱা আশে তাকো নকৰিলে ইচ্ছা ॥
বোলে পঢ়িলোহোঁ শাস্ত্ৰ অৰ্থ বিচাৰিবো।
ভূঞালি কৰ্মক কদাচিতো নকৰিবোঁ ॥ ৯৭
এহি বুলি শাস্ত্ৰসব বিচাৰ কৰিলা।
এক হৰি ভক্তি বিনে বস্তু নেদেখিলা।

ৰামানন্দ দ্বিজৰ গুৰুচৰিতত দ্বিতীয় বিবাহ আৰু ভূঞা-বৃত্তিৰ উল্লেখ এই প্ৰসংগত নাই ; কিন্তু কথা গুৰুচৰিত আৰু বৰদোৱা-গুৰুচৰিত উভয়তে দ্বিতীয়

বিবাহৰ কথা এই প্ৰসংগতে আছে + । কথা-গুৰুচৰিতত গোমোস্তা হোৱাৰ কথা নাই, বৰদোৱা-গুৰুচৰিতত "ভূঞাসকলে এশঘৰ বন্দী দি সকলোৰে ওপৰত গোমোস্তা পাতিলে ." বুলি কৈছে। গোমোস্তা হোৱা আৰু নামধৰ্ম প্ৰচাৰ কৰা এই দুয়োটা বিষয়বে স্পষ্ট বৰ্ণনা ভূষণ দ্বিজই এনে দৰে দিছে—

জয়ন্ত মাধৱ দুয়ো প্ৰিয়বাক্যে আশ্বাসিয়া
সম্বোধি বুলিলা শংকৰক ।
তোমাৰ পিতৃৰ লোক তোমাতে থাটোক বাপ
চৰ্চিয়োক পূৰ্ব বিষয়ক ॥
শংকৰে বোলন্ত মোক নালাগে পিতৃৰ লোক
প্ৰয়োজন নাহিকে আমাৰ ।
পঢ়িলোহোঁ শাস্ত্ৰ দুখে গৃহত বসিয়া সুখে
কৰিবোহো অৰ্থক বিচাৰ ॥ ১৫৫
তথাপিতো দুয়োজনে বুলিলন্ত বহু মানে
পূৰ্বাপৰ কৰিয়া ব্যৱস্থা ।
একশত তন্ত্ৰীগিৰী দিয়া তাংক অধিকাৰী
শংকৰক পাতিলা গোমোস্তা ॥
শংকৰে জমাইক মাতি বুলিলা সাদৰে আতি
তুমি চৰ্চিবাহাঁ তন্ত্ৰীগণ ।
শংকৰক নমস্কাৰ কৰি ৰাজ কাৰ্য চৰ্চি
হৰি ঘোষি থাকা ৰংগমন ॥ ১৫৬

ইয়াৰ পাছৰ পদত ৰামৰায়ে গজলা সুতিৰপৰা পূৰ্বৰ গ্ৰামক লাগি শংকৰক আদৰি নিয়া 'দেৱগৃহ' সজোৱা আৰু ৰামৰামগুৰুৰ লগত সেই দেৱ-গৃহত বহি ভাগৱতৰ তত্ত্ব বিচাৰ কৰা কথা কৈছে। এই দৰে বৰদোৱাত ভাগৱত-চৰ্চা কৰি থকা সময়তে ত্ৰিহুতৰ (উত্তৰ বিহাৰ বা মিথিলাৰ অঞ্চলৰ) এজন ব্ৰাহ্মণ পণ্ডিত জগন্নাথ ক্ষেত্ৰৰ পৰা ভাগৱত পাঠ কৰিবৰ উদ্দেশ্যে শংকৰদেৱৰ ওচৰলৈ আহিছিল। মনকৰিব লগীয়া যে— এই ব্ৰাহ্মণজনৰ নাম ভূষণদ্বিজ, দৈত্যাৰি ঠাকুৰ আৰু বৈকুণ্ঠদ্বিজৰ চৰিতত নাই; কেৱল তিৰোতীয়া ব্ৰাহ্মণ বুলিহে চিনাকি দিয়া

+ কথা গুৰুচৰিতত শংকৰদেৱৰ দ্বিতীয় পত্নীৰ নাম নাই। বৰদোৱা-গুৰুচৰিত আৰু ৰামচৰণৰ চৰিতত 'কালিন্দী' নাম পোৱা যায়। গোবিন্দদাস বিৰচিত 'সন্ত-সম্প্ৰদায় কথা'ৰ চতুৰ্থ পৰিচ্ছেদত 'শ্ৰীশংকৰ পত্নী বৃদ্ধ লক্ষ্মী আই' বোলা হৈছে।

হৈছে। পাছৰ কথা-গুৰুচৰিত, বৰদোৱা-গুৰুচৰিত আদি পুথিতহে জগদীশ মিশ্র বুলিছে। এই প্রসংগত এটা কথা মন কৰিব লগীয়া যে— বহুত লোকে ভাবে— ইয়াৰ আগতে শংকৰদেৱে ভাগৱত গ্রন্থ পোৱাই নাছিল, কিন্তু এই কথা একেবাৰে অসম্ভৱ। কিয়নো ভাগৱত মহাপুৰাণৰ প্রতিষ্ঠা ভাৰতবৰ্ষৰ বিভিন্ন ঠাইত তাতকৈ বহুত আগৰে পৰা আছিল। তেনে স্থলত শংকৰদেৱে দীৰ্ঘকাল জুৰি তীৰ্থভ্ৰমণ কৰোতে এনে প্রসিদ্ধ শাস্ত্র নাই পোৱা বোলাটো একেবাৰে মানিব নোৱৰা কথা। গতিকে এই প্রসংগত ভূষণ দ্বিজই কোৱা কথা সত্য যেন লাগে। তেওঁ কৈছে—

শংকৰ বদতি শুনা বিপ্র মহাশয়।
জগন্নাথ-দায়া মোত সম্পূর্ণ আছয় ॥ ১৮২
কালি আৰম্ভিবা মহাগ্রন্থ ভাগৱত।
গীত পদ কৰি আমি আছোঁহো পূৰ্বত ॥ ১৮৩ ॥
তাত কৰি অৰ্থ কিবা বিলক্ষণ হয়।
শুনিবাক মনে ইচ্ছা আমাৰ আছয় ॥ ×× ১৮৪।
এত হন্তে ভক্তসব আসিয়া মিলিলা।
দেৱ গৃহে পশি মহা নাট আৰম্ভিলা ॥
যিসব অৰ্থক কহে গীতা-ভাগৱতে।
সবে অৰ্থ ব্যক্তহুয়া আছয় গীততে। ১৮৫।
হাতে তাল ধৰি গীত গায়নে গাৱয়।
শংকৰৰ গীত শুনি মনত বিস্ময় ॥
অনন্তৰে নাম ধৰিলন্ত ভক্তগণে।
অমৃত বৰিষে যেন ব্ৰাহ্মণৰ মনে ॥ ১৮৬ ॥
কীৰ্তন কৰয় পালি ঘোষাক গাৱয়।
ওজাৰ পদৰ বোলে অমৃত সিঞ্চয় ॥ ×× ১৮৭

ভূষণদ্বিজৰ এই পদসমূহৰ পৰা জনা যায় যে— জগদীশমিশ্রই ভাগৱত অনাৰ আগতেই শংকৰদেৱে অনেক গীত-পদ আৰু নাটকো ৰচনা কৰিছিল। কীৰ্তনগোৱাৰ ব্যৱস্থাও কৰা হৈছিল। ৰামানন্দ দ্বিজৰচিত গুৰুচৰিতত ধুৱাহাটত থকা সময়তহে জগদীশ মিশ্রই ( ৰামানন্দৰ পাঠ মতে জগন্নাথ মিশ্রই ) 'দীপিকা সহিতে ভাগৱত' ( পাঠান্তৰ 'টীকাএসহিতে' ) অনা বুলি কৈছে ( পদ ৬৯২)। ইয়াৰ পৰা বুজা যায় যে— শ্রীধৰস্বামীৰ ভাৱাৰ্থদীপিকা' নামৰ টীকাসহ ভাগৱত গ্রন্থকেই এই প্রসংগত কিছুমান চৰিতকাৰে কেৱল 'ভাগৱত' বুলি কৈ অহা

কাৰণে শংকৰদেৱে তাৰ আগতে ভাগৱত গ্ৰন্থ সমূলি পোৱা নাই বুলি ভুলকৈ ভাবিবলৈ ল'লে। যদি ভাগৱত গ্ৰন্থৰ লগত সেই পৰ্যন্ত শংকৰদেৱৰ পৰিচয়েই হোৱা নাছিল, তেনেহ'লেনো কোন শাস্ত্ৰৰ আধাৰত তেওঁ গীত-পদ, নাট ৰচনা কৰি ধৰ্মবস্তু প্ৰকাশ কৰা বুলি বিশ্বাস কৰিব পাৰি ?

ভূষণদ্বিজৰচিত চৰিতত মাধৱদেৱে শংকৰদেৱক কোন ঠাইত লগ পাইছিল, সেই বিষয়ে স্পষ্ট ভাবে লিখা নাই। বৈকুণ্ঠদ্বিজৰ সন্তমালাৰ মতে ধুঁৱাহাটত শংকৰদেৱ থকা কালতহে মাধৱদেৱে শৰণগ্ৰহণ কৰেগৈ। দৈত্যাৰিঠাকুৰৰ চৰিত, কথা-গুৰুচৰিত আৰু বৰদোৱা-গুৰুচৰিত আদিতো ধুঁৱাহাটতহে মাধৱদেৱে শংকৰদেৱত শৰণ-গ্ৰহণ কৰা বুলিছে। গতিকে মাধৱদেৱক লগপোৱাৰ আগতেও শংকৰদেৱৰ ধৰ্মপ্ৰচাৰ কাৰ্য ভালেখিনি আগ বাঢ়িছিল। সন্তমালাত কোৱামতে বৰদোৱাত শংকৰদেৱ ৬৭ বছৰ আছিল ( ১০১ পদ )। তাৰ পাছত গাংমৌ নামে ঠাইত পাঁচবছৰ আৰু কুকুৰাকটাত ৬ মাহ থাকিহে ধুঁৱাহাটলৈ যায়। বৰদোৱা-গুৰুচৰিতৰ মতে জন্মৰ পৰা ৬০ বছৰ আলিপুখুৰীত, ৭ বছৰ বৰদোৱাত, (আলিপুখুৰীও বৰদোৱা অঞ্চলৰ ভিতৰতে), আছিল। ভূষণদ্বিজৰ চৰিততো গজলাসুঁতিৰ পৰা শংকৰদেৱ ৰামৰায়ে সজোৱা 'সত্ৰ-গৃহ'লৈ যোৱা কথা পোৱা যায়।

শংকৰক নমস্কাৰ কৰি ৰামৰায় বোলে
দাদা মোৰ শুনিয়োক বাক।
দেৱগৃহ পাতিবোহোঁ তযু সংগে বসিবোহো
চৰ্চিবাহা কৃষ্ণৰ কথাক ॥
আনো প্ৰিয় বাক্য বুলি ৰামৰায় আৰ্দাৰিয়া
শংকৰক নমস্কাৰ কৰি।
গজলাসুঁতিৰপৰা পূৰ্বৰ গ্ৰামক লাগি
শংকৰক আনিলা সাদৰি ॥ ১৫৭
শংকৰে বোলন্ত ভাই শুনিয়োক ৰামৰায়
দেৱ-গৃহ সাজিয়ো যতনে।
হেন কথা শুনিলন্ত সত্ৰ-গৃহ সজাইলন্ত
ৰামৰায় মহাৰংগ মনে ॥
ৰাম ৰাম গুৰু সংগে সোঁহি গৃহে বাস ৰংগে
ভাগৱত কৰিলা বিচাৰ।
তত্ত্ব অৰ্থ জানিলন্ত মনে খেদ কৰিলন্ত
মায়াময় অনিত্য সংসাৰ ১॥ ৮০

দৈত্যাৰি আৰু ভূষণৰ গুৰু-চৰিতত বৰদোৱা ত্যাগৰ সময়ত শংকৰদেৱৰ কিমান বয়স আছিল তাৰ উল্লেখ নাই ; কিন্তু বৰদোৱা-গুৰুচৰিত আৰু কথা-গুৰুচৰিতৰ হিচাব মতেও সন্তমালাৰ দৰেই ৬৭ বছৰ বয়সত মহাপুৰুষ শংকৰদেৱ বৰদোৱা এৰি গাংমৌলৈ যায়। গাংমৌৰ পাছত থকা ঠাইখন কথা-গুৰুচৰিতত কুকুৰাকটা নুবুলি কোমোৰাকটা বুলিছে।

কথা-গুৰুচৰিত আৰু বৰদোৱা-গুৰুচৰিত দুয়োখনতেই শংকৰদেৱ ক্রমে ১৪ বছৰ ৬ মাহ আৰু ১৪ বছৰ ধুঁৱাহাট বা বেলগুৰিত আছিল বুলি কৈছে। সন্তমালাৰ মতে সেই ঠাইতে নানা ছন্দে' অনেক শাস্ত্র ৰচনা কৰিলে (পদ ১০২-৩)।

**কোচ ৰাজ্যলৈ যোৱাৰ আগতে :** - বেলগুৰিৰ পৰা শংকৰদেৱ আহোম ৰাজ্য এৰি কোচ ৰাজ্যলৈ যায়। বেলগুৰিৰ আগৰ ছোৱা জীৱনৰ লগত তৎকালীন ৰাজনৈতিক আৰু সামাজিক সম্পর্ক কেনে আছিল সেইটো বিচাৰ কৰি চাব লগীয়া কথা। চৰিতপুথিৰ আধাৰত আগতে কৈ অহা মতে শংকৰদেৱে যি সময়ত আহোমৰাজ্য এৰি কোচ ৰাজ্যলৈ গৈছিল, সেই সময়ত তেওঁৰ বয়স প্রায় ৮৭ বছৰ (বৰদোৱা ত্যাগৰ সময়ত ৬৭ বছৰ, গাংমৌত ৫½ বছৰ কোমোৰাকটাত ½ বছৰ আৰু বেলগুৰিত ১৪ বছৰ মুঠ ৮৭ বছৰ) আছিল। কোচ আৰু আহোমৰ প্রথম যুদ্ধৰ সময় ছোৱাতে শংকৰদেৱৰ জোঁৱাই হৰিক আহোম ৰজাই প্রাণদণ্ড দিছিল আৰু শংকৰদেৱেও তাৰ পাছত সেই ঠাই ত্যাগ কৰিছিল। বুৰঞ্জীৰ মতে এই যুদ্ধৰ সময় খ্রী° ১৫৪৬ চন। ১৫৪৬ খ্রীঃত শংকৰদেৱৰ বয়স ৮৭ বছৰ হ'লে তেওঁৰ জন্মৰ সময় ১৪৫৯ খ্রীঃহে হ'ব লাগে। চৰিত পুথিৰ হিচাবটো ভক্তসকলৰ মুখৰ হিচাব কাৰণে দুই-চাৰিবছৰ কম-বেছি হ'বও পাৰে। সেয়ে হ'লে অনিৰুদ্ধ দাসৰ 'গুৰু বর্ণনা' পুথিৰ জন্ম শক ১৩৮৫ (খ্রী° ১৪৬২/৬৩) অধিক প্রামাণিক যেন লাগে। তদুপৰি ৰামচৰণৰ 'তেৰ বৰিষৰ মন্দ আয়ু ছয় কুৰি' আৰু কথা-গুৰুচৰিতৰ মতে জীৱন-কাল ১০৬/৭ বছৰমান হোৱা কথাৰো সংগতি ৰক্ষা পৰে। এনেস্থলত খ্রী° ১৪৬০/৬১ চনমানত শংকৰদেৱৰ জন্মকাল বুলি ধৰি লৈ ৰাজনৈতিক আৰু সামাজিক প্রভাৱ সম্বন্ধে আলোচনা কৰিব পাৰি। তাৰ কাৰণে তীর্থভ্রমণৰ আৰু বৰদোৱা ত্যাগৰো সময় উলিয়াই ল'ব লাগিব।

শংকৰদেৱৰ বৰদোৱা ত্যাগ ৬৭ বছৰ বয়সত হ'লে খ্রী° চন ১৫২৭ মানত বুলি ধৰিব লাগিব (১৪৬০ + ৬৭)। বৰদোৱা গুৰুচৰিতৰ মতে বৰদোৱাত ৭ বছৰ থকাৰ আগতে ৬০ বছৰ বয়সলৈকে তেওঁ আলিপুখুৰীতে আছিল। ভূষণ-দ্বিজ, দৈত্যাৰিঠাকুৰ আৰু বৈকুণ্ঠদ্বিজৰ চৰিতত শংকৰদেৱৰ তীর্থ-যাত্রাৰ সময়ত

কিমান বয়স আছিল তাৰ উল্লেখ নাই। ৰামানন্দৰ চৰিত মতে ২৫ বছৰ বয়সত শংকৰদেৱক প্ৰথম বাৰ ভূঞাসকলে মুখিয়াল পাতিছিল ; কিন্তু প্ৰথম বাৰ তীৰ্থ-যাত্ৰাৰ বয়স তাত উল্লেখ কৰা নাই। কথা-গুৰুচৰিত মতে শংকৰদেৱৰ বিবাহৰ সময়ত নিজৰ ২১ বছৰ আৰু পত্নী সূৰ্যৱতীৰ বয়স ১৪ বছৰ আছিল। সূৰ্যৱতীৰ ১৭ বছৰ বয়সত কন্যা মনুৰ জন্ম হয় আৰু মনুৰ ১৩ বছৰত হৰিভূঞালৈ বিয়া দিয়া হয়। গতিকে সেই সময়ত শংকৰদেৱৰ বয়স ৩৭ বছৰ হ'ব লাগে (২১+৩+১৩)। মনুৰ বিয়াৰ সময়ত জীয়াই থকা হ'লে সূৰ্যৱতীৰ বয়স ৩০ বছৰ হ'লহেতেন। এই প্ৰসংগত বৰদোৱা-গুৰুচৰিতত কোৱা মতে শংকৰদেৱৰ তীৰ্থ-ভ্ৰমণৰ আৰম্ভ ২৩ বছৰ বয়সত বুলি মানিব নোৱাৰি। মনুক বিয়া দি দুই-এব-ছৰ পাছত ঘৰ-বাৰী চমজাই তীৰ্থলৈ গ'লে প্ৰথমবাৰ তীৰ্থযাত্ৰাৰ আৰম্ভকালত শংকৰদেৱৰ বয়স ৩৮/৩৯ বছৰতকৈ কম নহয়। সেয়ে হ'লে ঘূৰি অহাৰ সময়তো ৫০/৫২ বছৰতকৈ বয়স কমিব নোৱাৰে।

শংকৰদেৱৰ জন্মৰ সময় আগতে উল্লেখ কৰা মতে খ্ৰী° ১৪৬১ চন মান বুলি ধৰিলে প্ৰথম বাৰৰ তীৰ্থ-যাত্ৰাৰ সময় খ্ৰী° চন ১৪৯৮/৯৯ মান হয় আৰু ঘূৰি অহাৰ সময় খ্ৰী° চন ১৫১০/১১ মান হয়। ঐতিহাসিক দৃষ্টিত ব্ৰহ্মপুত্ৰ উপত্যকাৰ কাৰণে এই সময়ছোৱা অতি গুৰুত্বপূৰ্ণ আছিল। ১৪৯৮ খ্ৰী°ত কমতা ৰাজ্য বংগৰ নবাব হুচেইনছাহৰ অধীনলৈ যায় আৰু তেওঁ পুতেক দানি-য়েলক হাজোত শাসনকৰ্তা পাতি বংগলৈ উভতি যায় ; কিন্তু ১৫০৩ খ্ৰী°ত কমতাৰাজ্যৰ ভূঞাসকলে (কোনো কোনোৰ মতে আত্মগোপন কৰি থকা কম-তাৰ ৰাজা নীলাম্বৰে) দানিয়েলক বধ কৰিলে। তেতিয়াৰ পৰা ১০/১২ বছৰ মানলৈকে ভূঞাসকলে স্বাধীন ভাৱে স্থানীয় শাসন কাৰ্য চলাই আছিল যদিও, কমতা ৰাজ্যৰ পূৱ-সীমা বৰনদী পৰ্যন্ত সমস্ত ৰাজ্যতে কেন্দ্ৰীয় শাসনৰ অভাৱে বহুত ক্ষেত্ৰত মাৎস্যন্যায়ৰ অৱস্থা সৃষ্টি কৰিছিল।

১৪ শতিকাত কমতাৰ ৰজা দুৰ্লভনাৰায়ণৰ সময়ত শংকৰদেৱৰ পূৰ্ব-পুৰুষ চণ্ডীবৰ বৰ্তমানৰ বৰদোৱা আৰু সেই সময়ৰ টেম্বুৱানিলৈ অহা কথা চৰিত-পুথিত পোৱা যায় (দ্ৰ° দৈত্যাৰি ২/১,২ ; ভূষণ ৮—১১)। বৈকুণ্ঠদ্বিজ আৰু পৰবৰ্তী অন্যান্য চৰিতকাৰে চণ্ডীবৰ প্ৰথমতে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ লেঙামাগুৰিৰ আৰু পাছত বৰদোৱা বা টেম্বুৱানিলৈ অহা বুলিছে। গতিকে চণ্ডীবৰৰ বংশৰ ভূঞাসকল প্ৰথমতে কমতাৰজাৰ অধীনতেই আছিল। ১৪৯৮ খ্ৰী° চনত কমতাৰাজ্যত যি দুৰ্যোগ ঘটিল, তেতিয়া বৰদোৱাৰ ভূঞাই স্বতন্ত্ৰ ভাৱে ৰাজ্য শাসন কৰাটোৱেই

সম্ভৱ আছিল। আহোম ৰাজ্য সেইপৰ্যন্ত ধনশিৰী নৈৰ পশ্চিমলৈ অহা নাছিল ; কিন্তু কছাৰী ৰাজ্যৰ সীমামূৰীয়া অঞ্চল বাবে কছাৰীৰ উপদ্ৰৱৰ সন্মুখীন হৈছিল। খ্ৰীঃ ১৫১৫/১৬ চন মানত কমতা ৰাজ্যৰ ভূখণ্ডতে কোচ ৰাজ্য স্থাপন কৰা বিশ্বসিংহই ফুলগুৰিৰ ভূঞা প্ৰমুখ্যে বহুত ভূঞাক নিজৰ অধীনলৈ নিয়াৰ কথা ইতিহাসত পোৱা যায় +। দৰংৰাজবংশাৱলীত এইদৰে বিশ্বসিংহৰ অধীনলৈ যোৱা ভূঞাসকলৰ ভিতৰত বৰভূঞা, আৰু ঔগুৰিৰ ভূঞা নামে পৰিচিত তিনিজন ব্ৰাহ্মণ ভূঞাৰ কথাও আছে। অন্যান্য ভূঞাসকলৰ ভিতৰত দৈৰজ্ঞ চুটী ভূঞা, সৰু ভূঞা দীঘলা ভূঞা, কুসুম ভূঞা, কলীয়া ভূঞা, ডৰেগঞাভূঞা, কবিলাস ভূঞা, কৰ্ণপুৰ ভূঞা আদি বহুত নাম পোৱা যায় *। মন কৰিব লগীয়া যে– ইয়াত উল্লেখ কৰা কুসুমভূঞা শংকৰদেৱৰ পিতৃ কুসুম্বৰ ভূঞা হ'ব নোৱাৰে। সম্ভৱতঃ বৰদোৱাৰ ভূঞাই (জয়ন্তই হওক বা শংকৰদেৱেই হওক বিনা বিবাদে বিশ্বসিংহৰ বশ্যতা স্বীকাৰ কৰিছিল, কিন্তু তাৰ আগতে মাৎস্যন্যায়'ৰ অৱস্থা বৰদোৱাতো যে হৈছিল তেনে সংকেত ভূষণ দ্বিজৰ আৰু পাছৰ দুই-চাৰিখন চৰিতৰ কাহিনীত পোৱা যায়। শংকৰদেৱ তীৰ্থৰ পৰা ঘূৰি অহাৰ দুই-এদিনৰ পাছতে ভায়েক হলধৰে (বনগঞাগিৰি নামেহে পৰিচিত) গৰু আনিবলৈ যাওঁতে গৰুৰ ৰখীয়াক প্ৰাণে মাৰিছিল যদিও হলধৰৰ ৰাজদণ্ডৰ ভাগী হোৱা নাছিল। শংকৰদেৱে এই কাৰ্যত বৰ দুখ পাইছিল যদিও প্ৰায়শ্চিত্তৰ বাহিৰে অন্য ব্যৱস্থা লোৱা কথা পোৱা নাযায়। সম্ভৱতঃ সেই সময়লৈকে বৰদোৱাৰ ভূঞা বিশ্বসিংহৰ শাসন-ব্যৱস্থাৰ অধীনলৈ যোৱা নাছিল।

বিশ্বসিংহই বৰ্তমান নগাওঁ অঞ্চলৰ ভূঞাসকলক নিজৰ বশ্যতা স্বীকাৰ কৰাইছিল যদিও তেওঁ নতুনকৈ প্ৰতিষ্ঠা কৰা ৰাজ্যত শাসন-ব্যৱস্থা সুদৃঢ় কৰিবলৈ সময় লাগিছিল আৰু দূৰৰ সীমান্তবৰ্তী অঞ্চলত অনেক ধৰণৰ বেমেজালি ঘটাটো স্বাভাৱিক আছিল। আহোম স্বৰ্গদেউ চুহুংমুং বা দিহিঙীয়া ৰজাৰ ৰাজত্ব কালত (খ্ৰী° ১৫২২ চনত) চুতীয়া সকলক পৰাস্ত কৰাৰ পাছত সোৱণশিৰী নৈৰ পৰা বৰনদীলৈকে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে থকা ভূঞাসকলকো নিজৰ বশলৈ আনি তেওঁলোকৰ কিছুমানক দক্ষিণ পাৰে বৰদোৱা অঞ্চলত থাকিবলৈ দিলে। বৰদোৱা অঞ্চলত থকা এই ভূঞাসকলে দক্ষিণ ফালে থকা কছাৰীসকলৰ লগত সঘনাই যুজ বাগৰ কৰি থাকিব লগীয়াত পৰিছিল। আন হাতে ১৪৮৮ খ্ৰী° ৰ পৰা ১৫৩১ খ্ৰী° লৈকে কছাৰী আৰু আহোমসকলৰ মাজত হৈ থকা সংঘৰ্ষৰ

+ দ্ৰ° অসমদেশৰ বুৰঞ্জী (লক্ষ্মীদেৱী) পৃঃ ১৭০, প্ৰথম সংস্কৰণ

* একে পুথিৰে পৃঃ ১৭১ দ্ৰ°

ফলত পূবে দিখৌ নৈৰ পৰা পশ্চিমে ডিমাপুৰ পৰ্যন্ত বিস্তৃত অঞ্চল কছাৰী সকলে হেৰুৱাব লগীয়া হৈছিল। সেই বাবে তাৰ ক্ষতিপূৰণৰ উদ্দেশ্যেও বৰ্তমান নগাঁও জিলাৰ সমভূমি অঞ্চলত তেওঁলোকে নিজৰ অধিকাৰ বিস্তাৰ কৰিবলৈ সচেষ্ট হোৱাটো স্বাভাৱিক আছিল।

শংকৰদেৱে বৰদোৱা ত্যাগ কৰাৰ পৰা কোচৰাজ্যলৈ যোৱালৈকে গাংমৌ, কোমোৰাকটা আৰু বেলগুৰিত মুঠতে ২০ বছৰ আছিল বুলি কেইখনমান চৰিত-পুথিত কৈছে। সেই মতে শংকৰদেৱে বৰদোৱা ত্যাগ কৰাৰ সময় খ্ৰী° ১৫২৬ চন হ'ব লাগে (১৫৪৬—২০)। মন কৰিব লগীয়া যে— ১৫২৬ খ্ৰী° ত আহোম আৰু কছাৰী ৰাজ্যৰ মাজত কেইবা বাৰো যুদ্ধ হৈছিল। ইফালে খ্ৰীঃ ১৫২৭ আৰু ১৫৩২/৩৩ চনত হোৱা মুছলমান আৰু আহোমৰ যুদ্ধয়ো বৰ্তমান মধ্য অসমৰ স্বাভাৱিক জীৱন ব্যাহত কৰিছিল। সেই বাবে এই ২০ বছৰৰ ভিতৰৰ ১৪ বছৰ আহোম ৰাজ্যৰ অন্তৰ্গত বেলগুৰিতে কটাই ধৰ্মপ্ৰচাৰ কৰি আছিল।

**(ঝ) কোচ ৰাজ্যত শংকৰদেৱ :**— বিশ্বসিংহই কমতা ৰাজ্যৰ ভূখণ্ডতে ভূঞা বিলাকক বশ কৰি ৰাজ্য স্থাপন কৰিছিল যদিও এজন শক্তিশালী ৰজা আৰু বিজেতা হ'বলৈ যথেষ্ট দিনৰ প্ৰয়োজন হৈছিল। সেই বাবে বহু দিনৰ পাছতো বংগৰ নবাব আৰু আহোম ৰজাই বিশ্বসিংহৰ ৰাজ্যৰ মাজেদি গৈয়ো যুদ্ধ কৰিব পাৰিছিল। ১৫২৭ খ্ৰী° ত প্ৰথম বাৰ বংগৰ নবাব আৰু আহোম ৰজাৰ মাজত যুদ্ধ হয়। ১৫৩২/৩৩ খ্ৰীতহে সেই যুদ্ধ প্ৰকৃততে ছিগে। ১৫২৭ খ্ৰী°ৰ যুদ্ধখন বুৰৈ নদীৰ মুখত হৈছিল। এই ঠাই গাংমৌতকৈ উজাই। ১৫৩২ খ্ৰী°ৰ যুদ্ধ শিঙৰিত আৰু ৩৩ খ্ৰী°ৰ যুদ্ধ ভৰলী নৈৰ দাতিত হৈছিল। এই যুদ্ধৰ ঠাইবোৰৰ পৰা বুজা যায় যে— সেই সময়ত বৰ্তমানৰ শোণিতপুৰ আৰু দৰং জিলা নামে পৰিচিত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ অঞ্চলটোতো আহোমসকলৰ প্ৰভাৱ যথেষ্ট আছিল ; কিন্তু বিশ্বসিংহৰ পাছত তেওঁৰ পুতেক নৰনাৰায়ণ ৰজা হোৱাৰ পৰা এই অঞ্চলত কোচৰজাৰ প্ৰভাৱ ক্ৰমে বৃদ্ধি পাবলৈ ধৰিলে। গতিকে খ্ৰী° ১৫৪০ চনৰ পৰা মহাৰাজ নৰনাৰায়ণৰ ব্যৱস্থা আৰু তেওঁৰ ভায়েক চিলাৰাইৰ বীৰত্বৰ বাবে আহোম ৰাজ্যতকৈয়ো কোচ ৰাজ্যইহে সাংস্কৃতিক পৰিৱেশ আৰু নিৰাপত্তাৰ দৃষ্টিত শংকৰদেৱক বেছি আকৰ্ষণ কৰিলে। আনহাতেদি সেই সময়ত নাৰায়ণপুৰ (বেল-গুৰিৰ ওচৰতে) অঞ্চলটো আহোম আৰু কোচ ৰাজ্যৰ সীমান্ত অঞ্চল হৈ উঠা বাবে যুজ-বাগৰৰ ঘাটিত পৰিণত হোৱাৰ আশংকাও ক্ৰমে বাঢ়ি আহিছিল। সেই দেখি খ্ৰী° ১৫৪৬ চনৰ আগে আগে পৰিয়াল আৰু বন্ধু বান্ধৱসহ শংকৰদেৱে

বেলগুৰি ত্যাগ কৰি কামৰূপত থকাটো নিশ্চয় কৰে। ক্ষেত্ৰিবিলাতৰ কপলাবাৰি, চূণপৰা (পালেংদি বুলিও কয়), গণককুছি, কমাৰকুছি আদি ঠাইত বছৰ-ছমাহকৈ থাকি অৱশেষত পাটবাউসীত বছৰচেৰেকৰ বাবে থিতাপি লয়। পাটবাউসীত থকা কালৰ ভিতৰতে দ্বিতীয় বাৰ তীৰ্থ ভ্ৰমণো কৰিছিল ; কিন্তু এইবাৰৰ ভ্ৰমণ বেছি দীঘলীয়া নাছিল। জগন্নাথক্ষেত্ৰ আৰু গয়াৰ বাহিৰে দূৰৰ ঠাইলৈ যোৱা নহ'ল কাৰণে কম সময়তে ঘূৰি আহিছিল। সেই সময়লৈকে শংকৰদেৱৰ বয়সো যথেষ্ট হৈছিল।

পাটবাউসীত থকা সময়তে এবাৰ নৰনাৰায়ণ ৰজা বৰনগৰলৈ আহোঁতে বিপক্ষ ব্ৰাহ্মণৰ লগনীয়া কথা শুনি শংকৰদেৱক ধৰি নিবলৈ আদেশ দিয়া হৈছিল ; কিন্তু ৰজাৰ কৰ্মচাৰী গৰমৌলিয়ে শংকৰদেৱক নাপাই নাৰায়ণ ঠাকুৰ আৰু গোকুলচান্দ নামৰ ভকত দুজনকহে ধৰি নি বহুত শাস্তি দিলে। তথাপি তেওঁলোকৰ মুখৰ পৰা শংকৰদেৱক দোষী সাব্যস্ত কৰিব পৰা কথা উলিয়াব নোৱাৰিলে। তাৰ বিপৰীতে শংকৰদেৱৰ ভক্তৰ প্ৰতিও ৰজাৰ শ্ৰদ্ধাহে জন্মিল। এই দৰে পাটবাউসীত থকা কালতে চিলাৰায় দেৱানৰ আগ্ৰহত পৰি কিছুকাল তাঁতী-কুছিৰ কাৰখানাৰ (বিচাৰালয়ৰ) দলৈৰ দায়িত্বও শংকৰদেৱে পালন কৰিব লগীয়া হৈছিল। দৈত্যাৰি ঠাকুৰৰ চৰিতত নৰনাৰায়ণ ৰজাৰ ওচৰত দ্বিতীয় বাৰ ব্ৰাহ্মণসকলে গোচৰ দিয়া কথা আছে। সেইবাৰ ৰজাই শংকৰদেৱক ধৰি নিবলৈ মানুহ পঠোৱা সময়ত চিলাৰাই দেৱানে শংকৰদেৱক নি নিজৰ তত্ত্বাৱধানত লুকুৱাই ৰাখিলে। চিলাৰায়ে এনে ব্যৱস্থা লোৱা দেখি নৰনাৰায়ণ ৰজাই শংকৰদেৱ নিৰ্দোষ বুলি বুজিব পাৰি সদ্ভাবেৰে দেখা হ'বলৈ বিচাৰিলে আৰু চিলাৰায়েও তেনে প্ৰতিশ্ৰুতি ৰজাৰ পৰা পাইহে শংকৰদেৱক ৰাজসভালৈ যাবলৈ দিলে।

শংকৰদেৱৰ ব্যক্তিত্ব আৰু পাণ্ডিত্যই মহাৰাজ নৰনাৰায়ণক মুগ্ধ কৰি পেলালে। ব্ৰাহ্মণসকলেও শংকৰদেৱক শাস্ত্ৰত নোৱাৰি হাৰ মানিলে। তাৰ পাছত শংকৰদেৱ বৰপেটালৈ আহি কেইবছৰমান ধৰ্ম প্ৰচাৰ কৰি থাকিল। সেই সময়-ছোৱাতো মাজে মাজে চিলাৰায় দেৱানৰ আগ্ৰহত বেহাৰলৈ যাব লগীয়া হৈছিল। একেবাৰে শেষ কালত পাটবাউসী সত্ৰৰ দায়িত্ব দামোদৰদেৱক আৰু নিজৰ উত্তৰা-ধিকাৰী ৰূপে প্ৰচাৰ কাৰ্যৰ ভাৰ মাধৱদেৱক সমৰ্পণ কৰি বেহাৰলৈ যায়গৈ। বেহাৰত দুবছৰমান থকাৰ পিছত ১৪৯০ শকত (খ্ৰী° ১৫৬৮) চনত বৈকুণ্ঠগামী হয়।

১৫৪৬ চন মানত বা তাৰ সামান্য আগে আগে বেলগুৰিৰ পৰা আহি পাটবাউসীত থিতাপি লয় মানে ৩ বছৰমান সময় লাগিছিল। তাৰ পাছতে

দুই-এবছৰ পাটবাউসীৰ পৰা তীৰ্থভ্ৰমণ, বেহাৰগমন আদি সুকীয়া কাৰণত আঁতৰি থকা সময়খিনি সামৰি ল'লে মুঠ ১৫ বছৰ মান সময় পাটবাউসীত থকাৰ ভিতৰতে পৰে। কথা-গুৰুচৰিতত পাটবাউসীত থকা কাল ১৪ বছৰ বুলিছে যদিও এই সকলোবিলাক সামৰি ল'লে প্ৰায় ১৬ বছৰ হয়। সন্তমালা চৰিত গ্ৰন্থতো এই কাৰণেই "পাটবাউসী সত্ৰে আছা। ষোড়শ বৎসৰ ॥২৫২॥" বুলি কৈছে। এই দৰে বেলগুৰিৰ এবাৰ পৰা শেষ বাৰ বেহাৰ-যাত্ৰাৰ সময়লৈকে মাজ ছোৱাত প্ৰায় ১৯/২০ বছৰ হয়। অৰ্থাৎ খ্ৰী° ১৫৬৫/৬৬ চনমানত শংকৰদেৱ পাটবাউসীৰ পৰা কোচবেহাৰলৈ যায়। সেয়ে হ'লে বেহাৰত দুই-আঢ়ৈ বছৰ কাল মহাৰাজ নৰনাৰায়ণৰ সম্পৰ্কত আছিল বুলি ধৰিব পাৰি। দৈত্যাৰি ঠাকুৰৰ চৰিত পুথি মতে শংকৰদেৱ প্ৰথমবাৰ কোচবেহাৰত থকা সময়তে চিলাৰায়দেৱানে তেওঁৰ ওচৰত শৰণ-গ্ৰহণ কৰিছিল আৰু দেৱানৰ কথা ৰাখিয়েই তেওঁ সীতাস্বয়ম্বৰ নাট ৰচনা কৰিছিল।

শংকৰদেৱৰ মুখে শুনি কৃষ্ণকথা।
দেৱানো শৰণ লৈলা শংকৰত তথা ॥
দেৱানৰ বাণী শুনি সীতা-স্বয়ম্বৰ।
ৰামায়ণ অংক কৰি দিলন্ত শংকৰ ॥ ৩১/৬

শংকৰদেৱৰ বৈকুণ্ঠপ্ৰয়াণৰ সম্বন্ধেও পুথিভেদে কিছু সুকীয়া সুকীয়া কথা পোৱা যায়। দৈত্যাৰি ঠাকুৰৰ মতে স্বাভাৱিক ভাবে ফোঁহাৰ জ্বৰ হৈ গুৰুজন বৈকুণ্ঠলৈ যায়। তাত নৰনাৰায়ণ ৰজাই শৰণ লোৱা-নোলোৱা কোনো প্ৰসংগ নাই। শংকৰদেৱৰ জ্বৰ হোৱাৰ খবৰ পাই ৰজাই দুখ কৰিলে বুলিহে আছে ( ৪৯/১—৫ )। ভূষণদ্বিজৰ চৰিত মতে নৰনাৰায়ণ ৰজাই শংকৰদেৱত শৰণ গ্ৰহণ কৰিছিল—

সন্ন্যাসী সহিতে ৰাজা বিবাদ কৰাইলা।
লীলায়ে শংকৰদেৱে সন্ন্যাসী জিনিলা ॥ ৮৯৩ ॥
হেন দেখি নৃপতিয়ে আনন্দ লভিলা।
মহাপুৰুষত ৰাজা শৰণ পাশিলা ॥ * * ৮৯৪ ॥

বৈকুণ্ঠদ্বিজৰ সন্তমালাতেই শংকৰদেৱে ৰজাক শৰণ নিদিয়া কথা প্ৰথমে কৈছে যেন লাগে। তাত আছে—

পাছে ৰামানন্দ সমে ভক্ত সাতজন,
লৈয়া বেহাৰক চলি গৈলা তেতিক্ষণ ॥

নৰনাৰায়ণ ৰজা অতি শুদ্ধ মন।
শংকৰক দেখি তেহোঁ ভৈলা ৰংগ মন ॥ ২৭৯ ॥
বোলন্ত শংকৰে মোক কৰায়ো শৰণ।
শুনিয়া শংকৰে হেন বুলিলা বচন ॥

*    *    *    *

শৰণ নলৈয়া ইটো এৰি নপঠায়।
শৰণ কৰাইলে মোত হৈবেক অন্যায় ॥ ২৮৩

*    *    *    *

কদাচিতো আত শৰণক নকহিবো।
আপোনাৰ দোষ মই আপুনি এৰিবো ॥ ২৮৫

শংকৰদেৱৰ বৈকুণ্ঠপ্ৰয়াণৰ প্ৰসংগ দৈত্যাৰিৰ লগত ৰামানন্দৰো মিলে। ৰজাক শৰণ নিদিবৰ উদ্দেশ্যে সংসাৰ-ত্যাগ কৰাৰ কথা ৰামানন্দয়ো কোৱা নাই। এনেস্থলত নাৰায়ণ ঠাকুৰৰ পৰা শুনি ভূষণদ্বিজই লিখা কথা ভুল বা মিছা বুলি ভাবিবলৈ টান। বৰদোৱা-গুৰুচৰিত আৰু কথা গুৰুচৰিততো সন্তমালাৰ দৰেই ৰজাক শৰণ নিদিয়া কথা কৈছে। কথা-গুৰুচৰিততে প্ৰথমে ৰজাৰ বাহিৰেও স্ত্ৰী আৰু কৰ্মকাণ্ডী ব্ৰাহ্মণৰ গুৰু নোহোৱা কথাও কৈছে

**(ঞ) শংকৰদেৱৰ প্ৰমুখ ভক্তসকল :—** শংকৰদেৱৰ পৰা ধৰ্মবস্তু গ্ৰহণ কৰা আৰু তেওঁৰ আজ্ঞা মতে ধৰ্মপ্ৰচাৰ কৰা ব্যক্তিসকলকে আমি এই প্ৰসংগত প্ৰমুখ ভক্ত বুলি ধৰিছোঁ। গুৰু-চৰিতৰ প্ৰাসংগিক কাহিনীৰ বাহিৰেও এই শ্ৰেণীৰ দুই-চাৰিজন ভক্তৰ স্বকীয়া জীৱন-চৰিত আৰু বংশাৱলী পোৱা যায়; কিন্তু সৰহ ভাগৰ জীৱন-কথা শংকৰদেৱৰ জীৱনীৰ প্ৰাসংগিক উল্লেখতে সীমাবদ্ধ হৈ আছে। তলত এই শ্ৰেণীৰ ভক্তসকলৰ চমু পৰিচয় দিয়াৰ চেষ্টা কৰা হৈছে।

**ৰামৰামগুৰু :—** পিতৃ-মাতৃ, শিক্ষাগুৰু আৰু দীক্ষাগুৰুৰ বাহিৰেও পুৰোহিত-ব্ৰাহ্মণ আদিকো সাধাৰণতে গুৰু সম্বোধন কৰা প্ৰথা সেই সময়ত আছিল। ৰাম-ৰামগুৰুৰ বংশৰ লোক শংকৰদেৱৰ বংশৰ পুৰোহিত বা কুলগুৰু আছিল। সেই বাবে চৰিত-গ্ৰন্থত ৰামৰাম বিপ্ৰ 'ৰামৰামগুৰু' নামেই পৰিচিত। পাছলৈ হৰিগুৰু, দামোদৰগুৰু আদি শব্দও এই অৰ্থতে চলিলে। কমতাৰ ৰজা দুৰ্লভনাৰায়ণৰ সময়ত গৌড়ৰ পৰা অহা সাতঘৰ ব্ৰাহ্মণ আৰু সাতঘৰ কায়স্থৰ নাম এইদৰে পোৱা যায় — কৃষ্ণপণ্ডিত, ৰঘুপতি, ৰামবৰ, লোহাৰ, ৰামন ( বৰণ ? ), ধৰম, আৰু মথুৰা

এই সাতজন সাতঘৰ ব্ৰাহ্মণৰ মুখিয়াল আছিল। শ্ৰীহৰি, শ্ৰীপতি, শ্ৰীধৰ, চিদানন্দ, সদানন্দ, হৰি আৰু চণ্ডীবৰ সাতঘৰ কায়স্থৰ মুৰব্বী আছিল। এই সাতঘৰ কায়স্থৰ বাহিৰে আৰু পাচঁঘৰ কায়স্থ সেই সময়তে সুকীয়াকৈ অহা বুলি কথিত আছে। তেওঁলোকৰ মুখিয়ালসকল হ'ল— গন্ধৰ্ব ভূঞা, শ্ৰীপতি দত্ত, বুঢ়াখাঁ, লোহাৰৰ আৰু চানুগিৰি।

কৃষ্ণপণ্ডিতৰ পুত্ৰ পৌত্ৰাদি এনেদৰে — যোগেশ্বৰ > নাৰায়ণ > মৃত্যুঞ্জয় > চতুৰ্ভুজ > ৰামৰাম ( ভূষণদ্বিজ, পদ ২৬০।৬১ )। ভূষণ, দৈত্যাৰি আৰু বৈকুণ্ঠ-দ্বিজ এজনেও ৰামৰামগুৰুৰ জন্ম-মৃত্যুৰ সময় উল্লেখ কৰা নাই। বৰদোৱা গুৰু-চৰিতত ( অ°৩ ) শংকৰদেৱতকৈ ৰামৰাম বয়সে পাচঁ বছৰ ডাঙৰ বুলিছে। পাট-বাউসীত বৰ্সতিকালৰেপৰা সকলো সময়তে এওঁ শংকৰদেৱৰ সহযোগী আছিল। সম্ভৱতঃ পাটবাউসীতেই ৰামৰামগুৰুৰ তিৰোভাৱ হয়। দামোদৰদেৱে শংকৰদেৱৰ পৰা ধৰ্মবস্তু লাভ কৰাৰ প্ৰসংগত ৰামৰামগুৰুৰ প্ৰসংগ ওলাইছে। সন্তমালাত যোগে-শ্বৰৰ পুত্ৰ নাৰায়ণৰ পৰিবৰ্তে নৰোত্তম আৰু চতুৰ্ভুজৰ পৰিবৰ্তে ৰঘুবৰ বোলা হৈছে। ৰামৰামৰ পুত্ৰ গোপাল মিশ্ৰ মথুৰাদাস বুঢ়াআতাৰ পাছত বৰপেটা সত্ৰৰ মহন্ত হোৱা কথা চৰিতগ্ৰন্থত পোৱা যায়। বৰপেটা সত্ৰত ৰামৰামগুৰুৰ বংশৰ লোকেই সত্ৰীয়া বা মুখ্য মহন্ত হোৱাৰ পৰম্পৰা এতিয়ালৈকে দেখা যায়।

**মাধৱদেৱ-ৰামদাস** :— শংকৰদেৱৰ সৰ্বশ্ৰেষ্ঠ শিষ্য আৰু উত্তৰাধিকাৰী ৰূপে সমাজত স্বীকৃতি পোৱা মাধৱদেৱৰ পিতৃ বৰ্তমান উত্তৰ বংগৰ ধাৰলা নৈৰ পাৰৰ বাণ্ডুকা নামে ঠাইত ভূঞা আছিল। দীঘলপুৰীয়াগিৰি আৰু বৰবৰণা ( দীঘল-কাণ ) গিৰি নামেও পৰিচিত তেওঁৰ আচল নাম আছিল গোবিন্দগিৰি। তেওঁ পত্নী-বিয়োগ হোৱাৰ পাছত পুত্ৰ দামোদৰক বাণ্ডুকাত থৈ উজাই আহিল আৰু টেম্বুৱানিত ৰামৰায়, কেতাইখাঁ আদি ভূঞাৰ লগত থাকিবলৈ ল'লে। তাতেই মনোৰমা নামে এটি ভূঞাৰ কন্যা বিবাহ কৰিলে। মাধৱদেৱ এওঁলোকৰেই পুত্ৰ। মাধৱদেৱৰ জন্মৰ কেইমাহ মানৰ আগতে কছাৰী কি কোচৰজা বিশ্বসিংহৰ ভূঞা-দমনৰ সময়ত ( দৈত্যাৰি-ঠাকুৰৰ চৰিত মতে 'আসামে মাৰিবে গৈলা' ) যথাসম্ভৱ ধন-সম্পত্তি লৈ পলাই যাওঁতে ঠগৰ হাতত সৰ্বস্বান্ত হয়। তেতিয়া হৰিশিঙা বৰা বা হৰসিং বৰাৰ আশ্ৰয়ত থকা কালতে মাধৱদেৱৰ জন্ম হয়। জন্মপত্ৰিকা মতে তেওঁৰ নাম ৰত্নাকৰ। হৰসিংবৰাৰ আশ্ৰয়তে কিছুদিন লেটেকুপুখুৰীৰ পাৰত থকা সময়ত গোবিন্দগিৰি বাতব্যাধি-গ্ৰস্ত হয়। ব্যাধিমুক্ত হওঁতে বহুত অৰ্থব্যয় হোৱাৰ লগতে খাব-পিন্ধিবলৈ নোহোৱা অৱস্থাও আহি পৰিল। অৱশেষত ঘাঘৰি মাজি নামে এজন লোকৰ আশ্ৰয়ত মাধৱদেৱে কিছু কৃষি কৰ্ম কৰি জীৱিকাৰ উপায়

শিকিছিল। ঘাঘৰি মাজিৰ ঘৰত থকা কালতেই 'উৰ্বশী' নামে মাধৱদেৱৰ এটি ভনীও ওপজে। উৰ্বশী বিবাহযোগ্য হোৱা দেখি জ্ঞাতি বিচাৰি পুনৰ তেওঁলোক টেম্বুৱানিলৈ আহে। তাত 'হোংকোৰাকুছিয়াগিৰি'ৰ পুত্ৰ গয়পাণিলৈ উৰ্বশীক বিয়া দি কিছু দিন থকাৰ পাছত জী-জোৱাঁইৰ লগত মাকক থৈ পুতেক মাধৱক লগত লৈ গোবিন্দগিৰি বাণ্ডুকালৈ গ'ল। বাণ্ডুকাতে মাধৱদেৱে বিবিধ শাস্ত্ৰৰ অধ্যয়ন কৰে আৰু কায়স্থিকা বৃত্তিৰ শিক্ষাও লাভ কৰে। পিতৃ-বিয়োগৰ পাছত সেই সম্পৰ্কীয় সকলো কাৰ্য সম্পাদন কৰি মাধৱদেৱ আকৌ টেম্বুৱানিলৈ ঘূৰি আহিল। কিছু দিন তামোলৰ বেপাৰ কৰি টকা-কড়ি গোটাই বিয়াৰ ইচ্ছাৰে এটি কন্যাক জোৰণ দিয়াও হ'ল। ইতিমধ্যে মাধৱদেৱৰ বৈনাই গয়পাণি তীৰ্থভ্ৰমণ কৰিবলৈ গৈ জগন্নাথ ক্ষেত্ৰৰ পৰা ঘূৰি আহিল আৰু কছাৰীৰ উপদ্ৰৱ হোৱা কাৰণে সেই অঞ্চলৰ অন্যান্য ভূঞাসকলৰ লগতে টেম্বুৱানি বা বৰদোৱা এৰি ধুৱাঁহাটলৈ উঠি গ'ল। ধুৱাঁহাটলৈ উঠি যোৱাৰ পাছত মাধৱদেৱ পুনৰ বাণ্ডুকালৈ গৈ তাত থকা পৈতৃক সম্পত্তি ত্যাগ কৰি উভতি আহিল। বাটতে মাকৰ টান অসুখ বুলি খবৰ পাই শাৰদীয় দুৰ্গা পূজাত মাকৰ কল্যাণৰ অৰ্থে এজোৰ বগা পাঠা দিবলৈ সংকল্প কৰিলে।

মাধৱদেৱ বাণ্ডুকালৈ যোৱা সময়তে গয়পাণিয়ে শংকৰদেৱৰ ধৰ্ম গ্ৰহণ কৰে আৰু শংকৰদেৱে তেওঁক ৰামদাস নাম দিয়ে। পূজাৰ সময়ত মাধৱদেৱে ৰামদাসক পাঠা আনিবলৈ কোৱাত পাঠা বলি দিয়াৰ বিৰুদ্ধে ৰামদাসে তৰ্ক কৰিলে। অৱশেষত দেবীপূজাৰ বিৰুদ্ধে মত দিয়া শংকৰদেৱৰ লগতো মাধৱৰ তৰ্ক হ'ল; কিন্তু তৰ্কত পৰাস্ত হৈ তেওঁ সকলো দেৱ-দেৱীৰ পূজা-উপাসনা ত্যাগ কৰি শংকৰদেৱক গুৰু মানি একমাত্ৰ হৰিত শৰণ গ্ৰহণ কৰিলে। হৰিভক্তি আৰু গুৰু-সেৱাই তেতিয়াৰ পৰা মাধৱদেৱৰ সাধনাৰ বস্তু হৈ পৰিল। জোৰণ দিয়া কন্যা ত্যাগ কৰি গুৰুজনৰ সেৱাৰ কাৰণে জীৱন উৎসৰ্গা কৰিলে। গুৰুসেৱা, ভক্তি, ত্যাগ, কলাত্মক বুদ্ধি আৰু পাণ্ডিত্য সকলোতে সুযোগ্য ব্যক্তি ৰূপে স্বীকৃতি দি শংকৰদেৱে শেষ বাৰ কোচবেহাৰলৈ যাওঁতে মাধৱদেৱক নিজৰ সকলো দায়িত্ব অৰ্পণ কৰিলে। বৈকুণ্ঠপ্ৰয়াণৰ সময়তো পুত্ৰ ৰামানন্দৰ আগত শংকৰদেৱে মাধৱক তেওঁৰে অভিন্ন বুলি ভাবিবলৈ উপদেশ দিলে। মাধৱদেৱেও শংকৰদেৱৰ উত্তৰাধিকাৰী স্বৰূপে মহাপুৰুষীয়া ধৰ্ম প্ৰচাৰ আৰু সমাজ-সেৱাৰ ক্ষেত্ৰত যিখিনি যোগ্যতা দেখুৱালে সেইখিনিৰ ঐতিহাসিক মূল্য যথেষ্ট আছে।

দৈত্যাৰি ঠাকুৰৰ মতে শংকৰদেৱৰ ২৮ বছৰৰ পাছত মাধৱদেৱেও বেহাৰতে ইহলীলা সম্বৰণ কৰে। বৰদোৱা-গুৰুচৰিতত এই সময় ১৫১৮ শক বুলিছে।

দুয়োটা মতৰ মাজত অমিল নাই। গতিকে খ্ৰী০ ১৫৯৬ চনকে মাধৱদেৱৰ তিৰোভাৱৰ কাল বুলি ধৰিব পাৰি। মাধৱদেৱৰ জন্মৰ সময় সম্বন্ধে দৈত্যাৰি, ভূষণ, বৈকুণ্ঠদ্বিজ আৰু ৰামানন্দদ্বিজ-বিৰচিত চৰিত পুথিত পোৱা নাযায়। কথা-গুৰুচৰিতৰ মতে শংকৰদেৱৰ ৭৫ আৰু মাধৱদেৱৰ ৩২ বছৰ বয়স হওঁতে দুয়োৰে সাক্ষাৎ হৈছিল। সেয়ে হ'লে মাধৱদেৱ শংকৰদেৱতকৈ ৪৩ বছৰ বয়সত সৰু হয়। বৰদোৱা-গুৰু চৰিতৰ মতে ১৪১১ শকত মাধৱদেৱৰ জন্ম হয় (খ্ৰী° ১৪৮৯ চন)। এই মত আৰু কথা-গুৰুচৰিতৰ মত মিলাই ল'লে মাধৱদেৱে শংকৰদেৱক লগ-পোৱাৰ সময় ১৪৪৩ শক বা ১৫২১ খ্ৰী° চন হয়। তেতিয়া শংকৰদেৱ বেল-গুৰিত থকা কালছোৱাতকৈ আগতে মাধৱদেৱে লগ পাব লাগিব; কিন্তু কথা-গুৰু-চৰিতৰ মতেই শংকৰদেৱ সেই সময়ত বেলগুৰি পোৱাগৈ নাই। ১৫৪৫।৪৬ খ্ৰীঃ ত শংকৰদেৱে বেলগুৰি এৰি কোচৰাজ্যলৈ যোৱা সময়টো নিশ্চিত ভাবে ঐতিহাসিক দৃষ্টিৰে গ্ৰহণ কৰিলে শংকৰদেৱ ১৫৩১ চনৰ আগতে বেলগুৰি পাবগৈ নোৱাৰে। কিয়নো বেলগুৰিত শংকৰদেৱ ১৪ বছৰ মানহে আছিল। আগতে আলোচনা কৰি অহা মতে বৰদোৱা ত্যাগৰ সময়ত শংকৰদেৱৰ বয়স ৬৭ বছৰ আৰু বেলগুৰি ত্যাগৰ সময়ত ৮৭ বছৰ হ'লে শংকৰদেৱক মাধৱদেৱে লগ পাওঁতে ১২ বছৰমান কমাই ধৰিলেও ৭৫ বছৰ হিচাবত মিলে। খ্ৰী° ১৫৩৩।৩৪ চন মানতহে শংকৰ-মাধৱৰ মিলনৰ সময় মানিল'ব পাৰি আৰু তেতিয়া মাধৱদেৱৰ বয়স ৩২ বছৰ হ'লে, জন্মৰ সময় খ্ৰীঃ ১৫০১ চন মানহে হ'ব লাগে। অনি-ৰুদ্ধদাসৰ গুৰু-বৰ্ণনাৰ মতে মাধৱদেৱৰ জন্ম শক ১৪২৩ ( খ্ৰী° ১৫০১ ) এই দৃষ্টিত শুদ্ধ আৰু বিশ্বাসযোগ্য। গতিকে মাধৱদেৱৰ জন্মকাল খ্ৰী° ১৫০১ আৰু বৈকুণ্ঠ প্ৰয়াণৰ কাল ১৫৯৬ চন বুলি ধৰিব পাৰি।

**নাৰায়ণ ঠাকুৰ ঃ** ভূষণদ্বিজৰ শংকৰচৰিতত নাৰায়ণ ঠাকুৰৰ আগৰ ৫ পুৰুষৰ নাম যথাক্ৰমে সুবাই>সগৰ যশধৰ>বৃপধৰ>ধৰ্ম>ভৱানন্দ দিয়া হৈছে। ভৱানন্দৰ নাম শংকৰদেৱে নাৰায়ণ দিয়া বাবে পাছত সেই নামেই পৰিচিত হ'ল। সুবাইৰ মূল বাসস্থান ক'ত তাৰ উল্লেখ কৰা নাই। কথা গুৰুচৰিতত গুৱাহাটীৰ উত্তৰ পাৰে দুই পৰ্বতৰ মাজত নাৰায়ণ ঠাকুৰৰ জন্মস্থান বুলিছে। বৰদোৱা গুৰুচৰিতত তেওঁলোকৰ জন্মস্থান মৈনবাড়ি বুলিছে। বহুত সম্পত্তিশালী লোক আছিল ; কিন্তু ভোটৰ দৌৰাত্ম্যৰ পৰা হাত সাৰিবলৈ যাওঁতে ব্ৰহ্মপুত্ৰত নাও বুৰিলত সৰ্বস্বান্ত হ'ল। পাছত পুনৰ অধ্যৱসায়ৰ বলত ধনী হৈ বেহা-বেপাৰ কৰি ঘূৰি ফুৰিছিল আৰু ৰজাৰ লগতো চিনাকি হৈছিল। সেই সময়ত কাম-

বৃপৰ বহুতোলোকে 'ষোল্ল নাম' ( চৈতন্যমতত ষোল নাম গ্ৰহণ কৰা হয় ) গ্ৰহণ কৰিছিল। ভৱানন্দয়ো সপৰিয়ালে তাকে কৰিবলৈ সিদ্ধান্ত লওঁতেই এজন সন্ন্যাসীয়ে "সেই নাম সন্ন্যাস গ্ৰহণ কৰা লোকৰ বাবেহে শ্ৰেষ্ঠ ; গৃহীৰ উপযোগী নহয়" বুলিলত তাৰ পৰা বিৰত হ'ল। তাৰ দুদিন মানৰ পিছতে শংকৰদেৱৰ শিষ্য 'ভাস্কৰ গুৰু' নামে এজন ব্যক্তিক লগ পালে। ভূষণদ্বিজৰ শংকৰচৰিতত শংকৰদেৱে নাৰায়ণ ঠাকুৰৰ আগত ভাস্কৰ বিপ্ৰৰ বিষয়ে এইদৰে কৈছে—

ৰবাব বাদ্যত গীত গাৱন্ত সুস্বৰ কৰি
একজন ব্ৰাহ্মণ ভাস্কৰ ॥
মোৰ কৃত গীত গাই বিপ্ৰৰ ভুলিল মন
কৃষ্ণত শৰণ আসি লৈলা।
আমাত বিদায় কৰি কৃষ্ণক হিয়াত ধৰি
জগন্নাথ ক্ষেত্ৰে চলি গৈলা ॥ ৮৩৬
ভাস্কৰে এৰিয়া গৈল বৰ দুখ পাইলোঁ মনে
* * * *

এই ভাস্কৰ বিপ্ৰই ভৱানন্দক শংকৰদেৱৰ ধৰ্ম গ্ৰহণ কৰিবলৈ পৰামৰ্শ দিয়ে। শংকৰদেৱ ভটিয়াই আহি চুণপৰাত থকা সময়তে শংকৰদেৱৰ ভণিতা থকা গীত শুনি ভৱানন্দই খবৰ লৈ গৈ তাতে শংকৰদেৱক দৰ্শন কৰেগৈ আৰু ধৰ্মবস্তু গ্ৰহণ কৰি এজন মুখিয়াল ভকত হৈ পৰে। মাধৱদেৱৰ লগত তেওঁৰ সখিত্বও গঢ় লৈ উঠিছিল। শংকৰ-মাধৱ দুয়োজনা গুৰুৰে বৈকুণ্ঠপ্ৰয়াণৰ পাছত তৎকালীন গুৰুসকলৰ মাজত হোৱা বাদ-বিবাদৰ মীমাংসা কৰিব লগীয়া অৱস্থা হ'লে নাৰায়ণ ঠাকুৰেইহে প্ৰকৃত সিদ্ধান্ত দিব পৰা লোক আছিল। এওঁৰ জন্ম আৰু পৰলোক গমনৰ শক পোৱা নাযায়। সম্ভৱতঃ মাধৱদেৱৰ ওচৰা-উচৰি বয়সৰ লোক ; কিন্তু পৰলোক প্ৰাপ্তি কেইবছৰমান পাছত হৈছিল। এই নাৰায়ণ ঠাকুৰৰ ভায়েক ৰামানন্দৰ পৰামৰ্শ মতেই ভূষণদ্বিজই শংকৰচৰিত ৰচনা কৰিছিল (ভূষণ পদ ৪৭৭--৪৭৯)।

**ৰামৰায়** ঃ— শংকৰদেৱৰ লগতেই ৰামৰায়ৰ বংশ পৰিচয় দিয়া হৈছে। এওঁৰ আচল নাম জগতানন্দ। কথা গুৰুচৰিতৰ মতে আহোম ৰজাই (চুক্লেংমুং বা গড়গঞা ৰজাই ) জগতানন্দক 'ৰামৰায়' উপাধি দিছিল। এই সম্বন্ধে তাত লিখা হৈছে। "বাৰেভূঞা কামৰূপ আলিপুখুৰীতে ইদেশে উজাই অহাত নৰনাৰায়ণে শুনি নিবলৈ যুদ্ধেৰে পঠালে চিলাৰাইকে গাভৰু থাকে। ইন্দ্ৰৰ সন্তান। মনকুমৰ পৰা নামি

অহা ৰাজা দিহিঙৰ হাৰ্লাধিবাৰীত নগৰকৈ * * * লেকাই চেটিয়া চিন্তামণি গড় বান্ধি যুদ্ধ দিলে, ভঙালে। ৰায়ত ভাগি বন সোমাইছে। পাচে উপাই নাপাই ৰজা ৰাতিয়ে দূতক পাচিলে গুৰুজনক নিবলৈ। বোলে তাবাসব বাৰেভূঞা অহাত মোৰ দেশে বঙালেৰে যুদ্ধ। কি উপায়-বুদ্ধি দিয়ে আনগৈ। দূতে পাই ক'লে ৰাজ আজ্ঞা। পাচে গুৰু জগতানন্দ আতাকে শিকাই বুজাই দিলে। * * আনি যোগালে নি। তেহে গৰুত বামুণ তুলি নটাত আনকো য'তৰ বটিয়া তাম, পিতল আঙুঠি দি যুদ্ধত আগ কৈলে। চিলাৰাই সেনাৰ বাখৰাম মাদুলিধাৰ থৈ গা ধোঁতে ৰঙাচিলা থাপ দি নি ৰাজাক দিলে নি, তাতো ভংগ পালে। ৰাজাবংশে চিলা দেখা পালে নাশ। চিলাৰায়ে গো-ব্ৰাহ্মণ দেখি যুদ্ধ এৰি হুঁহকিল। আহোমে খোঁদি কলিয়াবৰ নামকৈ চামধৰা গড় বান্ধি সীমা কৈলেগৈ। পাচে ৰাজা বটা বাহন দি ৰামৰায় নাম দি থৰালে নি।" উদ্ধৃত অংশটোৰ ভাষা প্ৰচলিত ভাষাতকৈ কিছু পৃথক বাবে দুই-এটা কথা কিছু অস্পষ্ট যদিও কোচ আৰু আহোমৰ মাজত হোৱা এই যুদ্ধখন ১৫৪৩ চনৰ যুদ্ধই হ'ব পাৰেনেকি ভাবি চাব লগীয়া।

বহু দিন ধৰি মুখবাগৰা কথাৰ আধাৰত ৰচিত কথা-গুৰুচৰিতৰ এই কাহিনী ঐতিহাসিক দৃষ্টিত কিছু বিকৃত হ'লেও একেবাৰে নিৰাধাৰো নহয়। ভূঞাসকল ৰাজনীতিত পটু আৰু যুজাৰু লোক আছিল। গতিকে আহোম ৰজাই কোচৰ বিৰুদ্ধে ভূঞাসকলৰ লগত আলোচনা কৰাটো অসম্ভৱ নহয়। আনহাতে বিশ্বসিংহই ভূঞাদমন কৰা সময়তো বিশ্বসিংহৰ বশ্যতা স্বীকাৰ নকৰি গৌড়ত আশ্ৰয় লৈ থকা প্ৰতাপৰায় আৰু গাভৰুখাঁভূঞা নৰনাৰায়ণৰ লগ লাগিলহি। চৰিতপুথিত এই দুজন ভূঞা আহোমৰ বিৰুদ্ধে চিলাৰাইৰ লগত যুজলৈ অহা কথাও আছে। ভূষণদ্বিজৰ চৰিতপুথিতো এই বিষয়ে এইদৰে কৈছে—

প্ৰতাপৰায় গাভৰুখাঁ মহাভয় ভৈলা।
দক্ষিণকূলে সজলগ্ৰামে পলাই ৰৈলা ॥ ** ৩৭২ ॥
* * * *
প্ৰতাপৰায় বোলে যাওঁ আসামৰ ৰাজ।
গাভৰুখাঁ বোলন্ত খুৰা তৈতো নাহি কাজ ॥
বিশ্বসিংহ পুত্ৰ আছে নৰনাৰায়ণ।
তাহান্তে ভেটিবো কৈলো স্বৰূপ বচন ॥ ৩৭৫
* * * *
প্ৰতাপৰাইৰ স্ত্ৰী ৰাজাত বিহা দিলা ॥

দৈৱজ্ঞৰ হাতে ৰাজা চাহিল গণাই ।
গাভৰুখাঁৰ হাতত অসম মাৰ যায় ॥ ৩৭৬
শ্ৰীৰামখাঁৰ বেটা যুদ্ধত কুশল ।
অসমৰ ৰাজ্য সিটো মাৰিল সকল ॥
কেৱলে ৰাজাৰ মাত্ৰ ৰহিল নগৰ ।
নদীকূলে ৰাত্ৰি এক বাৰ্তা দিলা নৰ ॥ ৩৭৭
কোচ মাৰণা আসিয়া মিলিল এহি ঠাই ।
আপোনাক ৰাখিসবে যায়ো ভটিয়াই ॥
হেন শুনি মহাভয় মিলিল মনত ।
ৰামৰামগুৰু ৰামৰায় সমন্বিত ॥ ৩৭৮
সব পৰিয়াৰে নাৱে চৰিয়া আসিলোঁ ।
কতোদিন মানে ক্ষেত্ৰী বিলাইতে আছিলোঁ ॥ * * ৩৭৯

এইবিলাক কথাৰ পৰা বুজিব পাৰি যে — চিলাৰায়ে আহোম ৰাজ্য আক্ৰমণ কৰোঁতে প্ৰতাপৰায়, গাভৰুখাঁ আদি ভালেকেইজন ভূঞাও তেওঁৰ লগত আছিল । নৰনাৰায়ণৰ লগত এইদৰে ভূঞাৰ সমৰ্থন আৰু সহায় থকা কথাৰ সন্দেহ আহোম ৰজাই আগতেও পাব পাৰে । সেয়ে হ'লে ভঞাৰ বিৰুদ্ধে ভূঞাক থিয় কৰাবৰ কাৰণেও 'ৰামৰায়' নাম দি জগতানন্দক আহোম ৰজাই কিছুদিনৰ বাবে ভূঞাসকলৰ প্ৰতিনিধি বিষয়া পাতি ৰাখিব পাৰে ।

গো-ব্ৰাহ্মণ বধ নকৰোঁ বুলি চিলাৰাই যুদ্ধবিৰত হোৱা আৰু পাছত কোচৰ হাতত আহোমৰ পৰাজয় হোৱা এই দুয়োটা ঘটনা খ্ৰী° ১৫৬২ আৰু ১৫৬৩ চনতহে হৈছিল । গতিকে তেতিয়ালৈকে শংকৰদেৱ আহোম ৰাজ্যত আছিল বুলি ভাবিবলৈ টান । খ্ৰী° ১৫৬৩ চনলৈকে আহোম ৰাজ্যত থকা হ'লে কোচৰাজাৰ পাটবাউসী আৰু বেহাৰত তেওঁৰ ধৰ্মপ্ৰচাৰ কাৰ্য মাত্ৰ পাঁচ বছৰ মানহে হ'লহেঁতেন । অথবা শংকৰদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ কাল ১৫৮২/৮৩ খ্ৰী° চন মান বুলিহে তেতিয়া ধৰিব লাগিব ; কিন্তু শংকৰদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ সময় সম্বন্ধে কোনো প্ৰকাৰৰ মত-ভেদ থাকিব নোৱাৰে । তেওঁৰ পৰবৰ্তী লোকসকলে সেই বিষয়ে ভুল মত এটা মানি আহিব নোৱাৰে । গতিকে ১৪৯০ শকাব্দ বা খ্ৰী° ১৫৬৮ চন শংকৰদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ নিশ্চিত কাল বুলি ধৰি ল'ব পাৰি ।

কথা-গুৰুচৰিত আৰু ভূষণদ্বিজৰ উদ্ধৃতি দুটাত থকা সামাজিক আৰু ৰাজনৈতিক তথ্য বিকৃত নহয়, ঘটনা আৰু সময়ৰ হিচাবতহে বিকৃতি ঘটিছে ।

সম্ভৱতঃ খৃ০ ১৫৪৩ চনত হোৱা কোচ আৰু আহোমৰ যুদ্ধৰ পাছতেই ভবিষ্যতৰ কাৰণেও বেলগুৰি অঞ্চল বা সম্পূৰ্ণ আহোম আৰু কোচৰাজ্যৰ সীমামূৰীয়া অঞ্চলটো নিৰাপদ নহয় বুলি ভাবিহে ভূঞাসকলে বেলগুৰি ত্যাগ কৰিলে। আন হাতে আহোম ৰজাৰ তলত বিষয় বাব পোৱা জগতানন্দ এজন যোগ্য লোক বুলি জানি কোচ ৰজায়ো তেওঁক বিষয় বাব দিছিল আৰু তেওঁৰ জীয়েক ভুৱনেশ্বৰীক (অন্য নাম কমলপ্ৰিয়া ) চিলাৰায় দেৱানে বিয়া কৰিছিল। ভুৱনেশ্বৰীৰ মুখত শংকৰদেৱৰ গীত শুনি চিলাৰায়ো শংকৰদেৱৰ প্ৰতি আকৃষ্ট হোৱা কথা চৰিত পুথিত আছে। চিলাৰায় আৰু ভুৱনেশ্বৰীৰ বিয়াৰ ঠাই ৰামৰায়কুঠি বা ছত্ৰশাল নামে এতিয়াও জনাজাত। ৰামৰায়ৰ যোগেদি চিলাৰায় আৰু নৰনাৰায়ণৰ লগত ঘটা সম্পৰ্কই শংকৰদেৱ প্ৰমুখ্যে অন্যান্য ভূঞাসকলকো কোচৰাজ্যত প্ৰতিষ্ঠিত হোৱাত সহায় কৰিছিল ।

শংকৰদেৱৰ ভক্তসকলৰ ভিতৰত কিবা দায়-জগৰ লাগিলে শংকৰদেৱৰ ওচৰ চাপিবলৈ আনে ভয় কৰা অবস্থাতো ৰামৰায়ে ওচৰ চাপিবলৈ সাহ কৰিছিল। এই প্ৰসংগত ব্যাসকলাই বিপ্ৰৰ জগৰৰ কাহিনী উল্লেখযোগ্য। ব্যাসকলাই এজন পণ্ডিত ব্ৰাহ্মণ আছিল। তেওঁ বৰদোৱাত থকা কালৰে পৰা মহাপুৰুষৰ ধৰ্ম মানি চলিছিল আৰু গীতা-ভাগৱতৰ ব্যাখ্যাও কৰিছিল। কোচ ৰাজ্যলৈ অহাৰ পাছতো তেওঁ মহাপুৰুষৰ লগ এৰা নাছিল , কিন্তু এটি এটিকৈ তেওঁৰ তিনিটি সন্তান বেমাৰ পৰি মৰাৰ পাছত চতুৰ্থটি সন্তানৰ নৰিয়া অৱস্থাত ব্যাসকলাইৰ অনুমতি লৈ জ্ঞাতি-কুটুম্বই চাপৰাত থকা শিৱক পূজা দি লৰাটিৰ মঙ্গল-কামনা কৰিলে। তথাপি ব্যাসকলাইৰ পুত্ৰ ৰক্ষা নপৰিল। এই দুৰ্ঘটনাৰ পাছত ব্যাসকলাই শংকৰদেৱৰ ওচৰলৈ আহিলত ব্যাসকলাইক শংকৰদেৱে মহাপাপী বুলি ত্যাগ কৰিলে। তেতিয়া ব্যাসকলায়ে ৰামৰায়ক খাটনি ধৰি তিনিকুৰি টকা দণ্ড দিবলৈ গাত লৈ সংগ বিচাৰিছিল ; কিন্তু শংকৰদেৱে ব্যাসকলাইক ক্ষমা কৰাটো দূৰৰ কথা ৰামৰায়কো এমাহলৈ নমতাকৈ থাকিল। অবশেষত ভক্তসকলৰ অনুৰোধ মতে ব্যাসকলায়ে দিব খোজা দণ্ডৰ দুগুণ মূল্যৰ দণ্ড লৈহে ৰামৰায়ৰো জগৰ ভঙা হ'ল। জগৰৰ ধন শংকৰদেৱ, ৰামৰামগুৰু আৰু অন্যান্য ভকত সকলৰ মাজত ব'টাই দিয়াৰ উপৰিও সাতদিন—সাত ৰাতি নাম-কীৰ্তন কৰোৱা হ'ল ।+

---

+শংকৰদেৱে ত্যাগ কৰা ব্যাসকলাই জগন্নাথ ক্ষেত্ৰতো প্ৰৱেশ কৰিবলৈ নিদিয়া ৰাবে নিৰাশ হৈ ঘূৰি আহোঁতে বাটতে মৃত্যুৰ মুখত পৰিল। দ্ৰঃ দৈত্যাৰি অং ৩৮, ৰামানন্দ পদ ১৩৮৪—১৪১০ ।

শংকৰদেৱৰ ধৰ্মপ্ৰচাৰ কাৰ্যত ৰামৰায়ৰ এটি বিশেষ ভূমিকা আছে। পত্নীপ্ৰসাদ আৰু ৰামবিজয় নাটৰ বাহিৰে বাকী চাৰিওখন নাট ৰামৰায়ৰ অনুৰোধ মতে শংকৰদেৱে ৰচনা কৰিছিল। সেই নাটবোৰৰ অভিনয়ৰ বাবে খৰচ-পাতিৰ ব্যৱস্থাও সম্ভৱতঃ ৰামৰায়ে কৰিছিল।

**সতানন্দ বৰভকত :—** বৰদোৱা-গুৰুচৰিতৰ সপ্তম অধ্যায়ত শংকৰদেৱৰ গাংমৌত থকা সময়তে তেওঁৰ বৰপুত্ৰ ৰামানন্দ ঠাকুৰ জন্ম হোৱা বুলিছে আৰু তাৰ কিছুদিনৰ পাছতে "সতানন্দ বা দেবীদাস নামে এজন কায়স্থ"ই শংকৰদেৱৰ মহাপুৰুষক লগপাই ধৰ্মগ্ৰহণ কৰা কথা কৈছে। সেই মতে সতানন্দই "শিশুৰিত কিছুদিন বিষয় কৰি থাকি বিশ্বনাথ দেৱালয়ত দেৱীভক্ত হৈ পূজা কৰি আছিল। অহৰহ পূজা কৰি থকাত সদায় হাতত পানী লাগি আঙুলীৰ মাজত ঘা হোৱা গতিকে তেওঁক পেনপেনি কায়স্থ বুলিছিল। এইদৰে দেৱীৰ সেৱা-পূজা কৰি থকাত এদিন নিশাভাগে স্বপ্নাদেশ হ'ল, তুমি এইভাৱে মুক্তি নাপাবা, গাংমৌত গুৰু আৱিৰ্ভাৱ হৈছে, তালৈ গৈ কৃষ্ণৰ নামত শৰণ লোৱা। পিছদিনা দাড়ি-নখ কমাই শুদ্ধভাৱে গুৰুৰ ওচৰত গাংমৌত ওপস্থিত হ'ল। গুৰু ঈশ্বৰে দেৱীদাসক দেখি সম্বোধন কৰিছে আজি বৰভকত আহিল। পূৰ্বৰ বিবৰণ সবিশেষ জনোৱাত গুণমালা পুথি আৰু লাৰুৱা গোপাল অৰ্পণ কৰি বৰভকতক শৰণ লগাই আজ্ঞা কৰিছে আৰু উপদেশ দিছে যে তোমাৰ ঘৰৰ সকলোকে সজ পথলৈ আনিব লাগে। তাৰপাছত সুধিছে বৰভকতৰ ল'ৰা কেইটি? আতা উত্তৰ দিছে, প্ৰভুৰ দাস চাৰিটি। নাম কি বুলি জিজ্ঞাসা কৰিছে, জয়কৃষ্ণ, মহাকৃষ্ণ, ব্ৰাহিকৃষ্ণ, শ্ৰীকৃষ্ণ বুলি জনাইছে। নাম শুনি গুৰুৱে বৰ সন্তোষ পাই কৈছে যে দৈৱকীৰ ঘৰত এক কৃষ্ণ, তোমাৰ চাৰিকৃষ্ণ জন্ম পাইছে। অতএব তুমি বৰভকত। আমি প্ৰথমে সম্বোধন কৰা শব্দটি উত্তমৰূপে শোভা পাইছে। আজিৰ পৰা তোমাৰ নাম বৰভকত দিয়া হ'ল।"

মহাকৃষ্ণৰ পুত্ৰ ৰামচৰণ বা টোকৰীয়াবাপু > শ্যামকানু > ৰামনাথ। ৰামনাথে বৰভকতৰ বংশাৱলী 'সন্তমুক্তাৱলী' ৰচনা কৰে। সন্তমুক্তাৱলী সুসম্পাদিত হৈ ওলোৱা নাই বাবে তাৰ ৰচনাকাল আৰু তথ্য সম্পৰ্কে সৰ্বসম্মত সিদ্ধান্ত দিব নোৱাৰি। দ্বিজনাৰায়ণ আৰু তেওঁৰ পুত্ৰ দ্বিজ নৰোত্তমৰো সতানন্দচৰিত আৰু সন্তমুক্তাৱলী নামৰ পুথি আছে। ৰামনাথ আৰু নৰোত্তমৰ পুথিৰ মাজত তথ্যগত পাৰ্থক্য বেছি নাই। নৰোত্তমে ৰামনাথৰ পাছৰ বংশাৱলীও কিছু কৈছে। দ্বিজনাৰায়ণৰ পাঠত কিছু সুকীয়া কথাও আছে।

বৰদোৱা-গুৰুচৰিতত থকা সতানন্দ সম্বন্ধীয় কথাখিনিৰ বিষয়ে কিছু বিচাৰ কৰিব লগীয়া আছে। প্ৰথম কথা হ'ল—এজন শাক্ত ব্যক্তিক লগ পাই কম সময়ৰ ভিতৰতে ধৰ্ম বস্তু দিয়াৰ উপৰিও ধৰ্ম প্ৰচাৰ কৰিবলৈ অনুমতি দিয়াটো বিশ্বাসযোগ্য কথা হয়নে? দ্বিতীয়টো কথা হৈছে 'গুণমালা' পুথি শংকৰদেৱে মহাৰাজ নৰনাৰায়ণৰ ৰাজসভাত থকা কালত অৰ্থাৎ জীৱনৰ শেষ অৱস্থাতহে ৰচনা কৰা বুলি কথা-গুৰুচৰিত আদি অন্যান্য চৰিত পুথিত আছে। গাংমৌত থকা সময়ত শংকৰদেৱৰ বয়স ৭০।৭২ বছৰ মানহে হৈছিল। গতিকে শংকৰদেৱে সতানন্দক গুণমালা পুথি দিয়া কথাটো সন্দেহজনক। ৰামনাথ মহন্ত আৰু নৰোত্তম দ্বিজৰ পুথিত একাদশ স্কন্ধ ভাগৱতহে দিয়া বুলিছে। গাংমৌত থকা কালতে একাদশ স্কন্ধ দিয়াৰো সম্ভাৱনা কম। কিয়নো তেতিয়ালৈকে ভাগৱত ৰচনা কাৰ্য সম্ভৱতঃ সম্পূৰ্ণ হোৱাহি নাছিল। তৃতীয় এটা কথা হৈছে এই যে—শংকৰদেৱে পাটবাউসীৰ পৰা কোচবিহাৰলৈ যোৱাৰ কথা ভবাৰ আগতে ধৰ্মপ্ৰচাৰৰ দায়িত্ব আনক দিয়াটো বিশ্বাস যোগ্য নহয়। চতুৰ্থ আৰু এটা কথা মন কৰিব লগীয়া যে—শংকৰদেৱৰ বৰপুত্ৰ ৰামানন্দৰ জন্মৰ দুই-এবছৰৰ ভিতৰতে শংকৰদেৱে সতানন্দক লগ পোৱা কথা সঁচা হ'লে, সেই সময়ত সতানন্দৰ সৰু পুত্ৰ শ্ৰীকৃষ্ণ আৰু ৰামানন্দ একে বয়সৰ ব্যক্তি হ'ব লাগিব, কিন্তু সন্তমুক্তাৱলী প্ৰভৃতি বৰভকতৰ বংশাৱলী গ্ৰন্থ আৰু পৰম্পৰা মতে বৰভকতৰ পুত্ৰ শ্ৰীকৃষ্ণ ৰামনন্দৰ পুত্ৰ পুৰুষোত্তম ঠাকুৰৰহে সমকালীন লোক। শ্ৰীকৃষ্ণক পুৰুষোত্তম ঠাকুৰে ধৰ্মবস্তু দিয়াৰ উপৰিও ধৰ্ম প্ৰচাৰৰ বাবে আজ্ঞা দিছিল।

ওপৰত উল্লেখ কৰা কাৰণ সমূহৰ পৰা বৰভকতে শংকৰদেৱক গাংমৌথানত লগপোৱা বুলি ধৰিব নোৱাৰি। সন্তমুক্তাবলীত কামপীঠৰ ভিতৰতহে শংকৰদেৱক লগ পোৱা কথা আছে। এই প্ৰসংগত ৰামনাথ আৰু নৰোত্তমদ্বিজ দুয়োজনেই 'ভৈৰৱীপীঠ সব দেশ এৰাইলন্ত। কামপীঠ নাম দেশে প্ৰৱেশ ভৈলন্ত (পদ সং যথাক্ৰমে ৬৬ আৰু ৩৩) ইয়াত ভৈৰৱীপীঠ শব্দই স্বৰ্ণপীঠ অঞ্চলক বুজাইছে। মহাভৈৰৱ আৰু মহাভৈৰৱীৰ মন্দিৰ থকা তেজপুৰ অঞ্চলৰ কাৰণে ভৈৰৱী পীঠ শব্দৰ প্ৰয়োগ কৰা যেন বোধ হয়। সন্তমুক্তাৱলীৰ মতে বৰগাং নদী আৰু ব্ৰহ্মপুত্ৰৰ ওচৰত পড়িগণ্ড নামে ঠাইত বৰভকত আছিল। তেওঁৰ ককাক সৰ্বানন্দ প্ৰতাপপুৰীয়া ৰজাৰ কাকতী আছিল। সম্ভৱতঃ বৰ্তমান প্ৰতাপগড় বোলা ঠাইত কোনোবা ভূঞা শাসন কৰ্তা আছিল; তেওঁক প্ৰতাপপুৰীয়া ৰজা বোলা হৈছে।

সতানন্দৰ পূৰ্বপুৰুষ সদানন্দও চণ্ডীবৰৰ লগতে গৌড়ৰপৰা কমতেশ্বৰ দুলৰ্ভনাৰায়ণৰ সময়ত কামৰূপলৈ আহিছিল। সদানন্দৰ পৰা ক্ৰমে ভৱানন্দ, সৰ্বানন্দ, জগদানন্দ আৰু সতানন্দ মহাপুৰুষ শংকৰদেৱৰ সমকালীন হয়। গতিকে পূৰ্বৰ বংশ পৰিচয় আৰু ব্যক্তিত্বৰ লগতে ভক্তিপৰায়ণ বুলি বুজিব পাৰি পাট-বাউসীত ( কামপীঠৰ ভিতৰত ) থকা কালত শংকৰদেৱে সতানন্দক ধৰ্মাচাৰ্য পাতিব পাৰে। সেয়ে হ'লে খ্ৰী° ১৫৬০ চন মানৰ আগে-পাছে বৰভকতৰ পুত্ৰ শ্ৰীকৃষ্ণ জন্ম হ'লেও, ৰামানন্দ ঠাকুৰৰ পুত্ৰ পুৰুষোত্তম ঠাকুৰ সমবয়স্ক হ'ব আৰু তেওঁৰ পৰা ধৰ্মপ্ৰচাৰৰ আজ্ঞা পোৱাটোও সম্ভৱ হ'ব। লগতে গুণমালা বা একাদশ স্কন্ধ কোনোবা এখন পুথি সেই সময়ত শংকৰদেৱে বৰভকতক দিয়াটোও অসম্ভৱ নহয়।

সতানন্দ বৰভকতৰ পুত্ৰসকলৰ পৰা বড়া বহুত সত্ৰ মধ্য আৰু উজনি অসমত আছে। মৃত্যুঞ্জয় আৰু অদ্ভুতৰামায়ণৰ কৰি ৰঘুনাথ মহন্তও সতানন্দৰ ৰবপুত্ৰ জয়কৃষ্ণৰ ষষ্ঠ পুৰুষৰ ব্যক্তি। শংকৰদেৱ আহোম ৰাজ্য এৰি কোচ ৰাজ্যলৈ যাবৰ সময়ত মধ্য আৰু উজনি অসমত ধৰ্মপ্ৰচাৰৰ কাৰণে একো ব্যৱস্থা কৰি থৈ যাব পৰা নাছিল। সেইবাবে পাটবাউসীত থকা কালছোৱাৰ শেষৰ ফালে উজনি আৰু মধ্য অসমলৈ প্ৰচাৰক পঠোৱাৰ ভাব মনলৈ আহিছিল; কিন্তু তেতিয়াও কামৰূপৰ পৰা আহোম ৰাজ্যৰ ফালে প্ৰচাৰৰ উদ্দেশ্যে আগবাঢ়ি যাবলৈ সাহ কৰিব পৰা অৱস্থা কাৰো হোৱা নাছিল। বৰভকত মধ্য অসমৰ স্থায়ী বাসিন্দা হোৱা বাবে এই ক্ষেত্ৰত তেওঁ কিছু সফল হ'বও পাৰে যেন ধাৰণা কৰিয়েই মহাপুৰুষে ধৰ্মপ্ৰচাৰৰ বাবে আজ্ঞা দিছিল; কিন্তু তেতিয়ালৈকে পৰিৱেশ অনুকূল হোৱা নাছিল বাবে বৰভকতৰ প্ৰচাৰ কাৰ্য নিজ পৰিয়াল বা জ্ঞাতি-কুটুম্বৰ মাজতে সীমাবদ্ধ হৈ থাকিল। উজনি খণ্ডৰ ৰাজনৈতিক আৰু সামাজিক পৰিৱেশ সম্বন্ধে পাছত আলোচনা কৰা হ'ব।

**দামোদৰ দেৱ** ঃ— শংকৰদেৱৰ সকলো জীৱনচৰিততে দামোদৰদেৱৰ কথা আছে। সাধাৰণতে পাছত লিখা জীৱন-চৰিতৰ কাহিনীতকৈ আগতে লিখা চৰিতৰ কাহিনী সত্যৰ বেছি ওচৰ। এই দৃষ্টিত ভূষণ দ্বিজ, দৈত্যাৰি ঠাকুৰ, বৈকুণ্ঠ দ্বিজ আৰু ৰামানন্দ দ্বিজৰ চৰিতপুথিৰ কাহিনীত দামোদৰদেৱৰ সম্বন্ধে পোৱা তথ্যসমূহ কথা-গুৰুচৰিত আৰু বৰদোৱা-গুৰুচৰিতৰ তথ্যতকৈ বেছি নিৰ্ভৰ যোগ্য, তাত সন্দেহ নাই। আমাৰ বোধেৰে এই ক্ষেত্ৰত ভূষণদ্বিজৰ চৰিতত থকা কথাই বেছি প্ৰামাণিক। তাত আছে—

সবাকো সাম্বোধি কথা শংকৰে কহন্ত।
গোসাঁই দামোদৰে তথা কথাক শুনন্ত ॥
দেখি নাৰায়ণে শংকৰত পুছিলন্ত।
কহিয়োক শুনো বাপ ইহাৰ বৃত্তান্ত ॥ ৬৪৮ ॥
শংকৰে বোলন্ত শুনিয়োক নাৰায়ণ।
দামোদৰ নাম এন্তে উত্তম ব্ৰাহ্মণ ॥ ××৬৪৯
কৰন্ত কিৰ্ষি তাত নাহি আসকতি।
কৃষ্ণৰ কথাত আন নিমজ্জিলা মতি ॥
প্ৰসংগত বসি কৃষ্ণ কথাক শুনন্ত।
কিৰ্ষি বিষয় সুখ সবে এৰিলন্ত ॥ ৬৫০ ॥
আছিলেক পত্নী তেহোঁ গৈল পৰলোক।
কিঞ্চিতেকো মানে মনে নকৰিলা শোক ॥ ৬১

ইয়াৰ পাছত আছে — ( শংকৰদেৱে কৈছে )

বোলোঁ দামোদৰ মোৰ কথা শুনিয়োক।
এহি বিত্ত ভঙাই কিছু ধান্য কিনিয়োক।
কৃষ্ণৰ কথাত যেবে নিমজ্জিবে মন।
অযত্নে আসিয়া তেবে মিলিবন্ত ধন ॥ ৬৫৪
এহি গ্ৰামে থাকা মই চিনাইলোঁ তোমাক।
কতেক কহিবো মই ইহান কথাক ॥ ৬৫৫
দামোদৰময় হৈবে সমস্ত জগত।
বহু ব্ৰাহ্মণ কৃষ্ণত হৈবেক ভকত ॥
লভিবে আনন্দ আনে উপদেশ পাই।
সত্ৰ পাতি ভক্তি প্ৰৱৰ্তাইবা ঠাই ঠাই ॥ ৬৫৬
সিটো বেদ বাক্য ভৈল প্ৰমাণ সম্প্ৰতি।
গোঁসাই দামোদৰ নাম জগত প্ৰখ্যাতি ॥

ভূষণদ্বিজৰ এই পদসমূহৰ পৰা দুটা কথা স্পষ্ট হয় যে — কৃষি আৰু বিষয়-সুখ ত্যাগ কৰি দামোদৰদেৱে শংকৰদেৱৰ ওচৰত ভক্তি-ধৰ্মৰ শিক্ষা গ্ৰহণ কৰিছিল আৰু শংকৰদেৱে পাটবাউসী এৰি কোচবেহাৰলৈ যোৱাৰ সময়ত দামোদৰদেৱক ধৰ্মপ্ৰচাৰৰ বাবে আজ্ঞা দিছিল। দৈত্যাৰি ঠাকুৰৰ চৰিত পুথিত এই বিষয়ে আৰু কিছু বহলাই কৈছে। সেইমতে দামোদৰ বিপ্ৰই পত্নীবিয়োগৰ

পাছত কৃষি কৰি বোৱেক আৰু ভতিজাক দুটাক পোহপাল দি আছিল। তেওঁ কোৰ লৈ খেতিলৈ যাওঁতে বাটতে মাধৱদেৱৰ বৈনায়েক ৰামদাসৰ ঘৰত একাদশ স্কন্ধ ভাগৱত পাঢ়ি থকা শুনি ওচৰতে বহেগৈ। এইদৰে কেইবাদিনো পুথি পঢ়া শুনিবলৈ যোৱা বাবে ৰামদাসে দামোদৰ বিপ্ৰক শংকৰদেৱৰ ওচৰলৈ যাবলৈ পৰামৰ্শ দিলে। ৰামদাসৰ পৰামৰ্শমতে দামোদৰ শংকৰদেৱৰ ওচৰলৈ গ'ল আৰু শংকৰদেৱৰ ওচৰত শৰণ গ্ৰহণ কৰিলে। সেই সম্পৰ্কত থকা পদসমূহ তলত

দিয়া হ'ল। — শুনি দামোদৰ গুৰু বুলিলন্ত পাছে।
মোৰো এক শৰণ হৈবাক মন আছে॥
শংকৰে বোলন্ত ৰামৰাম শুনিয়োক।
তুমি দামোদৰক শৰণ কৰায়োক॥ ৪৭/১৪
শুনি দামোদৰ গুৰু বুলিলা বচন।
আসি আছোঁ আতা মই তোমাঠেক মন।
আনৰ ঠানক মোক ঠেলি নপঠাবা।
আপুনি তোমৰা মোক উপদেশ দিবা॥ ১৫
বোলন্ত শংকৰদেৱে তুমিয়ো ব্ৰাহ্মণ।
ব্ৰাহ্মণক গুৰু মানি লৈয়োক শৰণ।
হেন শুনি বুলিলেক দামোদৰ গুৰু।
সাক্ষাতে তোমৰা ভকতৰ কল্পতৰু॥ ১৬॥
কত ভাগ্যে পাইলো আসি তোমাঠেৰ সংগ।
উচ্ছুক মনক মোৰ নকৰিয়ো ভংগ॥
তোমাঠেৰ বিনে আন গুৰু নমানিবো।
তোমাঠেৰ সংগে কৃষ্ণ-কথাক শুনিবোঁ॥ ১৭
এহি বুলি দামোদৰ গুৰু ৰংগ মন।
কৃষ্ণৰ অভয় পদে লৈলন্ত শৰণ॥ * * ১৮

ইয়াৰ পাছৰ পদবোৰত দামোদৰে কেইজন মানুহ পোহপাল দিব লাগে আৰু কিমান খেতি কৰে আদি কথা শংকৰদেৱে সুধি খেতি কমাই কৰিবলৈ উপদেশ দিলে আৰু জোৰা নমৰা খিনি ধান নিজৰ পৰা নিবলৈ ক'লে। পাছত খেতি কমকৈ কৰিলতো থাবলৈ জোৰা মৰিলত খেতি একেবাৰে এৰুৱাই এক মাত্ৰ ঈশ্বৰত নিৰ্ভৰ কৰিবলৈ ক'লে। দামোদৰেও শংকৰদেৱৰ পৰামৰ্শ মতে চলি নিজকে সুখী অনুভৱ কৰিলে।

শংকৰদেৱৰ বচনক সাদৰিয়া ।
ভৈল মহাসুখী পাছে কিৰিষি এৰিয়া ।
অনায়াসে তান অন্ন-বস্ত্ৰ মিলি যাই ।
এহি মতে শংকৰদেৱৰ সংগ পাই ॥ ২৭
দুখচয় এৰাই মহা আনন্দ মনত ।
বোলে সুখী ভৈলোঁ শংকৰৰ প্ৰসাদত ॥ ** ৩৮

ইয়াৰ পাছত ( দৈত্যাৰিকৃত চৰিতৰ ৬৫/৬৬ অধ্যায়ত ) মাধৱদেৱৰ লগত দামোদৰদেৱৰ বিবাদৰ কথা বিস্তৃত ভাৱে দিয়া হৈছে । সেই বিষয়ে পাছ-ত্তহে আলোচনা কৰা হ'ব । তলত সন্তমালাৰ পৰা দামোদৰদেৱৰ সংক্ষিপ্ত পৰিচয় দিয়া হৈছে —

দয়াশীল নামে এক ব্ৰাহ্মণ আছিল ।
তাহান তনয় দামোদৰ সন্তশীল ॥
মহা জ্ঞানৱন্ত ধৈৰ্যৱন্ত শুদ্ধাশয় ।
আছিলেক মাতৃ তেহে গৈল যমালয় ॥ ২৫৩
ভাৰ্যাও মৰিল পাছে দুইৰ ভৈল দুখ ।
শংকৰৰ সংগে ভৈলা হৰিক সমুখ ॥
নাহি আন চিন্তা গান্ত চৰিত্ৰ কৃষ্ণৰ ।
দেখি অতিশয় স্নেহ ভৈল শংকৰৰ ॥ ২৫৪
ব্ৰাহ্মণসবৰ মৈধি তাহাংক পাতিলা ।
পাটবাউসী নদী তীৰে সত্ৰ কৰি দিলা ॥ ** ২৬৫ ॥

ৰামানন্দদ্বিজৰ 'শ্ৰীগুৰু চৰিত'ত শংকৰদেৱে ৰামৰাম গুৰুৰ হতুৱাই দামোদৰদেৱক শৰণ দিওৱা বুলিছে । বাকীবোৰ কথা দৈত্যাৰিৰ লগতেই বেছি মিলে ।

দামোদৰ গুৰুৰ চৰিত্ৰ শুনিয়োক ॥
কিছুমান কৃষি তেন্তে কৰিতে যতন ।
আপুনি কৰন্তনিতে গমনাগমন ৮৪৮
শংকৰৰ গৃহৰ সমীপে চলি যান্ত ।
হৰি মন্দিৰত নাম ভক্তসবে গান্ত ।
শুনিয়া নামক যেন অমৃত পিয়ন্ত ।
মগ্ন হুয়া কতোবেলি ৰহিয়া থাকন্ত ॥ ৮৪৯

নাম অৱসানে পুনু কৰন্ত গমন।
শংকৰে থাকন্তে নিতে কৰি নিৰীক্ষণ ॥
একদিনা তাক পাছে শংকৰে মাতিয়া।
পুছিলন্ত গুৰু কেনে আছাহা বহিয়া॥ ৮৫০

* * * *

শংকৰে বুলিলা হুয়া আনন্দ হৃদয়।
আজি হন্তে কৃষি কৰিবাক নলাগয় ॥
ভক্তগণ সমে নাম কৰিবা স্মৰণ।
অন্ন-বস্ত্র দিয়া মই কৰিবো পোষণ ॥ ৮৫২
শুনি দামোদৰ গুৰু আনন্দ অপাৰ।
পূৰ্ব গৃহ তেজি পাশে আইলা শংকৰৰ ॥
সত্ৰত বসিয়া নাম গায় নিত্যাগত।
মৌন হুয়া থাকে কতো নাম-আনন্দত ॥ ৮৫৩

* * * *

একদিনা দামোদৰে কৰিলা বিনয়।
শৰণ লৈবাক বাপ মোহোৰ লাগয় ॥ ৮৫৪

* * *

শুনিয়া শংকৰদেৱে সন্তোষ পাইলন্ত।
ৰামৰাম গুৰুক পাছে মাতি আনিলন্ত ॥ ৮৫৬
বুলিলন্ত ৰামৰাম গুৰু শুনিয়োক।
দামোদৰ গুৰুক শৰণ কৰায়োক ॥
ৰামৰাম গুৰু শুনি হৰি মন্দিৰত।
কৰাইলা শৰণ পুনু হৰিৰ চৰণত ॥ ৮৫৭ ॥
উপদেশ কথা যত শংকৰে কহিলা।
এহিমতে দামোদৰ আনন্দে ৰহিলা ॥

ৰামানন্দদ্বিজৰচিত এই চৰিতখনত শংকৰদেৱে পাটবাউসী এৰি যাওঁতে দামোদৰদেৱক সত্ৰ দি থৈ যোৱাৰ উল্লেখ নাই। কথা-গুৰুচৰিততো ৰামৰাম গুৰুৰ হতুৱাই দামোদৰদেৱক শৰণ লগোৱা বুলিছে। বৰদোৱা-গুৰুচৰিতৰ কথা দৈত্যাৰিৰ লগতেই মিলে।

**হৰিদেৱ** ঃ— ৰামানন্দ দ্বিজৰ শ্ৰীগুৰুচৰিতত হৰিদেৱ ব্ৰাহ্মণে শংকৰদেৱৰ ওচৰত ধৰ্মৰ উপদেশ গ্ৰহণ কৰা আৰু ৰামৰামগুৰুৰ হতুৱাই হৰিদেৱক শৰণ দিওৱা কথা কোৱা হৈছে। তাত আছে —

হৰিগুৰু মনিয়ৰি গ্ৰামত আছিলা।
তৈৰপৰা শংকৰৰ মহত্ত্ব শুনিলা ॥
স্বেচ্ছাচাৰ মতক কৰিয়া উলংঘন।
শাস্ত্ৰৰ নিয়মে কৰা ধৰ্ম প্ৰবৰ্তন ॥ ৮৫৯
দেখিবাক প্ৰতি আতি কৰি অভিলাষ।
আসিলন্ত হৰিগুৰু শংকৰৰ পাশ ॥ ** ৮৬০
শংকৰে বোলন্ত গুৰু কিসক আসিলা।
হৰিগুৰু অৱনতে কহিবে লাগিলা ॥* *
তযুকথা শুনি মোৰ লাগি আছে মন।
কৃষ্ণপাদ-পদ্মে মোক কৰায়ো শৰণ ॥ ৮৬২
শুনিয়া শংকৰদেৱে সন্তোষিত মনে।
ৰামৰাম গুৰুক আজ্ঞা কৰিলা তেখণে ॥
ৰামৰাম গুৰু প্ৰৱেশিয়া নামঘৰ।
কৰাইলা শৰণ আজ্ঞা লৈয়া শংকৰৰ । ৮৬৩
শংকৰে কহিলা উপদেশ কথা যত।
ৰহিলন্ত হৰিগুৰু আনন্দ মনত ॥ ৮৬৪

ৰামানন্দ দ্বিজৰ শ্ৰীগুৰুচৰিতৰ বাহিৰে অন্য পুৰণি চৰিতগ্ৰন্থত হৰিদেৱৰ এই বিবৰণ পোৱা নাযায়। তথাপি দ্বিজগদাধৰৰ হৰিদেৱচৰিতত হৰিদেৱে শংকৰদেৱৰ সংগ-লাভ কৰা প্ৰসংগত এইদৰে লিখিছে —

শ্ৰীশংকৰ নামে আসি অৱতাৰ হৈব।
জ্ঞানভক্তি উপদেশে লোক নিস্তাৰিব ॥
লোক তাৰিবাক হেতু পৃথিবীক আসি।
হৰিদেৱ ব্ৰাহ্মণত কহিব প্ৰকাশি ॥

**কণ্ঠভূষণ** ঃ— ভূষণদ্বিজ, দৈত্যাৰিঠাকুৰ আৰু ৰামানন্দদ্বিজৰ চৰিতত কণ্ঠভূষণদ্বিজই কাশীৰ পৰা ৰত্নাৱলী গ্ৰন্থ আনি শংকৰদেৱক দিয়া কথা আছে।

এই কণ্ঠভূষণ নৰানাৰায়ণ ৰজাৰ পুৰোহিত আৰু ৰামৰাম গুৰুৰ জোঁৱাই আছিল (দৈত্যাৰি-পদ ৩৯/৩,৪)। তেওঁ কাশীৰপৰা ৰত্নাৱলী গ্ৰন্থ আনি শংকৰদেৱক দিয়া সম্বন্ধে দুই ধৰণৰ কথা পোৱা যায়। দৈত্যাৰি ঠাকুৰৰ মতে কণ্ঠভূষণে আগৰে পৰা শংকৰদেৱৰ ওচৰত আহি ধৰ্ম চৰ্চা কৰি থাকে। এবাৰ কাশীলৈ যাওঁতে ৰত্নাৱলী গ্ৰন্থ আনি শংকৰদেৱক দি ক'লে— "বিষ্ণুপুৰী নামে এজন সন্ন্যাসী আছিল। তেৱেঁই এই গ্ৰন্থ ৰচনা কৰিলে। ভাল হয়নে নহয় চাওকচোন।" শংকৰদেৱে সন্ন্যাসীয়ে ৰচনাকৰা 'জ্ঞান-কৰ্ম'ৰ ওপৰত গুৰুত্ব দিয়া গ্ৰন্থ বুলি চাবই নুখুজিছিল; কিন্তু কণ্ঠভুষণে বৰকৈ টানি ধৰাতহে চাবলৈ ল'লে। তথাপি প্ৰথমতে 'শৰণগ্ৰহণ'ৰ কথা নাপাই মুৰনোহোৱা সুন্দৰ পুৰুষৰ লগতহে তুলনা কৰিছিল। এই সম্পৰ্কত দৈত্যাৰিকৃত পদ এনেধৰণৰ—

যদি এক শৰণ ৰাখিয়া থাকে জান
জগততো নাহি ইটো গ্ৰন্থক সমান ॥
আছয় শৰণ কণ্ঠভূষণে পাইছন্ত।
এহি হেতু মাধৱেযে চাহিয়া বোলন্ত ॥ ৩৯/১১
সমস্তৰে শেষত শৰণ বান্ধিছন্ত।
পাছে এক শৰণ শংকৰে দেখিলন্ত ॥
কিনো মহা দিব্য গ্ৰন্থ মানিয়া মনত।
উঠিলন্ত গ্ৰন্থখানি ধৰিয়া শিৰত ॥ ১২
নাচন্ত হৰিষে আতি মনে মহা ৰংগ।
বোলন্ত জানিবা বিষ্ণুপুৰী মোৰ সংগ। ** ১৩ ॥

এই প্ৰসংগত ভূষণদ্বিজই কৈছে—

পৰম পণ্ডিত নাম কণ্ঠযে ভূষণ।
বেদান্ত পঢ়িবে গৈলা বাৰাণসী থান ॥ ৫৮২
আছন্ত সন্ন্যাসী তান নাম ব্ৰহ্মানন্দ।
বেদান্ত পঢ়ান্ত তথা কৰিয়া আনন্দ ॥
ষাঠি যে সত্তৰি ছাত্ৰ বেদান্ত পঢ়য়।
ভাগৱত শাস্ত্ৰৰ প্ৰসংগ ভৈলা তয় ॥ ৫৮৩
ব্ৰহ্মানন্দে ভাগৱত শ্লোক তুলিলন্ত।
নিশবদে ছাত্ৰসবে শুনিয়া আছন্ত ॥

কণ্ঠভূষণে পাঢ়িলন্ত সৱ আগে ।
পণ্ডিছে চাল্লছে শ্লোক তোলে একেলগে ॥ ৫৮৪ ॥
শুনি সন্ন্যাসীৰ মহা বিস্ময় মনত ।
কাহাৰ বাক্যত তেবে পঢ়া ভাগৱত ॥ * * ৫৮৫

ব্ৰহ্মানন্দৰ এই প্ৰশ্নৰ উত্তৰত কণ্ঠভূষণে কামৰূপত শংকৰদেৱে ভাগৱত চৰ্চা কৰাৰ কথা ক'লে । তেতিয়া —

যিদিশত আছে মহাপুৰুষ শংকৰ ।
সিদিশক সন্ন্যাসী কৰিলা নমস্কাৰ ॥ ৫৯২

* * *

ৰত্নাৱলী নামে এক আনিয়া পুস্তক ॥ ৫৯৫ *
কণ্ঠভূষণক দিয়া বুলিলা আশিস্ ।
শংকৰক দিবা নিয়া আমাৰ সন্দেশ ।
এতেক বোলন্তে প্ৰেম উপজিল আসি ।
সজলনয়নে মৌন ভৈলন্ত সন্ন্যাসী ॥ ৫৯৬ ॥

ৰামানন্দদ্বিজই ব্ৰহ্মানন্দৰ পৰিবৰ্তে ৰামভট্ট বুলিছে ; কিন্তু ব্ৰহ্মানন্দ হোৱাই বেছি সম্ভৱ । সেই সময়ত কাশীত ব্ৰহ্মানন্দ নামে এজন বৈষ্ণৱ পণ্ডিত থকাৰ কথা গুজৰাতী ভক্তি-সাহিত্যৰ প্ৰসংগতো পোৱা যায় । আনহাতে ৰামানন্দ আৰু দৈত্যাৰি দুয়োজনতকৈ কণ্ঠভূষণৰ বিষয়ে নাৰায়ণ ঠাকুৰৰ যোগেদি ভূষণ দ্বিজে বেছি জানিবও পাৰে । পাছৰ চৰিত-পুথিবোৰত শংকৰদেৱৰ ওচৰত সন্তুষ্ট হ'ব নোৱাৰি ভূষণ দ্বিজ কাশীত বেদান্ত অধ্যয়নৰ উদ্দেশ্যে গৈছিল বুলি কোৱা হৈছে । লগতে এই বুলিও কৈছে যে—কাশীত বেদান্ত শিক্ষা দিয়া গুৰুৱে কণ্ঠভূষণক পুনৰ শংকৰদেৱৰ ওচৰলৈহে ঘূৰাই পঠিয়ালে আৰু কণ্ঠভূষণেও মহাপুৰুষৰ ধৰ্ম গ্ৰহণ কৰিলে ( ৰামানন্দদ্বিজ-চৰিত পদ, ১৪৯১--১৪৯৪ ) । পাছত শংকৰদেৱৰ আজ্ঞা পাই মাধৱদেৱে এই গ্ৰন্থৰ পদ-ভাঙনি কৰে ।

**শংকৰদেৱৰ অন্যান্য ভক্তসকল :**— ভূষণদ্বিজৰ চৰিতগ্ৰন্থত পাটবাউসীত শংকৰদেৱ থকা সময়ত নাৰায়ণ ঠাকুৰে লগপোৱা ভক্তবৈষ্ণৱসকলৰ নাম এইদৰে পোৱা যায় —

---

* ৺ দুৰ্গাধৰ বৰকটকী দ্বাৰা সম্পাদিত পাঠত 'ৰত্নাৱলী'ৰ পৰিবৰ্তে 'বংশাৱলী' আছে । ৰত্নাৱলী পাঠহে শুদ্ধ । 'বংশাৱলী' অপ্ৰাসংগিক ।

ৰামৰাম গুৰু গোঁসাই দামোদৰ
হৰিগুৰু বসিলন্ত ।
জয়ন্তী মাধৱ ৰতিকান্ত দলৈ
ৰামৰাম আসিলন্ত ॥ ৫০৫

হৰিদাস বণিয়া বুঢ়া যে দৈৱজ্ঞ
আৰো মহাকালিৰাম ।
উদাৰ গোৱিন্দ বলভদ্ৰ আৰু
বসিলন্ত বলৰাম ॥

সবাকে সম্বোধি শংকৰে কহন্ত
কৃষ্ণৰ গুণচৰিত ।
নিশবদে সবে শুনিয়া থাকন্ত
কৃষ্ণপাৱে দিয়া চিত ॥ ৫০৬
মাধৱে সোধন্ত শংকৰে সিদ্ধান্ত
দেন্ত অতি হৰষিত ।
কথা অমৃতৰ নদী বহি যাৱে
পিয়ে সবে আনন্দত ॥ * * ৫০৭

দৈত্যাৰি ঠাকুৰৰ চৰিতত ( অধ্যায় ২১ ) কোৰলা বাঢ়ৈৰ হতুৱাই জগন্নাথ মূৰ্তি সজাই প্ৰতিষ্ঠা কৰা কথা পোৱা যায়। পাছৰ দুখনমান চৰিতত একাদশীত মাছখোৱা বিষয় লৈ কোৰলা বাঢ়ৈক শংকৰদেৱে খং কৰা কথাও পোৱা যায় । ৰামচৰণ ঠাকুৰৰ নামত প্ৰচলিত চৰিত পুথিত চান্দসাঁই নামে এজন মুছলমান দৰ্জীয়ে শংকৰদেৱৰ ধৰ্ম গ্ৰহণ কৰা কথা আছে । এই চান্দখাঁ বা চান্দসাঁই যৱনে ৰচনা কৰিছিল বুলি কোৱা কেইটিমান ভক্তি বিষয়ক গীতো পোৱা যায় । ৰামানন্দদ্বিজৰ শ্ৰীগুৰুচৰিততো ( পদ ১৩২০—১৩৫৮ ) এই কাহিনী আছে । দশম স্কন্ধ উত্তৰাৰ্দ্ধৰ পদভাঙোতা অনন্তকন্দলি শংকৰদেৱৰ শিষ্য হোৱা কথাও চৰিত গ্ৰন্থত পোৱা যায় । এইদৰে অনেক ব্ৰাহ্মণ-সজ্জন আৰু ধনী-দুখীয়া, উচ্চ-নীচ সকলো স্তৰৰে লোকে শংকৰদেৱৰ ধৰ্ম গ্ৰহণ কৰা কাহিনী গুৰুচৰিত পুথিসমূহত পোৱা যায় ।

**( ট ) পাৰিৱাৰিক জীৱন :—** মাধৱদেৱৰ জন্ম আৰু শংকৰদেৱৰ লগত সাক্ষাৎ সম্বন্ধে আলোচনা কৰোঁতে খ্ৰী° ১৫৩৩/৩৪ চন মানত শংকৰদেৱক

মাধৱদেৱে লগপোৱা বুলি অনুমান কৰা হৈছিল। মাধৱদেৱে শংকৰদেৱৰ ধৰ্মগ্ৰহণ কৰাৰ পাছত শংকৰদেৱৰ নুমলীয়া জী ৰুক্মিণী বা বিষ্ণুপ্ৰিয়াক মাধৱদেৱলৈ বিয়া দিয়াৰ প্ৰস্তাৱ তোলা হৈছিল। এই কথাৰ পৰা অনুমান হয় যে— ১৫৩৫ খ্ৰী˚ মানতে ৰুক্মিণীৰ বয়স ১০ বছৰমান হ'লেও তেওঁৰ জন্ম ১৫২৫ খ্ৰী˚ মানতে হ'ব লাগিব ; কিন্তু বৰদোৱা-গুৰুচৰিতৰ উল্লেখ মতে ৰামানন্দ ঠাকুৰৰ জন্ম গাংমৌত হৈছিল বুলি ধৰিলে সময়ৰ এই হিচাব শুদ্ধ যেন নালাগে। কাৰণ ৰামানন্দ, কমললোচন আৰু হৰিচৰণৰ পাছত ৰুক্মিণীৰ জন্ম হ'লে ৰামানন্দতকৈ ৰুক্মিণীৰ জন্মৰ সময় কমেও ছবছৰ পাছলৈ যাব। এনে স্থলত ৰুক্মিণীৰ বিয়াৰ প্ৰস্তাৱ দিয়া সময় ১৫৪০ খ্ৰী˚ মান বুলি ধৰিলে তেওঁৰ জন্ম চন খ্ৰী˚ ১৫৩০ মান হ'ব আৰু ৰামান্দৰ জন্মৰ চন ১৫২৪ মানৰ পাছলৈ নাযাব। ৰামানন্দৰ জন্মৰ এই সময় অসম্ভৱো নহয়। শংকৰদেৱে প্ৰথমবাৰ তীৰ্থৰ পৰা ঘূৰি অহা কাল খ্ৰী˚ ১৫১৫ চন হ'লেও ৰামানন্দৰ জন্ম তাতকৈ আগতে বা সেই সময়তে হ'ব পাৰে।

পাটবাসীত থকা কালতেই শংকৰদেৱৰ দ্বিতীয়পুত্ৰ কমললোচন আৰু দুহিত্ৰী ৰুক্মিণীৰ অকাল মৃত্যু হয় ; ৰামানন্দ আৰু হৰিচৰণৰ বিয়া হয়। হৰিচৰণৰ পত্নী মাধৱদেৱৰ বৈনাই ৰামদাসৰ পুত্ৰী আছিল। এই সম্বন্ধত হৰিচৰণ মাধৱদেৱৰ ভাগিনজোঁৱাই হয়। ৰামানন্দৰ পুত্ৰ পুৰুষোত্তম আৰু হৰিচৰণৰ পুত্ৰ চতুৰ্ভূজৰ জন্ম যথা ক্ৰমে ১৫৬০ আৰু ১৫৭০ খ্ৰী˚ ৰ সামান্য আগে-পাছে হ'ব পাৰে +। ৰামানন্দই পাটবাউসীৰ ওচৰত থকা চক্ৰপাণি মজুমদাৰৰ ওচৰত কায়স্থালি বিদ্যা শিকিছিল। শংকৰদেৱৰ বৈকুণ্ঠপ্ৰয়াণৰ পাছত হৰিচৰণ আৰু পুৰুষোত্তম দুয়োজন খুড়াই-ভতিজাই একেলগে মাধৱদেৱৰ ওচৰত শাস্ত্ৰ অধ্যয়ন কৰিছিল। মাধৱদেৱৰ ভাগিন ৰামচৰণে মাধবদেৱৰ ওচৰত কায়স্থালি বিদ্যা আৰু শাস্ত্ৰ-ভাগৱত দুয়োবিধৰে শিক্ষা লাভ কৰিছিল। শংকৰদেৱৰ বৰপুত্ৰ ৰামানন্দয়ো পৰমাৰ্থবস্তু মাধৱদেৱৰ পৰাহে লৈছিল। শংকৰদেৱৰ বাৰ্ষিক শ্ৰাদ্ধৰ দিনচেৰেকৰ পাছতে ৰামানন্দৰো মৃত্যু হোৱা বাবে আৰ্থিক আৰু মানসিক উভয় ক্ষেত্ৰতে নানা সমস্যাই দেখা দিছিল। তাতে আকৌ হৰিচৰণ প্ৰবল বায়ুৰোগগ্ৰস্ত হৈ

---

\+ বিদ্যানন্দ ওজাকৃত ঠাকুৰ-চৰিত (পদ ৪৮২/৮৩ ) মতে শংকৰদেৱৰ বৈকুণ্ঠপ্ৰয়াণৰ সময়ত চতুৰ্ভুৰ্জ ঠাকুৰৰ মাকৰ বয়স ১০ বছৰ। তাৰ এবছৰৰ আগত হৰিচৰণ-ঠাকুৰৰ লগত তেওঁৰ সম্বন্ধ যোৱা হয়। সেয়ে হ'লে চতুৰ্ভুৰ্জঠাকুৰৰ জন্ম ১৫৭৫ চন মানলৈকো . যাব পাৰে।

এবছৰমান মানসিক ভাবেও অসুস্থ হৈ পৰিছিল। বহুত চিকিৎসাৰ ফলত পাছত ভাল হ'ল। এনে স্থলত মাধৱদেৱে গুৰুজনৰ পৰিয়ালৰ দায়িত্বও বহু পৰিমাণে ল'ব লগীয়া হৈছিল আৰু তাৰ বাবে মিছা অপযশৰো ভাগী হৈছিল।

(ঠ) গীতা-প্ৰাপ্তি আৰু চৈতন্যদেৱৰ লগত সাক্ষাৎ :— দৈত্যাৰি ঠাকুৰকৃত শংকৰ-মাধৱ-চৰিত আৰু কথা-গুৰুচৰিতত বৰদোৱা এৰি যাওঁতে ব্ৰহ্মপুত্ৰত উটি অহা গীতা পুথি এখন শংকৰদেৱে পোৱা কথা কৈছে। পুথি এখন পানীত উটি অহাটো অৱস্থা বিশেষে অসম্ভৱ নহ'লেও তাত ঐতিহাসিক গুৰুত্ব নাই। কিয়নো তাৰ আগতে বাৰ বছৰ জুৰি ভাৰতৰ বিভিন্ন তীৰ্থ স্থান ভ্ৰমণ কৰি ফুৰা সময়ত শংকৰদেৱে গীতা নিশ্চয় পাইছিল। আনকি তীৰ্থলৈ যোৱাৰ আগতেও গুৰু-গৃহত শাস্ত্ৰ অধ্যয়নৰ সময়তে গীতাৰ লগত পৰিচয় হোৱা সম্ভৱ।

ভূষণদ্বিজ, দৈত্যাৰি ঠাকুৰ প্ৰভৃতি আগৰ আৰু কথা-গুৰুচৰিত, বৰদোৱা-গুৰুচৰিত প্ৰভৃতি কিছু পাছৰ গুৰুচৰিত বিলাকতো দ্বিতীয়বাৰ তীৰ্থ ভ্ৰমণৰ সময়ত শংকৰদেৱে চৈতন্যদেৱক লগ পোৱা বুলিছে। ৰামানন্দ দ্বিজই প্ৰথম বাৰতে লগ পোৱা বুলিছে। লগ পালে প্ৰথম বাৰতেই পাব পাৰে। কিয়নো দ্বিতীয় বাৰ শংকৰদেৱৰ তীৰ্থলৈ যোৱা কাল খ্ৰী° ১৫৫০ চন মানতকৈ আগলৈ নাহে। শকাব্দ ১৪৫৫ (খ্ৰী° ১৫৩৩) তে চৈতন্যদেৱে ইহলীলা সম্বৰণ কৰে। সেই সময়ত শংকৰদেৱ বেলগুৰিতে আছিল। আনহাতে চৈতন্যদেৱৰ জন্মৰ সময় শকাব্দ ১৪০৭ (খ্ৰী° ১৪৮৫) আৰু শংকৰদেৱ প্ৰথমবাৰ তীৰ্থৰ পথা ঘূৰি অহাৰ সময় ১৫১০/১৫ খ্ৰী° মানৰ ভিতৰত পৰে। সেয়ে হ'লে চৈতন্যদেৱৰ বয়স ২৫ বছৰ মানত আৰু শংকৰদেৱৰ বয়স ৫০ বছৰ মানত দুয়োৰে দেখা সাক্ষাৎ হ'ব পাৰে। শংকৰদেৱ ঘূৰি অহা সময়ত সাক্ষাৎ হ'লেহে এই বয়স হয়। শংকৰদেৱ প্ৰথমবাৰ যাওঁতেই সাক্ষাৎ হ'লে শংকৰদেৱৰ বয়স ৪০ বছৰমান আৰু চৈতন্যদেৱৰ বয়স ১৫ বছৰ মানহে হ'ব। শকাব্দ ১৪৩১ (খ্ৰী° ১৫০৯)ত ২৫ বছৰ বয়সত চৈতন্যদেৱে সন্ন্যাস গ্ৰহণ কৰে আৰু ভৃত্য গোবিন্দদাসক লগত লৈ বহুত স্থান ভ্ৰমণ কৰিবলৈ লয়। এই ভ্ৰমণৰ লগে লগেই ধৰ্ম প্ৰচাৰো আৰম্ভ হয়। প্ৰথমতে তেওঁ বৃন্দাবনলৈ যায়। তাৰ পাছত দক্ষিণ দিশলৈ ঘূৰি গোদাবৰীৰ তীৰত ৰায় ৰামানন্দক লগ পায়। এই ৰায় ৰামানন্দ আৰু চৈতন্যৰ মাজত হোৱা আলাপৰ পৰা শংকৰদেৱ আৰু চৈতন্যদেৱৰ ভক্তি-ধৰ্মৰ আদৰ্শ-ভিন্নতা স্পষ্ট হৈ পৰে। এই প্ৰসংগত মন কৰিব লগীয়া এয়ে যে— চৈতন্যদেৱে সন্ন্যাস গ্ৰহণ কৰাৰ আগতেই শংকৰদেৱক লগ পাব পাৰে অথবা

যদি সন্ন্যাস গ্ৰহণ কৰাৰ প্ৰথম অৱস্থাতে শংকৰদেৱক পাইছিলো, তথাপি দুয়ো-জনৰ ভক্তি ধৰ্মৰ মাজত আদৰ্শগত বৈষম্য অতি স্পষ্ট আছিল। এই বিষয়ে পাছত আলোচনা কৰা হ'ব। চৰিতপুথিৰ বৰ্ণনা মতে তেওঁলোকৰ এজনেও আন-জনক একো মাত-বোল নকৰা নীৰব সাক্ষাতেও এনে এটা ইংগিতহে দিয়ে যে—তেওঁলোকৰ এজনো আনজনৰ প্ৰতি আকৃষ্ট হোৱা নাছিল। বহুজন যাত্ৰীৰ মাজত এজনে আনজনক মাত্ৰ দেখিছিলহে। সেই সময়লৈকে শংকৰদেৱ আৰু চৈতন্য-দেৱ এজনেও ধৰ্ম প্ৰচাৰ কৰা নাছিল।

কথা-গুৰুচৰিতত চৈতন্যদেৱ আৰু মাধৱদেৱে ফকৰা মাতি কথা পতা বুলিছে; কিন্তু শংকৰদেৱে একো মতা নাই। বৰদোৱা-গুৰুচৰিতত শংকৰদেৱ আৰু চৈতন্যদেৱ দুয়োজনে জগন্নাথৰ নাট মন্দিৰত নটীৰ নাচ চাওঁতে কথা পতা আৰু সদালাপ কৰি কেইবাদিনো থকা কথা কৈছে। এইবিলাক কথাই অসমৰ ভকতীয়া সমাজত চৈতন্যপন্থীলোকৰ ক্ৰমবৰ্ধমান প্ৰভাৱৰে ইংগিত দিয়ে।

**শংকৰদেৱৰ ধৰ্মৰ পৰম্পৰাঃ**— শংকৰদেৱে যিটো ধৰ্মমত প্ৰচাৰ কৰিলে সেইটো মতৰ পৰম্পৰা কোনখিনিৰ পৰা আৰম্ভ হৈছে আৰু শংকৰদেৱে সেই মত কেনেকৈ পাইছে, সেই বিষয়ে আলোচনা কৰিব লগীয়া কথা যথেষ্ট আছে। এই মতৰ পূৰ্বৰ পৰম্পৰা সম্পৰ্কে দৰ্শন আৰু সাধন-মাৰ্গ সম্বন্ধীয় আলোচনাৰ প্ৰসং-গত বিচাৰ কৰা হ'ব। শংকৰদেৱৰ পৰবৰ্তী গুৰু-পৰম্পৰা সম্বন্ধে এটা সামান্য পৰিচয় তলত দিয়া হৈছে। পৰবৰ্তী গুৰু-পৰম্পৰাকো সংক্ষিপ্ত ভাৱে পাঁচোটা স্তৰত ভাগ কৰিব পাৰি। প্ৰতিটো স্তৰৰ লক্ষণ সমূহৰ বিষয়ে পাছত আলোচনা কৰা হ'ব। প্ৰথমতে স্তৰবোৰৰ একোটি ৰেখা-চিত্ৰ দাঙি ধৰা হৈছে। তথাপি প্ৰতিটো স্তৰতে আমি নজনা দুই-এজন গুৰুৰ পৰম্পৰা বাদ পৰি থাকি যাব পাৰে। সেই বিষয়ে জনালোকে বাদ পৰি যোৱা অংশ যথা স্থানত সংযোগ কৰি ল'ব।

**প্ৰথম স্তৰ**ঃ— ১৫৬০ খ্ৰী' মানৰ পৰা পাটবাউসীত প্ৰবল ভাৱে ধৰ্মপ্ৰচাৰ হোৱাৰ পাছত কোচবেহাৰ আৰু আহোম ৰাজ্যত ধৰ্মপ্ৰচাৰৰ চিন্তা কৰা হ'ল। আহোম ৰাজ্যত অদূৰ ভৱিষ্যতেই সবল প্ৰচাৰ সম্ভৱ যেন ধাৰণা নহ'লেও ঠায়ে ঠায়ে দুই-এজন সমৰ্থকৰ সৃষ্টি কৰিব পাৰিলে ভাল হয়। এনে উদ্দেশ্যতেই সতানন্দ বৰভকতক ধৰ্মপ্ৰচাৰৰ আজ্ঞা দিয়া যেন লাগে। কামৰূপ অঞ্চলত থকা ব্ৰাহ্মণসকলৰ মাজত প্ৰচাৰ কাৰ্য সবল হ'বৰ কাৰণে ৰামৰামগুৰুৰ বাহিৰেও দামোদৰদেৱ আৰু হৰিদেৱক ধৰ্মপ্ৰচাৰৰ দায়িত্ব দিয়া হ'ল। অব্ৰাহ্মণ সমাজত নাৰায়ণ ঠাকুৰৰ প্ৰভাৱ যথেষ্ট আছিল। গতিকে তেওঁকো ধৰ্মপ্ৰচাৰৰ অনুমতি দিয়া হ'ল ( সন্তমালা

২৫৮ পদ )। মাধৱদেৱক নিজৰ উত্তৰাধিকাৰী পাতি থৈ যোৱাৰ অৰ্থ কি ? ধৰ্ম-বিতৰণৰ নামত কেৱল শৰণ দিয়া আৰু উপদেশ দিয়াতে সকলো দায়িত্ব পালন কৰা নহয়। শৰণ আৰু আনুষ্ঠানিক উপদেশ দান কৰাৰ বাহিৰেও কলাত্মক সুৰুচিৰে সামাজিক পৰিৱেশ উন্নত কৰিব পৰা যোগ্যতা মাধৱদেৱৰ দৰে সেই সময়ৰ আন এজনৰো নাছিল। এনেস্থলত শংকৰদেৱৰ নিচানাকৈ সকলো ফালে চকু ৰখাৰ দায়িত্ব পালনৰ নিমিত্তে মাধৱদেৱক উত্তৰাধিকাৰী পতা হ'ল। ইতিমধ্যে কোচ-বিহাৰত ধৰ্মগ্ৰহণৰ অনুকূল পৰিৱেশ সৃষ্টি হৈছিল। সেইবাবে কামৰূপৰ দায়িত্ব এইসকলৰ হাতত অৰ্পণ কৰি শংকৰদেৱ নিজে কোচবিহাৰলৈ গ'ল। পাছত মাধৱদেৱ আৰু দামোদৰদেৱো কামৰূপ এৰি কোচবিহাৰলৈকে গ'ল। গতিকে শংকৰদেৱৰ পৰৱৰ্তী গুৰু-পৰম্পৰাৰ প্ৰথম স্তৰটোৰ চিত্ৰ এনেধৰণৰ।




**দ্বিতীয় স্তৰ** :-- শংকৰদেৱৰ বৈকুণ্ঠপ্ৰয়াণৰ পাছত মাধৱদেৱ আৰু দামোদৰ-দেৱ দুয়োজনে কামৰূপ অঞ্চলত ধৰ্ম প্ৰচাৰ কৰাৰ উপৰিও পূৱৰ আহোম ৰাজ্যত এই মত প্ৰচাৰৰ ফালে মন দিলে। এই উদ্দেশ্যে তেওঁলোকে বংশীগোপালদেৱ আৰু আধলীয়া যদুমণিক পূব দিশলৈ পঠিয়ালে। শংকৰদেৱৰ কনিষ্ঠ পুত্ৰ হৰি চৰণৰ পৰলোক কোন সময়ত হ'ল, সেই বিষয়ে চৰিত পুথিত স্পষ্ট ভাবে পোৱা নাযায়। সম্ভৱতঃ তেওঁ জীৱিত থকা কালতে মাধৱদেৱে কোচবিহাৰলৈ যোৱাৰ আগতেই ভৱানীপুৰীয়া গোপাল, মথুৰাদাস প্ৰভৃতি অন্যান্য ভকতৰ দৰেই শংকৰদেৱ মহাপুৰুষৰ নাতি পুৰুষোত্তম ঠাকুৰকো তেওঁৰ যোগ্যতালৈ চকু ৰাখিয়েই ধৰ্মগুৰুৰ গাদীত বহুৱাইছিল আৰু ঠাকুৰেও সেই দায়িত্ব দক্ষতাৰে পালন কৰিছিল। + তেওঁ সতানন্দ বৰভকতৰ পুত্ৰ শ্ৰীকৃষ্ণ আৰু ব্ৰাহ্মণ কেশৱচৰণ প্ৰমুখ্যে ৬ জন ব্ৰাহ্মণ আৰু ৬ জন কায়স্থকো ধৰ্ম প্ৰচাৰৰ আজ্ঞা দি আহোম ৰাজ্যলৈ পঠিয়ালে।

---

+ দৈত্যাৰিকৃত চৰিতপুথিৰ ৭৩ অধ্যায় দ্ৰঃ।

মাধৱদেৱে ধৰ্মাচাৰ্য পতা মথুৰাদাস বুঢ়াআতা বৰপেটাত, ভৱানীপুৰীয়া গোপাল আতা কালজাৰত (কামৰূপত) আৰু পদ্ম আতা বা বদুলা আতা আহোম ৰাজ্যত (কমলাবাৰীত) সত্ৰ পাতি ৰ'ল। মাধৱদেৱৰ ভাগিন ৰামচৰণ ঠাকুৰ নিজৰ ঠাই সুন্দৰীদিয়াতে মাধৱদেৱৰ আজ্ঞা মতে ধৰ্ম প্ৰচাৰ কৰি থাকিল। এই গুৰু সকলৰ উপৰিও মাধৱদেৱৰ আজ্ঞাপৰ আৰু কেইবাজনো আচাৰ্যই কামৰূপ, নগাঁও, দৰং আৰু আহোম ৰাজ্যত ধৰ্ম প্ৰচাৰ কৰিবলৈ ল'লে। মন কৰিব লগীয়া যে — মাধৱদেৱৰ আজ্ঞাত উজনিলৈ অহা বংশীগোপালদেৱ আৰু যদুমণিক যথাক্ৰমে দামোদৰ দেৱ আৰু হৰিদেৱেও সমৰ্থন জনাই এই কাৰ্যৰ বাবে উৎসাহিত কৰিছিল।

দামোদৰদেৱৰ আজ্ঞাপৰ ধৰ্মাচাৰ্যসকলৰ কাৰ্যক্ষেত্ৰ গোৱালপাৰা আৰু কামৰূপ জিলাৰ ভিতৰতে সীমাবদ্ধ আছিল। তেওঁ নিজে শেষ কাল ছোৱা কোচবিহাৰত কটাইছিল। কোচবিহাৰত দামোদৰদেৱৰ উত্তৰাধিকাৰী বলদেৱৰ শিষ্য বনমালীদেৱহে উজনিৰ আহোম ৰাজ্যলৈ আহিছিল। দামোদৰদেৱৰ আজ্ঞাপৰ গুৰুসকলৰ ভিতৰত মনোহৰ কায়স্থৰ বাহিৰে বাকীসকল ব্ৰাহ্মণ আছিল।

হৰিদেৱৰ কন্যা ভুৱনেশ্বৰীৰ পৰা নাতিপাৰা (নাপ্তিপাৰা) সত্ৰৰ পৰম্পৰা চলিল। উজনিৰ (আধলীয়া) যদুমণি মাধৱদেৱৰ পাছতে হৰিদেৱৰো আজ্ঞাপৰ হয়। তেওঁৰপৰা মাহৰা সত্ৰ হয়। এইদৰে হৰিদেৱৰ আজ্ঞাপৰ বাকী ছখন সত্ৰ কামৰূপত আছে। তলত দ্বিতীয় স্তৰৰ পৰম্পৰাত গঢ় লোৱা গুৰু আৰু মূল সত্ৰৰ ৰেখা-চিত্ৰ দিয়া হ'ল।

## (ক) মাধৱদেৱৰ আজ্ঞাপৰ গুৰুসকল




এই সকলৰ উপৰিও বৰবিষ্ণু আতা (দক্ষিণ কামৰূপ), শ্ৰীহৰি আতা (নগাঁও), কেশৱচৰণ আতা, গোপাল বা পঢ়িয়া আতৈ, লক্ষ্মীকান্ত আতৈ আৰু গোবিন্দ আতৈ (খটৰা) মাধৱদেৱৰ আজ্ঞাপৰ আচাৰ্য।

## (খ) দামোদৰদেৱৰ আজ্ঞাপৰ আচাৰ্যসকল




## (গ) হৰিদেৱৰ আজ্ঞাপৰ আচাৰ্যসকল




এই দ্বিতীয় স্তৰৰ কাৰ্যকাল খ্ৰী° ১৫৯০ চন মানৰ পৰা বুলি ধৰিব পাৰি। ১৫৯০ আৰু ১৬০০ খ্ৰী°ৰ মাজ ছোৱাতে মাধৱদেৱ আৰু দামোদৰদেৱ দুয়োজনেই পৰলোক গামী হয়। গতিকে তাৰ বছৰ দিয়েকৰ আগৰে পৰা তেওঁলোকে নতুনকৈ ধৰ্মাচাৰ্য পাতিবলৈ লোৱাটো স্বাভাৱিক। হৰিদেৱৰ পৰলোক-প্ৰাপ্তিৰ সময়ো এই দুজনতকৈ বেছি পাছলৈ নহ'ব। শংকৰদেৱৰ সময়তে নাম-ধৰ্মত আশ্ৰয় লোৱা উদাৰ গোবিন্দ মাধৱদেৱৰ লগতো আছিল। সম্ভৱতঃ মাধৱদেৱ কোচবেহাৰলৈ যোৱাৰ পাছত তেওঁ হৰিদেৱৰ সত্ৰলৈ গ'ল। হৰিদেৱৰ পৰলোকপ্ৰাপ্তিৰ পাছত উদাৰ গোবিন্দই থানেশ্বৰক হৰিদেৱৰ চৰিত শুনাইছিল বুলি দ্বিজ দিবাকৰে লিখিছে।

**তৃতীয় স্তৰঃ—** দ্বিতীয় স্তৰৰ ধৰ্মচাৰ্যসকলে আজ্ঞা দি পতা ধৰ্মাচাৰ্যসকলকে এই পৰম্পৰাৰ তৃতীয় স্তৰ বুলি ধৰা হৈছে। এই স্তৰৰ আচাৰ্য-সকলৰ ভিতৰত বংশীগোপালদেৱ, পুৰুষোত্তম ঠাকুৰ, ভৱানীপুৰীয়া গোপাল আতা আৰু পদ্ম বা বদুলা আতাৰ আজ্ঞাপৰ সকলৰ মাজত কিছুমান বৈশিষ্ট্য দৃষ্টিগোচৰ হয়। খ্ৰী° ১৬১০ চন মানৰ পৰা এই স্তৰৰ ধৰ্মাচাৰ্যসকলৰ প্ৰচাৰ কাৰ্য আৰম্ভ

---

+ বংশী গোপালদেৱৰ লগত উজনিলৈ যোৱা মাধৱদেৱৰ আজ্ঞাপৰ যদুমণি আৰু হৰিদেৱৰ আজ্ঞাপৰ যদুমণি একেজনেই। মাহৰা সত্ৰৰ প্ৰতিষ্ঠাতা যদুমণি এইজনেই।

হয় আৰু ১৬৫০ চন মানলৈকে এই শ্ৰেণীৰ ধৰ্মগুৰু পতা কাৰ্য চলি থাকে। ইফালে এই পৰম্পৰাৰে চতুৰ্থটো স্তৰৰ কাৰ্যাৱলীয়ো খ্ৰী° ১৬৩০ চন মানৰ পৰাই আৰম্ভ হ'ব পাৰে। শংকৰদেৱৰ তৃতীয় পুত্ৰ হৰিচৰণ ঠাকুৰৰ পুত্ৰ চতুৰ্ভুজ ঠাকুৰক পুৰুষোত্তম ঠাকুৰে নিজৰ উত্তৰাধিকাৰী ঘোষণা কৰি থৈ যায়। খ্ৰী° ১৬১৫ চন মানত ৫৫ বছৰ বয়সত পুৰুষোত্তম ঠাকুৰে ইহলোক এৰে আৰু তেতিয়াৰ পৰাই ১৬৪৮/৪৯ খ্ৰী° মানলৈকে চতুৰ্ভুজ ঠাকুৰে নিজে ধৰ্ম প্ৰচাৰ কৰাৰ লগতে নতুন ধৰ্মাচাৰ্যও পাতে। এই নতুন ধৰ্মাচাৰ্যসকল পৰম্পৰাৰ চতুৰ্থ স্তৰতহে পৰে। আনহাতে বংশীগোপালৰ শিষ্য আৰু আজ্ঞাপৰ সকলৰ সময়ো খ্ৰী° ১৬৩০ চন মানৰ পৰাই হোৱা সম্ভৱ।

**চতুৰ্থ আৰু পঞ্চম স্তৰ :—** খ্ৰী° ১৬৬০ চন মানৰ পৰা পৰম্পৰাৰ পঞ্চম স্তৰ আৰম্ভ হয় আৰু তাৰ পাছত ধৰ্মগুৰুসকলৰ নেতৃত্বত আদৰ্শগত পৰিবৰ্তনৰ লক্ষণ প্ৰায়ে নোহোৱা হৈ আহিছিল, কিন্তু গোপাল আতাৰ পৰম্পৰাত তাৰ কিছু ব্যতিক্ৰম ঘটিছিল। এই সম্পৰ্কে পাছত সুকীয়াকৈ আলোচনা কৰা হ'ব। তলত তৃতীয়, চতুৰ্থ আৰু পঞ্চম স্তৰৰ ৰেখা-চিত্ৰ দিয়া হৈছে।




বৰ বাৰজনীয়া, সৰু বাৰজনীয়া, কনকলতাবাৰজনীয়া মহন্তসকল আৰু চতুৰ্ভুজ ঠাকুৰৰ তোলনীয়া পুত্ৰ (সম্বন্ধত ভাগিন) দামোদৰৰ পাছত ৰমাকান্তৰ পৰা আৰম্ভ কৰি গুৰু পৰম্পৰা জেষ্ঠানুক্ৰমিক বা পুত্ৰানুক্ৰমিক বংশ-পৰম্পৰালৈ সলনি হ'ল। বংশীগোপালদেৱৰ, ভৱানীপুৰীয়া গোপাল আতা আৰু পদ্ম আতাৰ পৰম্পৰাত থকা গৃহস্থী গুৰুসকলৰ ওপৰতো এই বংশ-পৰম্পৰাৰ প্ৰভাৱ পৰিল। তলত এই গুৰুসললৰ পৰম্পৰা দিয়া হৈছে।

পুৰুষোত্তম ঠাকুৰদেৱৰ আজ্ঞাপৰ গুৰু আৰু সত্ৰৰ নাম>চিনেৰে দিয়া হৈছে। শ্ৰীকৃষ্ণ > এলেঙি, হৰিচৰণ > সাউদকুছি, কমললোচন > কাথ মুৰাৰি > বেঙেনাআটি, কৃষ্ণচৰণ > চুপহা, কমললোচন > থকাৰিয়াল। কেশৱচৰণ > কোৰ্চুং, গোপীনাথ > চেকেৰাতলী, বাসুদেৱ > চতমিয়াল, ৰামকৃষ্ণ > গোমোঠা, পৰমানন্দ > ৰতনপুৰ, পৰশুৰাম > ফুলবাৰী।

**চতুৰ্থ স্তৰ ঃ—** চতুৰ্ভুজ ঠাকুৰদেৱৰ আজ্ঞাপৰ গুৰু আৰু সত্ৰৰ নাম।

ৰামদেৱ > বনগঞা, জয়কানাই > গোভিৰ, কানু > উজনিয়াল, সনাতন > বেলসিধীয়া, জয়কৃষ্ণ > খেৰকটীয়া, গোবিন্দ > কাৱৈমাৰী। ৰামভদ্ৰ>নাচনীপাৰ, কানাই>চুঙাপাৰ, গোবিন্দ, বিহিমপুৰ, বিষ্ণুদেৱ>ভগুৰাম, মুকুন্দ>হালধিআটি। এই এঘাৰ জনৰ লগতে কোৰ্চুঙৰ কেশৱচৰণকো ধৰি বাৰজন বোলা হয়। চতুৰ্ভুজঠাকুৰৰ আজ্ঞাপৰ বাৰজনৰ লগতে কনকলতা আইৰ আজ্ঞাপৰ সকলকো ধৰি একেলগে সন্তমালাত ২৪ জনৰ তালিকা দিছে। তাত চুঙাপৰীয়া কানাইক বৰ বাৰজনীয়াৰ ভিতৰত আৰু কোৰ্চুঙৰ কেশৱচৰণক তথা চেকেৰীতলীয়া গোপীনাথকো সৰু বাৰজনীয়াৰ ভিতৰত ধৰিছে। বিহমপুৰৰ মূলজনৰ নাম গোবিন্দৰ পৰিৱৰ্তে মাধৱ নাম দিয়া হৈছে। পুথিভেদে নামভেদ আৰু দুই-এঠাইত দেখা যায়।

সন্তমালাত থকা আন কেইজনৰ নাম তলত দিয়া হ'ল— শংকৰগতি, শ্ৰীৰাম, ৰত্নাকৰ, জগতানন্দ, হৰিচৰণ (নলতলীৰ) ৰতিকান্ত, ৰায় নাতি ? জয়কৃষ্ণ, ৰঘুপতি, সাধুগুৰু ? ৰামচৰণ, শ্ৰীৰাম (এজন পাতকটীয়া, এজন শলগুৰীয়া), হৰিচৰণ (খেতেৰীৰ), নাৰায়ণ, নাৰদ, অনন্ত, মিছিমিৰ পুত্ৰ। এই সকলৰ ভিতৰতো আধা সংখ্যক ব্ৰাহ্মণ আৰু আধা সংখ্যক কায়স্থ বা অব্ৰাহ্মণ গুৰু।

বংশীগোপালদেৱৰ পৰম্পৰা তলত দিয়া হৈছে।



খ্ৰী° ১৬৫৪ চনত (১৫৭৬ শকাব্দত) আহোম ৰজা জয়ধ্বজসিংহৰ ৰাজত্ব কালত আউনিআটি সত্ৰ পতা হয়। গড়মূৰ আৰু দক্ষিণপাট সত্ৰ ইয়াৰ পাছতহে হয়। গতিকে এই স্তৰৰ সত্ৰসমূহৰ স্থাপন কাল ১৬৬০ খ্ৰী° মান-লৈকে ধৰিব পাৰি। ইফালে দেবেৰাপাৰত বংশীগোপালদেৱে সত্ৰ পতাৰ সময় খ্ৰী° ১৬১৫ চন মানতে বুলি ধৰিব পাৰি।+ ইয়াৰ আগতে তেওঁ কাঁহী-কুছিত সত্ৰ পাতিছিল বাবে বংশীগোপালদেৱৰ প্ৰচাৰৰ আৰম্ভণি তাতোকৈ আগতে বুলি ধৰিব লাগিব। ১৫৩৭ শকত (খ্ৰী° ১৬১৫) সোন্দৰ গোহাঁইক কছাৰীয়ে মৰাৰ পাছত দেবেৰাপাৰ, ধুৱাঁৰোল (জয়হৰিৰ) আৰু গোবিন্দপুৰ (জয়মুকুন্দৰ) সত্ৰ আহোম ৰজাই ভঙাইছিল। তেতিয়া বংশীগোপালদেৱে পলাই ফুৰা অৱস্থাতে ১২ ঠাইত সত্ৰ পাতিছিল। সেই ১২ খনৰে এখন সোঁৱাণিত থাঁকোতে ৰাম-কন্দলিয়ে নিজৰ পুত্ৰ হৰিচৰণক বংশীগোপালৰ হাতত গতাই দিছিল। এই হৰিচৰণক শিক্ষা-দীক্ষা দি বংশীগোপালদেৱে পাছত কুৰুৱাবাহীত সত্ৰ দি যায়। এই হৰিচৰণেই পাছত ভাগৱত মিশ্ৰ নামে পৰিচিত হয়। খ্ৰী° ১৬১৫ চন (১৫৩৭ শক)ৰ পাছত হৰিচৰণক শিকাই বুজাই লৈ সত্ৰৰ অধিকাৰ পাতিব পৰা হ'বলৈ কমেও ১০/১৫ বছৰ লাগিছিল। সেয়ে হ'লে ভাগৱত মিশ্ৰ কুৰুৱাবাহী সত্ৰৰ অধিকাৰ হোৱাৰ সময় খ্ৰী° ১৬২৫/৩০ চনমান হ'ব। ভাগৱত মিশ্ৰৰ সমকালীন জয়হৰিও ভাগৱত মিশ্ৰৰ কেইবছৰমানৰ পাছতে পৰলোকগামী হয়। এনে স্থলত তৃতীয় স্তৰৰ সমাপ্তি ১৬৫০ খ্ৰী° মানলৈকে হোৱা বুলি ধৰিব পৰা যায়।

**বদলা আতা আৰু গোপাল আতা :—** মাধৱদেৱৰ আজ্ঞাপৰ-সকলৰ ভিতৰত সম্ভৱতঃ পদ্ম আতাই একেবাৰে শেষৰ জন সবল প্ৰচাৰক। ব্ৰাহ্মণ-কায়স্থ সকলো মিলাই এৰোঁ বাৰজন ধৰ্মাচাৰ্য পাতে। এই বিলাকৰ ভিত-ৰত কমলাবাৰীৰ দৰে উদাসীন গুৰুৰ পৰম্পৰা জৰাবাৰী সত্ৰত থাকি গ'ল। উৰ্জনিত ধৰ্ম প্ৰচাৰৰ কাৰণে অহা গুৰুসকলৰ ভিতৰত ভৱানীপুৰীয়া গোপাল-আতাৰ পৰম্পৰা বৈশিষ্ট্যপূৰ্ণ। ভৱানীপুৰীয়া গোপাল আতাৰ আজ্ঞাপৰ গুৰু আৰু সত্ৰ সমূহৰ নাম তলত দিয়া হ'ল।

**তৃতীয় স্তৰ :-** ১) শ্ৰীৰাম আতা (আঁহতগুৰি) ২) বৰযদুমণি (বাঁহবাৰী) ৩) সনাতন (নগৰীয়া) ৪) অনিৰুদ্ধ (মায়ামৰা) ৫) সৰু যদুমণি (গজলা) ৬) ৰামচন্দ্ৰ (খোৰামচৰা) ৭) পুৰুষোত্তম (কাথপাৰ), ৮) ৰামচৰণ (ইকৰাজান), ৯) পৰমানন্দ (হাবুং), ১০) বুঢ়াগুৰু (সত্ৰ নাই), ১১) নাৰায়ণ (দহঘৰীয়া), ১২) মুৰাৰি (চৰাইবাহী), ১৩) কমললোচন (পুত্ৰ)।

---

+ দ্ৰ° বংশীগোপালদেৱৰ চৰিত, প্ৰথম তাওৰণ, সম্পাদকৰ পাতনি পৃ° [২৪]।

গোপালআতাৰ আজ্ঞাপৰ গুৰুসকলৰ পৰাও কেইবা পুৰুষৰ পাছলৈকে নতুন সত্ৰ কেনেকৈ বাঢ়ি গৈছিল আৰু তাৰ পৰা ধৰ্মৰ বিস্তাৰ কেনেকৈ ঘটিছিল তাৰ উদাহৰণ স্বৰূপে বৰ যদুমণিৰ পৰম্পৰা তলত দিয়া হ'ল।

বৰযদুমণি +

চতুৰ্থ স্তৰ : সনাতন (পুত্ৰ) ৰতিকান্ত (পুত্ৰ) শ্ৰীকান্ত (পুত্ৰ) আজ্ঞাপৰ গুৰুসকল
(ন মাটি সত্ৰ)

পঞ্চম স্তৰ : জয়দেৱ জগবন্দন যাদৱানন্দ উদিতৰাম

ষষ্ঠ স্তৰ : ব্ৰজভূষণ কণ্ঠভূষণ প্ৰেমভূষণ মুখ্যদ কামদ জগধৰ নৰবৰ
(দিহিং সত্ৰ) (লেংদী সত্ৰ) (বাঁহবাৰী সত্ৰ) | তেলপানী
(শৰমৰা সত্ৰ) সত্ৰ)

সনাতন, ৰতিকান্ত আৰু শ্ৰীকান্ত বৰ যদুমণিৰ পুত্ৰ। আজ্ঞাপৰ সকলৰ ভিতৰত ৰামানন্দ, কানাই, অনিৰুদ্ধ আৰু অনুপাম বিপ্ৰৰ নাম পোৱা যায়। এই সকলৰ ভিতৰত ৰামানন্দৰ পৰা আজ্ঞা পাই হোৱা সত্ৰসমূহৰ ৰেখাচিত্ৰ তলত দিয়া হ'ল।

বৰ যদুমণি

৪ৰ্থ স্তৰ :- ৰামানন্দ অনিৰুদ্ধ কানাই অনুপমবিপ্ৰ
[কাংসপাৰ সত্ৰ] [জুৰকটা সত্ৰ] [মহৰিয়াল সত্ৰ]

৫ম স্তৰ : বৰকৃষ্ণ সদানন্দ শ্ৰীকৃষ্ণ জয়ানন্দদ্বিজ
[মৈৰামৰা সত্ৰ] [ডিবুৰু সত্ৰ] [কাটনীপাৰ] [বলমী সত্ৰ]

৬ষ্ঠ স্তৰ:
জগমোহন ব্ৰহ্মানন্দ পদ্মনাভ জয়দেৱ সুদৰ্শন বিজয়ানন্দ সুনন্দ সভানন্দ
[চেচাঁমুখ সত্ৰ] [উজনি] [মাজালি] [মৈৰামৰা] [বাবেঘৰ] [বুদবাৰী] [কাটনীপাৰ]

৭ম স্তৰ :— ... ... শ্ৰীৰাম ৰমাকান্ত ৰাম কানাই
(কাটনীপাৰ)
হৃদিৰূপ

৮ম স্তৰ :— ... ... ... (জকাই সত্ৰ)

+ 'শ্ৰীশ্ৰীযদুমণিদেৱৰ সংক্ষিপ্ত চৰিত্ৰ আৰু বংশাৱলী' তথা 'শ্ৰীশ্ৰীৰামদেৱ-চৰিত্ৰ'ৰ সহায়ত জকাই সত্ৰ পৰ্যন্ত ৰেখা-চিত্ৰ দিয়া হৈছে।

**শংকৰদেৱৰ নাতি জীয়ৰীৰ পৰা বঢ়া সত্ৰসমূহ।**

ক) শংকৰদেৱৰ বৰপুত্ৰ ৰামানন্দৰ পুত্ৰ

**দ্বিতীয় স্তৰঃ—** পুৰুষোত্তম ঠাকুৰ

প্ৰথম পত্নী ৰেতৰী বা ৰুক্মিণী | দ্বিতীয় পত্নী লক্ষ্মীপ্ৰিয়া

**তৃতীয় স্তৰঃ—** অনন্ত প্ৰিয়া (কন্যা) স্বামী- ইন্দ্ৰজিত গাভৰুগিৰি | কেশৰ্ৱাপ্ৰিয়া কেহো) | ভৰ্ৱাপ্ৰিয়া | দময়ন্তী

**চতুৰ্থ স্তৰ :—** হাতীমৰা, কুঢ়িমৰা, চেপেটি মৰা, আৰু ঘৰিয়ালেখোৱা সত্ৰৰ মহন্তসকল

লক্ষ্মীপ্ৰিয়াৰ তিনিওটি কন্যা সন্তানহীন। কেশৰ্ৱাপ্ৰিয়াৰ স্বামী নিৰঞ্জন গাভৰুগিৰিৰ দ্বিতীয় পত্নী ভাতনাখাতীৰ পুত্ৰ তিনিজনৰ লগত শংকৰদেৱৰ পুত্ৰ-নাতিসকলৰ তেজৰ সম্পৰ্ক নাই ; কিন্তু ভাতনাখাতীৰ পুত্ৰ চক্ৰপাণি, সাৰংগপাণি আৰু গদাপাণিৰ পৰাই চামগুৰি, দীঘলী আৰু চৰাইখোলা সত্ৰ হয়।

(খ) হৰিচৰণ ঠাকুৰ (শংকৰদেৱৰ তৃতীয় পুত্ৰ)

গোবিন্দপ্ৰিয়া (কন্যা) | চতুৰ্ভুজ ঠাকুৰ

**৩য় স্তৰ :—** স্বাং গোৰীকান্ত বৰুৱা (বৰুৱা আতা)

**৪ৰ্থ স্তৰ :—** দামোদৰ

**৫ম স্তৰঃ—** ৰমাকান্ত

(নৰোৱা মহন্তসকল ; বৰদোৱা, বালিসত্ৰ আৰু বাসুদেৱ থান)

**৪ৰ্থ স্তৰ :—** ১ম পত্নী কনকলতা | ৩য় পত্নী ৰেৱতী

সভদ্ৰা (কন্যা) স্বাং ৰামদেৱ গাভৰুগিৰি বা | ভৰ্ৱাপ্ৰিয়া | সুমিত্ৰা স্বাং মনোহৰ গাভৰুগিৰি

**৫ম স্তৰ :—** যদু বৰুৱা | বিষ্ণুপতি (বিষ্ণুপুৰ আৰু ঘিলাধাৰী সত্ৰ)

**৬ষ্ঠ স্তৰ :—** জগজীৱ বা অনন্তৰায় (কোৱামৰা সত্ৰ, পাছলৈ তাৰ এটা শাখা শলগুৰি সত্ৰ)

**পৰম্পৰাৰ বিস্তাৰ আৰু বিভাজন :—** গুৰুজনৰ আজ্ঞা আৰু বংশানুক্ৰম এই দুটা ধাৰাত শংকৰদেৱৰ পৰৱৰ্তী গুৰুসকলে তেওঁৰ পৰম্পৰা ৰক্ষা কৰাৰ দায়িত্ব ল'লে। পাছত এই দায়িত্ব ব্যক্তিগত সম্পত্তিৰ অধিকাৰ বা স্বামিত্বত পৰিণত হোৱা যেনো বহুত ক্ষেত্ৰত দেখা গ'ল। ক্ষমতাৰ অপপ্ৰয়োগ, অদূৰদৰ্শিতা, পুৰণি সংস্কাৰ প্ৰভৃতি ব্যক্তিগত দুৰ্বলতাৰ লগতে সামাজিক পৰিস্থিতি আৰু ৰজাঘৰীয়া প্ৰভাৱেও শংকৰদেৱৰ পৰম্পৰাৰ গুৰুসকলক অনেক সময়ত এটা উমৈহতীয়া বা সৰ্বজনস্বীকৃত ব্যৱস্থা আৰু আদৰ্শৰ পৰা আঁতৰাই নি ভিন্নমুখী কৰি পেলালে। এই দৰে পৰম্পৰাৰ তৃতীয় স্তৰতে চাৰিটা ভাগত শংকৰদেৱৰ ধৰ্মীয় পৰম্পৰা বিভক্ত হৈ পৰিল। এই বিভাজনৰ চিত্ৰটো এনেধৰণৰ —




পৰম্পৰাৰ বিস্তাৰৰ লগে লগে বিভাজন কিয় হ'বলৈ পালে? এই সম্বন্ধে এটি চমু পৰিচয় তলত দাঙি ধৰাৰ চেষ্টা কৰা হৈছে। চৰিত পুথি আৰু লোকপৰম্পৰাই এই ক্ষেত্ৰত আমাৰ প্ৰধান সম্বল; কিন্তু চৰিতপুথিসমূহো সকলো ক্ষেত্ৰতে সম্পূৰ্ণ নিৰপেক্ষ নহয়। চৰিতকাৰসকলে নিজ নিজ পন্থৰ গুৰুসকলৰ মাহাত্ম্য প্ৰকাশ কৰিবলৈ যাওঁতে সমকালীন আন গুৰুৰ প্ৰতি পাকে প্ৰকাৰে হেয় ভাব প্ৰকাশ কৰাৰ উদাহৰণো অনেক আছে। এই দৰে চৰিতপুথিত ঠাই পোৱা অনেক কথা পৰৱৰ্তীলোকৰ কাৰণে বিষোদ্গাৰ স্বৰূপ হৈ পৰিল। এনে স্থলত আমি এই শ্ৰেণীৰ চৰিতপুথিসমূহৰ তথ্য গ্ৰহণ কৰোঁতে তাৰ ৰচনাকাল, সামাজিক পৰিস্থিতি আৰু ঐতিহাসিক মান্যতাৰ ফালে চকু ৰাখিব লাগিব। সেই বাবে

এই আলোচনাত নমাৰ আগতে আলোচনাৰ লগত জড়িত চৰিতপুথিসমূহৰ ৰচনা-কাল, যাৰ চৰিত লিখা হৈছে, সেইজনৰ লগত চৰিতকাৰৰ সম্পৰ্ক আৰু প্ৰসিদ্ধ অন্য তথ্যৰ লগত সংগতি ৰক্ষা সম্বন্ধে বিচাৰ কৰা প্ৰয়োজন। তলত দিয়া চৰিত-গ্ৰন্থসমূহ আমি এই ক্ষেত্ৰত বিচাৰৰ ক্ষেত্ৰলৈ আনিছোঁ। (১) ভূষণদ্বিজৰ 'শংকৰ-চৰিত' (২) দৈত্যাৰিৰ 'শংকৰ-মাধৱচৰিত' (৩) বৈকুণ্ঠ দ্বিজৰ 'সন্তমালা' (৪) ৰামানন্দদ্বিজৰ 'শ্ৰীগুৰুচৰিত, (৫) ৰামৰায়ৰ 'গুৰুলীলা' (৬) ৰামানন্দ দ্বিজৰ 'বংশী-গোপালচৰিত' (৭) নীলকণ্ঠদাসৰ 'দামোদৰদেৱৰ চৰিত' (৮) দ্বিজদিবাকৰৰ 'হৰিদেৱচৰিত' (৯) ভবানীপুৰীয়া গোপালদেৱৰ চৰিত + (১০) শ্ৰীৰামদেৱৰ চৰিত (১১) বনমালীদেৱৰ চৰিত (১২) সন্তসম্প্ৰদায়-কথা প্ৰভৃতি চৰিত গ্ৰন্থসমূহ। এইবিলাকৰ ভিতৰত ভূষণদ্বিজ, দৈত্যাৰি ঠাকুৰ, বৈকুণ্ঠ দ্বিজ আৰু ৰামানন্দ দ্বিজৰ চৰিত সম্বন্ধে কিছু আলোচনা আগতে কৰি অহা হৈছে: কথা-গুৰুচৰিত আৰু বৰদোৱা-গুৰু-চৰিতো প্ৰাসংগিক ভাৱে এই আলোচনাৰ ভিতৰলৈ আহিব পাৰে। তদুপৰি ভৱানীপুৰীয়া গোপাল আতাৰ চৰিতৰ দৰে পুৰুষোত্তম ঠাকুৰদেৱ আৰু চতুৰ্ভুজ ঠাকুৰদেৱৰ বিষয়ে ৰচনা কৰা ঠাকুৰচৰিত দুখনৰ তথ্যও অগ্ৰাহ্য কৰিব নোৱাৰি। এই সকলো চৰিত পুথিৰ বিষয় বস্তুলৈ ভালকৈ লক্ষ্য কৰিলে দেখা যায় যে— পৰম্পৰাত দল বা শ্ৰেণী বিভাজনৰ কেন্দ্ৰীয় বস্তুটো হ'ল গুৰু-বিপৰ্যয়। গুৰুৰ ব্যক্তিৰূপ আৰু নামটোলৈ হোৱা মতভেদৰ লগতে আদৰ্শজনিত বিভাজন পাছত লাহে লাহে গা কৰি উঠিল। ইয়াৰ লগত থকা সামাজিক কাৰণবোৰো এই প্ৰসংগত সমাজৰ ইতিহাসৰ ফালৰ পৰা বিচাৰ কৰি চাব লগীয়া কথা।

**গুৰু-বিপৰ্যয় ঃ—** পৰম্পৰাৰ গুৰ সম্বন্ধে আগতে আলোচনা কৰা হৈছে আৰু প্ৰতিটো গুৰৰে ৰেখাচিত্ৰও দিয়া হৈছে। শংকৰদেৱৰ পাছতে পৰম্পৰাৰ প্ৰথমটো গুৰত মাধৱদেৱ আৰু দামোদৰদেৱ এই দুয়োজনেই সবল ব্যক্তিত্বৰ লোক আছিল। গুৰু সম্বন্ধে হোৱা সামান্য মতভেদেই এওঁলোকৰ পাছৰ এচাম লোকৰ কাৰণে বিভাজনৰ উদ্দেশ্যে এটা ডাঙৰ আধাৰ হৈ পৰিল। দামোদৰদেৱৰ শিষ্য-পৰম্পৰা শংকৰদেৱৰ পৰা কেনেকৈ আঁতৰি গ'ল তাৰ এটি চমু ইতিহাস তলৰ কথাখিনিৰ পৰা পাব পাৰি।

**(ক) দামোদৰ দেৱৰ গুৰু ঃ—** দৈত্যাৰি, ভূষণদ্বিজ আৰু বৈকুণ্ঠদ্বিজৰচিত শংকৰদেৱৰ চৰিতগ্ৰন্থ সমূহত দামোদৰদেৱে শংকৰদেৱৰ ওচৰত শৰণ গ্ৰহণ

---

\+ এই চৰিতখন কেইবাখনো পুৰণি পুথিৰ পৰা বাছি বাছি সংগ্ৰহ কৰা হৈছে। কোনো এখন পুৰণি পুথিৰ সম্পাদিত ৰূপ এই পুথি নহয়।

কৰা আৰু তেওঁৰ পৰা ধৰ্ম প্ৰচাৰৰ বাবে অনুমতি পোৱা কথাৰ লগতে পাটবাউসীত দামোদৰদেৱক শংকৰদেৱে স্থাপন কৰি থৈ যোৱা কথাও স্পষ্ট ভাৱে পোৱা যায়। এই সম্বন্ধে আগতে আলোচনা কৰা হৈছে। শংকৰদেৱৰ বৈকুণ্ঠ-প্ৰয়াণৰ পাছত শংকৰদেৱৰ পৰিয়ালৰ লোকক দামোদৰদেৱে আৰ্থিক সাহায্য দিয়া আৰু এবাৰ শংকৰদেৱৰ শৰণ-ব্যৱস্থাতকৈ দামোদৰদেৱৰ শৰণ-ব্যৱস্থা কিছু সুকীয়া বুলি শুনিবলৈ পাই শংকৰদেৱৰ পুত্ৰ হৰিচৰণে দামোদৰদেৱৰ বস্তু গ্ৰহণ নকৰা কথাও দৈত্যাৰি-ঠাকুৰকৃত চৰিত গ্ৰন্থত আছে। মাধৱদেৱ আৰু দামোদৰদেৱৰ বিবাদৰ সূত্ৰপাতো সেইখিনিতে হয়। শংকৰদেৱৰ বাৰ্ষিক শ্ৰাদ্ধৰ সম্বন্ধতো বিবাদৰ কথা পোৱা যায়। এই কথা দামোদৰদেৱৰ চৰিতত সামান্য পৃথক্ ভাবে থাকিলেও এই দুয়োটা ঘটনাই দামোদৰদেৱক শংকৰদেৱৰ পৰম্পৰাৰ ব্যক্তি বুলি প্ৰমাণিত কৰে। দামোদৰ-দেৱৰ শৰণব্যৱস্থা সম্বন্ধে পাছত কিছু আলোচনা কৰা হ'ব। শংকৰদেৱৰ শ্ৰাদ্ধ সম্বন্ধীয় কাহিনীটো এনেধৰণৰ। শংকৰদেৱৰ শ্ৰাদ্ধ উপলক্ষ্যে হোৱা হৰিকীৰ্তনৰ সভাত দামোদৰদেৱক নেদেখি মাধৱদেৱে হৰিচৰণ ঠাকুৰক তাৰ কাৰণ সুধিলে। হৰিচৰণে প্ৰথমতে ভকত পঠিয়াই আৰু দ্বিতীয় বাৰত নিজে গৈ মাতিলতো নহাৰ যি কাৰণ দামোদৰদেৱে দেখুৱালে, সেইটো এয়ে –

( হৰিচৰণৰ উক্তি ) – পুছিলোহো কি কাৰণে নাযাইবন্ত এবে।
তেহোঁ বোলে তোমাৰ ঘৰক যাওঁ যেবে॥ ৪৪
তেবে আনো বুলিবেক যাইবাক আমাক।
সবাৰো গৃহক মই লাগিব যাইবাক॥
এতেকে নযাইবো বাপু গৃহক যায়োক।
এহি বুলি প্ৰবোধিয়া পঠাইলন্ত মোক॥ ৪৫। [অধ্যায় ৬৫]

নীলকণ্ঠৰ দামোদৰচৰিত মতে মাধৱদেৱে বৰপেটাত সজোৱা ৰাঙিয়াল ঘৰত ৰামানন্দৰ হতুৱাই শ্ৰাদ্ধ কৰালে। সেই সময়ত শংকৰদেৱৰ পৰিয়াল পাটবাউসীতহে আছিল। সেই বাবে দামোদৰদেৱে হৰিচৰণৰ হতুৱাই পাটবাউসীত শ্ৰাদ্ধ কৰালে (দ্ৰ° নীল'পদ ৪৫৭-৪৬৫)। গতিকে শ্ৰাদ্ধসম্বন্ধীয় বিবাদটো শংকৰদেৱৰ প্ৰতি অশ্ৰদ্ধাভিত্তিক নাছিল। শ্ৰাদ্ধসম্বন্ধীয় নীতি বিষয়কহে আছিল।

দামোদৰদেৱ-সম্বন্ধে আনখন প্ৰামাণিক চৰিত হ'ল— ৰামৰায়'ৰ গুৰুলীলা। ৺ শৰৎচন্দ্ৰ গোস্বামীদেৱে এই পুথিৰ ৰচনাকাল খ্ৰী° ১৬৬০ চনৰ সামান্য আগে পাছে বুলি নীলকণ্ঠকৃত দামোদৰদেৱৰ চৰিত পুথিৰ পাতনিত লিখিছে। এই ৰামৰায়ে (এওঁ শংকৰদেৱৰ ভাই সম্বন্ধীয় জগতানন্দ ৰামৰায় নহয়) দামোদৰদেৱৰ গুৰু সম্বন্ধে লিখিছে —

আসিলন্ত নাৰদ সন্ন্যাসী বেশ ধৰি।
দামোদৰে আৰাধিলা ভকতি ভাৱ কৰি ॥ ১৬৫ ॥
সাক্ষাতেসে বিষ্ণুৰূপ ঋষিয়ে জানিলা।
জীৱ উদ্ধাৰিতে তাংক তত্ত্বজ্ঞান দিলা॥
দীক্ষাদান দিয়া ঋষি বৈকুণ্ঠে চলিলা।
দামোদৰদেৱ ৰত্নেশ্বৰক আসিলা *॥ ১৪৬
বৰাহকুণ্ডত পূৰ্বে চৈতন্য আছিলা।
মণিকূটে দুয়োজনে সম্ভাষণ ভৈলা।* ১৪৭ ॥

ৰামৰায়-ৰচিত 'গুৰুলীলা'ৰ সমকালীন আন এখন চৰিত পুথি হ'ল বংশীগোপাল-দেৱৰ চৰিত। এই চৰিতপুথিখনৰ লেখক ৰামানন্দদ্বিজ নিজেও ৱংশীগোপালদেৱৰ শিষ্য-পৰম্পৰাৰ ব্যক্তি। ৰামানন্দৰ পিতৃ পদ্মপাণি আৰু পিতামহ বিষ্ণু ভাৰতী দুয়োজনেই বংশীগোপালৰ শৰণীয়া শিষ্য আছিল। ল'ৰা কালতে ৰামানন্দই বংশীগোপালদেৱক দেখাও পাইছিল। গতিকে এই ৰামানন্দদ্বিজ গোপাল-আতাৰ শিষ্য শ্ৰীৰামৰ পুত্ৰ শ্ৰীগুৰুচৰিতৰ লেখক ৰামনন্দদ্বিজ নহয়; কিন্তু দুয়ো-জনেই শংকৰদেৱৰ পাছৰ পৰম্পৰাৰ চতুৰ্থ স্তৰৰ ব্যক্তি। সময়ৰ ফালৰ পৰাও দুয়োজনৰ মাজত বেছি প্ৰভেদ নাই। তথাপি শ্ৰীগুৰুচৰিতৰ ৰচনা বংশীগোপাল-দেৱৰ-চৰিতত‌কৈ ১০/২০ বছৰৰ পাছত হ'ব পাৰে। এতিয়া মন কৰিবলগীয়া যে- ৰামৰায়ৰ পাছত দুজন ৰামানন্দই দামোদৰদেৱৰ গুৰু সম্বন্ধে দুটা মত দিলে। বংশীগোপালৰ চৰিত মতে দামোদৰদেৱে নিজৰ গুৰু সম্বন্ধে এই বুলি কৈছে—

ওৰেষা দেশৰ বাসুদেৱ বিপ্ৰবেশ।
তাহান্তে লভিছোঁ জ্ঞান ভক্তি উপদেশ॥
গোমথা আতাত পাছে পুছিলোঁ পূৰ্বত।
পৰম অঞ্জসাপথ ভাগৱত মত ॥ ১৫৩ ॥
শ্ৰীমন্ত শংকৰো পাছে কহিলা সাদৰি।
শ্ৰৱণ-কীৰ্তন মাত্ৰ জানা নিষ্ঠ কৰি ॥
বুলিলা অঞ্জসা গুৰু শংকৰে আমাত।
আত কৰি সুগম নাহিকে ধৰিবাক ॥ ১৫৪ ॥

---

* নগেন পাঠক আৰু ভূমিধৰ দাসৰ সম্পাদিত 'গুৰুলীলা'ত এই প্ৰসংগ নাই। সাঁচিপতীয়া পুথিত নথকা এই প্ৰসংগটো প্ৰক্ষিপ্ত বুলিও বহুজনে মত প্ৰকাশ কৰে।

পৰম পণ্ডিত তেঁহে শাস্ত্ৰত তৎপৰ।
একমাত্ৰ পথ বাসুদেৱ শংকৰৰ ॥ × × ১১৫ ॥

ইয়াৰ পাছত দামোদৰদেৱকো শংকৰদেৱৰ সমান পৰ্যায়লৈ তুলিবৰ বাবে এইদৰে কৈছে— পৰম তেজস্বী সাধু দেৱ দামোদৰ।
শ্ৰীশংকৰৰো ভেদ নাহি দুইহান্তৰ ॥
এতেকে শংকৰ মত প্ৰমাণি কহিলা।
আনো আনো সন্ত সাধু পথ প্ৰমাণিলা ॥ ১৫৭ ॥

গোপাল আতাৰ প্ৰশিষ্য আঁহতগুৰি সত্ৰৰ ৰামানন্দ দ্বিজৰচিত শ্ৰীগুৰুচৰিতত দামোদৰ-দেৱে শংকৰদেৱৰ ওচৰত ধৰ্ম গ্ৰহণ কৰা কথা শংকৰদেৱৰ প্ৰধান শিষ্য-ভক্ত-সকলৰ বিষয়ে কৰা আলোচনা প্ৰসংগত দিয়া হৈছে।

খ্ৰী° ১৮ শতিকাৰ প্ৰথম দশকমানতে ৰচনা কৰা 'সন্ত সম্প্ৰদায়-কথা' বা 'এটকা মহন্তৰ চৰিত' নামৰ পুথিতো শংকৰদেৱৰ চৰিত সমূহৰ মতকে দোহাৰিছে। এই চৰিতৰ লেখক গোবিন্দদাস বনমালীদেৱৰ সেৱক (দক্ষিণপাট সত্ৰৰ সেৱক)। তেওঁ জয়সাগৰৰ দৌল উৎসৰ্গা কৰা সময়ত উপস্থিত থকা ব্যক্তি। দামোদৰদেৱ আৰু বংশীগোপালদেৱৰ গুৰু সম্বন্ধে গোবিন্দ দাসে এইদৰে লিখিছে--

"পাছে শ্ৰীশংকৰে পাটবাউসীত সত্ৰ কৰি ভক্ত দামোদৰ গুৰুক বুলিলা। শ্ৰীশংকৰে বোলয় জানা দামোদৰ, তুমি পাটবাউসীত থাকি গীতা-ভাগৱতমত ভক্তি দেখাই ব্ৰাহ্মণসৱক হৰিত শৰণ কৰোৱা তেবে মোৰ আনন্দ হয়। দামোদৰে বোলয়, তযু যেমনে আজ্ঞা হয় তাকে আমি কৰিতে লাগে। যাতো তোমাৰ অন্ন-বস্ত্ৰে তেজ মাংস বৃদ্ধি হৈ আছে আৰু তযু অনুগ্ৰহেসে ভক্তি জ্ঞানকো লভিছোঁ।

হেন শুনি শ্ৰীশংকৰদেৱে মূৰ্তি ভাগৱত দিয়া পাটবাউসীত ধৰ্মৰ অধিকাৰী পাতিলা।"

নীলকণ্ঠ দাসকৃত দামোদৰদেৱৰ চৰিতত দামোদৰদেৱৰ গুৰু সম্বন্ধে সুকীয়া মত দাঙি ধৰা হৈছে। এই সম্পৰ্কত লিখা নীলকণ্ঠৰ পদ তলত দিয়া হৈছে। তেওঁৰ মতে পুৰীত শংকৰদেৱে চৈতন্যক লগ পাইছিল। তেতিয়া—

কতো বোলি দুইকো দুই চাহি ৰহিলন্ত।
চৈতন্যক মাতিয়া শংকৰে বুলিলন্ত।
দিয়া নাম-মালাক সমস্তে তযু ঠাই।
আমাৰো তোমাত বিনে আন কেহোঁ নাই ॥ ২৮১।

শুনিয়া চৈতন্যদেৱে তেখনে উঠিলা।
শংকৰক আলিংগিয়া অভ্যন্তৰে গৈলা ॥
অভ্যন্তৰে দুয়োজনে সবে কথা ভৈলা।
নাম-মালা লৈয়া দুনাই ভক্তমেলে গৈলা ॥ ২৮২ ॥
সবাকো দেখাইলা জপিবাৰ মালা এই।
চৈতন্যৰ নাম-মালা আমাসাৰো সেই ॥
কিছু ভিন্ন নাই জানা একে নাম ধৰ্ম।
নকৰা সংশয় বুজি লোৱা নাম ধৰ্ম ॥ ২৮৩ ॥
ভক্ত সমে সম্ভাষিয়া শংকৰ আছন্ত।
অভ্যন্তৰে চৈতন্য পত্ৰক লেখিলন্ত ॥
শৰণ ভজন ভক্তি চাৰিগুটি নাম।
চাৰি পত্ৰ লেখিলা চৈতন্য আত্মাৰাম ॥ ২৮৪ ॥
শীলশিক্ষা সমস্তে পত্ৰত লেখিলন্ত।
লেখাক মোহৰ দিয়া গুপ্ত কৰিলন্ত ॥
জাপ্যৰ তুলসী মালা মেৰু সমে দিলা।
শালগ্ৰাম সমে পাছে গুপ্ত কৰি দিলা ॥ ২৮৫ ॥
চৈতন্য বোলন্ত ৰামানন্দ তুমি লোৱা।
দ্বিজ দামোদৰৰ হাতত তুমি দিবা ॥
*　　*　　*　　*
তৈৰ পৰা আহি পাছে বেহাৰক পাইলা।
বিজয়পুৰৰ শুক্লধ্বজে শুনি আইলা ॥
শংকৰক শুক্লধ্বজে আগবঢ়াই নিলা।
আপোনাৰ ঘৰে ৰহিবাক বাসা দিলা ॥ ২৮৯ ॥

দামোদৰদেৱক চৈতন্যদেৱৰ পৰা ধৰ্ম দিওৱাৰ ব্যৱস্থা শংকৰদেৱে কিয় কৰিলে, সেই বিষয়ে নীলকণ্ঠই এইদৰে লিখিছে।

দামোদৰে ভাগৱত কহিয়া থাকন্ত।
একদিনা শংকৰে পাছে তাংক বুলিলন্ত ॥ ২৭০
ব্ৰাহ্মণ সজ্জন লোক যতেক আছয়।
ভজায়ো সবাকে তুমি নাহিকে সংশয়।
দামোদৰে বোলে তুমি আছাহাঁ সাক্ষাৎ।
তথাপিতো ইটো ভাৰ লাগিল আমাত ॥ ২৭১

ভজাইবো লোকক মই জানা স্বৰূপত।
সৎসংগ ঘটিলে হয় শৰণ শাশ্বত ॥
শূদ্রে ব্রাহ্মণক মন্ত্র দিবাক নপায়।
এতেকেসে মন্ত্র + দিয়াইবোহো অন্য ঠাই ॥ ২৭২ ॥
গংগাস্নান কৰি আমি নাসিবো যাৱত।
প্রসংগ প্রবর্তি তুমি পঢ়া ভাগৱত ॥
মনোনীত সিদ্ধি তুমি ইহাতে লভিবা।
আমাত অধিক তুমি ধর্ম প্রবর্তাইবা ॥ ২৭৩ ॥

ইয়াৰ পাছত আগতে উল্লেখ কৰা ধৰণে (পদ সং ২৮১-২৮৬) শংকৰদেৱে চৈতন্যক লগ ধৰি দামোদৰলৈ ধর্মৰ টোপোলা অনাই দিয়ালে। এই ধর্মৰ টোপোলা আনি দিয়া মানুহজনৰ নামটো সম্পর্কে নীলকণ্ঠৰ মত স্পষ্ট নহয়। এবাৰ 'ৰামানন্দ' আৰু এবাৰ 'ৰামৰাম গুৰু' এই দুয়োটা নাম ব্যৱহাৰ কৰিছে। যেনে—

এহি বুলি টোপোলা তাহান হাতে দিলা।
ৰামৰাম গুৰুৱে সাদৰ কৰি লৈলা ॥
দ্বিজৰামানন্দ চৈতন্যৰ পাশে গৈলা।
হৰিধ্বনি কৰি পাছে শংকৰ চলিলা ॥ ২৮৮ ॥

এতিয়া মন কৰিব লগীয়া যে শংকৰদেৱৰ তীর্থভ্রমণৰ সময়ত কোনো ৰামানন্দ দ্বিজ লগত নাছিল। তদুপৰি পাটবাউসীৰ পৰা শংকৰদেৱ তীর্থভ্রমণলৈ যোৱা সময় ১৫৫০ খ্রী° মানৰ আগতে হ'ব নোৱাৰে। কিয়নো ১৫৪৬ খ্রী° ৰ আগতে শংকৰদেৱ পাটবাউসীলৈ যোৱাই নাই। কোচ আৰু আহোমৰ প্রথম যুদ্ধৰ সময়তহে শংকৰদেৱে বেলগুৰি ত্যাগ কৰাটো ঐতিহাসিক ভিত্তিত সমর্থিত কথা। আনহাতে শংকৰদেৱ তীর্থৰ পৰা ঘূৰি অহা খবৰ পাই শুক্লধ্বজে আগবঢ়াই নি নিজৰ ঘৰত থাকিবলৈ দিয়াটো নিশ্চিত ভাৱে দ্বিতীয়বাৰ তীর্থ ভ্রমণৰ সময়তহে হ'ব পাৰে; কিন্তু চৈতন্যদেৱৰ ইহলোক ত্যাগৰ সময় খ্রী° ১৫৩৩ চন বুলি নিশ্চিত ভাৱে ধৰা হৈছে। গতিকে নীলকণ্ঠদাসৰ এই বিবৰণ কল্পিতহে, বাস্তব বা ঐতিহাসিক নহয়। ইয়াৰ পাছত শংকৰদেৱৰ পত্নী আৰু ভায়েক ৰামৰায়কো শংকৰদেৱে দামোদৰদেৱৰ ওচৰত শৰণ দিওৱা কথা নীলকণ্ঠই লিখিছে। (পদ ৩০৭ ৩৩০)।

---

+ পাঠান্তৰ শিক্ষা।

শংকৰদেৱৰ পন্থৰ পৰা আঁতৰাই নি সুকীয়াকৈ দামোদৰদেৱক প্ৰতিষ্ঠিত কৰিবৰ উদ্দেশ্যে পাছত অনেক ধৰণৰ চেষ্টা কৰা হৈছিল ; কিন্তু সেই চেষ্টা সফল কৰিবৰ কাৰণেও শংকৰদেৱৰ স্বীকৃতিৰ প্ৰয়োজন হৈছিল। তলৰ উক্তিয়েও তাৰেই প্ৰমাণ দাঙি ধৰে— 'দেখা সৰ্বজন দামোদৰ মহিমাক।

শংকৰেও ভাতৃ-পত্নী সমৰ্পিলা যাক ॥
তাহান মহিমা কোনজনে অন্ত পাৱে।
মতি অনুসাৰে নীলকণ্ঠে এভু গাৱে ॥ ৩৩০ ॥

ৰামৰায়ৰ গুৰুলীলা মতে সন্ন্যাসীবেশে অহা নাৰদ ঋষিয়ে দামোদৰদেৱক সাক্ষাৎ বিষ্ণু বুলি জানি তত্ত্বজ্ঞানৰ উপদেশ দিলে। বিষ্ণুৰ ভক্ত নাৰদে সাক্ষাৎ বিষ্ণু বুলি জানি দামোদৰক তত্ত্ব জ্ঞানৰ উপদেশ দিয়াটো ভক্তি ধৰ্মৰ দৃষ্টিতেই বিসংগতি-পূৰ্ণ।' তদুপৰি এই শ্ৰেণীৰ কথা ইতিহাস-সন্মত নহয়। নাৰদৰ দৰে বৈষ্ণৱ কোনোবা সাধুৰ পৰা তত্ত্বজ্ঞান লাভ কৰাটোহে এই ক্ষেত্ৰত বিশ্বাস-যোগ্য। সেই একে প্ৰসংগতে হাজোৰ মণিকূটত চৈতন্যদেৱক দামোদৰদেৱে লগ পোৱা কথাও কাল্পনিক। চৈতন্যদেৱ কামৰূপলৈকে অহা নাই। এইবিলাক কথাৰ পৰা অনুমান হয় যে— শংকৰী পৰম্পৰাৰ পৰা আঁতৰাই নি দামোদৰদেৱক চৈতন্য-পন্থীৰ ভিতৰুৱা কৰা এটা চেষ্টা তেতিয়াৰ পৰা এতিয়ালৈকে চলি আহিছে। এই ক্ষেত্ৰত ওপৰে ওপৰে তেওঁলোকে ভালেখিনি সফলতাও লাভ কৰিছে। ঐতিহাসিক আৰু দাৰ্শনিক বিচাৰৰ পৰা আঁতৰি থাকি দলাদলিৰ সহায়েৰে নিজৰ স্বাৰ্থ সিদ্ধি কৰিবলৈ বিচৰালোকে জনসাধাৰণক পথ ভ্ৰষ্টকৰাটো অসমৰ সামাজিক জীৱনৰ এটা সাধাৰণ লক্ষণ।

দামোদৰদেৱৰ গুৰুসম্বন্ধে যিবোৰ মত দেখা গ'ল সেইবোৰৰ পৰা এনে এটা ধাৰণা স্পষ্ট হৈ পৰে যে— প্ৰথমতে শংকৰদেৱেই দামোদৰদেৱৰ গুৰু বুলি জনা গৈছিল ; কিন্তু পাছত বংগৰ পৰা অহা চৈতন্যপন্থীলোকৰ প্ৰভাৱ, অব্ৰাহ্মণ গুৰুৰ ওচৰত ব্ৰাহ্মণে ধৰ্মৰ উপদেশ গ্ৰহণ কৰিব নাপায় বোলা অপপ্ৰচাৰ তথা দামোদৰদেৱ আৰু মাধৱদেৱৰ মাজত হোৱা সামান্য মতভেদ— এই তিনিটা কথাৰ ফল স্বৰূপে দামোদৰদেৱক চৈতন্যপন্থী কৰি সজোৱা হ'ল। সিমানেই নহয় শংকৰ-দেৱকো চৈতন্যদেৱৰ ওচৰত ধৰুৱা কৰাৰ অপচেষ্টাৰ পৰা বিৰত হৈ নাথাকিল। আন হাতে চৈতন্যদেৱৰ ধৰ্মীয় ব্যৱস্থাৰ লগত দামোদৰদেৱৰ ধৰ্মীয় ব্যৱস্থাৰ মিল নাই ; শংকৰদেৱৰ ব্যৱস্থাৰ লগতহে আছে। তেনে স্থলত চৈতন্যদেৱৰ ব্যৱস্থা আৰু দৰ্শন সম্বন্ধে নজনা মানুহৰ মাজত শংকৰ, চৈতন্য আৰু দামোদৰৰ মতৰ ভিতৰত

প্ৰভেদ নাই বুলিও প্ৰচাৰ কৰা হ'ল। নীলকণ্ঠদাসৰ দামোদৰদেৱৰ চৰিতত এই উদ্দেশ্যেই দামোদৰদেৱৰ মুখেদি এনে উক্তি কৰোৱা হৈছে—

শংকৰ, চৈতন্য, আমি নাই ভিন্ন পৰ।
তাহান আমাৰ জানা একে কলেৱৰ ॥ ৩৮৫।

আকৌ দামোদৰদেৱৰ পাণ্ডিত্য দেখুৱাবৰ কাৰণে লিখা হৈছে—

বৈকুণ্ঠ সমান সিটো পাটবাউসী ভৈলা।
শংকৰ, মাধৱ, দামোদৰ তিনি বৈলা ॥২৮৫।
দামোদৰে ভাগৱত কহিয়া থাকন্ত।
এক দিনা শংকৰে পাছে তাংক বুলিলন্ত ॥ ২৭০ ॥

ৰামৰায় আৰু নীলকণ্ঠকৃত দামোদৰদেৱৰ চৰিত দুখনত শংকৰদেৱৰ ব্যৱস্থা সম্বন্ধে এনেকুৱা কিছুমান কথা লিখিছে, যিবোৰ দামোদৰ-পন্থীসকলৰ বাহিৰে শংকৰী পৰম্পৰাত সমূলি খাপ নাখায়। যেনে দামোদৰদেৱেই দ্বিজ, অগ্নি আৰু শালগ্ৰাম। দামোদৰ বুলিহে শালগ্ৰামক পূজা কৰা হয় বুলি শংকৰদেৱে মাধৱদেৱক ধৰ্ম-শিক্ষা দিছে (ৰামৰায়-গুৰুলীলা পদ ১৬৪—১৬৬)। তদুপৰি 'গুৰু-লীলা'ত শিৱই পাৰ্বতীক দামোদৰ অৱতাৰৰ কথাও কৈছে। এই প্ৰসংগতে দামোদৰদেৱৰ জীৱনবৃত্তও সংক্ষিপ্ত ভাৱে দাঙি ধৰা আৱশ্যক। সেয়ে নহ'লে তেওঁৰ ঐতিহাসিক ৰূপটো স্পষ্ট নহয়।

দামোদৰদেৱৰ আৱিৰ্ভাৱ আৰু তিৰোভাৱৰ শক সম্বন্ধে সামান্য মত-ভেদ থাকিলেও (খ্ৰী° ১৪৮৮—১৫৯৮ চন) তাৰ পৰা তেওঁৰ ঐতিহাসিক মূল্যানিৰূপণত কোনো বাধাৰ সৃষ্টি নহয়। দামোদৰদেৱৰ পিতৃ আগতে হাজোৰ উত্তৰে থকা ৰত্নেশ্বৰ বা ৰত্নপুৰ গাঁৱত আছিল। তেওঁৰ পিতৃৰ নাম শতানন্দ বা সদানন্দ আৰু মাতৃৰ নাম সুশীলা বুলি জনা যায়। আহোম ৰজাই এওঁলোকক বৰদোৱা অঞ্চললৈ নিয়া বুলি কথিত আছে। বৰদোৱাতে সৰ্বেশ্বৰ, ৰত্নাকৰ আৰু দামোদৰ তিনিওৰে জন্ম হয়। সেই সময়তে শংকৰদেৱৰ লগত শতানন্দৰ পৰিচয় হয় আৰু সম্ভাৱ গঢ় লৈ উঠে। শতানন্দ থকা এই ঠাইখনৰ নাম নালচা। নালচা বৰদোৱাৰ দক্ষিণ ফালে অৱস্থিত। কোচ আৰু আহোমৰ যুদ্ধৰ সময়ত শতানন্দ সপৰিবাৰে পুনৰ হাজোৰ ওচৰলৈ গৈ কিছু দিন তাতে থাকি পাটবাউসী পালেগৈ। নীলকণ্ঠৰ মতে কামৰূপত থকা কালতে শতানন্দ, সৰ্বেশ্বৰ আৰু সুশী-লাৰ মৃত্যু হয়। দামোদৰৰ বিবাহৰ উল্লেখেই নাই। ৰামৰায়ৰ মতে নালচা বা বৰদোৱা অঞ্চলত থাকোঁতেই পিতৃ-মাতৃ, ভ্ৰাতৃ আৰু পত্নীৰো পৰলোক হয়। পাট-

বাউসীত থকা কালত কৃষিকৰ্মত ৰত দামোদৰে শংকৰদেৱৰ ওচৰলৈ গৈ ক্ৰমে হৰি কথাত প্ৰীতি বঢ়োৱা আৰু বৰপেটাৰ পুথিৰ পাঠ মতে শংকৰদেৱে দামোদৰক কৃষি কৰ্মৰ পৰা ক্ৰমে বিৰত কৰি কেৱল ভক্তি পন্থলৈ অনা কথাও নীলকণ্ঠকৃত চৰিত গ্ৰন্থত পোৱা যায় ( দ্ৰঃ পদ ২৫৮ —২৭৬ )। এইবোৰ কথা দৈত্যাৰিকৃত শংকৰ-মাধৱৰ চৰিত গ্ৰন্থৰ লগত মিলে।

দামোদৰদেৱৰ গুৰুৰ প্ৰসংগত বংশীগোপালদেৱৰ চৰিতৰ কথাও আগত কোৱা হৈছে। এই প্ৰসংগতে বংশীগোপালদেৱ আৰু বনমালীদেৱৰ জীৱন-বৃত্ত সম্বন্ধেও চমুকৈ কৈ যোৱাৰ প্ৰয়োজন আছে। বংশীগোপালদেৱক মাধৱদেৱ আৰু দামোদৰদেৱ উভয়ৰে আজ্ঞাপৰ গুৰু বুলি ধৰা হয়। আনহাতে বনমালীদেৱৰ পৰম্পৰাৰ গুৰুসকলে আগতে কেনে মত দাঙি ধৰিছিল জনা নগ'লেও, বৰ্তমান শংকৰদেৱ আৰু মাধৱদেৱৰ পৰম্পৰাৰ লগত কোনো প্ৰকাৰৰ সম্বন্ধ নথকা বুলি ক'বলৈ বিচাৰে। পিছে বনমালীদেৱ বংশীগোপালদেৱৰ শিষ্য আছিল। বেহাৰত থকাৰ আগতে বংশীগোপালদেৱৰ স্থাপিত সত্ৰ কুৰুৱাবাহীত কিছুদিন সত্ৰীয়া বা অধিকাৰো আছিল। গতিকে গুৰুবিপৰ্যয়ৰ ক্ষেত্ৰত এই সকলৰো অৱদান আছে।

বংশীগোপালদেৱৰ বিষয়ে জানিবৰ কাৰণে সন্তমালাৰ প্ৰথম অংশ, বংশী গোপালদেৱৰ চৰিত আৰু গোবিন্দদাসৰ 'সন্ত-সম্প্ৰদায় কথাৰ' লগতে বনমালী-দেৱৰ চৰিতৰ সহায় ল'ব পাৰি। এই চৰিতৰ লেখকে আত্মপৰিচয়ৰ প্ৰসংগত পিতাকে তেওঁক বনমালীদেৱৰ লগত ৰাখিছিল বুলিও কৈছে ( পদ ৪১১ )। লেখকৰ নাম ৰমাকান্ত ( পদ ৪১৬ )। তেওঁ নিজৰ পূৰ্বপুৰুষৰ চিনাকি দিওঁতে প্ৰথমতে সন্তগ্ৰামবাসী হৰিভাৰতীৰ নাম লৈছে। এই হৰিভাৰতী দ্বিজ 'ষোহ্ল নাম' উপদেশ দিয়া ব্যক্তি আছিল। হৰিভাৰতীৰ পুত্ৰ মুকুন্দ আৰু মুকুন্দৰ পুত্ৰ পাঠকচন্দ্ৰ। এই পাঠকচন্দ্ৰ কোচবিহাৰৰ বৈকুণ্ঠপুৰ সত্ৰৰ বলদেৱ, আৰু পৰমানন্দৰ পাছত বনমালী-দেৱৰ সময়ত আছিল। এই পাঠকচন্দ্ৰই এই চৰিতপুথিৰ লেখক ৰমাকান্তৰ পিতাক। গতিকে ১৬৬০ ৰ পৰা ১৬৮০ খ্ৰী° ৰ মাজতে এই পুথিৰ ৰচনাকাল ধৰি ল'ব পাৰি। আনহাতে ৰমাকান্ত বনমালীদেৱৰ লগত থাকিলেও বনমালীদেৱৰ পাছৰজন গুৰু ৰামদেৱৰ পৰাহে তেওঁ ধৰ্ম লৈছিল আৰু ৰামদেৱৰ আজ্ঞা পাইহে এই চৰিত পুথি লিখিছিল।

সন্তমালাত বংশীগোপালদেৱৰ বিষয়ে এইদৰে আছে—

নামে বংশীগোপাল হৰিবৰ বংশধৰ ॥ ৪০৭ ॥<br>
পৰম বিৰক্ত জ্ঞান-ভক্তি আসকত ॥

মাধৱৰ সঙ্গে আসি ভৈলা উপগত ।
শৰণ, ভজন ভক্তি পায়া মাধৱত ।
পৰম আনন্দে ৰৈলা তাহান লগত ॥ ৪০৮
সপ্তম বৎসৰ মাধৱৰ সংগে আছে ।
মাধৱেও পূৰ্বকথা সুমৰিলা পাছে ॥
পূৰ্বে গোপালক বিহা কৰাইবাক মনে ।
বিত্তৰ নিমিত্তে মনে চিন্তিয়া এখনে ॥ ৪০৯
পঠাই দিলন্ত সদাগৰৰ নাৱত ;
পাইলা শংকৰক বেলগুৰিৰ সম্ভ্ৰত ।
শংকৰক দেখিয়া গোপাল মোহ ভৈলা ।
তযু সংগে থাকোঁ বুলি শংকৰক কৈলা ॥ ৪১০
শুনিয়া শংকৰে, সদাগৰক সুধিলা ।
সদাগৰে গোপালক এৰিয়া নিদিলা ॥
সদাগৰে বোলে বাপ এৰিয়ো এখনে ।
বুলিবে মাৰিলে ভাইক ধনৰ কাৰণে ॥ ৪১১
শুনিয়া শংকৰে গোপালক নাৰাখিলা ।
প্ৰশংসা কৰিয়া তাংক বচন বুলিলা ।
শুনিয়ো গোপাল তুমি শংকা নকৰিবা ।
গৃহহন্তে ফিৰি এহি থানক আসিবা ॥ ৪১২

*    *    *    *

এহি বুলি মৌন ভৈল শ্ৰীমন্ত শংকৰ ।
সেহি কথা মনত পৰিল মাধৱৰ ॥
অসম ৰাজ্যৰ মেধি পাতি পঠাই দিলা ।
ৰৈবে নপাৰিয়া সিটো ফিৰিয়া আসিলা ॥
পাছে গংগা স্নানিবে গোপালে ইচ্ছা কৈলা ।
হাসিয়া মাধৱে তাংক বুলিবাক লৈলা ॥
শুনিয়ো গোপাল যেবে সৎসংগ নপাৱে ।
গংগা আদি তীৰ্থ কৰিবাক লাগে তাৱে ॥ ৫১৫
সৎসংগ লভিলে কৃত্য শেষ নথাকয় ।
ভাগৱত শাস্ত্ৰে আক কহিয়া আছয় ॥

তথাপিতো তুমি গংগা-স্নান কৰা যাই।
ঐৰ পৰা ফিৰি তুমি আসিবা দুনাই ॥ ৪১৬
শুনিয়া গোপাল পাছে গংগা–স্নানে গৈলা।
জগন্নাথ ক্ষেত্রে দিনেকৰ পথ ৰৈলা ॥
উথসিল ভৰি নিশা সপোন দেখিলা।
জগন্নাথে আসি তাংক বচন বুলিলা ॥ ৪১৭
শুনিয়ো গোপাল মাধৱৰ আজ্ঞা ঠাৰি।
নুহিবে কুশল তোৰ জান নিষ্ঠ কৰি ॥
বৈষ্ণৱৰ আজ্ঞা যিটোজনে কৰে ছন।
সিজন আমাৰ নুহি বুলিলো বচন ॥ ৪১৮
নোৰাৰি ব্ৰাহ্মণ তই মাধৱৰ বাণী।
তোহোৰ থানক মই যাইবোহোঁ আপুনি ॥
শুনিয়া গোপালে তৈৰ হন্তে ফিৰি আইলা।
স্বপ্নৰ বৃত্তান্ত মাধৱৰ আগে কৈলা ॥ ৪১৯
শুনিয়া মাধৱে বহু প্ৰবোধ বুলিলা।
গোপালেও শুনি বৰ আনন্দ লভিলা ॥
যদুমণি সমে মিত্ৰৱতা কৰাইলা।
অসম ৰাজ্যৰ মেধি তাহাংক পাতিলা ॥ ৪২০

বংশীগোপালদেৱৰ চৰিতত বংশীগোপালে দামোদৰদেৱৰ ওচৰত শৰণ লৈছিল বুলিছে আৰু উজনিত ধৰ্ম-প্ৰচাৰ কৰিবলৈ মাধৱদেৱে আজ্ঞা দিয়াৰ পাছত দামোদৰদেৱেও সেই কথাত সমৰ্থন জনোৱা বুলিছে। এই কণ সামান্য প্ৰভেদৰ বাহিৰে আন মত-ভেদ দুয়োখন পুথিৰ মাজত নাই। হয়তো সন্তমালাৰ লেখকে দামোদৰদেৱৰ লগত বংশীগোপালৰ যি সম্বন্ধ হৈছিল, তাৰ খবৰ পোৱা নাছিল। আনহাতে সন্তমালাৰ প্ৰথম ছোৱৰ ৰচনাকালত চতুৰ্ভুজ ঠাকুৰদেৱ জীৱিত আছিল বাবে ১৬৫০ খ্ৰী'তকৈ পাছলৈ যাব নোৱাৰে। ৰামানন্দকৃত বংশীগোপাল-চৰিতৰ ৰচনা কাল ১৬৬০ৰ আগে পাছে হ'লে 'সন্তমালা' প্ৰায় দহ বছৰ আগতে লিখা বুলি ধৰিব পাৰি। এনে স্থলত বংশীগোপালদেৱক দামোদৰদেৱৰ পৰম্পৰাৰ লগত সম্বন্ধিত কৰা কাৰ্যটো এটা সুকীয়া প্ৰচেষ্টাৰ ফলো হ'ব পাৰে। তথাপি আমি এই ক্ষেত্ৰত বংশীগোপালদেৱক ৰামানন্দদ্বিজৰ চৰিত পুথিৰ আধাৰত দামোদৰদেৱৰ পৰম্পৰাৰ লগতো জড়িত কৰি লৈছোঁ। 'সন্ত-সম্প্ৰদায়-কথাৰ'

মতো ৰামানন্দদ্বিজৰ লগত মিলে। তলত 'সন্ত-সম্প্ৰদায়-কথা'ৰ পৰা কিছু অংশ উদ্ধৃত কৰা হ'ল।

"গোপালে নিশা ভাগে স্বপ্নত দেখিলা বিপ্ৰৰূপে হৰি আসি বুলিলা তই বিবাহ নকৰিবি, শংকৰৰ পথ ধৰ, তেবে তোৰ কুশল হৈব। এহি বুলি বিপ্ৰ অন্তৰ্ধান হৈলা। * * পাছে গোপালে বিবাহ নকৰি ব্ৰহ্মচাৰী হৈল। এক সন্ধ্যা আতপত তণ্ডুল অন্ন ভুঞ্জিলা, মৎস্য মাংস উসুৱা বৰ্জিলা। দেহত অভিমান এৰিলা, ভূমিত বস্ত্ৰ পাৰি শয়ন কৰিলা। * * পাছ ধুৱাবোল হন্তে শংকৰ পছিমক যাইবাক শুনি বহুত খেদ কৰিলা। * * *

এমনে মাধৱ সহিতে হৰিগুণ আলাপে কতো দিন থাকি তাস্ত অনুজ্ঞা লৈয়া দেৱদামোদৰৰ থানে গৈলা। * * দামোদৰো পৰম সন্তোষে ৰাখিলা। এক দিনা দণ্ডৱতে প্ৰণাম কৰি গোপালে বোলয় — হে প্ৰভু যেমনে মোৰ ভৱবন্ধ দূৰ হয় তেমনে সুলভতো সুলভ সন্তৰ সম্প্ৰদায়ে শৰণ ভজন ভক্তি মোত কহা। হেন কাৰুণ্য বচন শুনি দেৱ দামোদৰে বোলয় - জানা গোপাল, মঞি যেমনে ভক্তি পথ জানিলো তাক তেমনে কহিবো। তুমি সাৱধানে শুনা। ওৰেষা দেশত বাসুদেৱ নামে সন্ত, তান্তে হন্তে কৃষ্ণদেৱ বুলি জানিলো, ভক্তিৰ ক্ৰম নজানিলো। আবে শ্ৰীশংকৰ হন্তে আজ্ঞা পায়া ভাগৱত মত শৰণ ভজন ভক্তি জানিলোঁ। মালা মন্ত্ৰকো মোক দিলা। এতেকে মোৰ গুৰু শংকৰে জানিবা। তোমাত দৃঢ় কৰি কহিলো। শ্ৰীশংকৰ-মত শ্ৰৱণ কীৰ্তন কৰা। মই মূৰ্খ বিপ্ৰ একো নজানো। তথাপি গোমোথা শংকৰ প্ৰসাদে যি জানিছোঁ, তাক তোমাত কহিবো। এহি বুলি শৰণ ভজন ভক্তি বিশেষ কৰি কহিলা, মালামন্ত্ৰকো দিলা। * * * পাছে দেৱ-গোপাল কতো দিন আতে থাকি মাধৱৰ থানে আসিলা যাতপৰে একান্তিক ভক্ত নাই। মাধৱো তাংক পাই হৰিগুণ বৰ্ণাইলা! * * পুনু মাধৱে বোলয়, জানা গুৰু + তুমি সেই দেশক যোৱাঁ, সেইদেশ ( উজনি অসম ) জন্মভূমি, এতেকে গীতা ভাগৱত মত শংকৰৰ সম্প্ৰদা ভক্তি লোকত প্ৰবৰ্তাৱা, তেবে শংকৰআজ্ঞা ৰয়"

ইয়াৰ পাছত যদুমণি সহ দেবেৰাপাৰ, কাঁহীকুছি, কলাবাৰী আদি ঠাইত সত্ৰ পাতি আকৌ কামৰূপলৈ গৈ মাধৱদেৱক নাপাই পুৰুষোত্তম ঠাকুৰৰ সত্ৰত কিছুদিন থাকি দামোদৰদেৱক দেখা কৰা বুলিছে। দামোদৰদেৱৰ ওচৰৰ পৰা আহি পুনৰ পুৰুষোত্তম ঠাকুৰৰ সত্ৰত যদুমণিয়ে দুমাহ আৰু বংশীগোপালে আঠ

+ সেই সময়ত ব্ৰাহ্মণ সকলক গুৰু বোলা প্ৰথাৰ উল্লেখ আগতে কৰা হৈছে।

মাহ থকা কথা কোৱা হৈছে। এই প্ৰসংগত পুৰুষোত্তম ঠাকুৰৰ লগত বংশী-গোপালৰ কেনে সম্বন্ধ সেইটোও মন কৰিব লগীয়া।

"পাছে দেৱগোপালে আঠমাস মজিয়াত চৰু জুৰি একেলগে ভোজন কৰি পৰম আনন্দে ৰহিলা। ঠাকুৰদেৱে তান কষ্টব্ৰত দেখি বৃদ্ধ লক্ষ্মী আই সমে আলোচি মৎস্য সমে কলামাস বাটি আৰৈ-উসুৰা মিশ্ৰ কৰি ভোজন কৰাইলা। এক দিনা ঠাকুৰে হাস্য কৰি বোলয়, জানা গুৰু, মই এক অন্যায় কৰিছোঁ। যেবে অযু কোপ নহয় তেবে কহোঁ। দেৱগোপাল বোলয়, তুমি মহাপুৰুষৰ নাতি, তোমাৰ অন্যায় নুহি। যদি অন্যায়ক প্ৰতি পাণ্ডা তভো মোৰ কৰিতে লাগে। পুনু-ঠাকুৰদেৱে বোলয় তুমি যি ধৰ্ম ধৰিছা এহিসে সত্য। কিন্তু তোমৰা সত্ৰ প্ৰৱৰ্ত্তাইবে লাগে। চিৰকাল দেহা ৰহিলে ভক্তি বৃদ্ধি হয়। সদায় শ্ৰৱণ কীৰ্তনপৰক ভোগে কি কৰিবে। আবু তোমাৰ কঠিন নিয়ম দেখি লোকে ভক্তি এৰিবেক। এতেকে মৎস্য-উসুৰা ভোজন কৰা। আগ ধৰি মৎস্য উসুৰা ভোজন কৰাইছোঁ। পাছে অসন্তোষ কৰা বুলিহে নকহো। হেন শুনি ভাল বুলি সেহি দিনা ধৰি ভোজন কৰিলা। * * গোপালে বোলয় — জানা আতা, অসমৰ দেশত লোহিতৰ উত্তৰ পাৰে কাঁহী-কুচিত, ডেবেৰাপাৰত, কলাবাৰীত সত্ৰ কৰি লোকত হৰিভক্তি কিছুমান প্ৰবৰ্তাইছোঁ। তাতে কতো সবে বৌদ্ধবাদ ৰটে। বাহুগুৰুৱা সবে আমাক মাৰিতে অনেক উপায় কৰিলা। তাতো হৰিসে ৰাখিলা। দখিন কোলে যাইবে নপাৰিলোঁ, যাতো অসমৰ ৰাজা ভকত বুলিলে ধৰি কাটে। এতেকে মই একলে কি কৰিম? হেন শুনি ঠাকুৰদেৱে বোলয়,— আমাৰ বোলে পুনু সেই দেশক যাবা। এগুটি জীৱ তাৰিলে অনন্ত ফল হয়। ব্ৰহ্মাণ্ডৰ দানে তাৰ সম নোহে। * * পাছে ঠাকুৰদেৱে লিখক জয়ৰাম আতাকে কানু আতাকে লগত দিলা। তাৰাৱো প্ৰণাম সতকাৰ কৰি বিদায় কৰি চৰণৰ ধূলি লৈয়া আসিলা। * * কানু আতা তাংক নমস্কাৰ কৰি দখিনকোলে আসি ডিমৌকোলে খোৱাঙত সত্ৰ কৰিলা। * *

ধুৱাৰোলে বেলৰ শাখাত এক ব্ৰাহ্মণে শ্ৰীশংকৰৰ মূৰ্তি মদনগোপালক পাই দেৱগোপালক নিয়া দিলা।"

সন্ত-সম্প্ৰদায়-কথাৰ পৰা যি অংশ ওপৰত তুলি দিয়া হ'ল, সেই অংশৰ কথাবস্তু 'বংশীগোপালদেৱৰ-চৰিত'ৰ সংক্ষিপ্ত ৰূপ বুলি ক'ব পাৰি। এই দুয়োখন পুথিৰ বৰ্ণনাৰ পৰা বংশীগোপালদেৱ যে শংকৰী পৰম্পৰাৰ ব্যক্তি সেই কথা স্পষ্ট ভাবে প্ৰকাশ পাইছে। 'সন্ত সম্প্ৰদায় কথা'ৰ তৃতীয় অধ্যায়ত বংশীগোপালক

ধৰ্মৰ অধিকাৰী পতা প্ৰসংগতো এই কথা স্পষ্ট হৈ পৰিছে। তাত কৈছে— * * মাধৱে তুলসীৰ মালা শিৰত দি হৰিধ্বনি কৰি দেৱগোপালক ধৰ্ম দিয়া অধিকাৰী পাতিলা। যদুমণিক পুষ্পৰ মালা দিয়া মেধি পাতিলা। ভাগৱত দশম, কীৰ্ত্তন, ৰত্নাৱলী, ঘোষা, গীত, নাট, গুণমালা, লীলামালা দিলা। মাধৱ-দামোদৰ দুয়ো মহন্তত অনুজ্ঞা লৈয়া মহন্ত হুয়া ইদেশে আসিলা, সত্ৰ কৰি ৰহিলা।"

বনমালীদেৱৰ শিষ্য-পৰম্পৰাৰ গোবিন্দদাস আৰু দ্বিজ ৰমাকান্তৰ কথাৰ মাজত প্ৰকাশ পোৱা পাৰ্থক্যটো চকুত লগা বিধৰ। ৰমাকান্তই ভাগৱত-মতৰ প্ৰচাৰকসকলৰ ভিতৰত চৈতন্যক প্ৰমুখ কৰি দেখুৱাবলৈ যত্ন কৰিছে।

বৈকুণ্ঠৰ শাস্ত্ৰ ইটো শ্ৰীভাগৱত।
সম্প্ৰদায় ৰূপে প্ৰবৰ্ত্তিল জগতত ॥ ২৩ ॥
সিটো সম্প্ৰদায়ক আপুনি দেৱ হৰি।
প্ৰবৰ্ত্তাইলা চৈতন্যাদি সন্ত ৰূপ ধৰি ॥
চৈতন্য, শংকৰদেৱ দামোদৰ সন্ত।
মাধৱ গোপাল বলদেৱ যে মহন্ত ॥

বনমালীদেৱৰ চৰিতত বনমালীদেৱ সম্বন্ধে থকা কাহিনী ভাগ 'বংশী-গোপালদেৱৰ চৰিতগ্ৰন্থতো পোৱা যায়। তীক্ষ্ণ স্মৰণ শক্তিসম্পন্ন বনমালীদেৱ সৰুৰে পৰা বংশীগোপালদেৱৰ তত্ত্বাৱধানত আছিল। বংশীগোপালদেৱৰ পৰা যি শিক্ষা-দীক্ষা লাভ কৰিছিল সেয়ে আছিল তেওঁৰ মূল সমল। সেই সমলেৰেই তেওঁ কুৰুৱাবাহীত কিছুকাল সত্ৰাধিকাৰ হৈ আছিল। এনে স্থলত তেওঁক বংশীগোপাল-দেৱৰ আৰু মাধৱদেৱৰ পৰম্পৰাৰ পৰা পৃথক্ কৰি ধৰিব নোৱাৰি ; কিন্তু কোচ-বিহাৰলৈ গৈ তাত পৰমানন্দৰ পাছত বৈকুণ্ঠপুৰ সত্ৰৰ অধিকাৰ হৈ থকা কাল-তেই তেওঁৰ ওপৰত বংগদেশী প্ৰভাৱ পৰিল। দ্বিজ ৰমাকান্তৰচিত বনমালীদেৱৰ চৰিতথনে এই বংগদেশী প্ৰভাৱৰ প্ৰতিনিধিত্ব কৰিছে। ৰমাকান্তৰ পূৰ্বপুৰুষ হৰি-ভাৰতী ষোল নামৰ উপদেশ দিয়া গুৰু আছিল বুলি আগতেই উল্লেখ কৰা হৈছে। ইয়াৰ পৰা অনুমান হয় যে— কোচবেহাৰত থকা দামোদৰদেৱৰ সত্ৰ বৈকুণ্ঠপুৰত ভাগৱত শ্ৰৱণ-কীৰ্ত্তন প্ৰভৃতি ভক্তিৰ সুব্যৱস্থা থাকিলেও তাত থকা অনেক ভকত চৈতন্য পন্থীও আছিল। পৰম্পৰা-ৰক্ষাৰ সু-ব্যৱস্থাৰ প্ৰতি সেই সত্ৰত চকু ৰখা নহৈছিল। সেই বাবে পাঠক চন্দ্ৰৰ পুত্ৰ ৰমাকান্ত উজনিৰ দক্ষিণপাটত থাকিয়ো চৈতন্যপন্থী হৈয়ে থাকিল। ইফালে ৰমাকান্তক ৪০/৫০ বছৰ পাছত গোবিন্দ-

দাসে ৰচনা কৰা পুথিতো বংশীগোপালদেৱৰ পৰম্পৰা সুৰক্ষিত হৈ প্ৰকাশ পালে। ইয়াৰ পৰা বুজা যায় যে — বনমালীদেৱৰ ক্ষেত্ৰতো গুৰু-বিপৰ্যয় ঘটিল।

**(খ) বিপৰ্যয়ৰ সামাজিক পটভূমি ঃ—** শংকৰদেৱে যি সকলক নিজে শৰণ গ্ৰহণ কৰাইছিল আৰু উপদেশ দিছিল, সেই সকলে সম্ভৱতঃ দেৱ, নাম আৰু ভকতকহে দেখা পাইছিল। তেওঁলোকৰ কাৰণে গুৰু তত্ত্বটো দেৱৰ আৰু ভক্তত মিলি আছিল। সেই বাবে দামোদৰদেৱে বংশীগোপালৰ আগত নিজৰ গুৰুৰ কথা কওঁতে শংকৰদেৱত বেছি গুৰুত্ব দিলেও বাসুদেৱ বিপ্ৰ আৰু কোনোবা গোমথা আতাৰ নাম ক'লে। শৰণত গুৰুক স্থান দি চাৰিওটা তত্ত্ব পূৰা কৰা ব্যৱস্থাটো মাধৱদেৱেহে সম্ভৱতঃ কৰিছিল। সেই বাবে 'নাম-ঘোষা'ত মাধৱদেৱে দঢ়াই দঢ়াই শংকৰদেৱকহে গুৰু বুলি ঘোষণা কৰিছে। এই ঘোষণাৰ সামাজিক কাৰণ আছে। সেই সময়ত আৰু দুই শ্ৰেণীৰ গুৰু সমাজত আছিল। তাৰে এক শ্ৰেণী বংগৰ পৰা অহা 'যোল্ল নামী' চৈতন্যপন্থৰ আৰু আনটো শ্ৰেণী বৈষ্ণৱ হ'লেও পুৰণি সংস্কাৰ ভিতৰুৱাকৈ ৰাখি থৈ বাহিৰত শংকৰদেৱৰ বা চৈতন্যদেৱৰ নাম লৈ 'বৌদ্ধমত'ৰ প্ৰভাৱ বিস্তাৰকাৰী। চৰিতপুথিবিলাকত এই 'বৌধমত' বা 'বৌধবাদ' শব্দটো পোৱা যায়; কিন্তু এই বৌদ্ধমতটো 'অহিংসা পৰমোধৰ্ম' বৌদ্ধমত নহয়, তান্ত্ৰিক বৌদ্ধমত বজ্ৰযান আদিৰ অৱশিষ্ট ৰূপহে। তৎকালীন শৈৱ যোগমাৰ্গ আৰু তান্ত্ৰিক শাক্ত সম্প্ৰদায়তো এই অৱশিষ্ট 'বৌধমত' কিবা নহয় কিবা প্ৰকাৰে সোমাই পৰিছিল। বহুত ক্ষেত্ৰত প্ৰকাশ্য আৰু শাস্ত্ৰসন্মত ভক্তি-ধৰ্মতকৈ এই শ্ৰেণীৰ গোপন কথাত বেছি গুৰুত্ব দিয়া স্বভাৱ এটা সুৰক্ষিত হৈ থকা যেন দেখা যায়। 'ৰহস্য' বুলি ক'লে বহুজনে এনে ধৰণৰ গোপন তথ্যৰ কথাহে ভাবে; দাৰ্শনিক দৃষ্টিত ৰহস্য শব্দই যি অৰ্থ কৰে, সেই অৰ্থ বহুত লোকে এতিয়াও গ্ৰহণ কৰিব নোখোজে। গতিকে এনে ধৰণৰ অশাস্ত্ৰীয় গোপন পৰম্পৰা এটা বৌদ্ধতন্ত্ৰৰ যুগৰ পৰা চলি আহিছে বুলি আমি আজিও স্বীকাৰ কৰিব লাগিব। বুৰঞ্জীত ৰাতিয়া বা অৰাতিয়া নামে পৰিচিত গোপন সম্প্ৰদায়ো ইয়াৰেই এটা শাখা।

শংকৰাচাৰ্যৰ পঞ্চদেৱোপাসনাযুক্ত স্মাৰ্ত মত, তান্ত্ৰিক শাক্ত মত আৰু এই দুটা প্ৰকাশ্য মতৰ আঁৰত লুকাই থকা তান্ত্ৰিক বৌদ্ধমত এই তিনিওটা মতৰ বিৰোধৰ সমুখীন শংকৰদেৱ হ'ব লগীয়াত পৰিছিল। শাস্ত্ৰীয় যুক্তিৰে প্ৰকাশ্য ভাৱে প্ৰথম দুটা মতৰ অনুগামীসকলক পৰাস্ত কৰিব পাৰি; কিন্তু তৃতীয়টো মতৰ লগত তেনে যুক্তিৰ ঠাই নাই। সুদূৰপ্ৰসাৰী সাংস্কৃতিক ব্যৱস্থাৰে অন্ধবিশ্বাস দূৰ কৰিব নোৱাৰিলে আন একো উপায়েই কাৰ্যকৰী নহয়। আন হাতে এই সুদূৰ

প্ৰসাৰী ব্যৱস্থাটো শংকৰদেৱৰ জীৱনকালতে সীমাবদ্ধ হ'ব নোৱাৰে। গতিকে মাধৱদেৱ এই ক্ষেত্ৰত যথেষ্ট সাৱধান হ'ব লগীয়াত পৰিছিল। নামঘোষাত তেওঁ তলত দিয়া পদকেইটাৰ যোগেদি এই সমস্যাৰে ইংগত কৰিছে।

(১) শুনা পৰমাৰ্থ তত্ত্ব শ্ৰীমন্ত শংকৰ মত
ধৰিয়োক সজ্জন সকল।
হৰিৰ কীৰ্তন কৰি সুখে সংসাৰক তৰি
পাইবা ভক্তি পৰম নিৰ্মল ॥ ৩১ ॥

(২) শংকৰেসে শুদ্ধমত ঈশ্বৰ ভক্তিৰ তত্ত্ব
প্ৰচাৰিলা শাস্ত্ৰ সাৰ জানি।
তাহাংক নজানি মূঢ়ে জীৱিকাৰ অৰ্থে ফুৰে
আপোনাৰ মহত্ত্ব বখানি ৫৩ ॥

(৩) শংকৰে সংশয় ছেদি শাস্ত্ৰৰ তত্ত্বক ভেদি
প্ৰচাৰিলা কৃষ্ণৰ ভকতি।
তাংক এৰি কি কাৰণে আনক বোলয় গুৰু
কিনো লোক মহা মূঢ়মতি ॥ ৫৪

৪) শাস্ত্ৰৰ বিচাৰে নজানে ভকতি
পৰমাৰ্থ অতি মূঢ়।
হৰি কথা ছলে কৰ্ণত কুমন্ত্ৰ
কহয় কৰিয়া গূঢ় ॥ ২৯৭ ॥

ওপৰৰ প্ৰথম পদত ভক্তিৰ বাবে এটা বিশেষণ 'নিৰ্মল' বুলি দিয়া হৈছে। তাৰ পৰা বুজা যায় যে ভক্তিতো দোষ বা 'মল' থকাৰ সম্ভাৱনা আছে। দ্বিতীয় পদত শংকৰদেৱৰ শাস্ত্ৰীয় মত নজনাজনেও জীৱিকাৰ অৰ্থে গুৰু বোলাই নিজৰ মহত্ত্ব বখানি ফুৰে বুলি কৈছে। তৃতীয় পদত শাস্ত্ৰীয় তত্ত্বৰ ভিত্তিত শংকৰদেৱে প্ৰচাৰ কৰা মত গ্ৰহণ নকৰি অন্য মতৰ গুৰু লোৱা সকলক মূৰ্খ বুলিছে। শেষৰ পদত শাস্ত্ৰভিত্তিক ভক্তিতত্ত্ব নজনালোকে হৰি কথা কোৱাৰ ছলেৰে অতি গূঢ় তত্ত্ব বুলি কুমন্ত্ৰ বা অশাস্ত্ৰীয় ধৰ্মৰ শিক্ষা দিয়া কথা কৈছে। মন কৰিবৰ লগীয়া যে— এই কেউটা পদতে শংকৰদেৱৰ শাস্ত্ৰীয় মতৰ বাহিৰে এটা অশাস্ত্ৰীয় পৰম্পৰা সেই সময়ত চলি থকাৰ ইংগিত দিছে আৰু সেই পৰম্পৰাৰ পৰা আঁতৰি থাকিবলৈকো সাৱধান কৰি দিছে।

মাধৱদেৱে নামঘোষাত কোৱা এই কথাখিনিয়ে শংকৰদেৱ আৰু মাধৱদেৱৰ সমকালীন সমাজৰ ধৰ্মীয় পৰম্পৰাৰ পৰিচয় দিছে। তাৰ পাছৰ সময়ছোৱাত অৰ্থাৎ পৰম্পৰাৰ দ্বিতীয় স্তৰত সামাজিক স্থিতি কেনেকুৱা হ'ল, তাৰ পৰিচয় ভূষণ আৰু দৈত্যাৰিৰ চৰিতত বৰ স্পষ্ট নহয়। তথাপি দামোদৰদেৱৰ পৰম্পৰা এটা সুকীয়া বাটেদি আগবঢ়াৰ সংকেত দৈত্যাৰিঠাকুৰৰ চৰিতত পোৱা গ'ল। বৈকুণ্ঠনাথদ্বিজৰ গুৰুচৰিতত আৰু এটা পৃথক্ ধাৰাৰ বৰ্ণনা পোৱা যায়; কিন্তু বৈকুণ্ঠনাথদ্বিজ চতুৰ্ভুজ ঠাকুৰৰহে সমকালীন ব্যক্তি। সেইবাবে পৰম্পৰাৰ দ্বিতীয় স্তৰৰ স্থিতি সম্বন্ধে বিচাৰ কৰিবলগীয়া হ'লে পুৰুষোত্তম ঠাকুৰৰ ন-ঘোষাৰ কেইটিমান পদো এই প্ৰসংগত মন কৰিব লগীয়া।

(১) বাক্যে শংকৰৰ মত সমস্ত জগতে কয়
চিত্তে সদা আন আচৰয়।
শংকৰৰ মত বুলি ফুৰৈ সদা বাহু তুলি
মান্য সতকাৰ খুজিলয় ॥ ৯০

(২) শংকৰৰ মুখ্যতম মাধৱেসে শিষ্য জানা
তেহোঁ যেবে বৈকুণ্ঠক গৈলা।
শংকৰৰ শুদ্ধ মত তাক ধ্বজ কৰি লোকে
স্বকী মত প্ৰবৰ্তাইবে লৈলা ॥১৪১

(৩) আশাতেসে বদ্ধ হুই আমাক কৰয় নুই
তাক আমি কি বুলিবো আৰ।
তাৰ নিন্দা নুশুনিয়া কৃষ্ণ কথা কৰ্ণে পিয়া
শংকৰৰ মত কৰোঁ সাৰ ॥১৪২

(৪) বোলে শংকৰৰ নাতি মিছাতেসে তাৰ খ্যাতি
মহাগুণ তাৰ কিছু নাই।
শংকৰৰ মত নাই দেখি মৱো নাদৰোহো
তাতে নিন্দা কৰয় সদাই ॥ ১৪৩ ॥

ওপৰৰ প্ৰথম পদৰ পৰা বুজা যায় যে— বাহিৰত শংকৰদেৱৰ মত প্ৰচাৰ কৰিলেও মনে মনে অন্য শ্ৰেণীৰ দেৱতাৰ উপাসনা কৰা লোক সেই সময়ত অনেক আছিল। দ্বিতীয় পদত মাধৱদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পাছত অনেক জনে বাহিৰত শংকৰদেৱৰ শুদ্ধ মত বুলি ঘোষণা কৰি থাকিও ভিতৰুৱাকৈ নিজৰ সুকীয়া মত চলাবলৈ

ধৰিলে। এই দৰে স্বকীয় মত প্ৰবৰ্তন কৰি সুকীয়া গুৰু হোৱাৰ আশাত আবদ্ধ হোৱাসকলে পুৰুষোত্তম ঠাকুৰক অৱজ্ঞা কৰিছিল আৰু সেই সকলক পুৰুষোত্তম ঠাকুৰে বাধা দি ৰাখিব পৰা নাছিল। গতিকে তেওঁ নিন্দাকৰোঁতা সকলৰ কথাত গুৰুত্ব নিদি শংকৰদেৱৰ মতকে সাৰোগত কৰি চলি আছিল। চতুৰ্থ পদ ফাঁকি আৰু তৃতীয় পদ ফাঁকিৰ বিষয়-বস্তু একেটাই। শংকৰদেৱৰ নাতি পুৰুষোত্তম ঠাকুৰৰ খ্যাতি এই নিন্দুকসকলে সহ্য কৰিব নোৱাৰিছিল। আন হাতে শংকৰদেৱৰ মতৰ পৰা আঁতৰি যোৱাসকলক পুৰুষোত্তম ঠাকুৰেও আদৰ নকৰা দেখি বিপক্ষসকলে সদাই নিন্দা কৰিছিল। এই পটভূমিতেই পৰম্পৰাৰ দ্বিতীয় স্তৰৰ মতভেদ স্পষ্ট হৈ পৰিল। আদৰ্শ আৰু ব্যৱস্থা যথা সম্ভৱ অবিকৃত ৰাখিবৰ কাৰণে পুৰুষোত্তম ঠাকুৰে যত্ন কৰিলে। একমাত্ৰ শংকৰদেৱৰ নামত এই আদৰ্শ আৰু ব্যৱস্থা ৰক্ষা নকৰি, পৃথক্ পৃথক্ গুৰুৰ অস্তিত্ব স্বীকাৰ কৰি লোৱা হ'লে দামোদৰদেৱৰ পৰম্পৰা ফাটি যোৱাৰ দৰেই মাধৱদেৱৰ শিষ্য আৰু আজ্ঞাপৰ সকলৰ মাজতো নানা বিশৃংখলাৰ সৃষ্টি হোৱাটো নিশ্চিত কথা আছিল। পিছে পুৰুষোত্তম ঠাকুৰে এই ভাঙোনত প্ৰবল বাধাৰ সৃষ্টি কৰিলে। আনহাতে বংশানুক্ৰমিক গুৰু-পৰম্পৰা ৰক্ষাৰ বাটো মুকলি কৰিলে। পুৰুষোত্তম ঠাকুৰৰ আহিতেই কেউটা সংহতিৰে সত্ৰসমূহত বংশানুক্ৰমিক গুৰু পৰম্পৰাও চলিবলৈ পালে। এই প্ৰসংগত পুৰুষোত্তম ঠাকুৰৰ যোগ্যতা আৰু অধিকাৰ সম্বন্ধেও কিছু বিচাৰ কৰি চাবলগীয়া আছে। দৈত্যাৰি আৰু ভূষণ দুয়োজনেই মাধৱদেৱৰ পাছত পুৰুষোত্তম ঠাকুৰদেৱক এজন ব্যক্তিত্বসম্পন্ন গুৰু ৰূপে বৰ্ণাইছে। মাধৱদেৱৰ আজ্ঞাপৰ আনগুৰুৰ ক্ষেত্ৰত এনে বৰ্ণনা দিয়া নাই। দৈত্যাৰি ঠাকুৰে লিখিছে—

ৰামানন্দসুত সৰ্বগুণযুত পুৰুষোত্তম নামত।
দয়াৱন্তচিত্ত শাস্ত্ৰত পণ্ডিত প্ৰসিদ্ধ সব লোকত ॥ ৩
ধৰ্মত নিপুণ কি কহিবো গুণ তাহান পুত্ৰ নভৈলা।
হৰিত ভকতি কৰি মহামতি বৈকুণ্ঠক চলি গৈলা ॥ ৪(অ'৭৮)

ভূষণদ্বিজই শংকৰ, মাধৱ আৰু পুৰুষোত্তমৰ ক্ৰম এই দৰে দিছে।

কতো দিন মহাসুখে তাহিতে আছিলা (শংকৰদেৱ)।
দেহ এৰি তেখণে বৈকুণ্ঠ চলি গৈলা।
সোহি নাম গুণ কহি মাধৱ আছিলা।
ঈশ্বৰৰ আজ্ঞা ভৈলা বৈকুণ্ঠে চলিলা। ৮৯৬।
জয় জয় পুৰুষোত্তম গুণে নাহি আৰ।

হৰিৰ ভকতি তেন্তে কৰিলা প্ৰচাৰ ॥
পুৰুষোত্তম নাম ধৰি লোক নিস্তাৰিলা ।
শংকৰত বিনে গুৰু আন নকহিলা ।৮৯৭ ।
পুত্ৰতো অধিক কৰি ভক্তক পালিলা ।
ভাগৱত শাস্ত্ৰ মানে কণ্ঠগত কৈলা ॥
তান্ত পৰে পৃথিৱীত পণ্ডিত নাছিলা ।
যতেক পণ্ডিত মানে তাহান্তে ঘাটিলা । ৮৯৮ । ইত্যাদি

বংশীগোপালদেৱে পুৰুষোত্তম ঠাকুৰক কেনেদৰে মানিছিল সেই সম্পৰ্কে আগতেই উল্লেখকৰা হৈছে । তাৰ পৰাও পুৰুষোত্তম ঠাকুৰ যে সেই সময়ৰ ধৰ্মগুৰু সকলৰ ভিতৰত অতি প্ৰভাৱশালী আছিল সেই কথা বুজিব পাৰি । সন্তমালাৰ প্ৰথম ছোৱা আৰু কথা-গুৰুচৰিততো মাধৱদেৱে পুৰুষোত্তম ঠাকুৰক কেনে মৰ্য্যদা দি গৈছে, সেইটো মন কৰিব লগীয়া কথা । কথা-গুৰুচৰিতৰ ৰচনাকাল বহুত পাছলৈ যায় ; কিন্তু সন্তমালাৰ ৰচনা চতুৰ্ভুজ ঠাকুৰৰ সময়তে আৰম্ভ হ'লে খ্ৰী'১৭ শতিকাৰ মাজ ভাগতে ( ১৬৫০ মানৰ আগতে ) মাধৱদেৱ আৰু পুৰুষোত্তম ঠাকুৰ সম্বন্ধীয় কথাখিনি লিখা হ'ব পাৰে। গতিকে পুৰুষোত্তম ঠাকুৰ সম্বন্ধীয় সন্তমালাৰ পদ কেইফাঁকিমান তলত উদ্ধৃত কৰা হৈছে । মনকৰিবলগীয়া যে--এই প্ৰসংগত ভৱানী-পুৰীয়া গোপাল আতাও জড়িত হৈ আছে । এদিন ভৱানীপুৰীয়া গোপালৰ ঘৰৰ পৰা নাৱেৰে মাধৱদেৱ নিজৰ ৱাসস্থানলৈ আহোঁতে বতৰ বেয়া হৈ বৰষুণ দিওঁ-দিওঁ অৱস্থা হ'ল । তেতিয়া—

দেখিয়া গোপালে হাসি বাক্য বুলিলন্ত ॥৪৩৩॥
শুনা দেৱৰাজ চাহিয়োক কৃপাদৃষ্টি ।
খানিতেক মান তুমি নকৰিবা বৃষ্টি ॥
শুনিয়া মাধৱে বোলে ভৈল ব্যভিচাৰ ।
নামিয়ো নৌকাৰ তই নোহস আমাৰ ॥৪৩৪
শুনিয়া গোপালে নৌকা হন্তে নামি ৰৈলা ।
মাধৱেও দুখ মনে ভটিয়াই গৈলা ॥
কতো বেলা মাধৱৰ সম্পাজিলা দায়া ।
বুলিলন্ত এক ভকতৰ মুখ চায়া ॥ ৪৩৫ ।
শুনিয়ো ভকত মোৰ বচন কৰিয়ো ।
মৰিছেনে জীছে গোপালক সুধি চায়ো ॥

যদি মৰো বোলে তাংক মাতিয়া আনিবা,
নমৰো বোলয় যদি এৰিয়া আসিবা ॥ ৪৩৬
শুনি ভক্তে সেহি ভাবে পুছিলন্ত যাই।
গোপালে বোলয় মই আছোঁহো জীয়াই ॥
কদাচিতো নমৰোঁহো আছোঁ মই ভালে।
তাৰা পাটে বাৰে মই বাহিৰোঁহো মালে ॥ ৪৩৭ ॥
এহিভাৱে মাধৱে তিনি বাৰেক সুধিলা।
তথাপি গোপালে মৰোঁ হেন নুবুলিলা ॥
শুনি অসন্তোষ ভৈল মাধৱৰ মন।
বোলন্ত লালীৰ আজি ছিগিল এজন + ॥ ৪৩৮

ইয়াৰ কিছুদিনৰ পিছত গোপালৰ মনত বিচাৰৰ পৰিবৰ্তন হ'ল আৰু তেওঁ নাৰায়ণ ঠাকুৰক খাটনি ধৰিলে

বোলে আতা মাধৱত কহা তুমি যাই।
কৰোঁহো কাতৰ দিয়ন্তোক মোক ঠাই ॥ ৪৪০
শুনি নাৰায়ণে মাধৱৰ আগে কৈলা।
মাধৱেও হাস্য কৰি বুলিবাক লৈলা ॥
বাক্যৰেসে ছিদ্ৰ তাৰ কায়ে কৰা নাই।
কায়ৰেও পাছে লোকে কৰিবে সদাই ॥ ৪৪১
তথাপিতো দিবে ঠাই লোভত থাকিয়া।
তোমাৰ আগত কহিলোঁহো শুদ্ধ হিয়া ॥
*    *    *    *    *

---

+ গোপাল আতাৰ জীৱন চৰিত-সমূহত এই কাহিনী কিছু পৃথক ৰূপেহে পোৱা যায়। দ্ৰ° দ্বিজপূৰ্ণানন্দকৃত চৰিত্ৰ পদ ২৬০ - ২৬৩। * তৎকালীন চৰিত পুথি-সমূহৰ পৰস্পৰ বিৰোধী মত আৰু অতিৰঞ্জিত কথাই দলীয় পক্ষপাতিতাৰ সংকেত দিয়ে। সন্তমালা, ঠাকুৰ-চৰিত প্ৰভৃতি পুথিত পুৰুষোত্তম ঠাকুৰ আৰু চতুৰ্ভুজ ঠাকুৰক দ্বিতীয় শংকৰ বোলা উক্তি এনে অতিৰঞ্জনা আৰু পক্ষপাতিতাৰ পৰিচায়ক। শংকৰ-দেৱক গুৰু নামানি মাধৱদেৱক গুৰু বোলা আৰু তেনে ভকতক দুনাই পুৰুষোত্তম ঠাকুৰ বা চতুৰ্ভুজ ঠাকুৰে শৰণ দিওৱা কথাও এনে ধৰণৰ পক্ষপাতমূলক অতি-ৰঞ্জিত কথা যেনহে ধাৰণা হয়। মুঠ কথা হ'ল এই যে — পৰৱৰ্তী চৰিতকাৰসকলে নিজৰ গুৰু আৰু পৰম্পৰাৰ গৌৰৱ বৃদ্ধিৰ উদ্দেশ্যে চৰিতগ্ৰন্থসমূহ এইদৰে বিকৃত ৰূপত সজাইছিল।

আপুনি কহিবা তুমি গোপালক মাতি।
দণ্ড দিয়া সভা কৰন্তোক দিনে-ৰাতি ॥ ৪৪৩ ॥
শুনি নাৰায়ণে পাছে গোপালত কৈলা।
গোপালৰো শুনি বৰ আনন্দ মিলিলা ॥
সকলো সভাৰ পাছে কৰি এক ঠাই।
দেৱ মাধৱক মাতি আনিলন্ত যাই ॥ ৪৪৪ ॥
নাৰায়ণ দাসক পাছে মাতিবাক কৈলা।
কাহাক মাতিবো নাৰায়ণেও পুছিলা ॥
শুনিয়া গোপালে সমস্তৰে লেখা দিলা।
পুৰুষোত্তম ঠাকুৰৰ নাম নকহিলা ॥ ৪৪৫ ।
মনকষ্টে নাৰায়ণে বোলে যোৱা তুমি।
কালি প্ৰভাততে সবে চলি যাইবোঁ আমি ॥
শুনিয়া গোপালে ৰংগ মনে চলি গৈলা।
নাৰায়ণে মনে পাছে আলচিবে লৈলা ॥ ৪৩৬ ॥
একথোকা তামোলক ৰংগে হাতে লই।
পুৰুষোত্তম ঠাকুৰক জনাইলন্ত গ'ই।
শুনিয়ো ঠাকুৰ কালি কালজাৰে যাইবো।
আসিছে মাধৱ তাংক সভাতে দেখিবো ॥ ৪৪৭
শুনিয়া ঠাকুৰে বোলে মোক মতা নাই।
নাৰায়ণে বোলে মোক বুলিছে পঠাই ॥
শুনিয়া ঠাকুৰ অতি আনন্দিত ভৈলা।
নাৰায়ণ সমে পাছে ৰংগে চলি গৈলা ॥ ৪৪৮
কতো দূৰে ঠাকুৰক নাৰায়ণে থৈই।
মাধৱদেৱক সেৱা কৰিলন্ত গই।
বোলে নাৰায়ণে এতা বুদ্ধিত ঘাটিলা।
মাথাহীন সভা ইটো কিমতে পাতিলা ॥ ৪৪৯ ॥
পুনু নাৰায়ণে বোলে শ্ৰীমন্ত শংকৰ।
তেহেঁ জানা মাথা তুমি আমি সমস্তৰ ॥
তান প্ৰিয় নাতি পুৰুষোত্তম বিদ্যমানে।
তাংক নমাতিয়া সভা কৰা কি কাৰণে ॥ ৪৫০
শুনি মাধৱৰ আতি প্ৰেম উপজিলা।
সখি বুলি নাৰায়ণক আলিংগ ধৰিলা ॥

তুমি প্ৰাণ দিলা আজি সুমৰাইলা ভালে ।
তুমি অবিহনে আজি যাওঁ বসাতলে ॥ ৪৫১
এতি ক্ষণে যাওঁ মই তান পাদে যাইবো ।
আপুনিয়ে ঠাকুৰক মাতিয়া আনিবো ।।

*  *  *  *  *

পুৰুষোত্তম দেখে মাধৱদেৱ আসে চলি ।
আগবাঢ়ি প্ৰণামিলা কৰি কৃতাঞ্জলি ॥ ৪৫৩
মাধৱেও তাহাংক ধৰিয়া আলিংগিলা ।
হাতত ধৰিয়া হাতে সভামধ্যে গৈলা ॥
তম্ভৰ আগত কঠ ঢাৰি পৰাইলা ।
পৰম সাদৰ কৰি তাতে বসুৱাইলা ॥ ৪৫৪
থিউ হুয়া মাধৱে সভাৰ ভিতি চাই ।
বুলিলন্ত হেন বাক্য সবাকে শুনাই ॥
শংকৰৰ শুদ্ধ ধৰ্ম ৰত্ন পটন্তৰ ।
মোত সমৰ্পিয়া তেজিলন্ত কলেৱৰ ॥ ৪৫৫

*  *  *  *  *

ময়ো আজি সেহি ধৰ্ম নাতিত অৰ্পিলোঁ ।
তোমৰা সবৰ আগে নিষ্ঠ কৰি কৈলোঁ ॥ ৪৫৭
শংকৰৰ নাতি এন্তে দ্বিতীয় শংকৰ ।
তান সংগে নিস্তাৰিব লোক বহুতৰ ।
এহি বুলি ঠাকুৰৰ মাথে ঢোপ দিলা ।
সভাসদ লোক সবে হৰিধ্বনি কৈলা ॥ ৪৫৮ ॥

*  *  *

পাছে গোপালৰ সভা কৰি সমাপত ।
কৈলন্ত মাধৱে দণ্ড বৃপ এক শত ॥
সবে ভকতক তাক বাটিয়া দিলন্ত । ৪৬০ ।।

*  *  *

গোপালক সবে ভক্তে আশীৰ্বাদ কৰি ।
মাধৱক নমি পাছে গৈলা ঘৰাঘৰি ॥ ৪৬১ ॥
পুৰুষোত্তমো আতা মাধৱক নমিলন্ত ।
লৈয়া অনুমতি পাটবাউসীক গৈলন্ত ॥

অশ্বাসিয়া সবে ভকতক বুলি মাতি।
সেহিথানে গোপালক সতৰীয়া পাতি ॥ ৪৬২
বৰপেটা থানে পাছে মাধৱ চলিলা। * *

মাধৱদেৱে পুৰুষোত্তম ঠাকুৰক ধৰ্মাধিকাৰী পতা কথা কেইবাখনো চৰিতপুথিত পোৱা যায়; কিন্তু এই সভাখনৰ স্থান সকলো পুথিত 'একে নহয়। কথাগুৰু-চৰিত'ৰ ভৱানীপুৰীয়া আতাৰ চৰিত-প্ৰসংগত অমৃতাকৰ দলৈৰ সভাত বুলি এই কাহিনী আছে। হৰিনাৰায়ণ দ্বিজকৃত ' ঠাকুৰচৰিত'ত এই কাহিনীৰ স্থান মাধৱ-দেৱৰ নিজৰ কীৰ্তন ঘৰ বুলিছে (৩০১ পদ)। স্থান সম্পৰ্কত এনে মত-ভেদ থাকিলেও পুৰুষোত্তম ঠাকুৰক মাধৱদেৱে স্থাপন কৰা কথাত সন্দেহৰ ঠাই নাই। সেই বাবেহে বিভিন্ন চৰিত গ্ৰন্থত আনকি ভৱানীপুৰীয়া গোপাল আতাৰ চৰিত গ্ৰন্থতো পুৰুষোত্তম ঠাকুৰৰ প্ৰতি শ্ৰদ্ধা প্ৰদৰ্শন কৰা হৈছে। দ্বিজ পূৰ্ণানন্দৰচিত গোপালদেৱৰ চৰিতত আছে + —

কোনজন অনাদৰ কৰিবৰ ঠাই।
বৰ সৰু আমি বুলিবাক নুযুৱায় ॥
শংকৰদেৱৰ দুয়োজন প্ৰিয় নাতি।
তাংক নাদৰিবে আছে কাহাৰ শকতি ॥ ৬২৯
* * *
ঠাকুৰে আমাক যদি বচন বোলয়।
হাতে হানিলেও মোৰ সহিতে লাগয় ॥ * * ৭৬৯
* * *
ঠাকুৰে যদিবা পাৰে প্ৰহাৰ কৰয়।
তথাপিতো তাক মোৰ সহিতে লাগয় ॥ ৭৭০

এই কেউটা উক্তি ভৱানীপুৰীয়া গোপাল আতাৰ। পাছৰ উক্তিত 'ঠাকুৰ' শব্দটো পুৰুষোত্তম ঠাকুৰৰ বাবে ব্যৱহাৰ কৰিছে।

পুৰুষোত্তম ঠাকুৰৰ প্ৰতিষ্ঠাৰ কাৰণ দুটা। ১) তেওঁক মাধৱদেৱে শংকৰদেৱৰ সুযোগ্য নাতি বুলি স্বীকাৰ কৰি নিজৰ ঠাইত (মাধৱদেৱৰ ঠাইত) উত্তৰাধিকাৰী

---

+ দ্বিজপূৰ্ণানন্দৰ সময় খ্ৰী° ১৭ শতিকাৰ অন্তিম দশক বা ১৮ শতিকাৰ প্ৰথম দশক মান হ'ব পাৰে। গোপাল আতাৰ শিষ্য খোৰামোচৰ সত্ৰৰ প্ৰতিষ্ঠাতা ৰাম-চন্দ্ৰ, ৰামচন্দ্ৰৰ পুত্ৰ কীৰ্তনীয়া বিষ্ণু; এই কীৰ্তনীয়া বিষ্ণুৰ পুত্ৰৰ নাম দ্বিজপূৰ্ণানন্দ। গোপাল আতাতকৈ তিনি পুৰুষ নামিলে এই সময় হোৱাৰ সম্ভাৱনা।

অৰ্থত শংকৰদেৱৰ নিজ-বংশত দ্বিতীয়জন ধৰ্মগুৰু পাতিছে। আন হাতে কেৱল নাতি বুলিয়েই নহয়, যোগ্যতাৰ প্ৰতিও চকু ৰখা হৈছিল। যোগ্যতাৰ প্ৰতি চকু নিদিয়া হ'লে শংকৰদেৱৰ পুত্ৰ হৰিচৰণ ঠাকুৰকহে মাধৱদেৱে ধৰ্মাচাৰ্য পাতি-লেহেঁতেন। পুৰুষোত্তম ঠাকুৰক আচাৰ্য পতা সময়ত হৰিচৰণ ঠাকুৰ জীৱিত আছিল। বুলি জনা যায়। পুৰুষোত্তম ঠাকুৰক আচাৰ্য পতাৰ পাছতহে মাধৱদেৱ কামৰূপ এৰি বেহাৰলৈ গৈছিল আৰু বেহাৰত থকা সময়ত ৰামচৰণ ঠাকুৰে কীৰ্তনপুথি সংগ্ৰহ কৰি মাধৱদেৱৰ ওচৰলৈ যাওঁতে মাধৱদেৱে শংকৰদেৱৰ পত্নী আৰু হৰিচৰণ ঠাকুৰৰ কুশল বাৰ্তা সুধিছিল (দ্রঃদৈত্যাৰি পদ ; অধ্যায় ৭৪–৯)।

২) ঠাকুৰৰ পাণ্ডিত্য আৰু ভক্তসকলৰ প্ৰতি সদ্ব্যৱহাৰৰ কথাও ভূষণ দ্বিজ আৰু দৈত্যাৰি ঠাকুৰৰ চৰিতত কোৱা হৈছে। পাছৰ যুগত ৰচিত অন্য চৰিত পুথিতো এই কথাৰ প্ৰমাণ আছে; কিন্তু পুৰুষোত্তম ঠাকুৰ আৰু গোপাল আতাৰ মাজত গুৰু সম্বন্ধীয় কথাত মতভেদ ঘটাৰ বহুদিনৰ পাছত ৰচিত গোপাল আতাৰ চৰিত গ্ৰন্থখনদিয়েকত পুৰুষোত্তম ঠাকুৰক আক্ৰোহী, মই-মতীয়া আদি কিছু পৰিমাণে অসামাজিক স্বভাৱৰ ব্যক্তিৰ নিচিনাকৈ সজাইছে, গতিকে এই শ্ৰেণীৰ বহুত কথাকে ঐতিহাসিক দৃষ্টিত গ্ৰহণ কৰিবলৈ টান হৈ পৰে। এই প্ৰসংগতে ঠাকুৰৰ পাণ্ডিত্যৰ প্ৰতি ঈৰ্ষাৰ উদাহৰণো মন কৰিবৰ লগীয়া। মাধৱদেৱৰ বৈকুণ্ঠ প্ৰয়াণৰ পাছত ঠাকুৰে সেই সময়ত ধৰ্মগুৰুসকলৰ চৰিত্ৰৰ সমালোচনা থকা ন-ঘোষা-খন ৰচনা কৰিছিল। মথুৰাদাস প্ৰভৃতি জনদিয়েক ধৰ্মাচাৰ্যই মাধৱদেৱৰ নাম ঘোষাখন ঢাকিবৰ উদ্দেশ্যেহে এই পুথি লিখা বুলি প্ৰচাৰ কৰা বাবে বেজাৰ পাই ঠাকুৰে ন-ঘোষাখন জুইত পেলাই দিছিল; কিন্তু সম্পূৰ্ণ নষ্ট নৌ হওঁতেই আন ভকতে ৰক্ষা কৰিলত কিছু অংশ থাকি গ'ল। আন হাতে ভৱানীপুৰীয়া গোপাল আতাই গীত, ঘোষা আৰু নাট ৰচনা কৰিলত কোনো আচাৰ্যই তেনে মন্তব্য কৰা নাছিল।

শংকৰদেৱৰ উত্তৰাধিকাৰী ৰূপে পোৱা দায়িত্ব মাধৱদেৱে পুৰুষোত্তম ঠাকুৰক দিয়া বুলি ঘোষণা কৰাৰ আঁৰত মাধৱদেৱৰ সাধুতা আৰু বিনয়ৰ লগতে এটা কৌশলো হ'ব পাৰে। মাধৱদেৱৰ বৈকুণ্ঠপ্ৰয়াণৰ পাছত তেওঁৰ আজ্ঞাপৰ গুৰুসকলেই যে পুৰুষোত্তম ঠাকুৰক ঈৰ্ষাৰ চকুৰে চাব, তাৰ ইংগিত তেওঁ পাইছিল। দৈত্যাৰিৰ চৰিতত থকা 'খড়ি মাটি'ৰ প্ৰসংগই তাৰ এটা উদাহৰণ (অ ৬৭ পদ ৩৪–৪৪)। কিছুমান কথাৰ পৰা বুজা যায় যে—গুৰুপত্নী আৰু গুৰু-নাতি সকলক সামাজিক ভাবে সন্মান আৰু আৰ্থিক সাহায্য দান কৰিলেও পুৰুষোত্তম ঠাকুৰৰ অভ্যুদয়

অনেকজনৰ কাৰণে হয়তো বাঞ্ছনীয় নাছিল। তাৰ এটা কাৰণ হ'ল এয়ে যে— ঠাকুৰে তেওঁৰ ককাকৰ দিনৰ পৰা চলি অহা আদৰ্শ আৰু ব্যৱস্থাৰ ব্যতিক্ৰম হ'বলৈ নিদিব। ইতিমধ্যে দামোদৰদেৱ আৰু হৰিদেৱৰ ক্ষেত্ৰত এনে ব্যতিক্ৰম দৃষ্টিগোচৰ হৈছিল। এইবিলাক কথালৈ লক্ষ্য কৰিও মাধৱদেৱে পুৰুষোত্তম ঠাকুৰক প্ৰতিষ্ঠিত কৰি যোৱাৰ প্ৰয়োজন উপলব্ধি কৰিব পাৰে।

গোপাল আতাৰ চৰিতসমূহত দৈত্যাৰি, ভূষণ আদি চৰিতকাৰসকলে উল্লেখ-কৰা পুৰুষোত্তম ঠাকুৰৰ গুণবোৰৰ এটাও পোৱা নাযায়; তাৰ বিপৰীতে কেৱল দোষৰ কথাহে পোৱা যায়। এতিয়া প্ৰশ্ন হয় যে দৈত্যাৰি আৰু ভূষণে কোৱা গুণবোৰ নথকা অহংকাৰী আৰু ভকতৰ প্ৰতি সহানুভূতিহীন (গোপাল আতাৰ চৰিত সমূহৰ মতে) এজন অসাধু ব্যক্তিক খুড়াকৰ জীৱন-কালতে মাধৱদেৱে ধৰ্মাচাৰ্য পাতি থৈ যোৱাটো সম্ভৱ হ'ব পাৰেনে? বংশীগোপালদেৱৰ নিচিনা ত্যাগী আৰু প্ৰভাৱশালী আচাৰ্যই (যি দামোদৰদেৱৰ ওচৰত শৰণ গ্ৰহণ কৰি মাধৱদেৱৰ পৰা তত্ত্বজ্ঞানৰ উপদেশ লৈছিল) পুৰুষোত্তম ঠাকুৰৰ ওচৰত আঠমাহ থাকি পৰামৰ্শ আৰু আহি গ্ৰহণ কৰি গুৰুৰ দৰে সন্মান প্ৰদৰ্শন কৰেনে? ইফালে পুৰুষোত্তম ঠাকুৰতকৈ বংশী-গোপালদেৱ আগতেই ধৰ্মাচাৰ্য হৈছিল। গতিকে পুৰুষোত্তম ঠাকুৰ আৰু ভৱানী পুৰীয়া গোপাল আতাৰ মাজত হোৱা বিবাদৰ কাৰণ সম্বন্ধে কিছু গভীৰ ভাবে বিচাৰ কৰি চাব লগীয়া আছে।

**(গ) পুৰুষোত্তম ঠাকুৰ আৰু ভৱানীপুৰীয়া গোপাল আতা :—** মাধৱদেৱৰ পাছৰ গুৰুসকলৰ ভিতৰত বংশীগোপালদেৱ পুৰুষোত্তম ঠাকুৰ আৰু ভৱানীপুৰীয়া গোপাল আতা এই তিনিজনৰ ভূমিকাই প্ৰচাৰৰ ক্ষেত্ৰত বেছি গুৰুত্বপূৰ্ণ ব্ৰাহ্মণসকলৰ মাজত মহাপুৰুষীয়া ধৰ্ম প্ৰচাৰ কৰোঁতাসকলৰ ভিতৰত বংশীগোপাল-দেৱৰ নিষ্ঠা, ত্যাগ আৰু কষ্টসহিষ্ণুতা অতুলনীয়। আহোম ৰজাৰ পৃষ্ঠপোষকতা পোৱা সত্ৰসমূহ এইজন ত্যাগী সাধু পুৰুষৰে পৰম্পৰাৰ সত্ৰ। পুৰুষোত্তম ঠাকুৰৰ পৰম্পৰাৰ সত্ৰসংখ্যা সম্ভৱতঃ আনসকলৰ সত্ৰৰ সংখ্যাতকৈ বেছি। তদুপৰি শিষ্যৰ সংখ্যা বৃদ্ধিত কম গুৰুত্ব দি হ'লেও নিজ পৰম্পৰাৰ ব্যৱস্থা বিকৃত নোহোৱাকৈ ৰখাৰ ক্ষেত্ৰত এই সত্ৰসমূহেই বেছি সফল হোৱা যেন ধাৰণা হয়। গোপাল আতা অধিক উৎসাহী আৰু প্ৰগতিশীল চিন্তাৰ ব্যক্তি হোৱাৰ উপৰিও দলীয় সংগঠনৰ দিশত পটু ব্যক্তি আছিল। সেইবাবে আহোম ৰাজ্যৰ পূৰ্বাঞ্চলত থকা বিভিন্ন জাতি-উপজাতিৰ মাজত ভৱানীপুৰীয়া গোপাল আতাৰ পৰম্পৰাৰ গুৰু-সকলে যেনেদৰে প্ৰচাৰ কাৰ্য কৰিব পাৰিলে, সেইদৰে আনসকল গুৰুৱে

নোৱাৰিলে। পূৰ্বপ্ৰচলিত লোকধৰ্মৰ কিছু কিছু উপাদান নিজ-ধৰ্মত স্বীকাৰ কৰি হ'লেও অনেক পাছ পৰি থকা সমাজৰ লোক মহাপুৰুষীয়া সমাজব্যৱস্থাৰ ভিতৰলৈ আনি এখন বহল অসমীয়া সমাজ গঢ় দিয়াত ভৱানীপুৰীয়া গোপাল আতাৰ পৰম্পৰা ৰক্ষা কৰি অহা গুৰুসকলৰ অৱদান অতুলনীয়। এনে স্থলত আমি পুৰুষোত্তম ঠাকুৰ আৰু গোপাল আতাৰ মাজৰ বিবাদ সম্বন্ধীয় কথাও সামাজিক আৰু ঐতিহাসিক পটভূমিত সহানুভূতিৰে বিচাৰ নকৰিলে নিশ্চয় অন্যায় কৰা হ'ব ; যাৰ ফলত সমাজৰ অপূৰণীয় ক্ষতি হ'ব। আগতে এনে ধৰণৰ ক্ষতি হৈছেও। বহুত সময়ত ৰাজনৈতিক কাৰণতো এনে অন্যায় অবিচাৰ কৰি অহা হৈছে। ভৱানী-পুৰীয়া গোপালআতাৰ ধৰ্মীয় আৰু সামাজিক সংগঠনৰ বিষয়ে আলোচনা কৰিবলৈ হ'লে তেওঁৰ জীৱনচৰিত আৰু সেই চৰিতৰ আধাৰ-সম্বন্ধেও আগতেই বিচাৰ কৰা আৱশ্যক।

দৈত্যাৰিঠাকুৰ আৰু ভূষণদ্বিজৰ চৰিতেই এই ক্ষেত্ৰত সৰ্বপ্ৰাচীন আৰু নিৰপেক্ষ হোৱাটো স্বাভাৱিক। এই দুখনৰ পাছত ৰচিত 'সন্তমালা'ৰ কথা-বস্তুত চতুৰ্ভুজঠাকুৰ ঠাকুৰ আৰু তেওঁৰ পূৰ্ববৰ্তী পুৰুষোত্তম ঠাকুৰৰ পক্ষ সবল হোৱাটো স্বাভাৱিক কথা। আনহাতে ৰামানন্দদ্বিজ (আঁহতগুৰিৰ) আৰু তেওঁৰ পাছৰ গোপালআতাৰ পৰম্পৰাৰ চৰিতকাৰসকলৰ কথাবস্তুত স্পষ্টৰূপে গোপাল আতাৰ পক্ষ লোৱাৰ সম্ভাৱনা আছে। এনেস্থলত আমি সৰু-সুৰা কাহিনীকিছুমান বাদ দি কেৱল মূল ঘটনাৰ ওপৰতহে গুৰুত্ব দিব লাগিব

দ্বিজ ৰামানন্দৰ চৰিত মতে গড়গাওঁ নগৰৰ ওচৰৰ নাজিৰাত গোপালৰ জন্ম হৈছিল। তেওঁৰ পিতৃ কামদেৱ তাঁতীসকলৰ মুখিয়াল আছিল। শংকৰদেৱে ধুৱাঁহাটত হৰি মূৰ্তি স্থাপন কৰা সময়ত তাৰ সভা চাবলৈ মাকৰ লগত বাৰ বছৰ-মান বয়সীয়া গোপালো গৈছিল বুলি কৈছে। সেয়ে হ'লে তেওঁৰ জন্ম খ্ৰী° ১৫৩০ চনতকৈ পাছলৈ যাব নোৱাৰে। দ্বিজপূৰ্ণানন্দ হৰিবল্লভ আৰু দ্বিজ ৰামগোপালে ৭০ বছৰ বয়সত গোপাল আতাই ইহলীলা সম্বৰণ কৰা বুলিছে; কিন্তু তেতিয়া খ্ৰী° ১৬০০ চনৰ আগতেই গোপাল আতাৰ জীৱনৰ সমাপ্তি ঘটে, যিটো অসম্ভৱ। ভূষণদ্বিজৰ চৰিতত পুৰুষোত্তম ঠাকুৰৰ প্ৰয়াণৰ সময়ত গোপাল আতা আছিল আৰু সন্তমালাত চতুৰ্ভুজ ঠাকুৰে গোপাল আতা নৰিয়া পৰি থকা সময়ত ভৱানীপুৰত দেখা কৰিবলৈ যোৱা কথাও কৈছে। এই কথা সচাঁ হ'লে গোপাল আতাই ইহলোক এৰাৰ সময় খ্ৰী° ১৬২০ চনতকৈ আগবাঢ়িব নোৱাৰে। তেতিয়া গোপাল আতাৰ আয়ুস কমেও ৯০ বছৰ হ'ব লাগিব। আনহাতে দ্বিজপূৰ্ণানন্দৰ চৰিতত

কোচৰজাই গড়গাওঁ অধিকাৰ কৰি বৃত্তিয়ালসকলক কোচৰাজ্যলৈ নিয়া সময়ত গোপালৰ বয়স এঘাৰ বছৰ বুলিছে। বুৰঞ্জীৰ মতে কোচ ৰজাই গড়গাওঁ অধিকাৰ কৰাৰ সময় খ্ৰী° ১৫৬২ চন। তেতিয়া হ'লে গোপালৰ জন্ম খ্ৰী° ১৫৫১ চনত হ'ব লাগে। আমাৰ বোধেৰে এইটো সময়কে মানি ল'লে ভূষণদ্বিজ তথা বৈকুণ্ঠদ্বিজৰ চৰিতৰ কাহিনী আৰু পাছৰ চৰিতসমূহৰ ৭০ বছৰ আয়ুস দুয়োটা খাপ খায়। মাধৱদেৱৰ ওচৰত ধৰ্ম ল'লেও শংকৰদেৱক তাৰ আগতে চাৰি বাৰ দেখা পোৱা গৌৰৱৰ ভাগী কৰিবৰ কাৰণে সম্ভৱতঃ মুখে-মুখে প্ৰচলিত কথাৰ ভিত্তিত ধুৱাঁহাটৰ কাহিনী গঢ় দিয়া হ'ব পাৰে। ধুৱাঁহাটত শংকৰদেৱে মূৰ্তি স্থাপন কৰা সময়ত বৰ ডাঙৰ সভা পতা কথা কোনো গুৰুচৰিততে নাই। ইফালে সিমান ডাঙৰ সভা হ'লেও আহোম ৰাজ্যৰ ৰাজধানী নাজিৰাৰ পৰা গোপালৰ মাক তালৈ যোৱাটোৰ বিশ্বাসযোগ্য কথা নহয়।

কোচৰজাই গড়গাঁৱৰ পৰা নিয়া বৃত্তিধাৰীসকলৰ লগতে গোপালৰ পৰিয়ালো আছিল। তেতিয়াৰ পৰাহে তেওঁলোকৰ বাসস্থান ভৱানীপুৰ হ'ল। ভৱানীপুৰত গোপাল থকা কালতে তেওঁৰ মাকে ১৬ নামী চৈতন্যমত গ্ৰহণ কৰিছিল; কিন্তু গোপালে শংকৰদেৱৰ আদৰ্শত নামঘৰ সাজি নাম-কীৰ্তন কৰিছিল। পাছত মাধৱদেৱৰ সম্পৰ্কলৈ গৈ গোপাল সপৰিয়ালে মহাপুৰুষীয়া ধৰ্মত দীক্ষিত হয়। মাধৱদেৱৰ আজ্ঞাপৰ গুৰু হোৱাৰ পাছতহে তেওঁ কালজাৰত সত্ৰ পাতে আৰু সম্পূৰ্ণ ভাবে মহাপুৰুষীয়া পৰম্পৰাৰ গুৰু হৈ পৰে।

গোপাল আতা আৰু পুৰুষোত্তম ঠাকুৰৰ মত ভেদৰ মূল বিষয়টো গুৰু সম্বন্ধীয়। গতিকে গুৰুৰ স্বৰূপ সম্পৰ্কে প্ৰথমতে বিচাৰ কৰি লোৱাৰ প্ৰয়োজন আছে। ব্যক্তি বিশেষ, তেওঁৰ মত বা আদৰ্শ আৰু ব্যৱস্থা এই তিনিওটা বস্তুৰ সমন্বয়তহে গুৰুৰ স্বৰূপ সম্পূৰ্ণ হয়। কেৱল ব্যক্তিয়েই গুৰু নহয়। ব্যক্তিৰ জীৱন সীমাবদ্ধ; শৰীৰটো জৰা মৃত্যুৰ অধীন। গতিকে গুৰুৰ ব্যক্তিৰূপটো প্ৰাথমিক স্তৰৰ বস্তু। গুৰুৰ পৰা পোৱা শিক্ষা বা আদৰ্শ গুৰুৰ সূক্ষ্ম ৰূপ; এই ৰূপত গুৰুজন অমৰ আৰু দেৱতাৰে অভিন্ন। যি গুৰুৱে নতুন আদৰ্শ সৃষ্টিকৰে, তেওঁ সেই আদৰ্শৰ মাজেদিয়েই সূক্ষ্ম ৰূপত শিষ্য পৰম্পৰাৰ সহায়েৰে পৰবৰ্তী গুৰুসকলতো প্ৰকাশ পায়। এনে সূক্ষ্ম স্তৰত শাস্ত্ৰসমূহৰ মাজেদিও গৰু প্ৰকট হ'ব পাৰে। গুৰুৱে দিয়া সাংস্কৃতিক ব্যৱস্থা সমূহত তেওঁৰ অন্তৰ্যামী ব্যাপক ৰূপটোহে প্ৰকাশ পায়। বাহিৰে ভিতৰে ব্যাপ্ত ভক্তকল্পতৰু ৰূপত গুৰুক দেখা পোৱাটোহে প্ৰকৃত গুৰু-দৰ্শন আৰু সেই সৰ্বব্যাপক গুৰুৰ + সেৱা বা সমাজ-চেতনাৰ অনুকূল কাৰ্য্যাৱলীয়েই প্ৰকৃত গুৰু সেৱা।

---

+ দ্ৰঃ —নামঘোষা ৬২, ৬৩;

আজি আমি আলোচনা-সমালোচনাৰ মাধ্যমেৰে যেনেকৈ নিজৰ ভাৱ-প্ৰকাশৰ সুবিধা পাইছোঁ, তেনে সুবিধা পুৰুষোত্তম ঠাকুৰ আৰু গোপাল আতাৰ সময়ত নাছিল বুজিয়েই হওক বা আন কিবা কাৰণতেই হওক দুয়োৰে মাজত কিছু ভুল বুজা বুজিৰ সৃষ্টি হ'ল। পাছৰ পুৰুষত সেই ভুল বুজাবুজিৰ ক্ৰিয়া-প্ৰতিক্ৰিয়াও বাঢ়ি গ'ল ; যাৰ পৰিসমাপ্তি আজিও ঘটা নাই আৰু তাৰ বাবে নিৰপেক্ষ আলোচনাৰ চেষ্টাও দৃষ্টিগোচৰ হোৱা নাই। এজনক জগৰীয়া কৰি আনজনৰ শ্ৰেষ্ঠতা প্ৰকাশ কৰিবলৈ যোৱা সংকীৰ্ণ স্বভাৱৰ বশৱৰ্তী হৈ অনেকজন আলোচক ভক্তই আওপকীয়াকৈ অবৈষ্ণৱ পদ্ধতিকে গ্ৰহণ কৰি নিজ নিজ গুৰুকো আনৰ চকুত হেয় প্ৰতিপন্নহে কৰা যেন দেখা গৈছে। সময়ৰ লগে লগে সকলো ব্যৱস্থাৰ সলনি হ'ল ; কিন্তু আমাৰ ভক্তসকলৰ আৰু গুৰুসকলৰ মনৰ সকীৰ্ণতা আজিও দূৰ নহ'ল। গোপাল আতা আৰু পুৰুষোত্তম ঠাকুৰৰ বিবাদৰ ভিত্তিত আমাৰ বুদ্ধিমত্তাৰ পৰিচয় দিবলৈ যাওঁ ; শংকৰদেৱৰ ব্যৱস্থাৱলীক অসমৰ ভিতৰে-বাহিৰে কি দৰে বিকৃত ৰূপ দিয়া হৈছে, সেই বিষয়ে মাতিব পৰা আৰু সেই ক্ষেত্ৰত বৰ্তমান যুগৰ লগত খাপখোৱা ব্যৱস্থা দাঙি ধৰিব পৰা সাহস আৰু প্ৰচেষ্টা আমাৰ নাই।

সংকীৰ্ণ আৰু অপ্ৰস্তুত মানসিক স্থিতিৰ বাহিৰেও সমকালীন ঐতিহাসিক সামাজিক স্থিতি সম্বন্ধে আমাৰ অজ্ঞতাও গুৰু-বিপৰ্যৰ এটা ডাঙৰ কাৰণ হ'ব পাৰে। গতিকে এই সম্বন্ধে তলত উদ্ধৃত পদসমূহ গ্ৰন্থৰ ৰচনা কাললৈ চকু ৰাখি বিচাৰ কৰি চোৱাহে উচিত হ'ব। খ্ৰী'১৬৫০ চনৰ আগতে ৰচিত সন্তমালাত আছে—
(পুৰুষোত্তম ঠাকুৰে চতুৰ্ভুজ ঠাকুৰক কৈছে)

শুনিয়োক ভাই মই কহোঁ সাৰেসাৰ।
শংকৰত পৰে গুৰু নাহিকয় আৰ ॥ ৬৪৮
উপদেশদাতা শংকৰত পৰে নাই।
আপুনি মাধৱে মোত কহিছা দঢ়াই ॥
শংকৰত পৰে গুৰু নাই নাই নাই।
লৈয়োক প্ৰমাণ তান ঘোষা পুথি চাই ॥ ৬৪৯,
যদি বোলা কতো মাধৱক গুৰু কয়।
শুনা চতুৰ্ভুজ তুমি ইহাৰ নিৰ্ণয় ॥
শংকৰ মাধৱ যেৱে বৈকুণ্ঠক গৈলা।
তাহান পাছত ভক্তে আলচিবে লৈলা ॥ ৬৫০ ॥
বুঢ়ীৰ পো গোবিন্দ বদুলাৰ পদ্ম ৰাম।
আৱৰ মথুৰাদাস বিষ্ণু যাৰ নাম ॥

ৰামচৰণ ভৱানীপুৰীয়া গোপাল।
ই সব প্ৰমুখ্যে আনো ভক্ত ভাল ভাল ॥ ৬৫১ ॥
মধুপুৰ সত্ৰে সবে এক ঠাই ভৈলা।
নিৰ্ঘটুক কৰি সবে মিলি আলচিলা ॥
বোলন্ত শংকৰ তেহে কৃষ্ণ অৱতাৰ।
মাধৱেসে উপদেশদাতা আগে সাৰ ॥ ৬৫২
এহি বুলি মাধৱক গুৰু দেখাৱয় ।
কদাচিতো সিটো মাধৱৰ মতি নয় ॥
ভৱানীপুৰীয়া গোপালে স্মিত এৰিলেক।
মহাপুৰুষ নাম আপুনি লৈলেক ॥ ৬৫৩ ॥
এতেকেসে মই তাংক সম্ভাষা নকৈলো।
তোমাৰ আগত মই নিষ্ঠ কৰি কৈলো ॥

ইয়াৰ পাছত মাধৱদেৱে সত্ৰীয়া পত্ৰা 'গোৱাৰ গোবিন্দই প্ৰাণিহিংসা কৰা' বাবে মাধৱদেৱে ত্যাগ কৰা কাহিনী কৈছে। ইয়াৰ পাছৰ এটা প্ৰসংগত চতুৰ্ভুজ ঠাকুৰ ধৰ্মাচাৰ্য হৈ বিষ্ণুপুৰ সত্ৰত থকা সময়ত গুৰু সম্বন্ধে হোৱা বিবাদৰ কথা এই-দৰে কোৱা হৈছে —

আৱৰ মুৰাৰি নামে ভক্তেক আছয়।
পূৰ্বে শংকৰক সিটো গুৰু বুলিছয় ॥
পাছে বৰপেটা গৈয়া ভক্তৰ মুখত।
শুনিলেক মাধৱেসে গুৰু সাৰতত্ত্ব ॥ ৭২৮ ॥
ঢেকেৰীয়া কোচে তাক সত্য কৰি লৈলা।
বিষ্ণুপুৰে গৈয়া সবে ভকতক কৈলা ॥
শুনিয়া ভকতে ঠাকুৰৰ আগে কৈলা।
আতা বোলে আৰ বৰ অপৰাধ ভৈলা ॥ ৭২৯
এহি বুলি তাক পুনু কৰাইলা ভকত।
মাধৱেসে গুৰু অভো কহয় লোকত ॥
দেখিয়া ঠাকুৰে বোলে গুচ দুৰাচাৰ।
মোহোৰ লগত তুই নাথাকিবি আৰ ॥ ৭৩০
এহি কথা পাছে মথুৰায়ো শুনিলন্ত।
বোলন্ত ঠাকুৰে মাধৱক মানন্ত ॥

বৰ মানাসৰ আৰু নুহিবোহো পাৰ।
হেন কথা আতাও শুনিলা পুনৰ্বাৰ ॥ ৭৩১
বোলে নচাহিবো ময়ো মুখ মথুৰাৰ।
এহিমতে মুখ দুখি লাগিল অপাৰ ॥ +

ইয়াৰ পাছত শংকৰদেৱৰ পত্নী কালিন্দী আইৰ বাৰ্ষিক শ্ৰাদ্ধলৈ ৰামচৰণ যাব খোজোঁতে মথুৰাদাসে ৰামচৰণক চতুৰ্ভুজৰ সত্ৰ বিষ্ণুপুৰলৈ যাবলৈ বাধা দিয়া প্ৰসংগত ৰামচৰণে মথুৰাদাসক কৈছিল —

সবাৰো মাজত উঠি মাধৱে বোলয়।
শংকৰদেৱৰ গোষ্ঠী যথাত থাকয় ॥
তাৰে মই ভৃত্য তাৰা সকল ঈশ্বৰ।
নিষ্ঠকৰি কৈলো মই বাক্য সাৰোত্তৰ ॥ ৭৯২
তাৰাসব সংগে বাদ যিজনে কৰয়।
সিজন আমাৰ নুহি জানিবা নিশ্চয় ॥
যাৰ উপদেশে সবে লোক নিস্তাৰিলা।
হেন শংকৰৰ সৱে গুণ পাসৰিলা ॥ ৭৩৯
এতেকে সবাকো মই দেওঁ পৰিচ্ছেদ।
নাতি-বেটা শংকৰৰ নকৰিবা ভেদ ॥
ইসব সম্ভেদ ৰামচৰণে কহিলা।
তথাপিতো মথুৰাই যাইবো নকহিলা ॥ ৭৪০

ইয়াৰ পাছত ৰামচৰণে মথুৰাদাসৰ পত্নীক এই কথা ক'লত তেওঁ ৰামচৰণক শীঘ্ৰেই চতুৰ্ভুজৰ সত্ৰলৈ যাবলৈ ক'লে। মথুৰাদাসেও তেতিয়া যাবলৈ অনুমতি দিলে। ৰামচৰণ ঠাকুৰ চতুৰ্ভুজ ঠাকুৰৰ মোমায়েক আছিল। সেই বাবে ৰামচৰণৰ মধ্যস্থতাত মথুৰাদাস আৰু চতুৰ্ভুজ ঠাকুৰৰ মাজৰ বিবাদ অন্ত পৰিল। ( দ্ৰঃ পদ ৭৪১-৪৮ )।

চতুৰ্ভুজ ঠাকুৰেও শংকৰত বাদে আনক গুৰু মনাৰ বিৰোধ কৰিছিল। সেই কাৰণে বৰপেটাৰ ভক্তসলৰ লগত তেওঁৰ মত বিৰোধ ঘটিছিল। মাধৱদেৱ আৰু পুৰুষোত্তম ঠাকুৰৰ আজ্ঞা মতেই তেওঁ এই ক্ষেত্ৰত দৃঢ়তা অৱলম্বন কৰি থকা বুলি জানিবলৈ দিয়ে। এই প্ৰসংগত তেওঁৰ উক্তি তলত উদ্ধৃত কৰা হ'ল।

---

+ 'আতা' আৰু 'ঠাকুৰ' শব্দ এই প্ৰসংগত চতুৰ্ভুজ ঠাকুৰৰ নিমিত্তে প্ৰয়োগ কৰা হৈছে।

শুনিয়ো ভকত সৱ পূৰ্ব্বৰ ব্যৱস্থা।
পূৰ্ব্বে দাদা মোৰ আগে কহিছন্ত কথা॥
বোলে শুনা ভাই মোৰ বচন নেৰিবা।
শংকৰত বিনে তুমি গুৰু নকহিবা॥ ৯৪৯
এক দিনা মাধৱদেৱে মোক মাতি নিয়া।
এহি কথা সব মোত কৈল প্ৰপঞ্চিয়া॥
শুনিয়ো পুৰুষোত্তম বচন আমাৰ।
শংকৰেসে গুৰু তুমি জানা সাৰেসাৰ॥ ৯৫০
শংকৰক গুৰু বুলি যিজনে দেখান্ত।
তাহাক বুলিবা সিটো ভকত একান্ত॥
এহি সত্য কৰি মোক কহিলন্ত জেঠা।
তথাপিতো আক দুষ্টে নমানয় দেখা॥ ৯৫১
নাৰায়ণদাস আৰু শ্ৰীৰাম আতই।
মোহোত কহন্তে তাৰা দুই শুনিছয়॥
সেহিবাক্য সুমৰন্তে দহে মোৰ মন।
অভেদ বুলিয়া তাৰা কৰাৰে শৰণ॥ ৯৫২
গুৰুৰ ভক্তক ফিৰি শৰণ কৰাৰে॥
ইসৱ কথাক নসহয় মোৰ গাৱে॥

\+ \+ \+

যদি তোৰা সবে তভো সঞ্জাত নপাৱা।
আছে মোৰ মাতৃ তান্ত সবে সুধি চোৱা॥ ৯৫৬
দেৱ মাধৱৰ তেহে হোৱন্ত ভাগিনী।
মাধৱৰ মুখে তেহোঁ শুনিছা আপুনি॥
হেন শুনি গোসানীত সবেও পুছিলা।
গোসানীও ৰংগমনে কহিবাক লৈলা॥ ৯৫৭
শুনিয়ো ভকত সব বচন আমাৰ।
শংকৰত পৰে গুৰু নাহি নাহি আৰ॥

০ ০ ০

আৰু বুলিলন্ত মমা হৰিষে বচন।
মোৰ এক শিষ্য জানা ৰামচৰণ॥

আন্ত বিনে কহো মোৰ শিষ্য নাহিকয় ।
শংকৰদেৱেসে গুৰু জানিবা নিশ্চয় ॥ ৯৬০
এহিখানি বাক্য মম্মা বোলে সৰ্বক্ষণে ।
সঞ্চে চক্ষু দেখিলেহোঁ শুনি আছো কাণে ॥

শংকৰক গুৰু নুবুলি মাধৱক গুৰু বোলা বাবে ঠাকুৰে দুখ পোৱা বুলি জানি বৰপেটাৰ সত্ৰীয়া ( মথুৰাদাসৰ পাত্ৰবজ্ৰন ) গোপাল মিশ্ৰই দুখ নকৰিবলৈ কোৱাত তাৰ উত্তৰ স্বৰূপে চতুৰ্ভুজ ঠাকুৰে এই দৰে ক'লে —

আতা বোলে তুমি ভাল বুলিলা আমাক ।(আতা = চতুৰ্ভুজ ঠাকুৰ)
শংকৰক গুৰু বুলিবাক দেই হাক ॥ ৯৭৩
মাধৱেসে গুৰু আৰ কহয় নিশ্চয় ।
এতেকে মোহোৰ মনে বিষাদ মিলয় ॥
মাধৱক গুৰু বুলি যিজনে আছয় ।
শংকৰ ঈশ্বৰ সিটো বুলিবে লাগয় ॥ ৯৭৪
যিটোজনে গুৰু বোলে শংকৰদেৱক ।
সিটোজনে ভক্ত বুলিবেক মাধৱক ॥
এহি কথা পূৰ্বে মোত দদা কহিছয় ।
তোমাৰাসবত মই কহিলো নিশ্চয় ॥ ৯৭৫
এহি বুলি আতা মন কষ্ট এৰিলন্ত ।
গোপাল মিশ্ৰক ৰংগে তাম্বুল দিলন্ত ॥

'সন্তমালা'ৰ ৬৫৩ পদত গোপালে নিজকে মহাপুৰুষ বোলোৱা কথা অন্য এঠাইত এইদৰে আছে —

তাত পাছে শংকৰৰ ভাদ্ৰমাসে তিথি উপগত ভৈলা ।
কামৰূপ মাজে যতেক মহন্ত ঠাকুৰৰ ঠানে গৈলা ॥
কালজাৰ হন্তে গোপাল আসিল অতি আনন্দিত মনে ।
তান ভক্ত বোলে মহাপুৰুষৰ কঠ পাবোঁ কোন স্থানে ॥ ৬০৬
ঠাকুৰৰ ভক্তে বোলে মহাপুৰুষৰ তিথি হুয়া আছে ।
আউৰ কৈৰ কোন কহ তই মহাপুৰুষ আসিল পাছে ॥
গোপালৰ ভক্তে বোলে আমাসাৰ আসিছে মহাপুৰুষ ।
শুনিভক্তে হাসি ঠাকুৰত কৈলে গৈয়া কৰি অসন্তোষ ॥ ৬০৭

শুনিয়া ঠাকুৰে সভা অৱসানে পুছিলন্ত গোপালতে।
মহাপুৰুষ নামক গোপাল লৈলা তুমি কাৰ মতে॥
গোপালে বোলয় কদাচিতো ইটো নামক মই নলওঁ।
যি হেতু ভকতে বোলয় আপুনি আতে অপযশ পাওঁ॥৬০৮
ঠাকুৰে বোলয় যদি এনে হয় এৰিয়ো তাক এখনে।
গোপালে বোলয় নপাৰোঁ এৰিবে কাহলোঁ তযু চৰণে॥
ঠাকুৰে বোলয় আপুনি বোলোৱা খেলোৱা মিছা চাতুৰি।
তোমাৰ আমাৰ সম্বন্ধ ছিগিল নাসিবাঁহা আজি ধৰি॥ ৬০৯
শুনিয়া গোপাল হুয়া থোসমোস আপোন থানক গৈলা।
নাহি সুখ শান্তি ৰমাই সহিতে পুনৰপি আসি ভৈলা॥
গোপাল বাহিৰে ৰৈল অভ্যন্তৰে ৰমাই ঠাকুৰ আগে গৈলা।
গোপালৰ যত কাৰুণ্য বচন ঠাকুৰৰ আগে কৈলা॥ ৬১০॥
শুনিয়া ঠাকুৰ হুয়া তুষ্ট মন ওলাই গাৱ চালিলা।
হৰি কথা বিনে নানা কথা কহি অতি তাংক নিবাৰিলা॥
হুয়া ৰুষ্ট মন বসিলা উলটি নুবুলি কিছু উত্তৰ।
বোলে আউৰ মই কদাচিতো মুখ নচাইবোহোঁ গোপালৰ॥৬১১।

চতুৰ্ভুজ ঠাকুৰৰ পৰা ধৰ্মপ্ৰচাৰৰ আজ্ঞা পোৱা বিদ্যানন্দ ওজা, ঠাকুৰৰ তোলনীয়া পুত্ৰ দামোদৰৰ নাতি ৰামচন্দ্ৰৰ সমকালীন হৰিনাৰায়ণ দ্বিজ প্ৰভৃতি পৰবৰ্তী চৰিতকাৰসকলেও পুৰুষোত্তম আৰু চতুৰ্ভুজ ঠাকুৰৰ লগত ভৱানীপুৰীয়া গোপাল আতাৰ বিবাদৰ একে কাৰণকে দৰ্শাইছে। এই প্ৰসংগত আৰু এটা কথা মন কৰিব লগীয়া যে— শংকৰদেৱ আৰু মাধৱদেৱ দুয়োজনেই চতুৰ্ভুজ ঠাকুৰৰ সম্বন্ধত ককা হয়। চতুৰ্ভুজ ঠাকুৰৰ মাক মাধৱদেৱৰ ভাগিনীয়েক। এনে স্থলত মাধৱদেৱক গুৰু বোলাত চতুৰ্ভুজ ঠাকুৰৰ ব্যক্তিগত হানিৰ প্ৰশ্ন নুঠে। এই গুৰু সম্বন্ধীয় বিবাদটো আদৰ্শ আৰু সামাজিক স্বাৰ্থৰ ভিত্তিতহে দীৰ্ঘদিন ধৰি চলি আছে। এই বিবাদৰ ভিত্তিতেই পাছত সংহতি বিভাজন হ'বলৈ পালে।

কামৰূপ আৰু কোচবেহাৰত মাধৱদেৱক গুৰু বোলা সকলৰ পৰম্পৰা পাছত নিকাসংহতিলৈ ৰূপান্তৰিত হ'ল। তেওঁলোকে এতিয়াও মহাপুৰুষ গুৰু বুলি মাধৱদেৱৰ কথাহে কয়। শংকৰদেৱক শ্ৰীশংকৰ গুৰুহে বোলে। গোপাল আতাৰ পৰম্পৰাত নিজৰ শৰণীয়া গুৰুজনকহে মহাপুৰুষ বোলা হয়। এইদৰে গোপালক

পূৰ্ণগোপাল বোলা আৰু মহাপুৰুষ বোলাৰ পৰা আৰম্ভ কৰি কালজাৰ সত্ৰত এটা সুকীয়া সংগঠন হয়, সিয়েই পাছত কালজৰীয়া বা কালসংহতি নামে পৰিচিত হয়। শংকৰদেৱ মহাপুৰুষকহে মূল গুৰু বুলি স্বীকাৰ কৰি অহাসকল পুৰুষ সংহতি নামে পৰিচিত হ'ল। দামোদৰদেৱ আৰু বংশীগোপালদেৱ প্ৰমুখ্যে শংকৰদেৱ আৰু মাধৱদেৱৰ আজ্ঞাপৰ ব্ৰাহ্মণগুৰুসকলৰ পৰা বঢ়া সত্ৰসমূহ এই দৃষ্টিত ব্ৰহ্মসংহতি নামে জনাজাত হ'ল। উজনি অসমত আউনিআটি, কুৰুৱাবাহী, গড়মূৰ আৰু দক্ষিণপাট সত্ৰ ৰাজকীয় পৃষ্ঠপোষকতাৰ বলত সবল হোৱাৰ লগতে একে পৰম্পৰাৰ আনবোৰ সত্ৰতকৈ কিছু পৃথক্ হৈ পৰিল। বংশীগোপালদেৱৰ আজ্ঞাপৰ বাকী সকলো সত্ৰৰ আহি পুৰুষসংহতিৰ সত্ৰসমূহৰ লগত মিলি থাকিল। একে ব্ৰহ্মসংহতি শব্দটো প্ৰয়োগ হ'লেও দামোদৰদেৱ আৰু হৰিদেৱৰ পৰম্পৰাৰ সত্ৰসমূহতকৈ বংশীগোপালদেৱ আৰু আধলীয়া যদুমণিদেৱৰ পৰম্পৰাৰ সত্ৰসমূহৰ মাজত ব্যৱস্থা বা আহিগত পাথক্য আছে। বংশীগোপালদেৱ আৰু মাহৰাৰ যদুমণিদেৱে পুৰুষোত্তম ঠাকুৰৰ আহি গ্ৰহণ কৰি আহিছে কাৰণে উজনি অসমত ব্ৰহ্মসংহতি আৰু পুৰুষসংহতিৰ মাজত আহি আৰু ব্যৱস্থাৰ পাৰ্থক্য বৰ কম বা নাই বুলিয়েই ক'ব পাৰি।

উজনি অসমত নিকাসংহতিৰ সত্ৰ-সংখ্যা সামান্য। এই বিলাকৰ ভিতৰত কমলাবাৰী আৰু জৰাবাৰীৰ বাহিৰে বাকীসকলে পুৰুষ সংহতিৰ লগতেই বেছি সম্পৰ্ক ৰাখে। এই দৰে ব্ৰহ্ম, পুৰুষ আৰু নিকা কেউটা সংহতিৰ মাজত গুৰু বিষয়ক মতভেদ সামান্য পৰিমাণে মূলতে থকা সত্ত্বেও পাৰম্পৰিক বুজাবুজিৰ ভিত্তিত মিলা-প্ৰীতিৰ অভাৱ পৰিলক্ষিত নহয় কিয়নো দামোদৰদেৱ আৰু হৰিদেৱৰ আজ্ঞাপৰ গুৰুসকলৰ বাহিৰে আন সকলো পৰম্পৰাৰ সংহতিৰ গুৰুসকলে শংকৰ-দেৱৰ পাছত মাধৱদেৱক গুৰু বুলি স্বীকাৰ কৰাত কোনো আপত্তি তোলা নাই। স্বয়ং পুৰুষোত্তম ঠাকুৰ আৰু চতুৰ্ভুজ ঠাকুৰৰ আজ্ঞাপৰ গুৰুসকলেও ব্যক্তিৰূপত শংকৰ-মাধৱ দুজনা গুৰু বুলি প্ৰাৰ্থনা জনোৱা প্ৰথা এতিয়াও দেখা যায়। এই কথাৰ পৰা বুজা যায় যে — মাধৱদেৱক মন্ত্ৰদাতা আৰু উপদেশদাতা গুৰু বুলি পুৰুষোত্তম ঠাকুৰেও মানিছিল। ন-ঘোষাত শংকৰ আৰু মাধৱ উভয়কে পুৰুষোত্তম ঠাকুৰে হৰি বুলিছে (দ্ৰঃ ন-ঘোষা ১৪৪ পদ)। তেওঁ গুৰু শব্দটো কেৱল উপদেশদাতা ব্যক্তিৰূপত গ্ৰহণ নকৰি, ব্যক্তিৰ আদৰ্শ আৰু ব্যৱস্থা উভয়কে সামৰি লৈ পৰম্পৰাৰ উৎস ৰূপত গ্ৰহণ কৰিছিল। সেই বাবে পৰম্পৰাৰ আৰম্ভ-বিন্দু শংকৰক গুৰু বুলি মানিলে, পাছত গুৰু হোৱা সকলো ব্যক্তিয়েই শিষ্যসকলৰ বাবে শংকৰদেৱৰ

তুল্য হ'ব। তেতিয়া শংকৰদেৱৰ ৰচিত সাহিত্য, নাম-প্ৰসংগ, শৰণ-ভজনৰ ব্যৱস্থা কলা-সংস্কৃতি সকলোতে শংকৰদেৱক দেখা যাব। তেওঁৰ আজ্ঞাপৰ আৰু পৰম্পৰাৰ গুৰুসকলতো শংকৰদেৱৰ চৈতন্য স্বৰূপটোৱেই প্ৰকাশ পাব পাৰিব ; কিন্তু মাধৱদেৱক গুৰু বুলিলে পৰম্পৰা তাৰ পৰাহে আৰম্ভ হ'ব। তেতিয়া শংকৰদেৱৰ সাহিত্য, উপদেশ আৰু ব্যৱস্থাসমূহ পৰবৰ্তী শিষ্যসকলৰ আদৰ্শৰ বাহিৰত থাকি যাব +। তদুপৰি মাধৱদেৱৰ শিষ্যই শংকৰদেৱক এৰি মাধৱদেৱক গুৰু বোলাৰ দৰে, মাধৱৰ শিষ্যৰো শিষ্যই মাধৱকো এৰি নিজৰ উপদেশদাতাজনকহে গুৰু বোলাৰ বাট মুকলি হ'ব। ভৱানীপুৰীয়া গোপালআতাৰ পৰম্পৰাত বহু পৰিমাণে এই ব্যৱস্থাই কাৰ্য্যকৰী হ'ল। ইয়াত গুৰুৰ ব্যক্তিৰূপে প্ৰাধান্য লাভ কৰিলে। সেই বাবে গুৰুৰ ব্যক্তিগত ৰুচি আৰু আহি অনুসৰিয়েই সত্ৰভেদ-আহিভেদ আৰু ব্যৱস্থাভেদ হ'বলৈ ধৰিলে। আন সংহতিৰ সত্ৰসমূহৰ তুলনাত কাল সংহতিৰ সত্ৰসমূহত গোপনভাবে প্ৰচলিত লোক-ধৰ্মই বেছি পৰিমাণে ঠাই পোৱাৰ ইও এটা কাৰণ হ'ব পাৰে। ভৱানীপুৰীয়া গোপাল আতাৰ কেইবা পুৰুষৰো পাছত তেওঁৰ আজ্ঞাপৰ কোনো কোনো গুৰুৰ পৰম্পৰাত সোমাই পৰা গোপন লোক-ধৰ্মও গোপাল আতাৰ দিনতে প্ৰচলিত আছিল বুলি কৈ বহুত সময়ত গোপাল আতাৰ পৰম্পৰাৰ লোকেই গোপাল আতাৰ স্বৰূপো বিকৃত নকৰাকৈ থকা নাই। নিজ পৰম্পৰাত ঘটা এই বিপৰ্যয়ে অন্য পৰম্পৰাৰ লোকৰ মাজত বিৰূপ পতি-ক্ৰিয়া কৰাটো স্বাভাৱিক। কালসংহতি সম্বন্ধে বৰ্তমান প্ৰচলিত বহুত ঐতিহাসিক আৰু বহুত কাল্পনিক কাহিনীৰ মূলতেও এনে ধৰণৰ কিছুমান কাৰণ লুকাই আছে।

গুৰুৰ ব্যক্তিৰূপে প্ৰাধান্য লাভ কৰা বাবে স্থান, কাল, সমাজভেদে কালসংহতিৰ গুৰুসকলে উজনি অসমৰ বিবিধ সম্প্ৰদায়ৰ লোকৰ মাজত যেনে দৰে নামধৰ্মৰ প্ৰচাৰ কাৰ্য্যত যোগ্যতা দেখুৱাব পাৰিলে, তেনে দৰে অন্য সংহতিৰ গুৰুসকলে যোগ্যতা দেখুৱাব নোৱাৰিলে। আচৰণ আৰু বিচাৰৰ সংৰক্ষণশীল-তাতকৈ নিজৰ সম্পৰ্কলৈ আনিবৰ কাৰণে প্ৰয়োজন হোৱা উদাৰতা গোপাল আতাৰ পৰম্পৰাৰ গুৰুসকলৰ বেছি আছিল। এই ক্ষেত্ৰত এই গুৰুসকলে কেনে সংঘাতৰ সন্মুখীন হ'ব লগীয়া হৈছিল সেই কথা ইতিহাস-প্ৰসিদ্ধ। গদাধৰ সিংহৰ দিনত একেলগে বহুজন এই পৰম্পৰাৰ গুৰু নামৰূপত প্ৰাণদণ্ডেৰে দণ্ডিত হৈছিল।

---

+ কাল সংহতিৰ সত্ৰসমূহত শংকৰদেৱৰ কীৰ্তন নিত্য প্ৰসংগত নোগোৱা প্ৰথাৰ লগত এই কথাৰ কিবা সম্পৰ্ক আছেনেকি ভাবিব লগীয়া। পৰবৰ্তী আলোচক-সকলৰ অনেকেই এই সম্পৰ্কত পক্ষপাতপূৰ্ণ বিচাৰ দাঙি ধৰা দেখা যায়।

**ঘ) কাল সংহতি** —সন্তমালা'ৰ ৬০৬ পদৰ পৰা ৬১১ পদলৈকে থকা পুৰুষোত্তম ঠাকুৰ আৰু গোপাল আতাৰ বিবাদৰ কথা আগতে উদ্ধৃত কৰা হৈছে। এতিয়া ৬১২ পদৰ পৰা সেই প্ৰসংগত হোৱা সমস্যা আৰু তাৰ সমাধান সম্পৰ্কে আলোচনা কৰা আৱশ্যক। গতিকে পদ তলত দিয়া হ'ল —

আতা আৰো মৌন ভৈল ভক্তে বুলিবাক লৈলা
গোপালক আতা মাতিয়োক।
শুনি আতা বুলিলন্ত নোৱাৰোহোঁ মাতিবাক
তোৰাসবে নুবুলিবা মোক॥
গোপালে আপোন মত কৈয়া লোক নষ্ট কৰে
শংকৰৰ মতক এৰিল।
আৰো আমাসাৰ এক যদুমণি নামে ভক্ত
মোৰ সংগে হৰিক ভজিল॥ ৬১২
বংশীগোপালৰ সংগে দিলো মই ৰংগ মনে
গোপালে তাহাকো কৈল ভেদ।
আপোনাৰ কহি মত আমাত শিখিলে যত
তাকো সবে কৰিলেক ছেদ॥
হেন শুনি ভক্ত সবে গোপালত কহিলেক
গোপালো বুলিল অনুৰাগে।
যদি হাতে হানি গাবে মাৰয় ঠাকুৰে মোক
তথাপি আসিতে মোৰ লাগে॥ ৬১৩
অতি হাবিয়াসে মই দেখিবাক আসিলোহোঁ
চাহিবাক নপাইলো নয়নে।
যদি দোষ দেখে মোৰ দণ্ড কৰিবাক লাগে
তেবে বাধিবাক কোন জনে॥
তুমি ঠাকুৰৰ আগে মইতো নফৰ প্ৰায়
যদি মোক মাৰা হাতে হানি
তোমাৰ ঠাইক মই তথাপিও আসিবোঁহো
বুলিলোহোঁ মই সত্যবাণী॥ ৬১৪

এতেক বচন পাছে গোপালে আতাক বুলি
তৈৱ পৰা নমস্কাৰ কৈলা।
ভকত সবক মাতি বুলিলা আশ্বাস বাণী
আপোনাৰ স্থানে চলি গৈলা ॥

o o o

গোপাল আতাৰ চৰিতসমূহত এইবিলাক প্ৰসংগ বাদ পৰি গৈছে। বিবাদ অন্ত পৰাৰ কাৰণেই হওক বা আত্মপক্ষ সমৰ্থনৰ কাৰণেই হওক, গোপাল আতাৰ জীৱন-চৰিতত গোপাল আতাৰ গাত দোষ পৰা কথা তেওঁৰ শিষ্যসকলে নিলিখাটো স্বাভাৱিক। তথাপি পুৰুষোত্তম ঠাকুৰৰ লগত গুৰু সমন্ধীয় বিচাৰ লৈ বিবাদ হোৱা কথা সেই চৰিতবোৰতো প্ৰকাশ পাইছে। ইয়াৰ পাছত এই বিবাদৰ মীমাংসা সম্বন্ধীয় কথা তলত দিয়া ধৰণে পোৱা যায়। সন্তমালাত আছে —

পাছে কালজাৰে ভৌনীপুৰীয়া গোপাল।
নাপৰা পৰিয়া তেহোঁ ভৈল লালকাল ॥ ৭০৩
ভকত পঠায়া পাছে আতাক আনিয়া।
অনেক কৰিলা স্তুতি পাৱত পৰিয়া ॥
বোলন্ত উদ্ধাৰ বাপ কৰিও ভৃত্যক।
আউৰ যেন নপাসৰো তয়ু চৰণক ॥ ৭০৪
কত ভাগ্য দেখিলোহোঁ প্ৰভুচৰণক।
অনেক সাদৰে পঠাই দিলন্ত গৃহক ॥
এহিমতে সুন্দৰীত ঠাকুৰ আছন্ত ॥

এই প্ৰসংগত ঠাকুৰ শব্দটো চতুৰ্ভূজ ঠাকুৰৰ উদ্দেশ্যে ব্যৱহাৰ হৈছে। পুৰুষোত্তম ঠাকুৰৰ লগত মতভেদ দূৰ হোৱাৰ কাহিনী সন্তমালাত নাই; বিদ্যানন্দ ওজাৰ ঠাকুৰ চৰিততো নাই; কিন্তু ভূষণ দ্বিজৰ চৰিতত আছে—যে পুৰুষোত্তম ঠাকুৰৰ শেষ সময়ত গোপাল আতাই পুৰুষোত্তম ঠাকুৰৰ উত্তৰাধিকাৰী কোন হ'ব, সেই কথা সুধিছিল।

সেই সময়ত বুঢ়া হৰিভক্ত আসিলন্ত দুইজন।
ঠাকুৰে পৃথিৱী এৰিব খোজন্ত দেখোহোঁ গৈয়াচৰণ ॥
বৰ পুৱাতেই গোপাল আতা দুইজনে সুধিলা গ'ই।
তোমৰা পৃথিৱী এৰিবে খোজাহা ধৰ্ম কৈত থাপি থই ॥ ৯০৮

শুনিয়ো গোপাল শুনিয়ো গোবিন্দ তোমাত কহঞো নিষ্ঠ।
ঘৰাসিয়া মধ্যে আছন্ত ঠাকুৰ আমাৰ ভ্ৰাতৃ কনিষ্ঠ ॥ × × ৯০৯

ভূষণদ্বিজৰ এই তথ্য যদি ভুল বুলি ধৰা নহয়, তেতিয়া হ'লে এনে অনুমান কৰিব লাগিব যে—বহুদিনীয়া অসন্তোষ হয়তো ঠাকুৰৰ মনত তেতিয়ালৈকে নাছিল বা কিছু পাতল হৈছিল। বিশেষকৈ কামৰূপৰ কালজাৰৰ পৰা কোচবেহাৰৰ ভেলাদোৱালৈ গৈ দেখা হোৱা এজন ভকতক সেই সময়ত অসন্তোষ প্ৰকাশ কৰাটোও টান কথা। এইদৰে পুৰুষোত্তম ঠাকুৰৰ বোষ পাতলাৰ পাছত ভৱানীপুৰীয়া গোপাল আতাৰ নৰিয়া সময়ত চতুৰ্ভুজ ঠাকুৰ যোৱাটোও স্বাভাৱিক কথা। হৰিনাৰায়ণ দ্বিজকৃত ঠাকুৰ-চৰিততো গোপালৰ অন্তিম অৱস্থাত চতুৰ্ভুজ ঠাকুৰ ঘৰাসিয়াৰ পৰা যোৱা কথা বৰ্ণাইছে (পদ ৪১১/১২)।

বৰপেটাৰ সত্ৰীয়া মথুৰাদাস বুঢ়া আতাৰ পাছত গোপালমিশ্ৰ যেতিয়া সত্ৰীয়া হয়, তেতিয়া তেওঁৰ মধ্যস্থতাত গুৰু সম্বন্ধীয় পুৰণি বিবাদৰ এক প্ৰকাৰ সমাপ্তি ঘটে। এই সম্পৰ্কত বিদ্যানন্দ ওজাৰ ঠাকুৰ-চৰিতৰ পৰা দুটামান পদ তুলি দিয়া হৈছে। গুৰু-সম্পৰ্কত হোৱা বিবাদৰ বাবে চতুৰ্ভুজ ঠাকুৰ অসন্তুষ্ট বুলি জানি বৰপেটাৰ ভক্তসকলেও দুখ পাইছিল —

পোৱাভিটা সত্ৰে যত আছন্ত ভকত।
নাহিকয় সুখ জানা কাহাৰো মনত ॥
গোপাল মিশ্ৰৰো মনে সুখ নলভিলা।
ভক্তসব সমে বিষ্ণুপুৰক যে গৈলা ॥ ৪৪৬

*　　*　　*　　*

মিশ্ৰ গোপালেযে আতাক দেখিলন্ত।
দুই শ্লোক পঢ়ি পাছে স্তুতি কৰিলন্ত ॥ ৪৪৯
স্তুতি কৰি গুৰু পাছে বুলিলা বচন।
শুনিয়ো ঠাকুৰ দুখ কৰা কি কাৰণ ॥
তোমাঠৈৰ দুখে দুখ সবে ভকতৰ।
এৰিয়োক দুখ ৰংগ হোক সমস্তৰ। ৪৫০

*　　*　　*　　*

এতেকে ভকত সব আসিয়া আছন্ত।
আৰা সকলোত তুমি হুয়োক সদয় ॥ ৪৫৭

এই প্ৰসংগত চতুৰ্ভুজ ঠাকুৰে দিয়া সিদ্ধান্ত এনে ধৰণৰ আছিল —

আৰো শুনিয়োক গুৰু মোহোৰ বচন।
যেন মতে লোক সব হুইবেক শৰণ ॥ ৪৬০ ॥
যিটো জনে গুৰু বোলে মহাপুৰুষক।
কৰাইবো শৰণ আমি সি সব লোকক ॥
মাধৱ ৰোলাইক গুৰু যি সবে বোলয়।
কৰাইবা শৰণ তোৰা বুলিলো নিশ্চয় ॥ ৪৬১
কিন্তু আনে নপাৰয় কৰাইবে শৰণ।
পোৰাভিঠা আছয় ৰোলাইৰ মুখ্য স্থান ॥
মধুপুৰ সত্ৰে আৰো হুইবেক শৰণ।
আন থানে নপাৰয় বুলিলো বচন ॥ ৪৬২
এহি বুলি আতা পাছে মৌনে ৰহিলন্ত।
শুনিয়া গোপাল মিশ্ৰে ভাল বুলিলন্ত ॥
শুনিয়া ভকত সবে আনন্দ লভিলা।
কতিপয় দিন তৈতে হৰিষে আছিলা ॥ ৪৬৩।

এই পদসমূহৰ সিদ্ধান্ত মতে ভৱানীপুৰ অথবা কালজাৰত শৰণ লগোৱা ব্যৱস্থাত গুৰু বুলি কাক দেখুৱাব সেই কথা নোলাল। এই বিষয়ে হৰিনাৰায়ণ দ্বিজকৃত ঠাকুৰ-চৰিততহে স্পষ্ট ৰূপে কোৱা হৈছে। তাত অতি চমু কথাতে পুৰুষোত্তম ঠাকুৰে গোপালৰ শিষ্য ত্যাগ কৰা আৰু ঠাকুৰদেৱৰ শেষ সময়ত গোপালআতা উপস্থিত থকালৈকে সকলো খিনি বৰ্ণোৱা হৈছে। উদাহৰণ স্বৰূপে কেইটিমান পদ উদ্ধৃত কৰা হ'ল।

মাধৱ বৈকুণ্ঠে গৈলা শুনিয়া ঠাকুৰে ॥
দশা কৰ্ম নিমিত্তে সম্ভাৰ মিলাইলন্ত।
গোপাল মথুৰাদাস দুইকো মাতিলন্ত ॥ ৩১৩
গোপালে বুলিলা আমি কৰিবো ইঠাইতে।
নগৈল মথুৰাদাস ঠাকুৰ সন্নিতে ॥
সুন্দৰীদিয়াত পাছে ঠাকুৰ মহন্ত।
মাধৱৰ দশা কৰ্ম সবে কৰিলন্ত ॥ ৩১৪
*　　*　　*
সুন্দৰীদিয়াৰ হন্তে ঠাকুৰ গৈলন্ত।
জুৰনীয়া গ্ৰামে পাছে সত্ৰ কৰিলন্ত ॥ ** ৩১৬

*　　*　　*　　*

আছয় ২তেক ভক্ত ঠাকুৰৰ সংগে ।
তীৰ্থ কৰিবাক লাগি গৈলেক যতনে ॥ * * ৩৪৫ ॥

*　　*　　*　　*

আত পাছে ঠাকুৰ গৃহক আসি পাইলা ।
সমস্ত বান্ধৱে দেখি আনন্দ লভিলা ॥ ৩৪৭
ভনিপুৰ হন্তে আসি গোপাল মহন্ত ।
ঠাকুৰক লাগি সতকাৰ কৰিলন্ত ॥
তীৰ্থক্ষেত্ৰ বস্তু তাংক ঠাকুৰে দিলন্ত ।
গোপালে বিদায় লৈয়া গৃহক গৈলন্ত ॥ ৩৪৮
এহিমতে মহোৎসৱ মিলিল তহিত ।
নগৈল মথুৰাদাস ঠাকুৰ সন্নিত ॥
পোৰাভিটা ভক্ত নাসিবাৰ দেখি পাছে ।
ঠাকুৰ গৈলন্ত নিজে তাসম্বাৰ কাছে ॥ ৩৪৯

*　　*　　*　　*

এহিমতে ঠাকুৰক সেৱিলা সমস্তে ।
শুনা আৰু গোপালক তেজিলা যিমতে ॥ ৩৬৩ ।
একদিনা জয়হৰি নামে ভক্ত গৈলা ।
ভনিপুৰে ভকতৰ চৰ্চানি শুনিলা
বাহবাৰী গ্ৰামৰ অনন্ত নাম যাৰ ।
নামত কমল একজন গজলাৰ ॥ ৩৬৪
হৰিদাস ঠাকুৰীয়া নামে একজন
এহিসবে গোপালত পশিয়া শৰণ ।
অন্যো অন্যে তোলৈ সবে কথাৰ প্ৰস্তুত ।
শংকৰে কঠিয়া ধৰ্ম আৰ্জিলা বহুত ॥ ৩৬৫
মাধৱে কৰিয়া চাউল ভক্তক চিনাইল ।
গোপালে প্ৰসাদে অন্ন সবাকে ভুঞ্জাইল ॥
কথাৰ অমৃত ৰস কৰিলা প্ৰচাৰ ।
এহি হেতু নিজগুৰু গোপাল আমাৰ ॥ ৩৬৬
হেন শুনি জয়হৰি নামে ভক্ত আইল ।

ইটো কথা ঠাকুৰদেৱৰ আগে কইল ॥
শুনিয়া ঠাকুৰে দুই ভক্ত পাচিলেক ।
গোপালৰ পাশে গৈয়া ভক্তে কহিলেক ।
কথা চৰ্চনীয়া তিনি ভক্তক দিয়োক ।
ভক্তক নিদিলে পুনু বিধৰ্ম হৈবেক ॥
গোপালে তিনিও ভক্ত আনিয়া পুছিলা ।
কিছু দোষ পাই বুলি কাহাকো নিদিলা ॥ ৩৬৮
ভক্ত মুখে শুনি পাছে ঠাকুৰে ক্ৰোধিলা ।
গোপালৰ ভকতক এৰিলোঁ বুলিলা ॥
উত্তৰে দক্ষিণে গই ভকতে কহিলে ।
গোপালৰ ভকতক ঠাকুৰে এৰিলে ॥ ৩৬৯
উৰ্জানি দেশত বাহু মহাজনে শুনি ।
গোপালৰ ভকতক এৰিলে আপুনি ॥
এহি কথা গোপালে শুনিয়া ডৰিলেক ।
বেগ্ৰচিত্তে ঠাকুৰৰ পাশে আসিলেক ॥ ৩৭০
নকৰিলে গোপালক ঠাকুৰে সম্ভাষা ।
নিবৰ্তিয়া আসিলেক লভিয়া নৈৰাশা ॥

* * * *

শংকৰক ঢাকি যিটো গুৰু বোলাৱয় ।
আছো শিষ্যে তৰিবে আপুনি নতৰয় ॥
এহি জানি এক শংকৰক গুৰু মানি ।
নাম-ধৰ্ম কৃষ্ণদেৱ ভজিয়োক জানি ॥ ৩৭৩
ভকত সবাত শ্ৰেষ্ঠ বুলিয়া কহিলা ।
ঠাকুৰে সবাকে এহি উপদেশ দিলা ॥

* * * *

ঠাকুৰে পৃথিৱী এৰি যাইবে হেন শুনি ।
দুইজন বুঢ়াভক্ত আসিলা আপুনি ॥ ৩৭৮
বুঢ়ীৰ পো গোবিন্দ আৰু গোপালে পুছিলা ।
ধৰ্মৰ আচাৰ্য বাপ কাহাক থাপিলা ॥
শুনিয়া ঠাকুৰদেৱে দুইত কহিলন্ত ।
মোহোৰ কনিষ্ঠে শীল-শিক্ষা ধৰিলন্ত ॥ ৩৭৯

তাহান্তে ধৰ্মক থাপি থৈলো হেন জানা।
চতুৰ্ভুজ ঠাকুৰক মই বুলি মানা ॥

ইয়াৰ পাছত পুৰুষোত্তম ঠাকুৰৰ পৰলোক গমন আৰু চতুৰ্ভুজ ঠাকুৰৰ ধৰ্ম প্ৰচাৰৰ কথা কৈছে। সন্তমালাৰ দৰেই ভৱানীপুৰীয়া গোপাল আতাৰ শেষসময়ত দেখা হোৱাৰ বিৱৰণো আছে —

অনন্তৰে ভনীপুৰ গোপালৰ অন্তিম অৱস্থা ভৈলা।
ঠাকুৰক + মাতি কাৰুণ্য কৰিয়া ভক্ত দুই পাণি দিলা ॥ ৪১১।
আপুনি নগৈয়া ঠাকুৰে গাৰৰ চাৰচোলা এক দিলা।
গোপালে তাহাংক বৰ আদৰিলা ঠাকুৰে হেন শুনিলা ॥
পুনু প্ৰাৰ্থিলেক দেখিয়া ঠাকুৰে গৈল গোপালৰ ঠাই।
গোপালে সাদৰে চৰণৰ ধূলি ধৰিলে শিৰে চৰাই ॥ ৪১২।
ঠাকুৰ মহন্তে আশংসা কৰিলা গোপালক প্ৰবোধিয়া।
ভনীপুৰ হন্তে ঘৰাঁসিয়া থান ঠাকুৰে পাইল আসিয়া ।

শংকৰদেৱ-মাধৱদেৱৰ জীৱন-কথাৰ দৰেই বংশীগোপালদেৱ, পুৰুষোত্তম ঠাকুৰ আৰু চতুৰ্ভুজ ঠাকুৰৰ জীৱন-কথাৰ মাজতো ভৱানীপুৰীয়া গোপাল আতাৰ কথা প্ৰাসংগিক ভাবে পোৱা যায়। বংশীগোপালদেৱৰ চৰিতত পোনপটীয়াকৈ গোপাল আতাৰ কথা নাই; বংশীগোপালদেৱৰ লগত থকা হেঙুলীয়া যদুমণি আৰু ভূঞাৰ পো অনিৰুদ্ধ দুয়ো গোপাল আতাৰ সম্ৰলৈ স্থানান্তৰিত হোৱাৰ কথাহে আছে। সুকীয়া সুকীয়া লেখকে লিখা এই চৰিত-গ্ৰন্থবোৰত থকা কাহিনীৰ মাজতো পৰস্পৰ বিৰোধী তথ্য বা বিসংগতি দৃষ্টি-গোচৰ নহয়। সেই বাবে এই তথ্যবোৰ ঐতিহাসিক ভাবে অস্বীকাৰ কৰিব নোৱাৰি। গতিকে ভৱানীপুৰীয়া গোপাল আতাৰ চৰিত-গ্ৰন্থসমূহত এইবিলাক কাহিনী নাথাকিলেও গোটেই বস্তুটোৰ বিচাৰ সামগ্ৰিক ভাৱে কৰিবৰ সময়ত এই বিলাক তথ্যৰ প্ৰতি আওকাণ কৰিব পৰা নাযায়। সেই দৰে গোপাল আতাৰ চৰিতত থকা কথাবোৰ বাদ দি লৈ কেৱল আনবোৰ চৰিতৰ আধাৰতেই কালসংহতি সম্বন্ধে সামাজিক পটভূমি এটাৰ চিত্ৰও অংকন কৰিব নোৱাৰি। মুঠতে চৰিতসমূহৰ এখন আন খনৰ পৰিপূৰক হোৱাহে বোধ স্বাভাৱিক। এই দৃষ্টিৰে বিচাৰ কৰি চালে পক্ষপাতপূৰ্ণ অংশবোৰ পাছত আপোনা-আপুনি ওলাই পৰিব। এই প্ৰসংগত আৰু এটা উদাহৰণ তলত দিয়া হ'ল। সন্তমালাত আছে —

+ এই প্ৰসংগত ঠাকুৰ শব্দই চতুৰ্ভুজ ঠাকুৰক বুজাইছে।

সেহিবেলা ভক্ত বংশীগোপালে পঠাইল আতাৰ ঠাই।
বোলে শংকৰৰ নাতিয়েনো তৈত কোন ধৰ্ম প্ৰবৰ্তায় ॥ ৬০১
শ্ৰাদ্ধ একাদশী কৰিবে নপায় হেন অযুগুত কথা।
আতা মাধৱৰ লগে সপ্তবৰ্ষ থাকি নুশুনিলোঁ তথা ॥
যদুমণি নামে তাৰাসে ভকত একাদশী নকৰয়।
শংকৰদেৱৰ নুহি ইটোমত বুলিয়া মোত কহয় ॥ ৬০২
শুনি পুৰুষোত্তমে বোলে যদুমণি আমাৰ মত এৰিলে।
কোনোবা কুটকে পায়া তাৰ মন নিশ্চয় ভেদ কৰিলে ॥
ই সব কথাক নজানি গোপালে আমাত কল্পয় দোষ।
আমি কিবা জানো ইসব কথাক ক্ষমন্তোক অসন্তোষ ॥ ৬০৩ ॥
শ্ৰাদ্ধ হৰিবাসৰক হৰি মূৰ্তি ব্ৰাহ্মণক আক যিটো জনে নুই কৰে।
মই শংকৰৰ মত পায়া আছোঁ কেন মতে আশা লাগি বুলি সিটো মৰে ॥
গংগা তীৰ্থ ভাগৱত গীতা শাস্ত্ৰ তুলসীক ইসবক নমানে যি নৰ।
কহো মই সাৰেসাৰ মত তাৰ নুহি আৰ জানিবাহাঁ শংকৰদেৱৰ ॥ ৬০৪
এহি নৰ ঘোষা ভক্তে কহিলন্ত গৈয়া যেবে শুনি খংগ বংশীগোপালৰ।

*　　*　　*　　*

শুনঅৰে যদুমণি গুচ তই ইথানৰ বুলিয়া খেদিলা ততকালে ॥
তান সখি ভণ্ডাৰ পো অনিৰুদ্ধ নাম সিটো পদ পাঠ কৰয় সত্ৰত।
সখিক যাইবাৰ দেখি মনে বিমৰিষ কৰি তেহো চলি গৈলন্ত সংগত ॥

বংশীগোপালদেৱৰ চৰিততো যদুমণি আৰু অনিৰুদ্ধই একাদশীত মাছেৰে ভাত খোৱা আৰু খাই অস্বীকাৰ কৰা কাৰণে বংশীগোপালৰ সত্ৰৰ পৰা পঠাই দিয়া কথা কৈছে (পদসং ৩৫৮—৩৬২)। লগতে কৈছে—

আৰু হুনু কিবা বৌদ্ধবাদ ৰঢ়ে সন্তৰ মত এৰিয়া।
ইও দোষে আৰ থাকিবে নলাগে যায়োক দিলোঁ এৰিয়া ৩৬৩ ॥

সন্তমালা আৰু বংশীগোপালদেৱৰ চৰিত উভয়তে থকা এই প্ৰসংগটো 'ভৱানী-পুৰীয়া গোপাল আতাৰ চৰিতত এই দৰে নাই। মনত ৰাখিব লগীয়া যে— হিঙুলীয়া যদুমণিৰো আচল নাম গোপালহে আছিল। পাছত ভৱানীপুৰীয়া গোপাল আতাইহে যদুমণি নাম দিলে। বংশীগোপালৰ সত্ৰত থকা সময় ছোৱাৰ ভিতৰতে তেওঁ বংশীগোপালৰ আদেশ মতে শংকৰদেৱৰ পুত্ৰ হৰিচৰণ, শংকৰদেৱৰ পত্নী, পুৰুষোত্তম ঠাকুৰ, নাৰায়ণ ঠাকুৰ আদিক ধন দিবলৈ গৈছিল আৰু ঘূৰি আঁহোতে

ভৱানীপুৰীয়া গোপাল আতাৰ সম্প্ৰত কিছু দিন থাকি গৈছিল। যদুমণিদেৱৰ সংক্ষিপ্ত চৰিতত আছে + —

গোপাল (যদুমণি) আসিলা পাছে ভৱানীযে পুৰ ॥ ৪০
গোপালদেৱৰ স্থানে কতোদিন ৰৈলা।
পাত বেচ দিয়া গীত-ঘোষাক আনিলা ॥
উজাই আসি গুৰু আগে সবে কথা কৈলা।
যাক যেন মতে দিলা যৈত যিবা ৰৈলা ॥ ৪১
সেহি ঘোষা গীত গাই আছন্ত তাহিত।
গুৰু ভংগা ঘোষা কেনে গাৱয় অহিত ॥
নলাগয় থাকিবাক আমাৰ সম্প্ৰত।
হেন শুনি গোপালো যে (যদুমণি) নথাকিল ঐত ॥ ৪২

এই পৰ্যন্ত কৰি অহা আলোচনাৰ ভিত্তিত আমি তলত দিয়া ধৰণে কিছুমান সিদ্ধান্ত গ্ৰহণ কৰিব পাৰোঁ।

১) শংকৰদেৱৰ সময়ত আদৰ্শ আৰু ব্যৱস্থাৰ ক্ষেত্ৰত যেনে মুকলি দৃষ্টি-ভংগী গ্ৰহণ কৰা হৈছিল, মাধবদেবৰ সময়ত তাৰ কিছু পৰিৱৰ্তন ঘটিব পাৰে। এই পৰিৱৰ্তনৰ ফলত আদৰ্শৰ ব্যাপ্তিতকৈ ব্যৱস্থাৰ বন্ধন আৰু পৰম্পৰা ৰক্ষাত-গুৰুত্ব এই দুটা বস্তুৱে প্ৰাধান্য লাভ কৰিব পাৰে। সেই বাবে পুৰুষোত্তম ঠাকুৰো নিজৰ বংশৰ পৰম্পৰা আৰু মাধৱদেৱৰ পৰা পোৱা শিক্ষা তথা ব্যৱস্থাৰ অনুকূলে সংৰক্ষণশীল হোৱাটো স্বাভাৱিক আছিল। আন হাতে তেওঁ আহোম শাসিত অঞ্চলৰ তৎকালীন সমাজ আৰু ধৰ্মীয় ব্যৱস্থা সম্বন্ধে বহুত কথাই জানিবলৈ পোৱা নাছিল, কিন্তু ভৱানীপুৰীয়া গোপালৰ জন্ম আহোম ৰাজ্যত হোৱা কাৰণে পাছলৈকো সেই অঞ্চলৰ লগত সম্বন্ধ থাকি যোৱাটো অসম্ভৱ নাছিল। গতিকে আহোম ৰাজ্যৰ সমাজ আৰু ধৰ্মীয় ব্যৱস্থা সম্বন্ধে গোপাল আতাৰ স্পষ্ট ধাৰণা থাকিব পাৰে। সাধাৰণ শ্ৰেণীৰ লোকসকল ব্যৱস্থাৰ মাজেদিহে অদৰ্শৰ অভিমুখে আগ বাঢ়িব পাৰে। তেওঁলোকৰ কাৰণে আদৰ্শটো এটা অস্পষ্ট আৰু ৰহস্যময় বস্তু। তাত বিচাৰতকৈ বিশ্বাসৰ পৰিমাণহে বেছি; কিন্তু সমাজৰ নেতাসকলৰ কাৰণে সেইটো হ'ব নোৱাৰে। নেতাসকলে অৱস্থা চাই আদৰ্শ গঢ় দিয়ে আৰু

+ এই চৰিতৰ লেখক তেওঁৰ নাতি উদিতৰামদেৱ। তেওঁৰ পুত্ৰ ৰতিকান্তক গদাধৰ সিংহৰ দিনত নামৰূপত বধ কৰা হৈছিল আৰু নাতি উদিতৰাম ৰুদ্ৰসিংহৰ দ্বাৰা অনুগৃহীত হৈছিল।

আদৰ্শৰ অনুকূলে ব্যৱস্থাও হাতত লয়। গোপাল আতা আহোম ৰাজ্যৰ লোক-সকলৰ কাৰণে এই শ্ৰেণীৰ এজন ধৰ্মীয় নেতা আছিল। সেই বাবে তেওঁ উজনি অসমৰ সামাজিক জীৱনৰ অৱস্থালৈ চকু ৰাখি ধৰ্মীয় ব্যৱস্থা গঢ় দিয়াত গুৰুত্ব আৰোপ কৰিছিল। লগতে এনে ধৰণে আশাও কৰিছিল যে – এই ব্যৱস্থা সমূহেই আদৰ্শৰ অনুকূল মানসিক প্ৰস্তুতিৰো কাৰণ হৈ পৰিব। প্ৰথমতে আদৰ্শত গুৰুত্ব দিবলৈ গ'লে লোকবিশ্বাস আৰু লোকাচাৰৰ ওপৰত প্ৰবল আঘাত হোৱাৰ সম্ভাৱনা অস্বীকাৰ কৰিব নোৱাৰি; কিন্তু এনেধৰণৰ আঘাতে প্ৰচাৰ কাৰ্যত বাধাহে সৃষ্টি কৰিব, সহায় নকৰে। সেই বাবে লোক-ৰুচি পৰিবৰ্তনৰ কাৰণে কলাত্মক ব্যৱস্থাকেই প্ৰথম আৰু প্ৰধান সাধন স্বৰূপে গ্ৰহণ কৰা হ'ল। লগতে সমাজ, ব্যৱস্থা আৰু আদৰ্শ এই কেউটা বস্তুৰে সমন্বয়কাৰী ৰূপে থকা বিশিষ্ট ব্যক্তি গুৰুৰ স্থান সৰ্বোপৰি বুলি ধৰা হ'ল। ভকত, নাম আৰু দেৱ এই তিনিওটা বস্তু (সমাজ, ব্যৱস্থা আৰু আদৰ্শ বা চৰমলক্ষ্য) গুৰুতেই প্ৰকাশ পাই বুলি ধৰা হ'ল। এনেস্থলত গুৰুজন কেৱল ব্যক্তি বা পুৰুষ বিশেষেই নহয়, মহাপুৰুষ।

চৰম লক্ষ্য বা আদৰ্শ ৰূপে গ্ৰহণ কৰা একেটা চেতন সত্তাৰে প্ৰতীকক ব্যক্তিৰ স্তৰত গুৰু আৰু সমষ্টি বা সমাজৰ স্তৰত ভকত বোলা হয়। সিয়ে উপলব্ধিৰ স্তৰত নাম আৰু বিশ্ব-প্ৰকৃতিত সূক্ষ্ম শক্তিৰ স্তৰত দেৱতা হৈ পৰে। ভৱানীপুৰীয়া গোপাল আতাৰ পৰম্পৰাৰ কালজৰীয়া বা কালসংহতিৰ সত্ৰসমূহত এই চাৰিটা প্ৰতীকৰ ভিতৰত গুৰুৰ ওপৰতেই বেছি মহত্ত্ব আৰোপ কৰা হয় বুলি কথিত আছে (এই প্ৰসংগত সন্তমালাৰ পদ ৬০৮,৬০৯ দ্ৰঃ)। সম্ভৱতঃ গোপাল আতাৰ সময়ৰ পৰাই এই প্ৰথা আৰম্ভ হ'ল।

২) ধৰ্মপ্ৰচাৰৰ ব্যৱস্থাৰ ক্ষেত্ৰত পুৰুষোত্তম আৰু চতুৰ্ভুজ ঠাকুৰৰ লগত গোপাল-আতাৰ মতভেদ হৈছিল যদিও পুৰুষোত্তম ঠাকুৰৰ শেষ সময়ত গোপাল আতাৰ উপস্থিতি আৰু গোপাল আতাৰ শেষ সময়ত চতুৰ্ভুজ ঠাকুৰৰ উপস্থিতিয়ে তেওঁ-লোকৰ মাজত থকা ব্যক্তিগত আত্মীয়তাৰ পৰিচয় দাঙি ধৰে; কিন্তু তেওঁলোকৰ শিষ্য বা আজ্ঞাপৰ পৰৱৰ্তী আচাৰ্যসকলৰ মাজত তেনে আত্মীয়তা থকাটো সম্ভৱ নাছিল। গতিকে হৰিনাৰায়ণ দ্বিজকৃত ঠাকুৰ-চৰিতৰ ৩৬৯/৭০ পদত থকাৰ দৰে পুৰুষোত্তম ঠাকুৰে গোপাল আতাৰ শিষ্যসকলক এৰিলো বোলা কথাৰ প্ৰচাৰ হ'লত পুৰুষোত্তম ঠাকুৰৰ আজ্ঞাপৰ গুৰুসকলৰ লগতে বংশীগোপালদেৱৰ আজ্ঞাপৰ গুৰু-সকলেও কালসংহতিৰ গুৰুসকলৰ লগত কিছুক্ষেত্ৰত ভাল সম্পৰ্ক নৰখাটো অসম্ভৱ নাছিল। পদ্ম বা বদুলা আতাৰ আজ্ঞাপৰ আহোম ৰাজ্যৰ সম্প্ৰদায়ভিত্তি

নিকা সংহতিৰ গুৰুসকলেও যেন এই ক্ষেত্ৰত কালসংহতিৰ পক্ষ ল'লে। এনে স্থলত গোপাল আতাৰ আজ্ঞাপৰ গুৰুসকলেও নিজক এটা সুকীয়া সবল গোট ৰূপে দৃঢ় ভাবে সংগঠিত কৰিবলৈ উঠি-পৰি লাগিল এই উদ্দেশ্যে ৰচনাত্মক আৰু নিষেধাত্মক উভয় দিশতে তেওঁলোক সচেষ্ট হ'ল। সেই বিলাকৰ ভিতৰত দুটামান উদাহৰণ তলত দিয়া হ'ল।

ক) শিষ্যৰ সংখ্যা বৃদ্ধি :— কুলীন ব্ৰাহ্মণ কায়স্থৰ পৰা আৰম্ভ কৰি পাহাৰী জনজাতি পৰ্যন্ত সকলো স্তৰৰ শিষ্য এই কালসংহতিৰ গুৰুসকলে ভজাইছিল। আহোম স্বৰ্গদেউ শিৱসিংহৰ সময়ত বাৰেঘৰসত্ৰৰ শ্ৰীৰাম আতাই নগ্নে নগাসকলৰ ৰজা লথাখুনবাওকো এই ধৰ্মত শৰণ দিছিল। এতিয়া মন কৰিব লগীয়া যে— এই সকলো শ্ৰেণীৰ লোকৰ বাবে এনে ধৰণৰ আচাৰ-নীতি সম্ভৱ হ'ব নোৱাৰে। গতিকে কুলক্ৰিয়া আৰু আচাৰ-নীতিৰ ক্ষেত্ৰত এই গুৰুসকলে যথেষ্ট উদাৰতা অৱলম্বন কৰিব লগীয়া হৈছিল। লগতে সুকীয়া সুকীয়া স্তৰৰ জন গোষ্ঠীৰ মাজত থকা প্ৰাচীন ধৰ্মীয় বিশ্বাসকো কোনো কোনো ক্ষেত্ৰত আংশিক ভাবে হ'লেও স্বীকাৰ কৰিব লগীয়া হৈছিল। এনে অৱস্থাত মহাযানী বৌদ্ধ পৰম্পৰাৰ পৰা অহা লোক-ধৰ্ম গোপন ভাৱে সোমাই পৰাটো অসম্ভৱ নহয়। এনে কিছুমান কাৰণতে এই সংহতিৰ পৃথক্ পৃথক্ সত্ৰৰ গুৰু আৰু শিষ্যসকলৰ মাজত ব্যৱস্থাগত অনৈক্যই দেখা দিলেও গোপাল আতাৰ নামত তেওঁলোকৰ ঐক্য সুৰক্ষিত আছিল। এই ঐক্যই অসমবাসীসকলৰ সাংস্কৃতিক ঐক্য সাধনৰ ক্ষেত্ৰতো যথেষ্ট বৰঙণি আগ বঢ়াইছিল। এই ঐক্য আৰু উদাৰতাৰ মূলতে আছিল সংখ্যা বৃদ্ধিৰ প্ৰচেষ্টা।

খ) জাতীয়তা বোধ :— কামৰূপৰ দামোদৰ-পন্থীসকলে যি সময়ত চৈতন্য পন্থী লোকৰ প্ৰৰোচনা আৰু সাম্প্ৰদায়িকতাৰ ভিত্তিত নিজক শংকৰদেৱৰ সংগঠনৰ পৰা মুক্ত কৰিব নোৱাৰিলেও চৈতন্যদেৱৰ লগত জড়িত কৰিবলৈ সচেষ্ট হৈ নিজকে বিভাজনৱাদী কৰি তুলিছিল, সেই সময়ত আহোম ৰাজশক্তিৰ সমৰ্থনৰ বিৰুদ্ধে থিয় দিও কালসংহতিৰ গুৰুসকলে বংগদেশী শাক্ত আৰু বৈষ্ণৱ দুয়োটা মতৰ গ্ৰাসৰ পৰা মহাপুৰুষীয়া ধৰ্মৰ লগতে অসমৰ জাতীয়তাবোধকো ৰক্ষা কৰিছিল। ৰাজনৈতিক স্তৰলৈ উঠা মোৱামৰীয়া বিদ্ৰোহৰ কথা বাদ দিলেও, কেৱল সাংস্কৃতিক স্তৰতে এনে উদাহৰণৰ অভাৱ নাই। চলিহা বাৰেঘৰ সত্ৰৰ অধিকাৰ শ্ৰীৰামদেৱৰ সমকালীন দ্বিজবসুদেৱকৃত 'শ্ৰীৰামদেৱৰ চৰিত'ৰপৰা এনে এটা উদাহৰণ তলত দিয়া হৈছে —

গৌড়দেশী পণ্ডিতেও ৰাজাত কহিলা।
এহি কামৰূপে ধৰ্ম প্ৰকাশ নাছিলা ॥ ৪৪২

চৈতন্যদেৱৰ মতে কায়স্থ শংকৰ।
ইটো ৰাজ্যে নাম ধৰ্ম কৰিলা প্ৰচাৰ ॥
নৃত্য গীত বাদ্য সবে চৈতন্যদেৱৰ।
সত্ৰনাম অনুষ্ঠানো আঁহি চৈতন্যৰ ॥ ৪৪২
ধৰ্ম সূত্ৰে কামৰূপ বংগৰ অধীন।
মিছা নোবোলোহোঁ ৰাজা স্বৰূপ বচন ॥
শুনি ৰাজা মহন্ত সবক পুছিলেক।
কথা শুনি মহন্তসকল স্তম্ভিলেক ॥ ৪৪৩
*    *    *    *
হাসিয়া শ্ৰীৰামদেৱ কহিবাক লৈলা।
চৈতন্যৰ শিষ্যে মিছা কথাকে কহিলা ॥ ৪৪৪
গীতা ভাগৱত আদি নিবৃত্তি শাস্ত্ৰৰ।
শ্ৰীমন্ত শংকৰে তাৰ কৰি সাৰোদ্ধাৰ ॥
নাম ধৰ্ম শ্ৰৱণ ভজন ভক্তিসাৰ।
প্ৰকাশি কৰিলা তেন্তে জগত উদ্ধাৰ ॥ ৪৪৫
*    *    *    *
সত্ৰনাম অনুষ্ঠানো শ্ৰীশংকৰ মত ॥
যিবা গীত নৃত্যবাদ্য শংকৰদেৱৰ।
তাৰ কথা কহোঁ শুনিয়োক নৰবৰ ॥ ৪৪৬
*    *    *
শ্ৰীৰামৰ বাক্যে গৌড় দেশীয় পণ্ডিত।
উত্তৰ নপায়া ভৈলা পৰম লজ্জিত ॥ ৪৫০
দেখি ৰাজা শ্ৰীৰামদেৱক প্ৰশংসিলা।
বঙালৰ হন্তে মোৰ ৰাজ্য ৰক্ষা কৈলা ॥

শংকৰ-মাধৱৰ আদৰ্শৰ পাছত সাংস্কৃতিক ব্যৱস্থাৰ লগতে পৃথক্ পৃথক্ স্তৰৰ সামাজিক গোটসমূহক এটা সংগঠনৰ মাজলৈ অনা প্ৰয়োজন-বোধটোৱে ভৱানীপুৰীয়া গোপালক তৎকালীন আনসকল গুৰুতকৈ এখোজ আগ বঢ়ালে। এই দৰে সামাজিক গতিশীলতাৰ দৃষ্টিত গোপালদেৱৰ আদৰ্শই ভৱিষ্যৎ নিৰ্মাণৰ ক্ষেত্ৰত থকা এটা অভাৱ পূৰ কৰিলে। হয়তো এই দিশৰ পৰা উজনিৰ কাল সংহতি-পৰম্পৰাৰ গুৰুসকলে গোপাল আতাক 'পূৰ্ণগোপাল' বুলিছিল; + কিন্তু

+ গোপাল আতাই মাধৱদেৱৰ পৰা ধৰ্ম-প্ৰচাৰৰ বাবে অনুমতি লাভ কৰাৰ আগৰে পৰাই ধৰ্মৰ কথা কৈ সাধাৰণ লোকৰ মাজত গুৰুৰ দৰে প্ৰতিষ্ঠা লাভ কৰিছিল; কিন্তু গুৰু বুলি সম্পূৰ্ণ স্বীকৃতি পোৱা নাছিল। মাধৱদেৱৰ আজ্ঞা পোৱাৰ পাছত তেওঁ গুৰু ৰূপে সম্পূৰ্ণ মান্যতা লাভ কৰিলে। সেই বাবেই 'মাধৱৰ বাক্যে পূৰ্ণ গোপাল' উক্তি পাছৰ চৰিতকাৰে নিজৰ গ্ৰন্থত দিছে যেন ধাৰণা হয়।

পাছত এই 'পূৰ্ণ' শব্দটোৰ বিকৃত অৰ্থ গ্ৰহণ কৰা হ'ল। গোপন তান্ত্ৰিক ধৰ্মৰ লগতো 'পূৰ্ণ' শব্দৰ সম্বন্ধ স্থাপন কৰি গোপাল আতাক অশাস্ত্ৰীয় ধৰ্মৰ লগত জড়িত কৰা হ'ল +। লগতে গোপালআতাৰ সমকালীন আনসকল গুৰুৰ কেৱল শাস্ত্ৰীয় মতটো ধৰ্মৰ দৃষ্টিত অপূৰ্ণ বুলি আওপকীয়াকৈ কোৱা হ'ল। এনেবোৰ কথাই বৰ্তমান যুগতো মাজে মাজে সামাজিক বাতাৱৰণ দূষিত কৰি থকা দেখা যায়।

গ) **সাংস্কৃতিক উন্নয়ন-ব্যৱস্থা** :— সমাজৰ পৰা অন্ধ বিশ্বাস দূৰ কৰিবৰ বাবে লোক-ৰুচি উন্নত কৰাটোৱেই সৰ্বশ্ৰেষ্ঠ উপায়। এই কাৰণেই শংকৰদেৱৰ ধৰ্মীয় ব্যৱস্থাটো সাংস্কৃতিক উন্নয়নৰ এটা প্ৰধান উপায় হৈ পৰিছিল। শংকৰদেৱৰ পৰম্পৰাৰ সকলো সংহতিৰ সত্ৰতে শাস্ত্ৰ-পাঠ, নাম-কীৰ্তন, গীত-নৃত্য, অভিনয় প্ৰভৃতি কলাত্মক সাধনসমূহে বিশিষ্ট স্থান অধিকাৰ কৰি আহিছে ; কিন্তু এই সাধনসমূহক অতি পিছ পৰা সম্প্ৰদায়ৰ মাজত জনপ্ৰিয় কৰি তোলাৰ ক্ষেত্ৰত সম্ভৱতঃ কালসংহতিৰ সত্ৰসমূহৰেই প্ৰভাৱ আনসকল সত্ৰতকৈ বেছি। এই উদ্দেশ্য আগত লৈয়েই সত্ৰৰ অধিকাৰসকলে গীত-নাট ৰচনা কৰাটো প্ৰায় এৰিব নোৱৰা নিয়মত পৰিণত কৰিছিল। সেই কাৰণে এই সংহতিৰ গুৰুসকলে ৰচনা কৰা গীত-নাট প্ৰভৃতি কলাত্মক সাহিত্য আৰু তত্ত্বপূৰ্ণ পদ-পুথিৰ পৰিমাণ চকুত লগা বিধৰ।

ঘ) **গৃহ-কলহ** :— কালসংহতিৰ সত্ৰসমূহৰ ভিতৰত বৰযদুমণিৰ বা হিঙ্গুলীয়া যদুমণিৰ পৰম্পৰা আৰু অনিৰুদ্ধৰ পৰম্পৰাতে শিষ্যৰ সংখ্যা সৰ্বাধিক। বৰযদুমণিৰ পছেতো পাঁচ পুৰুষ মানলৈকে নতুন আজ্ঞাপৰ গুৰুৰ সত্ৰ সৃষ্টি হৈছিল। যদুমণিৰ পুত্ৰ সনাতনৰ পৰা হোৱা দিহিং সত্ৰৰ প্ৰতিষ্ঠা এই সকলৰ ভিতৰত আনতকৈ বেছি। অনিৰুদ্ধৰ পৰম্পৰাত মায়ামৰা সত্ৰৰো শিষ্য-সংখ্যা চকুত লগা বিধৰ। এই গুৰুসকলৰ প্ৰভাৱ আহোম ৰাজ্যৰ পূৰ্বাঞ্চলৰ বিবিধ সম্প্ৰদায়ৰ লোকৰ মাজত যথেষ্ট দেখা গৈছিল। ইফালে শৰাইঘাটৰ যুদ্ধৰ পাছত আহোম শাসকসকলৰ মাজত হোৱা গৃহ-কন্দলে তেওঁলোকৰ ৰাজনৈতিক আৰু প্ৰশাসনীয় গাঠনি শিথিল কৰি পেলাইছিল। ইতিমধ্যে দিল্লীত মোগল-শাসন দুৰ্বল হৈ নহা হ'লে মোগলৰ আক্ৰমণে আহোম-শাসনৰ পৰিসমাপ্তিকে ঘটালেহেঁতেন। ঔৰংগজেৱৰ শাসন (খ্ৰীঃ ১৬৫৯—১৭০৭) ক্ৰমে দুৰ্বল হৈ অহা বাবে খ্ৰী° ১৬৮২ ৰ ইটাখুলিৰ ৰণৰ পাছত

+ ভৱানীপুৰীয়া গোপাল আতাৰ পৰম্পৰাৰ কিছুমান সত্ৰত প্ৰচলিত পূৰ্ণসেৱা, পূৰ্ণবিহাৰ প্ৰভৃতি ধৰ্মীয় অনুষ্ঠানে অন্য লোকৰ মনত এই ভাৱ দৃঢ় কৰি তোলে। এনেভাৱ দূৰ হ'বৰ কাৰণে সত্ৰীয়া গুৰুসকলে স্পষ্টীকৰণ দিয়া উচিত।

মোগল আক্ৰমণ পুনৰ নহ'ল ; কিন্তু ৰাজনৈতিক আক্ৰমণৰ পৰিবৰ্তে বংগদেশীয় সাংস্কৃতিক আক্ৰমণে শাসন আৰু শাসিতৰ মাজত থকা আত্মীয়তাৰ বান্ধোন ছিঙি পেলাইছিল। ৰুদ্ৰসিংহৰ সময়ৰে পৰা (খ্ৰী° ১৬৯৬—১৭১৪) আহোম-শাসক সকলে বংগদেশী শাক্তমতত দীক্ষিত হৈ নিজৰ মাজতে সাংস্কৃতিক অনৈক্য বঢ়াই তোলাৰ বাট মুকলি কৰি দিছিল। তেওঁলোকে বংগৰ পৰা অনা শাক্তধৰ্মক ৰাজধৰ্ম কৰি প্ৰজাৰ ওপৰতো ৰাজধৰ্ম জাপি দিয়াৰ প্ৰচেষ্টাৰে প্ৰজাৰ মাজত বিভাজন সৃষ্টি কৰিছিল। গৃহ-কন্দল আৰু অদূৰদৰ্শিতাৰ ফলত নিজৰ প্ৰশাসনীয় দক্ষতা হেৰুৱাই অহা আহোম শাসকসকলে প্ৰজাৰ মাজত বিকশিত হৈ উঠা সাংস্কৃতিক আৰু সামাজিক ঐক্যও এই দৰে নষ্ট কৰি পেলাইছিল। মোৱামৰীয়া বিদ্ৰোহ ইয়াৰেই চৰম পৰিণতি স্বৰূপ।

ৰজা আৰু প্ৰজাৰ মাজত সদ্ভাৱ বাঢ়িবলৈ আৰু সাংস্কৃতিক ঐক্যও দৃঢ় হ'বলৈ জয়ধ্বজসিংহৰ সময়ৰ পৰা আৰম্ভ কৰি ল'ৰা ৰজাৰ সময়লৈকে আহোম স্বৰ্গদেউ সকলে হিন্দু ধৰ্মগ্ৰহণ কৰিছিল। গদাধৰ সিংহৰ দিনত ভক্তিধৰ্ম আৰু সাংস্কৃতিক সাধনাতকৈয়ো সামন্তী প্ৰতিপত্তিৰহে প্ৰাদুৰ্ভাৱ বেছি হোৱা যেন দেখি চাৰি সত্ৰীয়া গোসাঁইসকলক আৰু পাছ পৰা সম্প্ৰদায়বোৰৰ মাজত সংগঠনৰত হোৱা কাল সংহতিৰ গোসাঁইসকলক সন্দেহৰ চকুৰে চোৱা হৈছিল। ৰুদ্ৰসিংহৰ সময়ৰ পৰা ধৰ্মৰ ক্ষেত্ৰত ৰজাঘৰীয়া দৃষ্টিভংগীয়ে সুকীয়া ৰূপ ল'লে। সম্ভৱতঃ মহাপুৰুষীয়া বৈষ্ণৱসকলৰ প্ৰতি ৰজাঘৰীয়া লোকৰ মনত সৃষ্টি হোৱা সন্দেহৰ সুবিধা লৈয়ে তেতিয়া বংগদেশী মতৰ সমৰ্থকসকলে ভেদনীতি প্ৰয়োগ কৰিলে। শিৱসিংহৰ সময়ত এই ভেদনীতিৰ ফলতেই শিষ্যৰ লগতে মায়ামৰীয়া মহন্তও দণ্ডৰ ভাগী হ'ল। ধৰ্ম, সংস্কৃতি আৰু জাতীয়তাবোধ কেউটাই ৰাজনীতিৰ খেলৰ স'জুলি হৈ পৰিল। একে জন ভৱানীপুৰীয়া গোপাল আতাৰে শিষ্য বৰ যদুমণিৰ বংশধৰে তেতিয়া অনিৰুদ্ধৰ বংশধৰ মায়ামৰা মহন্তৰ বিৰুদ্ধে আহোম ৰজাক সহায় কৰিবলৈ ল'লে। তাৰ বাবে দিহিঙৰ মহন্তই আহোম ৰজাৰ চ'ৰাত এখন আসন আৰু লিগিৰা পালে। এই দৰে খ্ৰী° ১৭ শতিকাৰ শেষ ছোৱাত আৰম্ভ হোৱা ৰাজনৈতিক আৰু সাংস্কৃতিক গৃহ-কলহে সম্পূৰ্ণ ১৮ শতিকাৰ সময় ছোৱাত ব্ৰহ্মপুত্ৰ উপত্যকাৰ পূৰ্বাঞ্চলৰ সামাজিক জীৱনক বিকল কৰি পেলালে। আহোম-শাসকসকলে ৰাজনীতিত নামিবলৈ বাধ্য কৰা মায়ামৰীয়া মহন্তৰ শিষ্যসকলৰ মাজতো তেতিয়া ৰজাঘৰৰ বিৰুদ্ধে দৃঢ় সংগঠন পৰিলক্ষিত হ'ল। তাৰফলত ধৰ্মীয় সমাজত মায়ামৰা সত্ৰৰ মহন্ত আৰু শিষ্য সকলোৱেই ৰাজদ্ৰোহী বুলি নিন্দাৰ পাত্ৰ হ'ল। তেওঁলোকৰ লগত আনসকলৰ জুই-পানীৰ নিষেধ কৰা হ'ল।

৬) ৰাজদ্ৰোহ ঃ— মোৱামৰীয়া বিদ্ৰোহ নামে পৰিচিত ৰাজনৈতিক বিপ্লৱৰ লগত জড়িত হৈ পৰা মায়ামৰা সত্ৰৰ মহন্তসকলহে যে আহোম-শাসনৰ বিৰুদ্ধে উঠিছিল, এনে নহয়। আন মহন্তসকলৰ ভিতৰতো ৰাজসত্তাৰ বিৰুদ্ধে মনোভাৱ গঢ় লৈ উঠিছিল যেন অনুমান হয়। তুংখুঙীয়া বুৰঞ্জীত থকা 'পানীমুৱাৰ খবৰ' এই শ্ৰেণীৰ এটা উদাহৰণ। ৰাতিখোৱা, ৰীতিয়া বা অৰীতিয়া নামে পৰিচিত গোপান ধৰ্মৰ লগত এই কাহিনী জড়িত। এই সম্প্ৰদায় বা গোপন ধৰ্মৰ লগত জড়িত কৰা মহন্তৰ নাম বুৰঞ্জীয়ে মতভেদ নথকাকৈ দিব পৰা নাই যদিও, যি দুটা নাম দিছে, সেই দুয়োটা কালসংহতিৰ সত্ৰৰ নাম। এই মতে ১৭২৪ শকত (খ্ৰী ১৮০২ চনত) ৰজা আৰু পূৰ্ণানন্দ বুঢ়াগোহাঁইক মাৰিবলৈ ষড়যন্ত্ৰ কৰা পানীমুৱাক ধৰি নি বধ কৰা হয়। পানীমুৱাই ৰীতিয়া মতত চলি ৰাতি সকাম পাতে আৰু তাতে ৰজাৰ বিৰুদ্ধেও আলোচনা কৰে। পানীমুৱাৰ দলত হেনো পাঁচশতকৈয়ো বেছি মানুহ আছিল। এই সম্বন্ধে বুৰঞ্জীত থকা দুটামান উদাহৰণ তলত দাঙি ধৰা হ'ল।

১) পানীমুৱা নামে এক আছিল আসোম।
অৰীতিয়া কৰ্ম কৰি ফুৰয় অধম ॥ ৬৫৭ ।
*　　*　　*
ভক্ষ্য অভক্ষ্য জন্তু সবাকে গোটাই।
সেহিমতে পানীমুৱা ৰাতি ভৈলে খায় ॥
মদ্য পান কৰে সবে দিগম্বৰ হুই।
টোকাৰী বজায়া তাহাৰেসে নাম গায় ॥ ৬৬০

(পদ্য বুৰঞ্জী দুতিৰাম হাজৰিকা)

২) "* * সেই ৰীতিয়া মতে প্ৰবৰ্তা কাটনীপাৰৰ মহন্ত ব্ৰাহ্মণ সুনন্দক গাধত তুলি মদ ঢালি খেদিলে। সেই প্ৰস্তাৱতে স্বৰ্গদেৱে ৰীতিয়া নপ্ৰবৰ্তিবৰ নিমিত্তে সকল মহন্তৰ গাঁওপৰীয়া মেধিবোৰক অনাই সুধিবলৈ দুৱৰাৰ বৰবৰুৱাক আজ্ঞা কৰিলে।" (ড০সূৰ্যকুমাৰ ভূঞা সম্পাদিত চন ১৯৩২, শ্ৰীনাথ দুৱৰা বৰবৰুৱাৰ তুংখুঙীয়া বুৰঞ্জী পৃঃ ৩১)।

৩) পানীমুৱাই গজলা মহন্তৰ লগ লৈ ৰজাৰ বিৰুদ্ধে অস্ত্ৰ ধৰিবলৈ মন্ত্ৰণা কৰিছিল। এই মহন্তই ৰাতিখোৱা ধৰ্মও প্ৰবৰ্তাইছিল। ৰজাই বিচাৰ কৰি দোষী পাই মহন্তক হাতীত তুলি হাবিলৈ খেদিলে। (সাতসৰী ষষ্ঠ বুৰঞ্জী পৃ০১৭৮)

মন কৰিব লগীয়া যে— সত্ৰ আৰু মহন্তৰ পৰিচয়ৰ ক্ষেত্ৰত বুৰঞ্জী লেখকৰ তথ্য ত্ৰুটিপূৰ্ণ। কাটনীপাৰৰ মহন্ত ব্ৰাহ্মণ নহয়। আন হাতে দুজন লেখকে দুখন সত্ৰৰ নাম কৈছে। অৱশ্যে দুয়োখন সত্ৰই কালসংহতিৰ অন্তৰ্ভুক্ত। খ্ৰী০১৮০২

চনৰ পানীমুৱাৰ বিবৰণ ১৮০৩ চনত লিখোঁতে তথ্য ভুল হোৱা কথাটোৱে বুৰঞ্জীৰ নিৰ্ভৰযোগ্যতাৰ ওপৰত বহুত সময়ত সন্দেহৰ ছাঁ পেলায়। পদ্যবুৰঞ্জী মতে পানী-মুৱাও আহোম আছিল। আহোমে আহোম-শাসনৰ বিৰুদ্ধে কিয় ষড়যন্ত্র কৰিছিল, সিও বিচাৰ্য বিষয়।

চ) **আদৰ্শ-বিপৰ্যয় :—** আদৰ্শ-বিপৰ্যয়ৰ লগত ধৰ্মীয়, সামাজিক, ৰাজনৈতিক আৰু সাহিত্যিক বিপৰ্যয়ৰ কাহিনীও জড়িত হৈ আছে। এই সকলো কথাৰ বিতং আলোচনা এটা বহল পৰিসৰৰ বস্তু ; কিন্তু আমি এই প্ৰসংগত শংকৰদেৱৰ পৰম্পৰাৰ লগত সম্পৰ্ক থকা দুটা মান কথাৰ ফালেহে পাঠকসকলৰ দৃষ্টি আকৰ্ষণ কৰিব খুজিছোঁ। এই ক্ষেত্ৰত আমাৰ সিদ্ধান্তসমূহ চৰমসিদ্ধান্ত বুলি ধৰি নলৈ বিচাৰশীল লোকক ভাবি চাবৰ কাৰণে দিয়া একোটা প্ৰশ্নৰ দৰে ধৰি ল'লেহে প্ৰকৃততে আমাৰ আলোচনা যথাৰ্থৰ দিশত আগ বাঢ়িব বুলি আশা কৰিব পাৰি। লগতে অতীতত হৈ যোৱা ভুলবোৰৰ লগত নিজক জড়িত কৰি অন্ধ আৱেগৰ দৃষ্টিৰে যাতে নতুনকৈ ভুলকৰাৰ পথ বাছি লোৱা নহয়, তাৰ বাবেও সচেতন হোৱাটোহে উচিত বুলি বিবেচনা কৰোঁ। ইতিহাসক ইতিহাস বুলিহে গ্ৰহণ কৰা উচিত; কিন্তু ইতিহাসৰ সাৰ্থকতা কেৱল অতীতৰ সোঁৱৰণতে সীমাবদ্ধ নহয়, তাৰ সাৰ্থকতা নতুন সৃষ্টিৰ অনুপ্ৰেৰণাতহে লুকাই আছে। এই দৃষ্টিত তলত দিয়া কথাকেইটা বিবেচনাযোগ্য।

১) গুৰু-বিপৰ্যয়েই আদৰ্শ-বিপৰ্যয়ৰ কাৰণে পটভূমি সৃষ্টি কৰিলে। গুৰু-বিপৰ্যয়ৰ ভিত্তিত সৃষ্টি হোৱা মতানৈক্যৰ সুযোগ লৈ তৃতীয় পক্ষই বংগদেশীয় প্ৰভাৱ বিস্তাৰৰ ক্ষেত্ৰত ভালেখিনি আগ বাঢ়ি যাব পাৰিলে। খ্ৰীঃ ১৬ শতিকাৰ মাজভাগৰ পৰা গৌড়ীয় বৈষ্ণৱসকলৰ প্ৰচাৰ কাৰ্য চলি অহা কথা আগতেই কোৱা হৈছে। মথুৰাদাস বুঢ়া আতা আগতে বংগদেশী মতৰ লোক আছিল। সেই দৰে আৰু বহুজনেই এই শ্ৰেণীৰ লোক আছিল। গুৰু-বিপৰ্যয়ৰ সুযোগতে তেওঁলোকে দামোদৰদেৱক চৈতন্যমতৰ শ্ৰেণীলৈ টানি নিয়াৰ ক্ষেত্ৰত ভালেখিনি সফলতা লাভ কৰিলে। গতিকে ধৰ্মৰ ক্ষেত্ৰত আদৰ্শৰ বিপৰ্যয় আৰম্ভ হ'ল।

২) চৈতন্য-পন্থত ভাগৱত পুৰাণতকৈ ব্ৰহ্মবৈবৰ্ত পুৰাণৰ আৰু শ্ৰৱণ-কীৰ্তন আদি নৱধাভক্তিতকৈ 'ৰাধা'-ভাৱ'ৰ ওপৰতহে গুৰুত্ব বেছি। এই সম্পৰ্কে পাছত বহলাই আলোচনা কৰা হ'ব। 'ৰাধা-ভাৱ'ৰ মূলত বৌদ্ধপৰম্পৰাৰ পৰা অহা সহজসাধনা বা 'সহজিয়া' মতৰ প্ৰেৰণাই কাম কৰিছে। পুৰুষ সংহতিৰ সংৰক্ষণশীল মহাপুৰুষীয়া মতকো ঠায়ে ঠায়ে এই ৰাধাভাৱ বা সহজিয়া মতে প্ৰভাৱিত কৰি গোপীধৰা ভক্তিৰ সৃষ্টি কৰিব পাৰে। এই দিশত বহল আলোচনা বা গৱেষণা হোৱা নাই।

৩) ভাৰতবৰ্ষৰ সকলো ঠাইৰে নৱবৈষ্ণৱ আন্দোলনে জাতিভেদ বা সাম্প্ৰদায়িক সংকীৰ্ণতা সম্পূৰ্ণ দূৰ কৰিব পৰা নাছিল যদিও, কম-বেছি পৰিমাণে এই সংকীৰ্ণতা হ্ৰাস কৰি আনিছিল। শংকৰদেৱৰ ধৰ্ময়ো এই দিশত যথেষ্ট সফলতা লাভ কৰিছিল। দামোদৰদেৱেও অব্ৰাহ্মণ মনোহৰক ধৰ্মাচাৰ্য পাতিছিল। বংশীগোপালদেৱেও শ্ৰৱণী আৰু ঢাপলিয়াল সত্ৰৰ মূল আচাৰ্যসকলক ধৰ্মগুৰু পাতোঁতে জাতিৰ বিচাৰ কৰা নাছিল। এই দুয়োখন ব্ৰহ্মসংহতিৰ সত্ৰৰ গুৰুসকল অব্ৰাহ্মণ। গোপাল আতাৰ পৰম্পৰাত অব্ৰাহ্মণ গুৰুৰ ব্ৰাহ্মণ শিষ্য আজিলৈকে ঠায়ে ঠায়ে আছে। পুৰুষোত্তমঠাকুৰ, চতুৰ্ভুজ ঠাকুৰ, কনকলতা আই আৰু বদুলা আতাৰ আজ্ঞাপৰ গুৰুসকলবো আধাাধিনি ব্ৰাহ্মণ। নিকাসংহতিৰ প্ৰধান সত্ৰ কমলাবাৰীৰ মূলসত্ৰৰ অধিকাৰ কায়স্থহে আছিল। ইংৰাজ-আমোলতহে উত্তৰ-কমলাবাৰী বা গ্ৰাণ্টসত্ৰ নাম দিয়া নতুন শাখাত ব্ৰাহ্মণ গুৰুৰ পৰম্পৰা আৰম্ভ হয়। এই দৰে ধৰ্ম আৰু সমাজৰ বিকাশৰ লগত সম্পৰ্ক ৰাখি ওপৰ ফালৰ পৰা সাম্প্ৰদায়িকতাটো হ্ৰাস কৰি অনা হৈছিল। সমাজৰ অবিকশিত স্তৰৰ লোককো বৈষ্ণৱশীল-শিক্ষাৰ যোগেদি ধীৰে ধীৰে ওপৰলৈ তোলাৰ যত্ন কৰি অহা হৈছিল ; কিন্তু মহাপুৰুষীয়া ধৰ্মৰ এই প্ৰচেষ্টাক প্ৰথমতে কামৰূপৰ ফালে গৌড়ীয় বৈষ্ণৱসকলে সাহিত্যৰ যোগেদি আৰু পাছত আহোম ৰাজ্যত প্ৰশাসনীয় ক্ষমতাৰ যোগেদি ক্ষতিগ্ৰস্ত কৰা দেখা গ'ল। তলত দুটামান উদাহৰণ দাঙি ধৰা হৈছে।

(ক) শংকৰদেৱ ব্ৰাহ্মণ নহয় কাৰণেই শূদ্ৰ বুলি কৈ দামোদৰদেৱক চৈতন্য পন্থৰ বুলি কোৱাৰ চেষ্টা দামোদৰদেৱৰ চৰিতত কৰা হৈছে (দ্ৰঃ নীলকণ্ঠ ৰচিত দামোদৰদেৱ-চৰিত পদ সং ২৭২ । শংকৰদেৱৰ জীৱন-চৰিতবোৰতো সেই সময়ৰ বিপক্ষ ব্ৰাহ্মণসকলে শংকৰদেৱে শূদ্ৰ হৈ ধৰ্ম প্ৰচাৰ কৰা আৰু বেদ-শাস্ত্ৰ নমনা বুলি কৈ নানা অপপ্ৰচাৰ কৰাৰ লগতে ৰজাৰ ওচৰতো গোচৰ দিয়াৰ বিবৰণ পোৱা যায় ; কিন্তু আহোম ৰজা আৰু কোচ ৰজা কাৰো ৰাজ সভাতেই ব্ৰাহ্মণ-সকলৰ গোচৰে শংকৰদেৱক দোষী সাব্যস্ত কৰিব পৰা নাছিল। তাৰ বিপৰীতে শাস্ত্ৰ-জ্ঞানৰ ক্ষেত্ৰত যে ব্ৰাহ্মণ বুলি অভিমান কৰা সকলতকৈ শূদ্ৰ বুলি নিন্দিত শংকৰদেৱ-মাধৱদেৱ প্ৰভৃতি লোকসকলহে বেছি আগবঢ়া, সেই কথাও প্ৰমাণিত হৈছিল ; কিন্তু ৰুদ্ৰসিংহৰ সময়ত বংগদেশীয় পণ্ডিতৰ আহোম ৰাজসভাত

প্ৰতিপত্তি বাঢ়িল। + সেই বাবে তেওঁৰ দিনত 'শূদ্ৰমেধি সকলক ব্ৰাহ্মণসকলে' সেৱা কৰাটো নিষিদ্ধ কৰা হ'ল।

(খ) ৰুদ্ৰসিংহৰ দিনতেই প্ৰথমতে বংগদেশৰ পৰা শাক্তমতৰ ব্ৰাহ্মণ গুৰু অনা হৈছিল। শিৱসিংহই শাক্ত ব্ৰাহ্মণ গুৰুৰ পৰা দীক্ষাও গ্ৰহণ কৰিছিল। শিৱসিংহৰ গুৰু কৃষ্ণৰাম ন্যায়বাগীশে অসমত প্ৰচলিত প্ৰাচীন স্মাৰ্ত ব্যৱস্থাৰ পৰিবৰ্তে বংগৰ নতুন স্মাৰ্ত ব্যৱস্থা প্ৰচলন কৰিবলৈ বিচাৰিছিল ; কিন্তু প্ৰাচীন মতৰ পণ্ডিতসকলক তেওঁ যুক্তিত পৰাস্ত কৰিব নোৱৰা কাৰণে নতুন শাক্তমত গ্ৰহণ নকৰা সকলে প্ৰাচীন মতকে মানি চলাৰ বিধান ৰজা ঘৰেও বাধ্য হৈ দিব লগীয়া হ'ল। তথাপি গুৱাহাটীৰ সকলো মন্দিৰৰ পূজা-ব্যৱস্থা পৰ্বতীয়া শাক্ত গোসাঁইৰ বিধান মতে চলাৰ নিয়ম হ'ল (দ্ৰ° হৰকান্ত বৰুৱা সদৰ আমিনৰ বুৰঞ্জী)। এই দৰে অসমৰ সমাজ-ব্যৱস্থাত দুই শ্ৰেণীৰ স্মাৰ্ত বিধান চলিবলৈ ধৰিলে।

(গ) ৰজাঘৰীয়া গুৰুসকল শাক্ত আৰু ব্ৰাহ্মণ হোৱা কাৰণে অধিক সংখ্যক প্ৰজাৰে বৈষ্ণৱ আৰু অব্ৰাহ্মণ গুৰুক যথা ক্ৰমে নিম্নস্তৰৰ বুলি সমাজত ঠাই দিয়া হ'ল। সদৰামিনৰ বুৰঞ্জীত আছে—আহোম ৰজাই পৰ্বতীয়া গোসাঁইক অধিক মৰ্যাদা দিছিল, চাৰি সত্ৰীয়াক পৰ্বতীয়াতকৈ কম আৰু আন সকলকো নানা শ্ৰেণীত বিভক্ত কৰিহে সন্মান দেখুৱাইছিল। শ্ৰীনাথ দুৱৰা বৰুৱাৰ তুংখুঙীয়া বুৰঞ্জীত আছে— ফুলেশ্বৰী ৰাণী হৈ থাকোঁতে "ঠাকুৰীয়া মহাজনসকলক আনি আউনি-আটিত, গড়মূৰত সেৱা কৰাই শ্ৰীমূৰ্তি-ভাগৱত, শালগ্ৰাম, দেউৰী, ভাগৱতী দি পূজা সেৱা কৰিব দিলে আৰু অনেক অপকাৰ কৰিলে।' (পৃঃ ৩৮)

(ঘ) চৰিত পুথিসমূহত ধৰ্মাচাৰ্যসকলৰ কাৰণে 'মহন্ত' শব্দৰহে প্ৰয়োগ দেখা যায়। বুৰঞ্জী গ্ৰন্থবিলাকতো আউনিআটি, দক্ষিণপাট প্ৰভৃতি সত্ৰসমূহৰ অধিকাৰসকলক মহন্তহে বোলা হৈছে। পাছত ৰাজকীয় অহি লোৱা অধিক

---

+ বংগদেশী মতৰ প্ৰভাৱতেই শ্ৰীকৃষ্ণজন্মোৎসৱৰ ঠাইত শ্ৰীকৃষ্ণৰ জন্মাষ্টমী শব্দটো প্ৰচলিত হোৱাটো সম্ভৱ। ভাগৱত পুৰাণত ৰোহিণী নক্ষত্ৰৰহে উল্লেখ আছে, অষ্টমী তিথিৰ উল্লেখ নাই। জন্মত নক্ষত্ৰৰহে গুৰুত্ব, তিথিৰ গুৰুত্ব নাই। ব্ৰহ্মবৈবৰ্ত পুৰাণত নক্ষত্ৰৰ পৰিবৰ্তে তিথিৰ উল্লেখ কৰিছে। মহাপুৰুষীয়া বৈষ্ণৱে ভাগৱতৰ মতে ৰোহিণী নক্ষত্ৰত কৃষ্ণ-জন্মোৎসৱ পাতিছিল। পাছত বংগদেশী আদৰ্শত অষ্টমী তিথিৰ প্ৰভাৱ পৰি 'জন্মাষ্টমী' পতা হ'ল। মথুৰা, ৰাজস্থান আদিতো নক্ষত্ৰহে মানে, তিথি নামানে। একেদিনাই অষ্টমী তিথি আৰু ৰোহিণী নক্ষত্ৰ নপৰা বাবে অসমত মাজে-সময়ে কৃষ্ণ-জন্ম দিন দুদিনীয়া হয়। চান্দ্ৰমাসৰ বাবে শাওণত পৰাটো সুকীয়া কথা।

ভূ-সম্পত্তিৰ অধিকাৰী মহন্তসকলক গোস্বামী বা গোঁসাই বোলা প্ৰথা চলিল। গতিকে ব্ৰাহ্মণ-অব্ৰাহ্মণ নিৰ্বিশেষে সামন্তী আঁহি লোৱা গুৰুসকল গোঁসাই আৰু সাধাৰণ অৱস্থাৰ গুৰুসকল মহন্ত হৈ দুটা শ্ৰেণীত বিভক্ত হ'ল। কমলাবাৰী, দিহিং, বেঙেনাআঁটি আদি সত্ৰৰ গুৰুসকল অব্ৰাহ্মণ হ'লেও গোস্বামী বা গোঁসাই নামেৰে পৰিচিত হ'ল ; কিন্তু ইংৰাজ শাসনৰ আৰম্ভ কালৰে পৰা বংগীয় প্ৰভাৱ বেছিকৈ বাঢ়ি যোৱাৰ লগে লগে গুৰুসকলৰ উপাধিটো লৈ চাই সম্প্ৰদায় বুজিবৰ সুবিধাৰ অৰ্থে ব্ৰাহ্মণসকলক গোস্বামী আৰু অব্ৰাহ্মণসকলক মহন্ত বোলা সূত্ৰ উলিয়াই লোৱা হ'ল। তথাপি সামন্ত সূচক গোঁসাই শব্দটো অনেক অব্ৰাহ্মণ গুৰুৰ মাজত থাকি যোৱা কাৰণে এই সূত্ৰও সম্পূৰ্ণ সাৰ্থক নহ'ল। আনহাতে পুৰণি অসমীয়া সাহিত্যত গোঁসাই শব্দটো ধৰ্মীয় গুৰুত্বসূচক শব্দ নাছিল। মাধৱকন্দলিৰ ৰামায়ণত ৰাৱণকো গোঁসাই বুলিছে। হনুমানে মধুবন ধ্বংস কৰিলত ৰাক্ষসিনী কিছুমানে গৈ ৰাৱণৰ ওচৰত নিবেদন কৰিছে—

> আদেশিয়োঁ গোঁসাই উদ্যান ভৈল ক্ষয়।
> বানৰৰ কাৰণে ৰাক্ষসী নিজীৱয় ॥৪০৩৫।

শংকৰদেৱ, বংশীগোপালদেৱ আদি গুৰুসকলৰ চৰিত-পুথিত থকা মতে শংকৰদেৱৰ বুঢ়ীমাকৰ পৰা আৰম্ভ কৰি, তেওঁৰ পত্নী, নাতিবোৱাৰী প্ৰভৃতিলৈকে সকলো-সন্মানিত মহিলাক গোঁসানী বোলা হৈছে। গতিকে গোঁসাই-মহন্ত আদি উপাধি-বোৰক লৈয়ো সাম্প্ৰদায়িকতাৰ সৃষ্টি কৰা হৈছে। +

(ঙ) অসমৰ ধৰ্মীয় সমাজত 'শূদ্ৰ' শব্দটোৰ প্ৰয়োগো মন কৰিব লগীয়া। সমাজত বিধি-ব্যৱস্থা দিয়া যিসকললোকে মনুসংহিতা পঢ়ি চাইছে, তেওঁলোকে নিশ্চয় জানে যে - অসমত প্ৰকৃতাৰ্থত শূদ্ৰৰ লক্ষণযুক্ত কোনো জাতি বা উপজাতি নাই। অন্ততঃ বৈষ্ণৱ ধৰ্মত শৰণ গ্ৰহণ কৰাৰ পাছত সমাজৰ যিকোনো স্তৰৰ পাছ পৰা উপজাতি বা সম্প্ৰদায়ৰ লোকো মনুসংহিতাৰ শূদ্ৰতকৈ ওপৰৰ স্তৰলৈ উঠে। ভাৰতৰ সকলো অঞ্চলতে কম-বেছি পৰিমাণে থকা কৈৱৰ্তসকলো মনুসংহিতাৰ শূদ্ৰসকলতকৈ বহুত ওপৰত। এই প্ৰসংগত মনুসংহিতাতকৈ হেজাৰ বছৰৰ পাছত ৰচনা কৰা শংকৰাচাৰ্যৰ ব্ৰহ্মসূত্ৰৰ ভাষ্যলৈ চকু দিলেও দেখা যায় যে — বহুত ক্ষেত্ৰত স্মাৰ্ত পণ্ডিতসকলে ধৰ্ম-শাস্ত্ৰৰ নামত সমাজৰ স্বাভাৱিক বিকাশত বাধা

---

+ 'গো' শব্দৰ অৰ্থ কিৰণ, বাণী, সৰস্বতী পৃথিৱী, বেদ, ইন্দ্ৰিয়, গায়ক আদিও হয়। জিতেন্দ্ৰিয় সাধকসকলকো গোস্বামী বোলা হয়। সেই কাৰণে অনেক ঠাইত শৈৱ সাধক বা সন্ন্যাসীকো গোঁসাই বোলা প্ৰথা আছে।

সৃষ্টি কৰি প্ৰকৃত ধৰ্মৰ পৰা আৰ্তৰি যোৱাৰ ব্যৱস্থাহে কৰিছিল। ব্ৰহ্মসূত্ৰৰ প্ৰথম অধ্যায়ৰ তৃতীয় পাদৰ ৩৮ সূত্ৰৰ ভাষ্যত শংকৰাচাৰ্যই লিখিছে —" * * আৰু এই কাৰণে শূদ্ৰৰ (ব্ৰহ্মজ্ঞানত) অধিকাৰ নাই। যিহেতু স্মৃতিয়ে শূদ্ৰক বেদ শুনিবলৈ নিষেধ কৰিছে। * * শূদ্ৰ যেন গতিশীল শ্মশান ; গতিকে শূদ্ৰৰ ওচৰত অধ্যয়ন কৰা অনুচিত। এই কথাই অধ্যয়নৰ ক্ষেত্ৰতো নিষেধ থকাটো বুজায়। যাৰ ওচৰত অধ্যয়ন কৰাই নিষেধ, সি নিজে কেনেকৈ বেদ অধ্যয়ন কৰাটো সম্ভৱ হ'ব পাৰে ? লগতে এই দৰেও কৈছে যে— যদি সি (শূদ্ৰই) বেদৰ মন্ত্ৰ উচ্চাৰণ কৰে, তেনেহ'লে তাৰ জিভা কাটি পেলাব লাগে আৰু বেদ ধাৰণ কৰিলে (সম্ভৱতঃ অধ্যয়ন কৰিলে) শৰীৰভেদ (প্ৰাণদণ্ড ?) কৰিব লাগে। গতিকে বুজা যায় যে— শূদ্ৰই বেদৰ অৰ্থ-জ্ঞান লাভ কৰা অনুচিত। শূদ্ৰক জ্ঞান দিব নালাগে।"

মানৱতা বিৰোধী এনেকুৱা ধৰ্মীয় ব্যাখ্যাৰ প্ৰতিক্ৰিয়া কি হোৱা উচিত আৰু কি হ'ল, সেইটো সুকীয়া কথা ; কিন্তু শূদ্ৰই শুনিব নোপোৱা বেদৰ ব্যাখ্যা খ্ৰীষ্টধৰ্মী ইউৰোপীয় পণ্ডিতে ইংৰাজী প্ৰভৃতি 'ম্লেচ্ছৰ ভাষা'ত লিখাৰ পাছতো ভাৰতবৰ্ষৰ ব্ৰাহ্মণসকলৰ লাখজনৰ ভিতৰত এজনকৈয়ো বেদজ্ঞ হ'ব পাৰিছেনে নাই পৰা, সেইটো ভাবিব লগীয়া কথা। ব্ৰহ্মসূত্ৰৰ ভাষ্যত স্মৃতিশাস্ত্ৰৰ পৰা আনি এনে বাক্য উদ্ধৃত কৰা কথাই শংকৰাচাৰ্যকো এনে মতৰ সমৰ্থক বুলিয়েই বুজায়। এনে স্থলত নৱবৈষ্ণৱ আন্দোলন বহুত ক্ষেত্ৰত আংশিক পৰিমাণে হ'লেও কিছুমান স্মাৰ্ত ব্যৱস্থাৰ বিৰোধী হ'বলৈ বাধ্য হৈছিল। শংকৰদেৱে এই ক্ষেত্ৰত কেনে কৌশল অৱলম্বন কৰিছিল সেই বিষয়ে আমি পাছত আলোচনা কৰিম। এই খিনিত আমি ইমানকেইহে ভাবিব লগীয়া বিষয় স্বৰূপে লৈছোঁ যে— কোনো প্ৰকাৰৰ ধৰ্মীয় সংস্কাৰ নথকা, নিজা সমাজ-ব্যৱস্থা আৰু অৰ্থনীতিহীন কেৱল দাসবৃত্তিধাৰীলোক বৈষ্ণৱধৰ্ম গ্ৰহণ কৰা অসমবাসীসকলৰ মাজত আছিলনে, যাক স্মৃতি শাস্ত্ৰৰ লক্ষণ অনুসৰি শূদ্ৰ বুলি ক'ব পাৰি ?

(চ, শংকৰদেৱ স্মৃতিৰ ব্যৱস্থা মতে দশসংস্কাৰ কৰা কায়স্থ কুলৰ ব্যক্তি আছিল। দৈত্যাৰি ঠাকুৰৰ চৰিতত আছে --

গৃহাশ্ৰমে থাকি ধৰ্ম আচৰন্ত শাস্ত্ৰৰ যেন বিহিত।
স্নান তৰ্পণ সন্ধ্যা যে বন্দন আচৰন্ত কৰ্ম নিত ॥অ০৬পদ৪।

ইয়াত 'তৰ্পণ সন্ধ্যা বন্দন' শব্দ তাৎপৰ্যপূৰ্ণ। শংকৰদেৱে অনেক ঠাইত নিজক কায়স্থ বুলি চিনাকি দিছে ; কিন্তু শূদ্ৰ বুলি ক'তো কোৱা নাই। গতিকে

আগতে উদ্ধৃত কৰা 'শূদ্ৰমেধি' শব্দটো ৰুদ্ৰসিংহৰ দিনত কায়স্থ গুৰুসকলৰ কাৰণে ব্যৱহাৰ কৰাৰ মূলতে একশ্ৰেণীৰ পুৰণি সংৰক্ষণশীল ব্ৰাহ্মণ আৰু নতুন বংগদেশী ব্ৰাহ্মণৰ সম্মিলিত প্ৰচেষ্টা লুকাই থকাই সম্ভৱ।

৪) ধৰ্মীয় সাধনা তথা সামাজিক বিকাশৰ দৃষ্টিত ঘটা এনে নৈতিক পতনৰ লগতে আৰ্থিক দৃষ্টিতো খ্ৰী° ১৭ শতিকাৰ মাজ ভাগৰ পৰা ধৰ্মীয় পৰম্পৰাত বিপৰ্যয় ঘটিবলৈ ধৰিলে। ৰাজকীয় পৃষ্ঠপোষকতাই সামাজিক শান্তি আৰু সাংস্কৃতিক আদৰ্শতকৈ সত্ৰসমূহক আৰ্থিক সমৃদ্ধিৰ ফালেহে বেছি আকৃষ্ট কৰিলে। ভক্তি ধৰ্মত থকা সামাজিক ঐক্যবোধৰ সাধনাতকৈ স্বকীয় শ্ৰেষ্ঠত্ববোধহে গুৰুত্ব বাঢ়ি আহিল। গুৰুসকলে নিজক ভক্ত আৰু ভগৱানৰ সেৱক বুলি ভবাতকৈ শিষ্যসকলৰ সেৱ্য বুলিহে বেছিকৈ ভাবিবলৈ লোৱা যেন ধাৰণা হয়। আহোম ৰজাই বংগৰ পৰা শাক্তগুৰু আনি দীক্ষা লোৱাৰ পাছত বৈষ্ণৱ চাৰি সত্ৰীয়া সকলৰো দুজন মান গুৰুৱে হৰিত একমাত্ৰ শৰণ গ্ৰহণ কৰা পঞ্চৰাত্ৰ বা একান্তিক মতৰ আদৰ্শৰ বিপৰীতে নিজৰ শিষ্য-সংখ্যা হ্ৰাস নাপাবৰ কাৰণে শক্তি-মন্ত্ৰৰো দীক্ষা দিবলৈ ল'লে। তাৰ ফলত বংগদেশী শাক্তগুৰুৰ লগত অহা বঙলুৱা আহিও কোনো কোনো ক্ষেত্ৰত সত্ৰসমূহত সোমাবলৈ বাট মুকলি হ'ল। এই দৰে আৰ্থিক সমৃদ্ধিক ভিত্তি কৰি সত্ৰ-পৰিচালনাৰ সম্পৰ্কত আড়ম্বৰপূৰ্ণ ব্যৱস্থা গঢ় লৈ উঠাত ৰজাঘৰীয়া পৃষ্ঠপোষকতাই যেনেদৰে সহায় কৰিলে, ধৰ্মীয়, সাংস্কৃতিক আৰু সামাজিক আদৰ্শৰ পৰা সত্ৰসমূহক স্খলিত হোৱাতো সেইদৰেই সহায় কৰিলে। ইফালে সামাজিক পৰিৱেশৰ লগত খাপ খুৱাই ল'ব নোৱাৰিলে নিজৰ অস্তিত্ব ৰক্ষাই সম্ভৱ নহ'ব যেন দেখি ৰজাঘৰীয়া পৃষ্ঠপোষকতা নোপোৱা সত্ৰসমূহেও দেখাক দেখি যথা শক্তি ৰজাঘৰীয়া সত্ৰসমূহৰ আহি গ্ৰহণ কৰিবলৈ বাধ্য হ'ল। তথাপি আৰ্থিক সমৃদ্ধিহীন সত্ৰসমূহে বাহিৰখন লোকৰ লগত মিলাকৈ সজাই দেখুৱালেও ৰজাঘৰীয়া সত্ৰসমূহতকৈ নিজৰ ধৰ্মীয় পৰম্পৰা বহু গুণে সুৰক্ষিত অৱস্থাত ৰাখিব পাৰিলে। বৰগীত, অংকীয়া নাট আদি শংকৰ-মাধৱৰ কলাত্মক অৱদানসমূহ নিভাঁজ ৰূপত ৰাখিবৰ কাৰণে যেনে ধৰণৰ সুব্যৱস্থাৰ প্ৰয়োজন, তেনে সুব্যৱস্থাৰ কাৰণে প্ৰয়োজনীয় অৰ্থবল নথকা সত্ত্বেও দৰিদ্ৰ শ্ৰেণীৰ সত্ৰীয়া গুৰুসকলেহে এই বস্তুবোৰ যথা শক্তি ৰক্ষা কৰি আহিছে। ৰজাঘৰীয়া পৃষ্ঠপোষকতা লাভ কৰি নিজকে অসাধাৰণ গুৰু বুলি ভবা গুৰুসকলে স্বকীয় বৈশিষ্ট্য দেখুৱাবৰ কাৰণেই হওক বা চৈতন্যপন্থী বুলি চিনাকি দিবৰ সুবিধাৰ কাৰণেই হওক, তেওঁলোকে নিভাঁজ বৰগীত আৰু অংকীয়া নাটৰ ভাওনাৰ আহি এৰি বঙলুৱা প্ৰভাৱ থকা

ভেজাল কলা-সংস্কৃতিৰ সৃষ্টি কৰিলে। সেই বাবে 'সত্ৰীয়া গীত-নৃত্য' আদি শব্দই বহুত ক্ষেত্ৰত প্ৰকৃততে মহাপুৰুষীয়া গীত-নৃত্য আদিক নুবুজাবও পাৰে।

দৃঢ় মনোবল, সুস্বাস্থ্য, শাৰীৰিক বল আৰু প্ৰশাসনীয় পৰম্পৰা থকা 'শিৰোমণি ভূঞা' পদ পোৱা শংকৰদেৱে তৎকালীন সামাজিক আৰু ৰাজনৈতিক স্থিতিত ইচ্ছা কৰা হ'লে এখন ভূঞা ৰাজ্য পাতি ৰজা হ'ব পাৰিলেহেঁতেন; কিন্তু তেওঁ সমৃদ্ধিতকৈ শান্তিৰ স্থায়ী মূল্যৰ ফালে চকু ৰাখি সাংস্কৃতিক আৰু সামাজিক সংগঠনৰ ওপৰতহে বেছি গুৰুত্ব দিলে। তাৰ ফলত তেওঁৰ পো-নাতি-সকলে আৰ্থিক ক্ষেত্ৰত পৰনিৰ্ভৰশীল হৈ ভালেখিনি কষ্ট ভুগিব লগীয়া হৈছিল। তেতিয়া সমাজৰ সেৱক শংকৰদেৱৰ পো-নাতিসকলক তেওঁৰ শিষ্য প্ৰশিষ্যসকলে কিছু দিনলৈ আৰ্থিক আৰু নৈতিক ভাবে সমৰ্থন দিছিল। একোজন সমাজ-সেৱকক আৰ্থিক আৰু নৈতিক ভাবে পৃষ্ঠপোষকতা কৰাটো সমাজৰ কৰ্তব্য। গুৰুৰ প্ৰতি শিষ্যৰ দায়িত্বও ইয়াৰে এটা অংশ মাথোন। পাছলৈ ৰজাঘৰীয়া আহিত এই দায়িত্ব-বোধটো প্ৰশাসনীয় ব্যৱস্থাৰ দৰে 'গুৰুৰ কৰ' নামে প্ৰচলিত হ'বলৈ ধৰিলে। এই কৰটো গুৰুৰ ব্যক্তিগত সমৃদ্ধিৰ বাবে নহয়। নিজৰ আৰু পৰিয়ালৰ জীৱনধাৰণৰ লগতে সেই সত্ৰানুষ্ঠানৰ পৰিচালনাৰ বাবেহে ইয়াৰ ব্যৱহাৰ হোৱা উচিত। ৰজা ঘৰীয়া পৃষ্ঠপোষকতাৰ মূলতো এই আদৰ্শহে আছিল। এই প্ৰসংগত পুৰুষোত্তম ঠাকুৰে ন-ঘোষাত লিখা এফাঁকি পদ ভাগৱতৰ শ্লোকৰ অনুবাদ হ'লেও তাৎপৰ্যপূৰ্ণ। তেওঁ লিখিছে —

উদৰ ভৰণ মাত্ৰ নাহি সঞ্চয়ন যাত<br>
সোহি সত্য জীৱিকা হোৱয়।<br>
অধিক সঞ্চয় যিটো তস্কৰেসে জানা সিটো<br>
দণ্ডকৰিবাৰ যোগ্য হয়॥ ১১

বংশীগোপালদেৱৰ জীৱনো এজন ত্যাগী সমাজ-সেৱকৰ জীৱন আছিল। বুঢ়া-বয়সতো তেওঁ তুলীত শোৱা নাছিল। এবাৰ পুৰুষোত্তম ঠাকুৰৰ বাক্য পালি ভক্ত সকলে কৰি দিয়া এখন তুলীত শুই তিনি দিন বেছি কৈ টোপনি অহা বাবেহে খেদ কৰিছিল ( বংশীগোপাল দেৱৰ চৰিত পদ ৮৫৭-৮৬০ )।

ৰজাঘৰে সত্ৰসমূহক অৰ্থৰ ক্ষেত্ৰত অনুগ্ৰহ কৰাৰ লগতে নৈতিক আদৰ্শৰ ক্ষেত্ৰত নিগ্ৰহো কৰিলে। ৰাজ অনুগ্ৰহেৰে পুষ্ট সত্ৰসমূহ একোটা সামন্তী ব্যৱস্থাত আবদ্ধ হৈ পৰিল। শংকৰদেৱে পৈতৃক সম্পত্তি ৰূপে পায়ো ত্যাগ কৰা সামন্তী

ব্যৱস্থাটো এক শ্ৰেণীৰ সত্ৰই পুনৰ আকোৱালি ল'লে ; কিন্তু সেই ব্যৱস্থাৰ সদ্ব্যৱহাৰ সাংস্কৃতিক বিকাশৰ কাৰণে প্ৰয়োজনীয় সাধনা আৰু সেইবিলাকৰ প্ৰচাৰৰ ক্ষেত্ৰত কৰা নহ'ল। এনে স্থূলত সমৃদ্ধিশালী আৰু সমৃদ্ধিহীন এই উভয়শ্ৰেণীৰ জনসাধাৰণৰ কাৰণে আৱশ্যকীয় শান্তিৰ পথ-প্ৰদৰ্শনৰ ক্ষেত্ৰত সত্ৰসমূহে আশানুৰূপ কৰ্তব্য পালন কৰা দেখা নগ'ল। ৰাজঅনুগ্ৰহ নোপোৱা সত্ৰসমূহো প্ৰয়োজনীয় অৰ্থৰ অভাৱৰ কাৰণে মানসিক বিকাশৰ দিশত যথেষ্ট পৰিমাণে আগ বাঢ়িব নোৱাৰিলে। গতিকে সময়োপযোগী ব্যৱস্থা গ্ৰহণ তেওঁলোকৰ বাবে সম্ভৱপৰ হৈ নুঠিল। বৰ্ত-মান সমৃদ্ধ আৰু দৰিদ্ৰ সকলো শ্ৰেণীৰ সত্ৰৰ সমাজ-সচেতন বুলি পৰিচিত শিষ্য-সকলেও গুৰুসকলক দোষাৰোপ কৰাতে নিজৰ কৰ্তব্যৰ সামৰণি মাৰে। ঐতিহাসিক পটভূমিত নৈতিক আৰু আৰ্থিক দিশবোৰৰ উপযুক্ত বিশ্লেষণ কৰি চাই নিষ্প্ৰয়ো-জনীয়খিনি বাদ দি প্ৰয়োজনীয় খিনিৰ সংৰক্ষণ, প্ৰসাৰণ আৰু প্ৰচাৰৰ কাৰণে যথোপযোগী ব্যৱস্থাগ্ৰহণৰ প্ৰচেষ্টা কৰা যেন দেখা নাযায়। পাঁচশ বছৰৰ আগৰ শংকৰদেৱতকৈ বৈজ্ঞানিক যুগৰ আধুনিক সুবিধাভোগী মানুহৰ দৃষ্টি-ভংগী সুকীয়া হোৱাটো স্বাভাৱিক, কিন্তু দৃষ্টি-ভংগীৰ এনে পৰিবৰ্তন ঘটিলেও কিছুমান চিৰন্তন সত্যৰ পৰিবৰ্তন নঘটে। শংকৰদেৱৰ দৰ্শন আৰু ব্যৱস্থাৰ মাজত এনে অপৰিবৰ্তনীয় সত্যৰ অনুসন্ধান কৰাটোও বৰ্তমান যুগৰ সমাজ-সচেতনসকলৰ এটা কৰ্তব্য বুলি আমি বিবেচনা কৰোঁ। এনেধৰণৰ কৰ্তব্যপালনৰ পৰা বিৰত থকা কাৰণেই আগৰে পৰা আমাৰ সমাজত আদৰ্শৰ বিপৰ্যয় ঘটি আহিছে।

০০০০

# তৃতীয় খণ্ড

## কাৰ্যাৱলী

### (ক) শ্ৰেণী বিভাগ ঃ

আগতে কৰি অহা আলোচনা সমূহৰ যোগেদি শংকৰদেৱৰ ব্যক্তিত্বৰ এটি চমু পৰিচয় দাঙি ধৰা হ'ল ; কিন্তু সেই ব্যক্তিত্বৰ মূলত থকা সাধনাৰ যথা সম্ভৱ বিশ্লেষণ সেই প্ৰসংগত কৰা হোৱা নাই। এই প্ৰসংগত তেওঁৰ সাধনা আৰু তাৰ ব্যাৱহাৰিক প্ৰয়োগ সম্বন্ধে বিশ্লেষণাত্মক হ'লেও যথা সম্ভৱ চমু আলোচনা কৰিবলৈ চেষ্টা কৰা হৈছে। আমাৰ প্ৰতিটো দিশৰ এই চমু আলোচনাই বিচাৰশীল লোকৰ কাৰণে বহল আলোচনাৰ বাট মুকলি কৰিব বুলিও লগতে আশা ৰখা হৈছে।

যিবিলাক কাৰ্যই শংকৰদেৱক অসমৰ সামাজিক ইতিহাসৰ এখন যুগমীয়া আসনৰ অধিকাৰী কৰিলে সেইবিলাক কাৰ্য পূৰ্বপ্ৰস্তুতিহীন আকস্মিক ক্ৰিয়া কেতিয়াও হ'ব নোৱাৰে। সকলো মানৱীয় স্থায়ী কাৰ্যৰ কাৰণ স্বৰূপে একোটা সবল মানসিক প্ৰস্তুতি লুকাই থাকে। এই মানসিক প্ৰস্তুতিটো সূক্ষ্ম বস্তু আৰু দৰ্শনৰ বিষয় হ'ব পাৰে। ইন্দ্ৰিয়গ্ৰাহ্য ক্ৰিয়াত্মক ৰূপটো তাৰ স্থূল ৰূপ মাত্ৰ। গতিকে ব্যক্তিত্ব নিৰ্মাণৰ উপাদান কাৰ্যাৱলীক সূক্ষ্ম আৰু স্থূল এই দুটা ভাগত ভগাই ল'ব পাৰি। এই দুটা ভাগৰ মাজতো স্থূল-সূক্ষ্ম উভয়াত্মক এটা মিশ্ৰিত ৰূপ হ'ব পাৰে। সূক্ষ্ম ৰূপটোৰ আবেগিক আৰু বৌদ্ধিক দুটা পক্ষ আছে। দৰ্শন সম্বন্ধীয় আলোচনাত এই দুয়োটা পক্ষকে সামৰি লোৱা হ'ব। দৰ্শনক ব্যাৱহাৰিক ৰূপ দিয়া ব্যৱস্থা বা সাধনমাৰ্গটো স্থূল-সূক্ষ্ম উভয়াত্মক। বাহ্যিক ক্ৰিয়া বা ঘটনাৱলী আৰু তাৰ লগত জড়িত সাধনসমূহ স্থূল ৰূপ ; কিন্তু স্থূল ইন্দ্ৰিয়গ্ৰাহ্য অৰ্থত স্থূল হ'লেও উদ্দেশ্যৰ সূক্ষ্মতা তাৰ মাজেদিও স্পষ্ট ৰূপে প্ৰকাশ পায়। সেই বাবে শংকৰদেৱৰ কাৰ্যাৱলীৰ স্থূল বা ইন্দ্ৰিয়গ্ৰাহ্য ভাগটো

কলাত্মক। কলাৰ কাৰণে বহু পৰিমাণে স্থূল বস্তু বা সমৃদ্ধিৰো প্ৰয়োজন হয়। তথাপি কলাৰ সফলতাই স্থূলৰ মাজেদি প্ৰকাশ পোৱা সূক্ষ্মতাৰ ওপৰতহে নিৰ্ভৰ কৰে। এই দৃষ্টিৰে বিচাৰ কৰিবৰ সুবিধাৰ অৰ্থে শংকৰদেৱৰ কাৰ্যাবলীক আমি তলত দিয়া ধৰণে বিভক্ত কৰি লৈছোঁ। (১) দৰ্শন (২) সাধন মাৰ্গ (৩) কলা (৪) এই তিনিওটাৰে সমন্বয়াত্মক ৰূপ সমাজ-সংগঠন।

**(খ) দৰ্শন ঃ—** বৌদ্ধিক আৰু আবেগিক উভয় দৃষ্টিতে সূক্ষ্ম ভাৱে চোৱা বা বিচাৰ কৰাই দৰ্শনৰ লক্ষণ। এই দৰ্শনৰো দুটা স্তৰ। এটা স্তৰত পূৰ্বকালৰ দাৰ্শনিকসকলে থৈ যোৱা এটা পৰম্পৰাই কাম কৰে। আনটো স্তৰত তৎকালীন সামাজিক আৰু ব্যক্তিগত প্ৰশ্নৰ উত্তৰ বিচাৰি নতুনকৈ কৰা চিন্তাই প্ৰাধান্য লাভ কৰে। গতিকে সত্যৰ স্বৰূপ উপলব্ধিটো দৰ্শনৰ চৰম লক্ষ্য হ'লেও স্থান, কাল আৰু ব্যক্তিভেদে তাৰ প্ৰয়োগৰ পদ্ধতি সুকীয়া হ'ব পাৰে। কোনো কোনো ক্ষেত্ৰত পৰম্পৰা আৰু সাময়িক প্ৰয়োজনৰ সমন্বয়ত দৰ্শনে এটা নতুন ৰূপো লাভ কৰিব পাৰে। শংকৰদেৱৰ দৰ্শনো এনে এটা সমন্বয়াত্মক ৰূপেই হ'ব পাৰে।

**দৰ্শনৰ পৰম্পৰা ঃ—** শংকৰদেৱৰ দৰ্শন সম্বন্ধে বিচাৰ কৰিবলৈ হ'লে তেওঁৰ ৰচনাৱলীৰ ওপৰতেই প্ৰধান ভাবে নিৰ্ভৰ কৰিব লাগিব। ৰচনাবলীৰ ভিতৰতো ভাগৱত পুৰাণৰ অসমীয়া পদ ভাঙনিতেই দাৰ্শনিক পক্ষটো বেছি স্পষ্ট ভাবে দেখা যায়। কীৰ্তন, বৰগীত প্ৰভৃতিত তাৰ আভাস মাত্ৰ পোৱা যায়। ভাগৱতৰ পদ ভাঙনিৰ তিনিটা প্ৰসংগত দৰ্শনৰ কথা আছে। প্ৰথমটো মূল ভাগৱতৰ দ্বিতীয়স্কন্ধ-নৱম অধ্যায়ৰ পদভাঙনিত 'চতুঃশ্লোকী ভাগবত'ৰ প্ৰসংগ। দ্বিতীয় প্ৰসংগ 'অনাদিপাতন' নামে পৰিচিত তৃতীয়স্কন্ধৰ সৃষ্টিতত্ত্ব সম্বন্ধীয় তৃতীয় প্ৰসংগটো একাদশস্কন্ধৰ পৰা লোৱা 'নিমিনৱসিদ্ধ সংবাদ' নামে পৰিচিত। কীৰ্তনৰ 'বেদস্তুতি' আৰু 'ওৰেষা বৰ্ণন'ৰ প্ৰসংগতো কিছু দাৰ্শনিক কথা আছে। বেদস্তুতিৰ আধাৰ মূল ভাগৱত দশম স্কন্ধৰ উত্তৰাৰ্দ্ধ হ'লেও পদভাঙনিত মূলতকৈ শ্ৰীধৰ স্বামীৰ টীকাৰ প্ৰভাৱ স্পষ্টভাবে দেখা যায়। ওৰেষাবৰ্ণনৰ আধাৰ ব্ৰহ্মপুৰাণ বুলি শংকৰদেৱে উল্লেখ কৰিছে। গতিকে পৌৰাণিক যুগৰ দৰ্শনৰ ওপৰতেই শংকৰদেৱৰ দৰ্শনে নিৰ্ভৰ কৰিছে।

পৌৰাণিক কথাবস্তুৰ আধাৰ বহুত প্ৰাচীন হ'লেও 'মহাপুৰাণ' নামে পৰিচিত ওঠৰখন মহাপুৰাণৰ ৰচনা-কাল ( বৰ্তমান প্ৰচলিত ৰূপ লাভ কৰা অৰ্থত ) খ্ৰী° ৬ শতিকা মানৰ পৰা ১৬ শতিকামানলৈকে বুলি ধৰা হয়। ইয়াৰ মধ্যে ভাৰতৰ আস্তিক আৰু নাস্তিক উভয় শ্ৰেণীৰে দৰ্শনসমূহৰ বহুসংখ্যক টীকা-ভাষ্য লিখা

হৈছিল আৰু সেই বিলাকৰ প্ৰভাৱ পৌৰাণিক সাহিত্য তথা ধৰ্মমতৰ ওপৰত যথেষ্ট পৰিমাণে পৰিছিল। সেই বিলাকৰ ভিত্তিত আংশিক ভাবে নতুন কিছুমান দাৰ্শনিক মতো গঢ় লৈছিল। তথাপি বৌদ্ধ আৰু জৈন মতাৱলম্বীৰ নাস্তিক দৰ্শনৰ বাহিৰে অন্যান্য আস্তিক দৰ্শনসমূহৰ ভিতৰত বেদান্ত দৰ্শনৰ প্ৰভাৱেই পুৰাণসমূহৰ ওপৰত সৰ্বাধিক আছিল। বেদান্তৰ টীকা-ভাষ্যকৰ্তাসকলৰ ভিতৰতো শংকৰাচাৰ্য, মাধৱাচাৰ্য, আৰু নিম্বাৰ্কাচাৰ্য শংকৰদেৱতকৈ আগৰ ব্যক্তি আছিল, বল্লভাচাৰ্য সামান্য পৰৱৰ্তী বা সমকালীন আছিল। বল্লভাচাৰ্যৰ দাৰ্শনিক বিচাৰ যদি বিষ্ণু স্বামীৰ লগত সম্বন্ধিত বুলি ধৰা হয়, তেনেহ'লে সেই বিচাৰো শংকৰদেৱতকৈ প্ৰাচীন বুলি ধৰিব লাগিব। তথাপি এই মতবোৰৰ লগত শংকৰদেৱৰ মতৰ মৌলিক পাৰ্থক্য আছে, যিটো আলোচনা আমি পাছত কৰিম।

দৰ্শনৰ আলোচনাৰ ভিতৰত সৃষ্টিতত্ত্ব, জীৱতত্ত্ব আৰু কৰ্তব্য-নিৰ্ণয় এই তিনিটা বস্তুৱে ঠাই পাই আহিছে। জীৱতত্ত্বৰে বহিৰ্মুখী দিশটো মনস্তত্ত্ব। সৃষ্টি-তত্ত্বত বস্তু-জগৎ বা প্ৰকৃতিৰ স্বৰূপ সম্বন্ধে বিচাৰ হয়। এই প্ৰসংগতে জড় বস্তু-সত্তাৰ বাহিৰেও এটা চেতন সত্তাৰ অস্তিত্ব সম্বন্ধে নতুন প্ৰশ্নৰ উদয় হয়। বেদান্তত এই চেতন সত্তাকে জড় বস্তু-সত্তাৰো এক মাত্ৰ কাৰণ ৰূপে ধৰা হৈছে। এই দৃষ্টিত চেতন সত্তাই অনাদি কাৰণ আৰু জড়প্ৰকৃতি তাৰ কাৰ্যৰূপ। সাংখ্য দৰ্শনে চেতন সত্তাক পুৰুষ আৰু জড় সত্তাক প্ৰকৃতি বুলিছে; কিন্তু এই দুটাৰ ভিতৰত কাৰ্য-কাৰণৰ সম্বন্ধ নাই, দুয়োটাই অনাদি মূল সত্তা। এই জড়-চেতন উভয়ৰে সংযোগতেই বিশ্ব-প্ৰকৃতিৰ অস্তিত্ব যোগদৰ্শনেও স্বীকাৰ কৰে; কিন্তু জড়ৰ ওপৰত চেতনৰ প্ৰভুত্ব স্বীকাৰ কৰে বাবে যোগদৰ্শনক সেশ্বৰ সাংখ্য বুলিও কয়। এইদৰে বেদান্ত, সাংখ্য আৰু যোগ দৰ্শনৰ প্ৰভাৱেই পুৰাণসমূহত অন্য দৰ্শনতকৈ বেছি যেন দেখা যায়। ভাগৱত মহাপুৰাণতো এই তিনিওটা দাৰ্শনিক মতৰ সমন্বয় ঘটিছে।

বেদান্তৰ চৈতন্য স্বৰূপ অনাদি কাৰণেই ব্ৰহ্ম নামেও পৰিচিত হৈছে। যোগদৰ্শনে তাকে 'পৰমাত্মা' আৰু ভক্তিধৰ্মত গুৰুত্ব দিয়া দাৰ্শনিক সকলে 'ভগৱান' বুলি কৈছে। সাংখ্যৰ মতে এই চেতন সত্তাটো প্ৰকৃতিভিন্ন 'পুৰুষ' নামে পৰিচিত। যোগদৰ্শনৰ আত্মা (জীৱাত্মা) আৰু সাংখ্যৰ পুৰুষ একেটা স্তৰৰ বস্তু। যোগৰ পৰমাত্মাৰ স্তৰত ভগৱানক 'মহাপুৰুষ' বোলা এটা সুকীয়া মতো গঢ় লোৱা দেখা গৈছিল। ভাগৱত পুৰাণত এই 'ভগৱান' আৰু মহাপুৰুষ শব্দ দুটা গ্ৰহণ কৰা এটা পৰম্পৰা দেখা যায়। এই পৰম্পৰাটোৰ পাঞ্চৰাত্ৰ, সাত্বত, একান্তিক, ভাগৱত আৰু নাৰায়ণ ধৰ্ম প্ৰভৃতি সুকীয়া নাম আছে। ভাগৱত পুৰাণত বেদান্ত, সাংখ্য আৰু যোগৰ প্ৰভাৱ তথা মান্যতা থাকিলেও সাধনমাৰ্গৰ দৃষ্টিত 'মহাপুৰুষ'ৰ পৰম্পৰাতহে

পুৰুষ দিয়া যেন দেখা গৈছে। গতিকে শংকৰদেৱৰ দাৰ্শনিক পৰম্পৰা সম্বন্ধে চমুকৈ হ'লেও বিচাৰ কৰি চাবলগীয়া আছে।

**শংকৰী দৰ্শনৰ পূৰ্বপৰম্পৰা ঃ—** শংকৰদেৱে দশম স্কন্ধৰ পদৰ মাজত নিজা উপদেশৰ প্ৰসংগত ভাগৱত পুৰাণৰ মূল তত্ত্বৰ পৰম্পৰা সম্বন্ধে এই-দৰে কৈছে—

শুনিয়োক সৰ্বজন কৃষ্ণত অৰ্পিয়ো মন
মহাভাগৱত-কথাসাৰ।
ইসে পুৰাণৰ সূৰ্য ভকতিৰ প্ৰকাশক
সমস্ত বেদৰ সাৰোদ্ধাৰ ॥
শুনা আৰ তত্ত্বভেদ কল্পতৰু ভৈল বেদ
তাৰ ফল মহাভাগৱত।
নাহি তাৰ সিটা চাল নাছিলেক এতকাল
স্বৰ্গ মৰ্ত্ত্য পাতাল মধ্যত ॥ ৪২৫
স্বাদত অমৃতময় কেৱলে আনন্দৰস
আছিল পূৰ্বতে বৈকুণ্ঠত।
কৃষ্ণৰ কৃপাত পাছে অৰ্দ্ধেক বয়স গৈলে
পাইলা ব্ৰহ্মা পদ্ম কলপত ॥
ব্ৰহ্মা দিলা নাৰদক ইটো ফল ৰহস্যক
নাৰদো ব্যাসক আনি দিলা।
নগৈল তিলেকো ভাগি ইডালে সিডালে লাগি
শুকমুখে ভূমিত পৰিলা ॥৪২৬
কৰা পান ফল ইটো যাৰ আছে ভাগ্য যিটো
ৰস বিভাৱনত চতুৰ।
সাধু সংগে যত্ন কৰি কৃষ্ণ কথা কৰ্ণে ভৰি
সমস্ত আপদ কৰা দূৰ ॥

এই পদ কেইফাঁকিত কেইবাটাও মন কৰিবলগীয়া কথা আছে। যেনে—১) পুৰাণৰ সূৰ্য ভাগৱত শাস্ত্ৰ সমস্ত বেদৰ সাৰোদ্ধাৰ ; ২) এই ভাগৱত বৈকুণ্ঠৰ বস্তু ৩) ই আনন্দময় অৰ্থাৎ অমৃত-তুল্য ; ৪) কৃষ্ণৰ কৃপাত ইয়াক প্ৰথমতে ব্ৰহ্মাই পাইছিল ; ৫) ব্ৰহ্মাৰ পৰা যথাক্ৰমে নাৰদ, ব্যাস আৰু শুকে পাইছিল ; ৬) চতুৰ ৰসজ্ঞজনেহে এই ভাগৱত-ফলৰ সোৱাদ ল'ব পাৰে, ৭) ৰসজ্ঞজনেহে ভক্তিৰ

প্ৰকাশক ভাগৱতৰ সোৱাদ পায়। ৮) ভাগৱত ৰূপী ফলৰ ৰস আৰু ভক্তি প্ৰকৃততে একেটাই বস্তু আৰু এই ভক্তিৰূপী ৰসটো একমাত্ৰ ৰসজ্ঞ বা ৰসোপলব্ধিত চতুৰ সাধকজনৰ কাৰণেহে।

ভাগৱতৰ মূলত বেদ, বৈকুণ্ঠ আৰু কৃষ্ণৰ কথাই ঠাই পাইছে। মন কৰিব লগীয়া যে— বেদত স্বৰ্গৰ কথাহে পোৱা যায়, পৃথক্ বৈকুণ্ঠৰ কথা পোৱা নাযায়। এই বৈকুণ্ঠৰ কল্পনাটো পঞ্চৰাত্ৰ সম্প্ৰদায়ৰ পৰাহে পুৰাণত সোমাইছে। পঞ্চৰাত্ৰ মত নাৰায়ণ ঋষিৰ পৰা আৰম্ভ হৈছে। শ্ৰীকৃষ্ণও এই পঞ্চৰাত্ৰ বা সাত্বত সম্প্ৰদায়ৰ এজন সিদ্ধপুৰুষ আছিল। পাছলৈ এই কৃষ্ণক নাৰায়ণৰ সৈতে অভিন্ন বুদ্ধি ধৰা হ'ল। সেই বাবে ইয়াত '**নাৰায়ণ**'ৰ ঠাইত '**কৃষ্ণ**' শব্দটোৰ প্ৰয়োগ বাঢ়িছে। ওপৰত দিয়া ব্ৰহ্মা, নাৰদ, ব্যাস আৰু শুকৰ পৰম্পৰাই পঞ্চৰাত্ৰ মতৰো পৰম্পৰা। **ভাগৱত** আৰু **পঞ্চৰাত্ৰ** দুটা পৰম্পৰাৰ বস্তু নহয়। পঞ্চৰাত্ৰৰ সাধনমাৰ্গই ভাগৱতৰো সাধন-মাৰ্গ। পাৰ্থক্য মাত্ৰ এয়ে যে—পঞ্চৰাত্ৰ বা ভাগৱত মতৰ প্ৰতিপাদক পুৰাণ-সমূহৰ ভিতৰত শ্ৰেষ্ঠ পুৰাণখনকে ভাগৱতপুৰাণ বুলি কোৱা হ'ল, কিন্তু এই পুৰাণত পাঞ্চৰাত্ৰীয় বিধি-ব্যৱস্থাৰ ওপৰত বেছি গুৰুত্ব নিদি কেৱল তত্ত্বজ্ঞান আৰু ভক্তি-প্ৰতিপাদক কাহিনীৰ ওপৰতহে বেছি গুৰুত্ব দিয়া হ'ল। কাহিনীৰ যোগেদি ব্ৰহ্মানন্দ সহোদৰ কাব্যৰসৰ পৰা স্বয়ং ব্ৰহ্মানন্দ স্বৰূপ ভক্তিৰসৰ আস্বাদ লোৱাৰ ব্যৱস্থা এই মহাপুৰাণখনৰ যোগেদি কৰা হৈছে। গতিকে ভাগৱত শাস্ত্ৰখন ভক্তিৰ প্ৰকাশক আৰু ৰসময়। বৈকুণ্ঠ অৰ্থাৎ কুণ্ঠাৰহিত একমাত্ৰ আনন্দময় সত্য উপলব্ধি কৰিব পৰা জনৰ বাবেহে ভাগৱতৰ ৰসাস্বাদন সম্ভৱ হ'ব পাৰে। সেই কাৰণে ই বৈকুণ্ঠৰ বস্তু। এই বৈকুণ্ঠ স্বৰ্গতকৈ শ্ৰেষ্ঠ।

পৌৰাণিক যুগত স্বৰ্গবাসী দেৱতাসকলৰ পদ-মৰ্যাদা কিছু পৰিমাণে হ্ৰাস পালে। কেনোপনিষদতে অগ্নি, বায়ু আৰু ইন্দ্ৰতকৈ শ্ৰেষ্ঠ এক ৰহস্যময় ব্ৰহ্মৰ কথা কোৱা হৈছে। পুৰাণত স্বৰ্গসুখ ক্ষণস্থায়ী বুলি দেখুৱাইছে। অসুৰৰ হাতত পৰাস্ত হোৱা দেৱতাসকল স্বৰ্গচ্যুত হয়। ইন্দ্ৰিয়গ্ৰাহ্য ভোগৰ দ্বাৰা পোৱা এই স্বৰ্গসুখ সীমাবদ্ধ আৰু সন্দিগ্ধ। গতিকে বৈদিক ব্যৱস্থাত যজ্ঞাদি কৰ্মৰ ফল স্বৰূপে পোৱা সেই স্বৰ্গতকৈ শ্ৰেষ্ঠ বৈকুণ্ঠৰ কল্পনা পঞ্চৰাত্ৰ বা ভাগৱত সম্প্ৰদায়ত কৰি লোৱা হ'ল। উপনিষদৰ 'ব্ৰহ্মানন্দ'ৰ ভিত্তিতে বৈকুণ্ঠ গঢ় ল'লেও এই দুয়োটাৰ মাজত কিছু পাৰ্থক্য আছে। ব্ৰহ্মানন্দ সম্পূৰ্ণ নিৰ্গুণ বস্তু; কিন্তু বৈকুণ্ঠৰ ক্ষেত্ৰত সগুণ প্ৰতীকৰ সহায়েৰেহে নিৰ্গুণৰ বৰ্ণনা দিয়া হৈছে। পাঞ্চৰাত্ৰ বা ভাগৱত মতৰ বহুত কথাই এই শ্ৰেণীৰ প্ৰতীকাত্মক। নাৰায়ণ বা কৃষ্ণ আৰু ব্ৰহ্মাও কিছু পৰিমাণে প্ৰতীকাত্মক।

বেদৰ লগত ভাগৱত-পৰম্পৰাৰ সম্বন্ধটোও বিচাৰ কৰি চাব লগীয়া কথা। ভাগৱতক বেদ-কল্পতৰুৰ ফল বুলি কৈছে। গতিকে ভাগৱতৰ মূল আধাৰ বেদ বুলি বুজিব লাগিব। বেদৰ লগত পঞ্চৰাত্ৰ মতৰ পৰম্পৰা এনেদৰে জড়িত। ঋগ্বেদ দশম মণ্ডলৰ ৯০ সংখ্যক সূক্তৰ ঋষি নাৰায়ণ আৰু দেৱতা পুৰুষ। এই সূক্তকে 'পুৰুষসূক্ত' বোলা হয়। এই পুৰুষদেৱতাজন সহস্ৰশীৰ্ষ, সহস্ৰাক্ষ, সহস্ৰপাদ অৰ্থাৎ অসংখ্য জীৱাত্মা ৰূপে অসংখ্য প্ৰাণিসমূহত থকা মহাপুৰুষ বা পৰমাত্মা। সেই বাবেই পাছৰ যুগত ৰচিত মুদ্গলোপনিষদত ভগৱান বাসুদেৱে ইন্দ্ৰৰ আগত 'পুৰুষসূক্ত'ৰ ব্যাখ্যা কৰি এই পুৰুষকে 'মহাপুৰুষ' বুলি কোৱা কথা পোৱা যায়। এই প্ৰসংগত ঋষি নাৰায়ণ আৰু ব্ৰহ্মাৰ মাজত থকা সম্পৰ্কটোও বিশেষ ভাবে মন কৰিব লগীয়া কথা। বিষ্ণুপুৰাণৰ ( ১৷৩৷৪, ১৷৪৷২ প্ৰভৃতি ) কেই ঠাই মানত নাৰায়ণ নামে পৰিচিত ব্ৰহ্মাৰ কথা কোৱা হৈছে। যাৰ নিৰ্দেশ মতে যজ্ঞকাৰ্য সম্পাদন কৰা হয়, সেই বেদজ্ঞ ঋষিজনক ব্ৰহ্মা বোলা হৈছিল। এই ব্ৰহ্মা প্ৰকৃততে কোনো ব্যক্তিৰ নাম নাছিল। আনুষ্ঠানিক পদৱীহে আছিল। এনে স্থলত নাৰায়ণ নামৰ ঋষি বা ব্ৰহ্মাই পুৰুষসূক্তৰ পুৰুষ বা মহাপুৰুষ দেৱতাজনৰ দ্ৰষ্টা হ'ব পাৰে। মূলতঃ সেই পুৰুষদেৱতাৰ একো নাম নাই। সেই বাবেই পাছত সেই পুৰুষদেৱতাকো 'নাৰায়ণ' নামেৰেই পৰিচিত কৰা হৈছিল। শংকৰদেৱে ওপৰৰ উদ্ধৃত পদত সেই দেৱতাজন বুজাবৰ কাৰণে 'কৃষ্ণ' শব্দ প্ৰয়োগ কৰিছে আৰু নাৰায়ণ ঋষিৰ পৰিবৰ্তে 'ব্ৰহ্মা' শব্দ প্ৰয়োগ কৰিছে। এই নাৰায়ণ ঋষিয়ে উপলব্ধি কৰা সত্‌ বস্তু অখণ্ড চৈতন্য স্বৰূপ মহাপুৰুষেই ভাগৱত পুৰাণৰো প্ৰতিপাদ্য বস্তু। তাকে ৰহস্যময় অমৃত-তুল্য আৰু ৰসস্বৰূপ পৰম তত্ত্ব বোলা হৈছে। তাকে বোধৰ স্তৰত ভক্তি আৰু প্ৰতীকৰ স্তৰত নামৰ সহায়েৰে গ্ৰহণ কৰিবলৈ সাধকসকলৰ বাবে পঞ্চৰাত্ৰ সম্প্ৰদায়ত ব্যৱস্থা দিয়া হৈছে।

নাৰায়ণ ঋষি বা ব্ৰহ্মাৰ পৰা প্ৰথমতে নাৰদঋষিয়ে এই তত্ত্বজ্ঞানৰ উপদেশ পাইছিল। নাৰদৰ পৰা ব্যাস আৰু শুকে এই তত্ত্বকে উপলব্ধি কৰা কথা আগতে উল্লেখ কৰা হৈছে। মহাভাৰত-শান্তিপৰ্বৰ ৩৩৪ আৰু ৩৪৪ সংখ্যক অধ্যায়তো নৰ আৰু নাৰায়ণ ঋষিয়ে নাৰদক মোক্ষ-ধৰ্মৰ উপদেশ দিয়া কথা কোৱা হৈছে। শান্তিপৰ্বৰ ৩৩৪ সংখ্যক অধ্যায়ৰ পৰা ৩৫১ সংখ্যক অধ্যায়লৈকে মুঠ ১৮টা অধ্যায়ত চিত্ৰশিখণ্ডী বা সপ্তৰ্ষিৰ দ্বাৰা প্ৰণীত আৰু নাৰায়ণ ঋষিৰ দ্বাৰা গ্ৰাহ্য বা স্বীকৃত পঞ্চৰাত্ৰ ধৰ্ম বা নাৰায়ণ ধৰ্ম সম্বন্ধে বহলাই আলোচনা কৰা হৈছে। মোক্ষধৰ্ম ৰূপে ভীষ্মই যুধিষ্ঠিৰক পুৰণিকালৰ কথা প্ৰসংগত এই বিষয়ে কৈছে।

বৈদিক যুগত ব্ৰহ্মা বুলি এজন দেৱতা নাছিল। হিৰণ্যগৰ্ভ, প্ৰজাপতি প্ৰভৃতি বৈদিক দেৱতা কেইজনমান সামৰি লৈ এজন ব্ৰহ্মাৰ সৃষ্টি মহাকাব্যৰ যুগতহে কৰা হ'ল। মহাভাৰত-ৰামায়ণ আদিত সেই ব্ৰহ্মা সৃষ্টি-কৰ্তা দেৱতা ৰূপে পৰিচিত হৈ পৰিল। তথাপি শান্তিপৰ্বৰ এই প্ৰসংগত নাৰদে পঞ্চৰাত্ৰ ধৰ্মটো নাৰায়ণৰ পৰা পোৱা বুলিহে কৈছে, ব্ৰহ্মাৰ পৰা পোৱা বুলি কোৱা নাই। মহাভাৰতৰ বহুত কালৰ পাছত ৰচিত ভাগৱততহে নাৰায়ণ আৰু নাৰদৰ মাজত ব্ৰহ্মাৰ সুকীয়া ব্যক্তি-ৰূপ এটা উপস্থিত কৰা হ'ল।

মহাভাৰতৰ নাৰায়ণ-ধৰ্ম অহিংসাৰ সমৰ্থক। এই সম্পৰ্কত ছান্দোগ্য উপনিষদৰ আত্মযজ্ঞৰ কথাও মনলৈ আহে। এই উপনিষদৰ তৃতীয় অধ্যায়ৰ ১৬ আৰু ১৭ খণ্ডত যজ্ঞ-ৰূপত পুৰুষৰ উপাসনাৰ কথা কোৱা হৈছে। এই প্ৰসংগত ১৭ খণ্ডত আছে যে— ঘোৰ আংগিৰস নামৰ ঋষিয়ে দেৱকীনন্দন কৃষ্ণক উপদেশ দি কৈছিল—"পূৰ্বোক্ত যজ্ঞৱিদজনে মৰণকালত তিনিটা মন্ত্ৰ জপ কৰিব। অক্ষিতমস্যচ্যুতমসি প্ৰাণ সংশিতমসীতি (অক্ষিতম্ অসি=তুমি অক্ষত হৈ আছা। অচ্যুতমসি = তুমি স্বৰূপস্থিতিৰ পৰা স্খলিত হোৱা নাই। প্ৰাণসংশিতম্ অসি= তুমি সূক্ষ্ম প্ৰাণ স্বৰূপ। ইয়াত 'প্ৰাণ' শব্দই পান, অপান, ব্যান, উদান আৰু সমান এই পঞ্চ প্ৰাণক বুজোৱা নাই। পঞ্চ প্ৰাণ তামস অহংকাৰজনিত মহাভূত বায়ুৰ অন্তৰ্গত দ্ৰব্য কাৰণে স্থূল পদাৰ্থৰ ভিতৰতহে পৰে। সেই বাবে ইয়াত 'সূক্ষ্ম' এই বিশেষণ প্ৰয়োগ কৰি চৈতন্য সত্তা আত্মাক বুজাইছে)। এই যজ্ঞ-বিজ্ঞান শুনি তেওঁ (দেৱকীনন্দন কৃষ্ণ) পিপাসাহীন হৈ পৰিল।" অৰ্থাৎ অন্য জ্ঞানৰ প্ৰতি স্পৃহা-হীন হোৱাকে ইয়াত পিপাসাহীন হোৱা বুলিছে।

যজ্ঞৰূপত পুৰুষৰ উপাসনাৰ বিষয়ে যি বৰ্ণনা ইয়াৰ আগতে ছান্দোগ্য উপনিষদত দিয়া হৈছিল, তাৰ উদাহৰণ স্বৰূপে একাংশ ইয়াত দিয়া হৈছে—"বিধি-যজ্ঞৰ কাৰণে দীক্ষা গ্ৰহণ কৰাটো কষ্টকৰ কাৰ্য। কিয়নো তাৰ বাবে যজমানে ভোক-পিয়াহ সহিব লাগে। আনন্দ মনেৰে থাকিবলৈ নাপায়। পুৰুষৰ জীৱনত হোৱা কষ্ট সমূহো পুৰুষযজ্ঞৰ দীক্ষা গ্ৰহণৰ কষ্ট স্বৰূপ হয়। 'উপসৎ' নামে পৰিচিত যজ্ঞৰ পাছৰ অংশত অল্পাহাৰৰ বিধান দিয়া হৈছে। সেই সময়ত পান আৰু আহাৰে যজমানৰ মনত আনন্দ দিয়ে। পুৰুষযজ্ঞত পুৰুষে সংযত পান-ভোজন আদিৰ পৰা পোৱা আনন্দও বিধি-যজ্ঞৰ উপসৎ অংশৰ আনন্দৰ অনুৰূপ। তপস্যা, দান, আৰ্জৱ (সৰলতা), অহিংসা আৰু সত্যবাদিতা আদি এই পুৰুষ-যজ্ঞৰ দক্ষিণা-স্বৰূপ।" এই দৰেই অন্যান্য উদাহৰণৰ সহায়েৰেও যজ্ঞৰ লগত সাধকৰ

ব্যক্তিগত জীৱনৰ সাদৃশ্য দেখুৱাই পুৰুষকে যজ্ঞ-ৰূপ বুলিছে। গতিকে সাধনাময় জীৱনেই পুৰুষ-যজ্ঞৰ প্ৰকৃত ৰূপ। ভাগৱত পুৰাণৰ একাদশ স্কন্ধৰ ১৯ সংখ্যক অধ্যায়তো এই পুৰুষযজ্ঞৰ অনুৰূপ বিচাৰকে দাঙি ধৰা দেখা গৈছে।

**পৰম্পৰাৰ সমন্বয় :--** বেদ, উপনিষদ্ মহাকাব্য আৰু মহাপুৰাণ এই চাৰিটা স্তৰৰ মাজেদি ভাগৱত ধৰ্মই বিকাশ লাভ কৰা উদাহৰণ ওপৰত দিয়া হ'ল। বেদৰ নাৰায়ণ ঋষিৰ মতৰ লগত ছান্দোগ্য উপনিষদৰ দেৱকীনন্দন কৃষ্ণৰ পৰম্পৰাগত সম্পৰ্কটো এই খিনিতে কিছু স্পষ্ট কৰি দিয়াৰ প্ৰয়োজন আছে। মহাভাৰতৰ শান্তি পৰ্বত উল্লেখ কৰা সপ্তৰ্ষিসকলৰ ভিতৰত পুলহ, পুলস্ত্য, বসিষ্ঠ, ক্ৰতু, অত্ৰি মৰীচি আৰু অংগিৰা আছে। 'ঘোৰ' নামৰ অংগিৰা ঋষিৰ শিষ্য-পৰম্পৰাৰ ঋষিকেই 'ঘোৰ আংগিৰস' বোলা হৈছে। গতিকে নাৰায়ণ ঋষিৰ সমৰ্থিত আৰু সপ্তৰ্ষিৰ দ্বাৰা ব্যৱস্থিত পঞ্চৰাত্ৰ মতো ঘোৰ আংগিৰসৰ যোগেদি দেৱকীনন্দন কৃষ্ণই পাইছিল। সেইবাবে নাৰায়ণ ঋষি বা ব্ৰহ্মাৰ পৰা নাৰদে পাই ব্যাসক দিয়া মততে শ্ৰীকৃষ্ণৰ প্ৰতিপত্তি লাভ পাছৰ যুগত সম্ভৱ হৈ পাৰিল। নাৰদীয় পৰম্পৰাৰ ভাগৱত মতৰ লগত সাত্বত বা যাদৱসকলৰ মাজত প্ৰচলিত ভাগৱত মত একে কৰি ভাগৱত মহাপুৰাণ ৰচনা কৰা হ'ল। শুকমুনিয়ে পৰীক্ষিতক কওঁতে লগতে শুনি থকা সূতে নৈমিষাৰণ্যত ঋষিসকলক পাছত কোৱা কথাৰ আঁত ধৰি যিজন ব্যক্তিয়ে ভাগৱত মহাপুৰাণক বৰ্তমান ৰূপ দিলে তেওঁ নাৰদীয় পৰম্পৰাতকৈ কৃষ্ণ-কথা প্ৰধান সাত্বত পৰম্পৰাৰ অধিক সমৰ্থক আছিল যেন লাগে। বিয়নো ভাগৱত পুৰাণৰ দুটা সম্পূৰ্ণ স্কন্ধ কৃষ্ণ কথা বিষয়ক হোৱাৰ উপৰিও কৃষ্ণ বা বাসু-দেৱৰ লগতে সাত্বত বংশৰ সংকৰ্ষণ, প্ৰদ্যুম্ন আৰু অনিৰুদ্ধকো দাৰ্শনিক বিচাৰত ঠাই দিয়া হ'ল। ভাগৱত পুৰাণৰ ৰচনা কালৰ আগতেই এই সাত্বত পৰম্পৰাটো সবল হৈ উঠাৰ প্ৰমাণ মহাভাৰতৰ শান্তি পৰ্বত থকা চতুৰ্ব্যূহ তত্ত্বৰ পৰা পোৱা যায়। মহাভাৰতত বাসুদেৱ, সংকৰ্ষণ, প্ৰদ্যুম্ন আৰু অনিৰুদ্ধক যথাক্ৰমে পৰমাত্মা, জীৱাত্মা, মন আৰু অহংকাৰ বুলিও কৈছে

ভাগৱত সম্প্ৰদায়ত সাত্বত বংশ আৰু বাসুদেৱ কৃষ্ণৰ প্ৰতিপত্তি বৃদ্ধি হোৱাৰ সামাজিক আৰু ৰাজনৈতিক কাৰণো থাকিব পাৰে। খ্ৰী° পূ° চতুৰ্থ শতিকাত হোৱা গ্ৰীক আক্ৰমণৰ পাছত ভাৰতৰ ৰাজনীতি, সমাজ আৰু সংস্কৃতিৰ ওপৰত পশ্চিমৰ প্ৰভাৱ কিছু পৰিমাণে পৰিছিল। সেই সময়ৰ পৰাই ধৰ্মীয় চিন্তাতকৈ আগৰ তুলনাত ৰাজনৈতিক চিন্তা আৰু সাম্ৰাজ্য-গঠনৰ ওপৰত গুৰুত্ব বৃদ্ধি পালে। ৰাম-কথা আৰু কৃষ্ণ-কথায়ো সেই সময়তে মহাকাব্য ৰূপত সুকীয়া গঢ় ল'বলৈ

সুযোগ পালে। সমাজত ব্ৰাহ্মণসকলতকৈ ক্ষত্ৰিয়সকলৰ গুৰুত্ব আৰু বাঢ়িল। ইয়াৰ আগতে গৌতম বুদ্ধ আৰু মহাবীৰৰ ধৰ্মীয় নেতৃত্বই ব্ৰাহ্মণ ঋষিসকলৰ মহত্ত্ব বহুত কম কৰি পেলাইছিল। মহাভাৰতে ক্ষত্ৰিয়সন্তান বাসুদেৱ কৃষ্ণত ঈশ্বৰত্ব আৰোপ কৰিলে। ৰামায়ণতো পৰশুৰামতকৈ শ্ৰীৰামৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰা হ'ল। এই কথাবোৰে তৎকালীন ধৰ্মীয় চিন্তাধাৰাত দিক্‌পৰিৱৰ্তনৰ স্পষ্ট ইংগিত দিয়ে।

মহাভাৰতৰ সময়ৰে পৰা বৈদিক ঋষি নাৰায়ণৰ গুৰুত্ব কমাই তেওঁৰ ঠাইতে বাসুদেৱ কৃষ্ণৰ গুৰুত্ব বঢ়োৱা দেখা গ'ল। কৃষ্ণ-চৰিত্ৰক সমাজৰ বিভিন্ন স্তৰৰ লোক-জীৱনৰ লগতো জড়িত কৰা হ'ল। সমাজৰ বিশেষ স্তৰৰ লোকৰ মাজত ধৰ্মীয় চিন্তা সীমাবদ্ধ কৰি নাৰাখি বহল সমাজৰ মুকলি ক্ষেত্ৰলৈ তাৰ চিন্তা আৰু ব্যৱস্থাক আগবঢ়াৰ সুবিধা দিয়া হ'ল। এই দৃষ্টিত ধৰ্মীয় দৰ্শনসমূহো পণ্ডিতসকলৰ বৌদ্ধিক শ্ৰমৰ বন্ধনৰ পৰা মুক্ত হৈ জীৱনদৰ্শনৰ বেছি ওচৰ চাপি আহিল। এনে স্থলত ভাগৱত সম্প্ৰদায়ৰ দৰ্শন কোনো এটা বিশেষ দাৰ্শনিক পৰম্পৰাৰ দৰ্শন হৈ নাথাকি এটা সমন্বয়ধৰ্মী দৰ্শনত পৰিণত হ'ল। তথাপি বেদান্ত, যোগ আৰু সাংখ্য দৰ্শনৰ প্ৰভাৱেই ভাগৱতপুৰাণত বেছি স্পষ্ট। ভাগৱত পুৰাণতকৈ প্ৰাচীন যিটো পাঞ্চৰাত্ৰীয় পৰম্পৰা তন্ত্ৰ বা সংহিতা নামে পৰিচিত গ্ৰন্থসমূহত আছিল, তাতো সামান্য ভাষা-ভেদ ঘটিলেও মৌলিক পাৰ্থক্য বেছি নাই। সেই বাবে বেদান্ত, যোগ আৰু সাংখ্যৰ লগত সংগতি ৰাখি পাঞ্চৰাত্ৰ আৰু ভাগৱতৰ দৰ্শন সম্বন্ধে এটা চমু আলোচনা দাঙি ধৰাৰ চেষ্টা কৰা হৈছে।

**পঞ্চৰাত্ৰৰ পৰম তত্ত্ব :—** বেদান্তৰ ব্ৰহ্ম আৰু যোগৰ পৰমাত্মাতকৈ পঞ্চৰাত্ৰৰ বাসুদেৱ তত্ত্ব বা ভগৱান স্বভাৱৰ দৃষ্টিত পৃথক্ নহয়। এই পৰম তত্ত্বটো সত্ত্বাদি প্ৰাকৃত গুণৰহিত অৰ্থাত নিৰ্গুণ আৰু **জ্ঞান**, **শক্তি**, **ঐশ্বৰ্য**, **বল**, **বীৰ্য** তথা **তেজ** এই ছটা অপ্ৰাকৃত গুণ যুক্ত বাবে সগুণ। এই ছটা অপ্ৰাকৃতগুণ বা '**ভগ**' + যুক্ত কাৰণেই **ভগৱান**, সমস্তভূতত ব্যাপ্ত বা বাসযুক্ত বাবে **বাসুদেৱ** আৰু সকলো আত্মাৰ ভিতৰত শ্ৰেষ্ঠ হেতু **পৰমাত্মা** বুলি একেটা পৰমতত্ত্বৰ কথাকে কোৱা যায়। এই পৰম তত্ত্বৰ বাবে '**নাৰায়ণ**' শব্দও প্ৰয়োগ কৰা হয়। ভাৰতবৰ্ষৰ প্ৰসিদ্ধ কেউটা বৈষ্ণৱ সম্প্ৰদায়তে এই পৰমতত্ত্বক নাৰায়ণ বুলি কোৱা হৈছে।

ভগৱান নাৰায়ণৰ অপ্ৰাকৃত গুণকেইটাৰ লক্ষণ এইদৰে দিয়া হৈছে — (১) অজড় স্বপ্ৰকাশ নিত্য, সৰ্বাৱগাহী গুণকে **জ্ঞান** বোলা হয়। (২) জগতৰ

---

+ অন্য মতত 'ভগ' শব্দটো ঐশ্বৰ্য (অণিমা আদিগুণ), বীৰ্য, যশ, শ্ৰী', সৌভাগ্য, জ্ঞান আৰু বৈৰাগ্য এই ছটা গুণৰ বাবেও প্ৰয়োগ হয়।

উপাদান কাৰণক শক্তি বোলে। (৩) জগৎসৃষ্টিৰ ক্ষেত্ৰত স্বতন্ত্ৰতাপূৰ্ণ কৰ্তৃত্বটোকে ঐশ্বৰ্য বোলা হয়। (৪) জগৎনিৰ্মাণৰ বাবে ভগৱানৰ কোনো শ্ৰম নহয়, এই শ্ৰমাভাৱৰ নাম বল। (৫) জগতৰ উপাদান স্বৰূপ হ'লেও ভগৱান স্বয়ং বিকাৰ-ৰহিত হৈ থকা গুণটোৰ নাম বীৰ্য। (৬) জগৎ-সৃষ্টিৰ কাৰণে ভগৱানক কাৰো সহায়ৰ আৱশ্যকতা নাই। এই গুণটোৰ নামেই তেজ। এই গুণসমূহৰ বাবেই ব্ৰহ্ম স্বয়ং জগতৰ নিমিত্ত কাৰণ আৰু উপাদান কাৰণো। এই ছটা অপ্ৰাকৃতিক গুণৰ ভিতৰত জ্ঞানেই শ্ৰেষ্ঠ। এই জ্ঞান ভগৱানৰ গুণ আৰু স্বৰূপ উভয়ধৰ্মী। শক্তি প্ৰভৃতি বাকী পাঁচোটা গুণ এই জ্ঞানৰ লগত জড়িত হৈ থাকে।

শক্তিমান ভগৱানৰ শক্তিক সাধাৰণতে লক্ষ্মী বোলা হয়। এই লক্ষ্মী আৰু ভগৱান বা নাৰায়ণৰ মাজত সম্পৰ্কটো কেনে ধৰণৰ, এই বিষয়েও কিছু বিচাৰ কৰিব লগীয়া আছে। কাৰ্যৰূপ সৃষ্টি নথকা অৱস্থাত এই লক্ষ্মীৰ স্বৰূপটো কেনে হ'ব পাৰে, সেইটো এটা গুৰুত্বপূৰ্ণ কথা। প্ৰলয় বা সৃষ্টিৰ অভাৱ অৱস্থাত শক্তি যদিহে শক্তিমানত বিলীন হৈ যায়, তেনেহ'লে দ্বৈত ভাৱৰহিত অদ্বৈত অৱস্থাৰ সৃষ্টি হয়। প্ৰকৃত অৰ্থত সেই অৱস্থাটোহে প্ৰলয় নামৰ উপযোগী। প্ৰকৃষ্ট ৰূপে লয় নাপালে বা লীন নগ'লে 'প্ৰলয়' শব্দৰ সাৰ্থকতা ক'ত? তথাপি অহিৰ্বুধ্ন্য-সংহিতা'ত শক্তি আৰু শক্তিমানৰ সম্পৰ্কটো সংশ্লেষাত্মকহে বুলিছে; সম্পূৰ্ণ অদ্বৈত বুলি কোৱা নাই (অঃ সং ৩।২৫) সাংখ্যদৰ্শনৰ অনুকূল দ্বৈতবাদী ধাৰণাৰ সমৰ্থন এইখিনিতে পোৱা যায়।) ভিন্ন ভিন্ন গুণ অনুসৰি নাৰায়ণ বা বিষ্ণুৰ শক্তিক লক্ষ্মী, শ্ৰী, আনন্দা, স্বতন্ত্ৰা, পদ্মা আদি নামেৰে পৰিচিত কৰা হয়। সৃষ্টি কালত এই লক্ষ্মীৰ শক্তিক ক্ৰিয়া আৰু ভূতি নামে দুটা ভাগত বিভক্ত দেখা যায়। ভগৱানৰ জগৎসৃষ্টিৰ বাবে যি ইচ্ছা বা সংকল্প তাৰ নাম 'ক্ৰিয়া শক্তি' আৰু জগৎৰূপী যি পৰিণতি বা কাৰ্য তাৰ নাম 'ভূতি শক্তি' দিয়া হৈছে। অহিৰ্বুধ্ন্য সংহিতাতে লক্ষ্মীক ইচ্ছাশক্তি আৰু সুদৰ্শনক ক্ৰিয়াশক্তি বুলিও কৈছে। লক্ষ্মীৰ প্ৰথম প্ৰকাশকে'শুদ্ধ সৃষ্টি' বোলা হয়। অপ্ৰাকৃত ছটা গুণৰ উন্মেষ অৱস্থাটোৱেই শুদ্ধ সৃষ্টি। ইয়াৰ পাছৰ শক্তিৰ বিকশিত অৱস্থা এই জগতকে শুদ্ধেতৰ সৃষ্টি বোলা হৈছে।

শুদ্ধ সৃষ্টিত ভগৱানৰ চাৰিটা ৰূপৰ কথা কোৱা হয়। সেই কেইটা হ'ল যথাক্ৰমে ব্যূহ, বিভৱ, অৰ্চাৱতাৰ আৰু অন্তৰ্যামী অৱতাৰ। বৃহ ৰূপত ভগৱান বাসুদেৱৰ পৰা অপ্ৰাকৃত গুণভিত্তিক আৰু তিনিটা ব্যূহ অৱতাৰ হোৱা বুলিছে। জ্ঞান আৰু বল গুণ প্ৰধান সংকৰ্ষণ; ঐশ্বৰ্য আৰু বীৰ্য গুণ প্ৰধান প্ৰদ্যুম্ন, শক্তি আৰু তেজ গুণ প্ৰধান অনিৰুদ্ধ এই ব্যূহ ৰূপৰ অন্তৰ্গত। বিভৱ মুখ্য আৰু গৌণ দুই শ্ৰেণীৰ

মুক্তিৰ উদ্দেশ্যে যাৰ উপাসনা কৰা হয়, সেয়া মুখ্য বিভৱ, ভোগৰ আশাৰে যাৰ উপাসনা কৰা হয়, সেয়ে গৌণ বিভৱ। বিভৱ শব্দই মূলতঃ অৱতাৰক বুজায়। এই মতে মুঠ অৱতাৰৰ সংখ্যা ৩৯ বুলি ধৰা হয়। পঞ্চৰাত্ৰৰ ব্যৱস্থা মতে পূজাৰ কাৰণে প্ৰস্তৰ বা ধাতু আদিৰে নিৰ্মিত মূৰ্তিসমূহকো অৰ্চাৱতাৰ বোলা হয়। সকলো জীৱৰে অন্তৰত স্থিত ভগৱানৰ শক্তিক অন্তৰ্যামী বোলা হয়।

শুদ্ধেতৰ সৃষ্টিৰ ক্ৰম কিছু পৰিমাণে সাংখ্যৰ লগত মিলে। উদাহৰণ তলত দিয়া হ'ল।



সাংখ্যদৰ্শনত মূল সত্তা প্ৰকৃতি আৰু পুৰুষৰ সংযোগত মহৎ তত্ত্ব এই দুটাৰ উৎপত্তি হোৱা বুলিছে। মহতৰে এটা নাম বুদ্ধি তত্ত্ব। এই বুদ্ধিতত্ত্ব বা মহত্তত্ত্বৰ পৰা তিনি প্ৰকাৰৰ অহংকাৰ সৃষ্টি হোৱা বুলিছে। সাত্ত্বিক অহংকাৰৰ পৰা একাদশ ইন্দ্ৰিয় আৰু তামস অহংকাৰৰ পৰা যথাক্ৰমে পঞ্চতন্মাত্ৰ তথা পঞ্চমহাভূতৰ সৃষ্টি হোৱা বুলিছে। মন কৰিব লগীয়া কথা যে— সাংখ্যৰ মহত্তত্ত্ব আৰু পঞ্চৰাত্ৰৰ বুদ্ধিৰ পৰা পাছৰ সৃষ্টিক্ৰম সম্পূৰ্ণ একে। বুদ্ধিৰ ওপৰত থকা মায়া শক্তিৰ পৰা তমোগুণলৈকে কেউটা তত্ত্বকে সাংখ্য দৰ্শনৰ প্ৰকৃতি তত্ত্বৰে অন্তৰ্গত বুলি ধৰিব পাৰি। ইফালে বাসুদেৱৰপৰা কূটস্থপুৰুষলৈকে কেউটা তত্ত্বকে সাংখ্য দৰ্শনৰ পুৰুষ-তত্ত্বৰ অন্তৰ্ভুক্ত কৰি ল'ব পৰা যায়। প্ৰাচীন কালৰ কোনো কোনো মতত প্ৰকৃতি আৰু পুৰুষৰ উপৰিও সুকীয়া কালতত্ত্বৰ উল্লেখ পোৱা যায়, (দ্ৰঃ বিষ্ণু-পুৰাণ ১।২।১৭ ( ২৬)।

পঞ্চৰাত্ৰৰ মতে এই জগৎ ভগৱান নাৰায়ণৰ লীলা মাত্ৰ। তেওঁৰ সংকল্প বা ইচ্ছা শক্তিৰেই নাম সুদৰ্শন শক্তি। এই সুদৰ্শন শক্তি অনন্ত হ'লেও প্ৰধানকৈ পাঁচ শ্ৰেণীৰ। উৎপত্তি, স্থিতি, বিনাশ, নিগ্ৰহ (মায়া, অৱিদ্যা আদি নামে পৰিচিত তিৰো-ধান শক্তিক নিগ্ৰহ শক্তি বোলে) আৰু অনুগ্ৰহ শক্তি এই সুদৰ্শন বা ইচ্ছা শক্তিৰ অংশ (অহিঃ ১৪।১৩।২৪)। সৃষ্টিৰ অৱস্থাত ভগৱানৰ নিগ্ৰহ শক্তিয়ে জীৱৰ শুদ্ধ সৰ্বজ্ঞ স্বৰূপটো তিৰোহিত বা আবৃত কৰি থয়। জীৱৰ এই অৱস্থাটো বন্ধনযুক্ত অৱস্থা। বদ্ধ জীৱটো কৰ্মফল ভোগ কৰি সংসাৰ-চক্ৰত অবিৰাম ঘূৰি ফুৰিব লগীয়া হয়। সংসাৰ–চক্ৰৰ জন্ম-মৃত্যুৰ পৰা মুক্তি পাবলৈ হ'লে ভগৱানৰ অনুগ্ৰহৰ প্ৰয়োজন। ভগৱানৰ অনুগ্ৰহাত্মিকা শক্তি বা কৃপাৰ ফলতহে জীৱৰ বিষয়ৰ প্ৰতি বৈৰাগ্য ভাৱ ওপজে আৰু স্বৰূপ জ্ঞানৰ উদয় হয়। তেতিয়া মোক্ষ-ফল লাভৰ বাটত বদ্ধ জীৱ স্বাভাৱিকতে আগবাঢ়ি যাবলৈ ধৰে। মোক্ষ-লাভ কৰা জীৱ সংসাৰলৈ ঘূৰি নাহে। তেতিয়া সাগৰত নদী মিলি যোৱাৰ দৰে জীৱও ব্ৰহ্মত মিলি যায় আৰু পৰমানন্দ উপলব্ধি হয়। যোগমাৰ্গত পৰমাত্মাৰ লগত জীৱাত্মাৰ মিলনো ইয়াৰ একে কথা। এই খিনিতে পঞ্চৰাত্ৰ মতত বৈকুণ্ঠ ৰূপ প্ৰতীকৰ কথাও কৈছে। সেই মতে "তেতিয়া জীৱ ভগৱানৰ পৰ ৰূপৰ লগত পৰম ব্যোমত (শুদ্ধ সৃষ্টিৰ পৰা হোৱা বৈকুণ্ঠত) আনন্দেৰে বিহাৰ কৰিবলৈ ধৰে।" এই ভগৱানৰ পৰা বাসুদেৱ ব্যূহ বাসুদেৱতকৈ পৃথক্ মূল সত্তা। এইদৰে জীৱ আৰু ব্ৰহ্মৰ মাজত ঐক্যভাৱ প্ৰতিপাদন কৰা হয় যদিও, পঞ্চৰাত্ৰৰ মত বিবৰ্তবাদী নহয় পৰিণামবাদৰহে সমৰ্থক।

সালোক্য, সাৰূপ্য, সান্নিধ্য, সাযুজ্য আৰু লীন এই পাঁচবিধ মুক্তিৰ কল্পনাৰ কাৰণেও বৈকুণ্ঠৰ নিচিনা এখন কাল্পনিক লোকৰ প্ৰয়োজন হয়। ভাগৱত প্ৰভৃতি বৈষ্ণৱপুৰাণ সমূহত বৈকুণ্ঠৰ কল্পনাই ঠাই পাইছে।

পঞ্চৰাত্ৰ সংহিতা বা তন্ত্ৰ-গ্ৰন্থসমূহত চাৰিটা বিষয় দেখা যায় (১) জ্ঞান— এই বিষয়ৰ ভিতৰত সৃষ্টি-তত্ত্ব আৰু ব্ৰহ্ম জীৱ তথা জগৎ বিষয়ক তত্ত্বই ঠাই পাইছে। (২) যোগ—মুক্তিৰ কাৰণে প্ৰয়োজনীয় যোগ মাৰ্গীয় ক্ৰিয়াসমূহ (৩) ক্ৰিয়া—দেৱালয়-নিৰ্মাণ, মূৰ্তি-নিৰ্মাণ তথা স্থাপন আদি কাৰ্যৰ বৰ্ণনা (৪) চৰ্যা—আহ্নিক ক্ৰিয়া, মূৰ্তি তথা যন্ত্ৰৰ পূজা-ব্যৱস্থাৰ বৰ্ণনা, বৰ্ণাশ্ৰম ধৰ্ম-পালনৰ বিধান, পৰ্ব-উৎসৱ আদিৰ নৈমিত্তিক পূজা সম্বন্ধীয় বিশেষ বিধানসমূহক চৰ্যা বোলা হয়।

সংহিতাসমূহৰ আধাতকৈয়ো সৰহ বৰ্ণনা চৰ্যাবিষয়ক। বাকী থকা আধাতকৈ কম অংশৰ ভিতৰত ক্ৰিয়াবিষয়ক বৰ্ণনাই বেছি। তত্ত্বজ্ঞান বিষয়ক বৰ্ণনা ক্ৰিয়াতকৈ কম আৰু যোগ বিষয়ক বৰ্ণনা সবাতকৈ কম। গতিকে দেখা যায় যে — পঞ্চৰাত্ৰ গ্ৰন্থসমূহৰ প্ৰধান বিষয় চৰ্যা আৰু ক্ৰিয়াহে, অৰ্থাৎ ব্যৱস্থাই ইয়াত প্ৰাধান্য লাভ কৰিছে। বাকী অংশত যোগ সাংখ্য আৰু বেদান্তৰ তত্ত্বই ঠাই পাইছে। ইয়াত 'বেদান্ত শব্দৰ অৰ্থ ব্ৰহ্মসূত্ৰ, গীতা আৰু উপনিষদৰ টীকা-ভাষ্য বুলি ধৰা হোৱা নাই। উপনিষদ্-কালীন দৰ্শনৰ প্ৰভাৱ এই সংহিতা সমূহত থকাটো সঁচা হ'লেও, নাৰায়ণ ঋষিৰ সময়ৰপৰা থকা এটা পৰম্পৰাহে যে এই সম্প্ৰদায়ৰ মূল বস্তু, সেই কথা এই প্ৰসংগত মন কৰিব লগীয়া। প্ৰাচীন উপনিষদ্ সমূহৰ ভিতৰৰে এখন ছান্দোগ্যৰ কথা-প্ৰসংগত দেৱকীনন্দন কৃষ্ণৰ উল্লেখে ছান্দোগ্য উপনিষদৰ ৰচনা কালতকৈ কৃষ্ণৰ প্ৰাচীনতাৰ প্ৰমাণ দাঙি ধৰে। নাৰায়ণ ঋষিৰ অস্তিত্ব-কাল এই কৃষ্ণতকৈয়ো ভালেখিনি আগ। মহাভাৰতৰ বৰ্ণনা মতেও পঞ্চৰাত্ৰমত অতি প্ৰাচীন। এনে স্থলত বৰ্তমান ৰূপত পোৱা সাংখ্য, বেদান্ত আৰু যোগ দৰ্শনৰ প্ৰভাৱ পঞ্চৰাত্ৰমতৰ নতুন ৰূপৰহে পৰিচায়ক। বৈদিক সাধনমাৰ্গৰ শেহৰ ফাললৈ বা উপনিষদৰ সময়লৈ যোগৰ প্ৰভাৱ পৰিল। বানপ্ৰস্থী আৰু সন্ন্যাসীসকলৰ কাৰণে যোগৰ সহায় অপৰিহাৰ্য হৈ পৰিছিল। তত্ত্বদৰ্শনৰ ক্ষেত্ৰত যোগ আৰু সাংখ্যৰ মাজতো পাৰ্থক্য বেছি নাই। সাংখ্যই পুৰুষ আৰু প্ৰকৃতিৰ ওপৰত এজন ঈশ্বৰৰ কথা স্পষ্ট ভাষাৰে কোৱা নাই; কিন্তু যোগ দৰ্শনে এজন মাত্ৰ ঈশ্বৰৰ কথা কয়। সেই বাবে যোগদৰ্শনক সেশ্বৰ (ঈশ্বৰ থকা) সাংখ্যও বোলা হ'ল। ভাগৱতৰো ঠায়ে ঠায়ে যোগ আৰু সাংখ্য একে কৰি ধৰা হৈছে। শংকৰদেৱৰ সাহিত্যতো এই কথা লক্ষ্য কৰিব লগীয়া।

কপিল স্বৰূপে আৰো ভৈলা অৱতাৰ।
লুপ্ত ভৈল জ্ঞান তাংক কৰিলা প্ৰচাৰ ॥
তোমাৰ প্ৰসাদে যোগ জানি দেৱহুতি।
তোমাৰ চৰণ চিন্তি লভিলা মুকুতি ॥ ১৮ ॥

কপিল সাংখ্য মতৰ প্ৰৱৰ্তক বুলি জনাজাত। সাংখ্যৰ সমান জ্ঞান অন্য শাস্ত্ৰত নাই বুলিও কথিত আছে। গতিকে ইয়াত লুপ্তজ্ঞান প্ৰচাৰ কৰা কথাই সাংখ্যৰ প্ৰচাৰকে বুজাইছে। ভাগৱত পুৰাণতো ( ১।৩।১০) এই কথা কৈছে। তেওঁ মাতৃ দেৱহূতিকো এই জ্ঞান দিয়া আৰু দেৱহূতি মলমুক্ত হোৱা কথাও কৈছে ( ২।৭।৩ )। শংকৰদেৱে এই দুটা প্ৰসংগৰ কথা সাৰ্মাৰ কীৰ্তনত একেলগে ওপৰত দিয়া ধৰণে লিখিছে ; কিন্তু এই দুটা প্ৰসংগৰ এটাতো 'যোগ' শব্দৰ প্ৰয়োগ নাই। তৃতীয় স্কন্ধৰ ২৫ সংখ্যক অধ্যায়ৰ পৰা ৩৩ সংখ্যক অধ্যায়লৈকে থকা কপিল-দেৱহূতিৰ সংবাদত এই সাংখ্য মতৰ কথাকে ভক্তিযোগ বুলিও কৈছে। গতিকে সাংখ্যৰ জ্ঞান, যোগ আৰু ভক্তিৰ মাজত এটা অবিচ্ছেদ্য সম্বন্ধ আছে বুলি বুজিব পাৰি।

কপিলৰ দৰেই দত্তাত্ৰেয় আৰু ঋষভৰ ক্ষেত্ৰতো তত্ত্বজ্ঞান আৰু যোগৰ মাজত ঐক্য প্ৰদৰ্শিত হৈছে। শংকৰদেৱে প্ৰথম আৰু দ্বিতীয় দুয়োটা স্কন্ধত থকা ভগৱানৰ লীলাৱতাৰ সমূহৰ বিবৰণ মিলাই কীৰ্তনত একে কৰি সজাই দিছে। দত্তাত্ৰেয়ৰ প্ৰসংগত আছে—

দত্তাত্ৰেয় নামে ভৈলা অত্ৰিৰ তনয়।
পুছিলন্ত যোগ যদু অলৰ্ক হৈহয় ॥
তিনিও ৰাজাত কৈলা যোগৰ যুগুতি।
তোমাৰ প্ৰসাদে পাইলা পৰম মুকুতি ॥ ১৯

ঋষভৰ প্ৰসংগত কৈছে—

পুত্ৰ ভৈলা নাভিৰ ঋষভ নামে তুমি।
জড় যোগ চৰ্যা কৰি পৰ্যটিলা ভূমি ॥
পৰম জ্ঞানৰ পথ দেখাইলা আপুনি।
পৰম পদক পাৱে যাক জানি শুনি ॥ ২১

মন কৰিবলগীয়া যে — ভাগৱত পুৰাণে যোগ আৰু জ্ঞানৰ লগতে এই কেউটা প্ৰসংগতে ভক্তিৰো সম্পৰ্ক ৰক্ষা কৰিছে। অনুমান হয় যে—অতি প্ৰাচীন কালত জ্ঞান আৰু যৌগিক ক্ৰিয়াৰ লগত সম্বন্ধ নথকা কেৱল ভক্তিৰ সাধনাই বিকশিত ৰূপ পোৱা নাছিল। সেইবাবে পঞ্চৰাত্ৰ বা ভাগৱত মতত ভগৱানৰ চৰণত একান্তভাৱে শৰণ গ্ৰহণৰ ওপৰত গুৰুত্ব দিলেও লগতে জ্ঞান, ক্ৰিয়া, যোগ আৰু চৰ্যাৰ বিধান দিয়া হৈছিল। শুকমুনিৰপৰা ভাগৱত শুনি পৰীক্ষিত ৰজাই মোক্ষ লাভ কৰা কথা-প্ৰসংগতো তত্ত্বজ্ঞান আৰু যোগৰ প্ৰভাৱ স্পষ্টভাৱে দেখা যায়। গতিকে এনে এটা

ধাৰণা অসংগত যেন নালাগে যে—ভক্তিধৰ্মই পৌৰাণিক স্তৰ পোৱাৰ আগতে স্ত্ৰী আৰু শূদ্ৰসকলৰ বাবে তাৰ দুৱাৰ বহলভাবে মুকলি কৰি দিয়া নাছিল। পৌৰাণিক ধৰ্মত ভক্তিৰ বাবে সকলো শ্ৰেণীৰ লোকলৈকে দুৱাৰ মুকলি কৰি দিয়াৰ উদাহৰণ-স্বৰূপে গোপীসকলৰ কথালৈকে আঙুলিয়াব পাৰি। ভাগৱত পুৰাণৰ আগতে হৰিবংশ, বিষ্ণুপুৰাণ প্ৰভৃতি অন্য পৌৰাণিক সাহিত্যতো গোপীসকলৰ কৃষ্ণ-ভক্তিৰ কথা গঢ় লৈ উঠিছিল। ভাগৱতৰ পাছত নতুন ৰূপ লোৱা পুৰাণসমূহৰ ভিতৰত পদ্ম আৰু ব্ৰহ্মবৈৱৰ্ত পুৰাণত গোপী সম্বন্ধীয় কথাই অধিক বিস্তৃতি লাভ কৰিছে। গোপীসকলৰ ভক্তিৰ আদৰ্শই পঞ্চৰাত্ৰৰ জ্ঞান, চৰ্যা, ক্ৰিয়া আৰু যোগৰ ভিতৰত চৰ্যাৰ কিছু অংশৰ বাহিৰে বাকী তিনিওটাৰে গুৰুত্ব স্ত্ৰী-শূদ্ৰ আদি বহু সংখ্যক লোকৰ বাবে নোহোৱা কৰি পেলালে। আৰু সম্ভৱতঃ স্ত্ৰী-শূদ্ৰ প্ৰভৃতি সাধাৰণ শ্ৰেণীৰ লোকৰ মাজত ভক্তিক জনপ্ৰিয় কৰিবৰ উদ্দেশ্যেই পুৰাণসমূহত ব্যৱস্থাৰ গুৰুত্ব হ্ৰাস কৰি ভগৱানৰ লীলা বা কাহিনীৰ ওপৰত বেছি গুৰুত্ব আৰোপ কৰা হ'ল। জ্ঞান আৰু ব্যৱস্থা সম্বন্ধীয় কথাও কাহিনী বা লীলা-কীৰ্তনৰ লগত প্ৰাসংগিক ৰূপতহে উপস্থিত কৰা হ'ল।

**পঞ্চৰাত্ৰ বা ভাগৱত সম্প্ৰদায়ৰ সাহিত্য** ঃ—পঞ্চৰাত্ৰ শব্দৰ অৰ্থ কি—এই সম্বন্ধেও অনেক মত আছে। মহাভাৰতৰ মতে চাৰিবেদ আৰু সাংখ্য-যোগ একত্ৰে পঞ্চৰাত্ৰ। ঈশ্বৰ সংহিতা মতে ( অধ্যায় ২১ ) শাণ্ডিল্য, ঔপগায়ন, কৌশিক, মৌঞ্জায়ন আৰু ভাৰদ্বাজ ঋষিক মিলাই পাঁচ ৰাতি ধৰি উপদেশ দিয়া বাবে পঞ্চৰাত্ৰ নাম হৈছে। পদ্মসংহিতাৰ মতে ইয়াৰ ওচৰত অন্য পাঁচবিধ শাস্ত্ৰ ৰাত্ৰিতুল্য মলিন হৈ পৰে কাৰণে পঞ্চৰাত্ৰ নাম হৈছে। নাৰদপঞ্চৰাত্ৰ মতে 'ৰাত্ৰ' শব্দৰ অৰ্থ জ্ঞান। পৰম তত্ত্ব, মুক্তি, ভক্তি যোগ আৰু বিষয় ( সংসাৰ ) এই পাঁচোটা বিষয়ৰ নিৰূপণ কৰা হৈছে কাৰণে ইয়াৰ নাম পঞ্চৰাত্ৰ দিয়া হৈছে ( নাৰদপাং ১।৪৪)। অহিৰ্বুধ্ন্য সংহিতায়ো এই মতকে স্বীকাৰ কৰে ( ১১।৬৪ )।

অপ্ৰকাশিত কিছুমান পুৰণি পুথিৰ উল্লেখ মতে পঞ্চৰাত্ৰ সংহিতাৰ সংখ্যা ২১৫ খন। এই বিলাকৰ ভিতৰত কুৰিখন মানো এতিয়ালৈকে প্ৰকাশ হৈছেনে নাই হোৱা সন্দেহ আছে ; কিন্তু সংহিতা বা তন্ত্ৰ নামে ৰচিত আৰু প্ৰকাশিত গ্ৰন্থৰ বাহিৰেও কাব্য আৰু পুৰাণৰ মাজেদি পঞ্চৰাত্ৰ বা সাত্বত মতৰ প্ৰচাৰ অতি ব্যাপকভাৱে হৈ আহিছে। আনকি পঞ্চৰাত্ৰ বা নাৰায়ণ ধৰ্মৰ ভিত্তিত কেইবাখনো উপনিষদো ৰচনা হৈছিল। অব্যক্তোপনিষৎ, কলিসন্তৰণোপনিষৎ, কৃষ্ণোপনিষৎ, গৰুড়োপনিষৎ, গোপাল তাপিনী উপনিষৎ, তাৰসাৰোপনিষৎ ত্ৰিপাদবিভূতিমহানাৰায়-

গোপনিষৎ, নৃসিংহতাপিনীউপনিষৎ, ৰামতাপিনী উপনিষৎ, ৰামৰহস্যোপনিষৎ, বাসুদেৱোপনিষৎ আৰু হয়গ্ৰীৱোপনিষৎ, এই শ্ৰেণীৰ ।

খ্ৰীঃ পূঃ ২।৪ শ বছৰৰ আগতে মহাভাৰতৰ মূলৰূপটো 'জয়' নামে পৰিচিত থকা বুলি জনা যায় । সেই 'জয়' কাব্য পাছত ক্ৰমে ভাৰত আৰু মহাভাৰত নামে নতুন ৰূপত বিকশিত হয় । জয়কাব্যৰ লেখকজনো পঞ্চৰাত্ৰ সম্প্ৰদায়ৰ লোক আছিল যেন অনুমান হয় । কিয়নো গ্ৰন্থৰ আৰম্ভণিতে গুৰু বা ইষ্টদেৱতাৰ বন্দনা কৰা প্ৰথামতে জয় কাব্য পাঠ কৰিবলৈ লোৱাৰ আগতেও নৰসহ নাৰায়ণৰ বন্দনা কৰা হৈছে । বিদ্যাৰদেৱী সৰস্বতী আৰু জয় কাব্যৰ প্ৰথম গ্ৰন্থকাৰ ব্যাসকো বন্দনা কৰা কথাই মহাভাৰতৰ আৰম্ভণিত থকা 'নাৰায়ণং নমস্কৃত্য * * * ততোজয়মুদীৰয়েৎ ॥' শ্লোক পাছৰ যুগত ৰচনা কৰাৰ প্ৰমাণ দিয়ে । কিয়নো স্বয়ং ব্যাসমুনিয়ে নিজকে বন্দনা কৰি শ্লোক এটা মহাভাৰতত দিব নোৱাৰে ।

মহাভাৰতৰ ঘাই কাহিনীটো কৌৰৱ-পাণ্ডৱৰ যুদ্ধ হ'লেও সেই কাহিনীৰ লগত শ্ৰীকৃষ্ণৰ গুৰুত্ব জড়িত হৈ আছে আৰু শ্ৰীকৃষ্ণকে বহুত প্ৰসগংত হৰি বা নাৰায়ণ বুলিও কৈছে। গীতাৰ প্ৰতিপাদ্য কথাখিনি সম্প্ৰদায় নিৰ্বিশেষে গ্ৰহণ কৰিব পাৰিলেও ভগৱানক 'বাসুদেৱ' বোলা কথাই আৰু শেষত 'মামেকং শৰণং ব্ৰজ' উক্তিয়েও পঞ্চৰাত্ৰৰ লগত থকা সম্পৰ্কৰ পৰিচয় দিয়ে। এই প্ৰসংগত আৰু এটা কথা মন কৰিবলগীয়া যে — মহাভাৰতৰ অংশ বিশেষ 'গীতা'ত গীতাত্মকতা দৃষ্টিগোচৰ নহয় । তথাপি ইয়াক গীতা অৰ্থাৎ গোৱাহোৱা বস্তু কিয় বোলা হ'ল ? সম্ভৱতঃ ভগৱানৰ স্তুতিগানত গুৰুত্ব দিয়া পঞ্চৰাত্ৰ সম্প্ৰদায়ৰ গীতৰ লগত ইয়াৰ কিবা সম্পৰ্ক আছিল । মহাভাৰতৰ শান্তিপৰ্ব'ত ( ৩৪৮।১০ ) পঞ্চৰাত্ৰমতক সামবেদ সদৃশ বোলা হৈছে । সামবেদ গীতাত্মক । শংকৰদেৱেও কীৰ্ত্তনত কৈছে —

> ভৈলাহা নাৰদঋষি নামে অৱতাৰ ।
> পঞ্চৰাত্ৰ নামে তন্ত্ৰ কৰিলা প্ৰচাৰ ।।
> যাক আচৰিলে মহা মোক্ষপদ পাই ।
> হৰিৰ কীৰ্ত্তন কৰি ফুৰা বীণা বাই ॥ ১৬ ॥

মহাভাৰতৰ দৰেই ৰামায়ণতো পাছৰ যুগত পঞ্চৰাত্ৰৰ প্ৰভাৱ পৰিছিল । সেই বাবে ৰামায়ণৰ কোনো কোনো প্ৰসংগত ৰামক বিষ্ণুৰ অৱতাৰ বোলা হৈছিল আৰু লক্ষ্মণকো শেষ বা সংকৰ্ষণৰ অৱতাৰ বুলিছিল ( যুদ্ধকাণ্ড ১২৮।১২০ )। এইদৰে পৌৰাণিক যুগৰ সমস্ত বৈষ্ণৱ সাহিত্যৰ লগত পঞ্চৰাত্ৰৰ সম্পৰ্ক কম-বেছি

পৰিমাণে আছিল ; কিন্তু সময়ৰ প্ৰয়োজনে প্ৰাচীন পঞ্চৰাত্ৰ মতটোক পৌৰাণিক সাহিত্যৰ মাজেদি এটা নতুন গঢ় দিয়াৰ চেষ্টা কৰিছিল। শংকৰদেৱৰ দৰ্শন আৰু সাধনমাৰ্গ পঞ্চৰাত্ৰমতৰ এই নতুন ৰূপটোৰ লগতহে জড়িত যেন ধাৰণা হয়। শংকৰদেৱৰ সমকালীন আৰু পূৰ্বকালীন অন্যান্য বৈষ্ণৱ আচাৰ্যসকলৰ দৰ্শনতকৈ শংকৰদেৱৰ দৰ্শনৰ আধাৰ কিছু পৃথক্। আনসকলৰ পৰম্পৰাত প্ৰস্থানত্ৰয়ীৰ ( ব্ৰহ্ম-সূত্ৰ, উপনিষৎ আৰু গীতাৰ ) ব্যাখ্যাই গুৰুত্ব লাভ কৰিছে। সাধনমাৰ্গত পঞ্চ-ৰাত্ৰৰ ব্যৱস্থাই ঠাই পাই আছিলেও দৰ্শনত 'প্ৰস্থানত্ৰয়ী'ৰ টীকা-ভাষ্যই পঞ্চৰাত্ৰ দৰ্শনক গৌণ কৰি পেলাইছে। প্ৰস্থানত্ৰয়ীৰ ভিতৰত গীতা স্বয়ং মহাভাৰতৰ অংশৰূপে পঞ্চৰাত্ৰীয় বা ভাগৱত সম্প্ৰদায়ৰ অন্তৰ্গত বস্তু। বাকী উপনিষৎ আৰু ব্ৰহ্মসূত্ৰক সাৰ্মৰি বেদান্ত মতৰ ওপৰতেই সেই আচাৰ্যসকলে বেছি নিৰ্ভৰ কৰিছে। আনহাতে ৰামানুজাচাৰ্য প্ৰভৃতি সকলো প্ৰসিদ্ধ বৈষ্ণৱাচাৰ্যৰ দৰ্শন অদ্বৈতবাদী শংকৰাচাৰ্যৰ দৰ্শনৰ প্ৰতিক্ৰিয়া স্বৰূপ। শংকৰদেৱৰ দৰ্শন আৰু সাহিত্যত শংকৰা-চাৰ্যৰ দৰ্শনৰ প্ৰতিক্ৰিয়া কেনেধৰণৰ হৈছিল সেইটোও মন কৰিবলগীয়া কথা।

## ভাৰতীয় বৈষ্ণৱ দৰ্শন আৰু শংকৰদেৱৰ দৰ্শন ঃ

স্মাৰ্ত শংকৰাচাৰ্যৰ মতত বৈষ্ণৱ উপাদান কিছু থাকিলেও তেওঁক বিশেষ ভাৱে শৈৱ বুলিহে ধৰা হয়। গতিকে বৈষ্ণৱ আচাৰ্যসকলৰ চিন্তাৰ পদ্ধতি বা দাৰ্শনিক বিচাৰত শংকৰাচাৰ্যৰ প্ৰভাৱ থাকিলেও সাধনমাৰ্গৰ পৰম্পৰা সুকীয়া হোৱাটো স্বাভা-ৱিক। ভাৰতবৰ্ষৰ প্ৰসিদ্ধ বৈষ্ণৱাচাৰ্য কেউজনেই নিজ পৰম্পৰাৰ মূল বস্তুটো নাৰা-য়ণ বুলি ধৰিছে। নাৰায়ণৰ পাছত হোৱা পৰম্পৰাৰ পাৰ্থক্যই পাছৰ সম্প্ৰদায়-সমূহৰ পাৰ্থক্যৰো মূল আধাৰ হৈ পৰিছে। তলত এই সম্প্ৰদায়সমূহৰ চমু পৰিচয় দিয়া হৈছে।

| আচাৰ্য | সময় | দাৰ্শনিক মত | সম্প্ৰদায়ৰ নাম |
|---|---|---|---|
| ৰামানুজ | খ্ৰীঃ ১০৩৭ – ১১৩৭ চন | বিশিষ্টাদ্বৈতবাদ | শ্ৰীসম্প্ৰদায় |
| মাধৱ | খ্ৰীঃ ১১৯৯ ১৩০৩ ,, | দ্বৈতবাদ | ব্ৰহ্ম সম্প্ৰদায় |
| নিম্বাৰ্ক | খ্ৰী ১৩ শতিকা | দ্বৈতাদ্বৈতবাদ | সনক সম্প্ৰদায় |
| বল্লভ | খ্ৰীঃ ১৪৭৯ - ১৫৪৪ | শুদ্ধাদ্বৈতবাদ | ৰুদ্ৰ সম্প্ৰদায় |

এই চাৰিওটা সম্প্ৰদায়তে মূলজনক নাৰায়ণ বোলা হৈছে। ৰামানুজ-সম্প্ৰদায়ৰ পৰম্পৰাত নাৰায়ণৰ পৰা লক্ষ্মী বা শ্ৰীয়ে প্ৰথমতে তত্বজ্ঞান লাভ কৰিছিল বাবে এই সম্প্ৰদায় শ্ৰীসম্প্ৰদায় নামে জনাজাত হ'ল। মাধৱাচাৰ্য বা আনন্দ-তীৰ্থৰ সম্প্ৰদায়ৰ মতে নাৰায়ণৰ পৰা ব্ৰহ্মাই তত্বজ্ঞান লাভ কৰিছিল। পৰৱৰ্তী

আচাৰ্যসকলৰ ভিতৰত বায়ু, হনুমান আৰু ভীমকো মাধৱাচাৰ্যৰ পূৰ্বকালীন পৰম্পৰাত ঠাই দিয়া হৈছে +। দ্বৈতাদ্বৈতবাদী নিম্বাৰ্কাচাৰ্যৰ সম্প্ৰদায়ত নাৰায়ণৰ পৰা সনতকুমাৰে তত্ত্বজ্ঞান লাভ কৰা বুলিছে। সনক আদি চাৰিসিদ্ধৰ পৰা এই তত্ত্বজ্ঞানৰ প্ৰচাৰ হোৱা কাৰণে এই সম্প্ৰদায়টো সনকসম্প্ৰদায় নামেও পৰিচিত। শুদ্ধাদ্বৈতবাদী বল্লভাচাৰ্যৰ পৰম্পৰাত নাৰায়ণৰ পৰা ৰুদ্ৰই পৰম তত্ত্বৰ জ্ঞান লাভ কৰিছিল। গতিকে মাধৱাচাৰ্যৰ পৰম্পৰাতহে নাৰায়ণৰ পৰা ব্ৰহ্মাই পোৱা বোলা কথাটো ভাগৱত পুৰাণৰ লগত মিলে। বাকী তিনিওটা সম্প্ৰদায়ৰ পৰম্পৰা গুৰিতে পৃথক্ হৈছে। এনেস্থলত দ্বৈতবাদী আনন্দতীৰ্থৰ দৰ্শনৰ লগতহে শংকৰদেৱৰ দৰ্শন আৰু তদনুৰূপ সাধনমাৰ্গৰ তুলনাত্মক বিচাৰৰ প্ৰয়োজন দেখা যায়। বাকী কেইটা সম্প্ৰদায়ৰ লগত আকস্মিকভাৱে বহুত কথাৰ মিল হ'লেও পৰম্পৰাৰ ভিন্নতা স্পষ্ট হৈ পৰিছে।

মাধৱাচাৰ্যৰ মতো পৰম্পৰাৰ ফালৰপৰা শংকৰদেৱৰ লগত প্ৰকৃততে নিমিলে। শংকৰদেৱৰ পূৰ্বপৰম্পৰাত ব্ৰহ্মাৰ পাছত নাৰদ ব্যাস আৰু শুকেহে স্থান পাইছে। শুকৰ মুখেদি প্ৰকাশ হোৱা ভাগৱতহে শংকৰদেৱৰ ঘাই আধাৰ। শুকমুনিৰ আগে-পাছে বায়ু আৰু ভীমৰ স্থান ভাগৱতৰ পৰম্পৰাত নাই। আনহাতে লক্ষ্য বস্তু আৰু সাধনাৰ ক্ষেত্ৰত দ্বৈতভাৱৰ আভাস থাকিলেও শংকৰদেৱৰ ৰচনাৰ অনেক ঠাইত স্পষ্ট ভাষাৰে দ্বৈতভাৱৰ বিৰোধ কৰিছে।

যেনে — চৈতন্য স্বৰূপে তুমি এক নিৰঞ্জন।
তোমাক বুলিবে দ্বৈত কোন অজ্ঞজন ॥ ওড়েষা কীৰ্তন ২১০১ ॥

ইয়াৰ বিপৰীতে অদ্বৈতবাদৰ সমৰ্থক বহুত পদ বহুত প্ৰসংগত পোৱা যায়। সেই সম্বন্ধীয় উদাহৰণ পাছত আলোচনা-প্ৰসংগত দাঙি ধৰা হ'ব। মুঠতে এতিয়া এই কথাও স্পষ্ট ভাৱে দেখা যায় যে— শংকৰদেৱ পূৰ্বোক্ত চাৰিওটা বৈষ্ণৱ সম্প্ৰদায়ৰ এটাৰো অন্তৰ্ভুক্ত নহয়।

শংকৰদেৱৰ সাধন-মাৰ্গত যুগল উপাসনাৰ অভাৱেও আনবোৰ বৈষ্ণৱ সম্প্ৰদায়তকৈ সুকীয়া বুলি নিজৰ পৰিচয় দিয়ে। ৰামানুজ প্ৰভৃতি আচাৰ্যসকলৰ উপাসনাত লক্ষ্মী আৰু বল্লভাচাৰ্যৰ সম্প্ৰদায়ত ৰাধাৰ স্থান আছে। মাধৱাচাৰ্যৰ সম্প্ৰদায়ত লক্ষ্মীৰ যি স্থান সেই স্থান চৈতন্যদেৱৰ সম্প্ৰদায়ত ৰাধাই পালে। চৈতন্য সম্প্ৰদায় মাধৱাচাৰ্যৰ পৰম্পৰাৰ পৰা পাছত ফাটি ওলোৱা উপ সম্প্ৰদায়। ৰামানুজ পৰম্পৰাৰ

* দ্ৰঃ বলদেৱ উপাধ্যায়ৰ ভাৰতীয় দৰ্শন — মাধৱ-দৰ্শনৰ সাধনমাৰ্গ। ১৯৪৮ চনৰ সংস্কৰণ পৃঃ ৪৮৪, ৪৭৭।

পৰা বিকশিত ৰামানন্দৰ সুকীয়া পৰম্পৰাতো লক্ষ্মীৰ পৰিবৰ্তে সীতা আৰু নাৰায়ণৰ ঠাইত ৰাম উপাস্য হ'ল।

ব্যৱস্থাৰ ক্ষেত্ৰত সকলো বৈষ্ণৱ মতেই পঞ্চৰাত্ৰক মানে যদিও শ্ৰীবৈষ্ণৱ সম্প্ৰদায়ত পঞ্চৰাত্ৰৰ প্ৰভাৱ বেছি স্পষ্ট বুলি কয়। সেই দৰে পুৰাণসমূহৰ ভিতৰতো ৰামানুজাচাৰ্যৰ শ্ৰীসম্প্ৰদায়ত বিষ্ণু পুৰাণ আৰু বল্লভাচাৰ্যৰ ৰুদ্ৰসম্প্ৰদায়ত ভাগৱত পুৰাণৰ মান্যতা বেছি। বল্লভাচাৰ্যৰ পূৰ্বৰ আচাৰ্য বিষ্ণু স্বামীৰ সাধন মাৰ্গৰ লগতো শংকৰদেৱৰ দুই-চাৰিটা কথা মিলা যেন দেখা যায়; ৰামানুজাচাৰ্যৰ লগতো সেই দৰে কিছুমান কথাৰ সাদৃশ্য পৰিলক্ষিত হয়। তথাপি তাৰ কাৰণেই শংকৰদেৱৰ মত তেওঁলোকৰ সম্প্ৰদায়ৰ লগত জড়িত বুলি ক'ব নোৱাৰি। গতিকে আমি শংকৰদেৱৰ দৰ্শনৰ বিচাৰ কৰিবলৈ হ'লে পূৰ্বোক্ত আচাৰ্যসকলৰ মতৰ লগত তুলনা কৰাটো মুখ্য কথা হ'ব নোৱাৰে। প্ৰাসংগিক ভাবে দুই-এটা বিষয় আলোচনাৰ ভিতৰলৈ অহাটো সুকীয়া কথা।

**শংকৰদেৱৰ দৰ্শন ঃ**

**(১) তত্ত্বজ্ঞান ঃ—** শংকৰদেৱৰ দৰ্শন আৰু সাধন-মাৰ্গৰ প্ৰধান আধাৰ ভাগৱত মহাপুৰাণ বুলি আগতে কোৱা হৈছে। ভাগৱত পুৰাণৰ তত্ত্বজ্ঞানৰ প্ৰাচীন পৰম্পৰা নাৰায়ণৰ পৰা আৰম্ভ হোৱাৰ কথাও আগতে আলোচনা কৰা হৈছে। এই দৃষ্টিত নাৰায়ণ ঋষিৰ পুৰুষদেৱতাৰ স্বৰূপ আৰু ভাগৱত পুৰাণৰ মূল সূত্ৰ 'চতুঃশ্লোকী ভাগৱত'ত থকা নাৰায়ণৰ স্বৰূপৰ মাজত যি সাদৃশ্য সেইটো বিচাৰ কৰি চাব লগীয়া +। এই উদ্দেশ্যে তলত পুৰুষসূক্তৰ বিষয়বস্তু সম্বন্ধে এটি চমু আভাস দিয়াৰ চেষ্টা কৰা হৈছে।

(ক) বিৰাট পুৰুষ সহস্ৰশীৰ্ষ, সহস্ৰাক্ষ, সহস্ৰপাৎ অৰ্থাৎ তেওঁ অসংখ্য (সহস্ৰ) শিৰ, চকু আৰু পাদযুক্ত পুৰুষ বা সকলো ব্যক্তিতে বিদ্যমান চৈতন্য-স্বৰূপ (জীৱাত্মা); কিন্তু কেৱল জীৱাত্মা ৰূপতেই তেওঁ আবদ্ধ নহয়। তেওঁ ভূমি অৰ্থাৎ জগতৰ সৰ্বত্ৰ ব্যাপক হৈ থকাৰ উপৰিও অতিৰিক্ত অৱস্থাত আছে।

(খ) এই পুৰুষ বা চৈতন্য সত্তাই ভূত ভৱিষ্যৎ আদি কালৰূপ।

(গ) তেওঁ কাৰণ স্বৰূপ হৈয়ো কাৰ্যৰূপত জগৎ অৰ্থাৎ এই বিশ্ব-প্ৰকৃতি ৰূপত প্ৰকাশ পাইছে।

---

+ এই প্ৰসংগত পুৰুষসূক্তৰ পূৰ্ণপাঠ আৰু অনুবাদ দিয়া নাই। প্ৰয়োজন উপলব্ধি কৰালোকে নিজে মিলাই চাব। ইয়াত উদ্ধৃত কৰিলে আলোচনা বেছি বহল হ'ব।

(ঘ) তেওঁৰ এটা খোজতে এই বিশ্ব প্ৰকাশ পাইছে, তিনিটা খোজ স্বৰ্গত আছে। অৰ্থাৎ এই বিৰাট পুৰুষৰ এটা অংশহে আমি জগৎৰূপে বা বিশ্বপ্ৰকৃতি ৰূপে পাইছোঁ।

(ঙ) এই বিশ্ব-প্ৰকৃতি ৰূপী দেহত পুৰুষে প্ৰাণ ৰূপে অৱস্থান কৰি আছে। দেৱতা, মনুষ্য প্ৰভৃতি প্ৰাণিসমূহতো সেই পুৰুষেই প্ৰাণ ৰূপে বা জীৱাত্মা ৰূপে প্ৰকাশ পাইছে।

(চ) যেতিয়া দেৱতাসকলে মানসিক 'হৱি'ৰে যজ্ঞ কৰিলে, তেতিয়া সেই যজ্ঞত গ্ৰীষ্ম ঋতুৱেই কাঠ, বসন্ত ঋতুৱেই ঘৃত আৰু শৰৎ ঋতুৱেই হৱি হ'ল। যিজন প্ৰথমতে ব্যক্ত হৈছিল, মানসযজ্ঞত তেওঁকেই হৱি দিয়া হ'ল। তাৰ পাছত সেই পুৰুষসকলৰ প্ৰেৰণাত দেৱতা আৰু ঋষিসকলে যজ্ঞানুষ্ঠানৰ আয়োজন কৰিলে।

(ছ) সৰ্বাত্মা স্বৰূপ পুৰুষক হৱি দিয়া মানসযজ্ঞৰ পৰা দধিযুক্ত ঘৃতাদি আৰু বায়ুদেৱতাৰ লগত সম্বন্ধিত বন্য তথা গ্ৰাম্য পশুসমূহৰ সৃষ্টি হ'ল। সেই যজ্ঞৰ পৰাই ঋক্, যজুঃ, সামবেদ আৰু গায়ত্ৰী আদি ছন্দৰ উৎপত্তি হ'ল।

(জ) এই বিৰাট যজ্ঞপুৰুষ কেনে ধৰণেৰে প্ৰকাশ পালে তাৰ পৰিচয় এই দৰে দিয়া হৈছে— ব্ৰাহ্মণ এই পুৰুষৰ মুখ, ক্ষত্ৰিয় বাহু, বৈশ্য উৰু আৰু শূদ্ৰ তেওঁৰ চৰণ ৰূপে প্ৰকট হ'ল। মনৰ পৰা চন্দ্ৰ, চকুৰ পৰা সূৰ্য, মুখৰ পৰা ইন্দ্ৰ-অগ্নি প্ৰাণৰ পৰা বায়ু মূৰৰ পৰা স্বৰ্গ, নাভিৰ পৰা অন্তৰিক্ষ, চৰণৰ পৰা পৃথিৱী, আৰু কাণৰ পৰা লোকসমূহ তথা দিক্সমূহ প্ৰকাশ পালে। প্ৰজাপতিৰ প্ৰাণ-ৰূপ দেৱতাসকলে এই যজ্ঞপুৰুষকে মানসযজ্ঞৰ অনুষ্ঠান কালত বৰণ কৰিলে। সেই সময়তে সাত পৰিধি আৰু একৈশ সমিধৰো সৃষ্টি হ'ল।

(ঝ) দেৱতাসকলে মানসযজ্ঞত বিৰাট পুৰুষৰ যি পূজা কৰিলে, তাৰ পৰাই সংসাৰৰ গুণস্বৰূপ ধৰ্মসমূহৰ (স্বভাৱ বা লক্ষণৰ) ধাৰণকৰ্তা ধৰ্মৰ সৃষ্টি হ'ল।

(ঞ) যি স্বৰ্গত দেৱতাসকল থাকে, যজ্ঞকৰ্তা সন্তসকলেও সেই স্বৰ্গকে পায়। পুৰুষসূক্তত বৰ্ণিত বিষয়বস্তুক এতিয়া আমি কাৰণৰূপ চৈতন্যপুৰুষ (আত্মা) কাৰ্যৰূপ বিশ্ব-প্ৰকৃতি বা জগৎ, কাল, মানসযজ্ঞ আৰু তাৰ ফলসমূহ এই কেইটা ভাগত বিভক্ত কৰিব পাৰোঁ। চতুঃশ্লোকী ভাগৱতৰ বিষয়বস্তুতো এই কেইটা তত্ত্ব কেনে দৰে আছে বিচাৰ কৰি চোৱা যাওক।

ব্ৰহ্মাৰ প্ৰাৰ্থনা শুনি কৃষ্ণ নিগদন্তি।
চতুঃ শ্লোকে ভাগৱত লোৱা প্ৰজাপতি॥

জগতৰ পূৰ্বে মই মাত্ৰ থাকো জান ।
কাৰ্য-কাৰণৰ কিছু নাছিলেক আন ॥৬৪৮
মোক মাত্ৰ দেখিয়োক সৃষ্টিৰ মধ্যত ।
দেখা শুনা মানে সবে মঞি বিচাৰত ॥
মঞি মাত্ৰ অৱশেষে থাকোঁহো অন্তত ।
কুণ্ডল ভাঙিলে যেন সোণা স্বৰূপত ॥৬৪৯
অবস্তুক দেখাৱয় বস্তুক আৱৰি ।
এহিসে মোহোৰ মায়া জানা নিষ্ঠ কৰি ।।
নথাকিতো দেখি যেন চন্দ্ৰমা দুতয় ।
থাকিতো ৰাহুক যেন কেহোঁ নেদেখয় ॥ ৬৫০ ।
এহি মতে মায়া আৰ কৰি ঈশ্বৰক ।
আশাৰ বিষয় তাক দেখাৱে জীৱক ।
যেন মহা পঞ্চভূতে কৰিয়া নিৱাস ।
স্থাৱৰ জংগম সদা কৰয় প্ৰকাশ । ৬৫১
ময়ো সেহি মতে আছো জগততে ব্যাপি ।
তাৰ দোষ-গুণে মোক নোছোৱে তথাপি ॥
হেন মোক বিচাৰিবে সাধুৰ সংগত ।
জ্ঞান-বিজ্ঞান তেবে হৈবেক বেকত ॥ ৬৫২ ॥
শ্ৰৱণ-কীৰ্তন মোৰ ৰহস্য ভকতি ।
আকেসে কৰিবা মাত্ৰ বিবক্ষা সম্প্ৰতি ॥
যিটো তনু তযু আগে কৰিছোঁ বেকত ।
এহি মোৰ নিজ ৰূপ কৈলোঁ স্বৰূপত ।। ৬৫৩ ।
সৃষ্টি স্থিতি আদি মোৰ লীলা অনুপাম ।
ব্ৰহ্মণ্য শৰণ্য + আদি গুণ আবো নাম ।।
তযু আগে চাৰি শ্লোকে কৈলো ভাগৱত ।
মোৰ আশীৰ্বাদে সবে হৈবে কণ্ঠাগত ॥৬৫৪

* * *

মোৰ বাক্য ধৰা মাত্ৰ এক কৰি চিত্ত ।
প্ৰজা স্ৰজন্তেও তেবে নুহিবা মোহিত ।। ৬৫৬ (দ্বিতীয়স্কন্ধ )

---

\+ ব্ৰহ্মণ্য=ব্ৰহ্মত্ব ; শৰণ্য=আশ্ৰয় দিয়া গুণ বা লক্ষণ ৰক্ষকত্ব ;

মূলভাগৱত দ্বিতীয় স্কন্ধৰ নৱম অধ্যায়ৰ ৩০ সংখ্যক শ্লোকৰ পৰা ৩৬ সংখ্যক শ্লোকলৈকে মুঠ সাতোটা শ্লোকৰ পদ-ভাঙনি শংকৰদেৱে ওপৰত দিয়া ধৰণে কৰিছে। ইয়াৰ ভিতৰত ৩২ ৰ পৰা ৩৫ লৈকে চাৰিটা শ্লোকহে ভাগৱতৰ মূল কথা বা নাৰায়ণৰ উপদেশ। এই শ্লোকসমূহৰ ভাৱানুবাদ তলত দিয়া হ'ল।

'জ্ঞান, বিজ্ঞান, তদংগ আৰু ৰহস্য সমন্বিতে অত্যন্ত গোপনীয় মোৰ স্বৰূপ সম্বন্ধীয় তত্ত্বজ্ঞান মই তোমাৰ আগত কৈছোঁ, তুমি শুনা। ৩০॥ মোৰ যি ব্যাপকত্ব, যি লক্ষণ, যিমান আৰু যেনে ৰূপ, গুণ তথা লীলা আদি আছে, সেই সকলো তত্ত্ব তুমি মোৰ কৃপাত তদ্ৰূপে উপলব্ধি কৰা। ৩১॥ সৃষ্টিৰ পূৰ্বত কেৱল মইহে আছিলোঁ। সৎ, অসৎ আৰু কাৰ্য-কাৰণ আদি একোৱেই মোৰ বাহিৰে তেতিয়া নাছিল। সৃষ্টি নথকা অৱস্থাও মই, সৃষ্টিও মই আৰু সৃষ্টিৰ অতিৰিক্ত যি কিছু হ'ব পাৰে, সিও মই। ৩২॥ দুটা চন্দ্ৰৰ দৰে স্বৰূপ স্থিতি নোহোৱা সত্ত্বেও মোৰ বাহিৰে যিহকে দেখা যায়, সেই সকলো আৰু আকাশত ৰাহু থকা সত্ত্বেও দেখিবলৈ নোপোৱাৰ দৰে মই থকা সত্ত্বেও মোৰ অস্তিত্বৰ বোধ নোহোৱাটো মোৰ মায়া বুলি জানিবা। ৩৩॥ প্ৰাণিসমূহৰ শৰীৰত আকাশ প্ৰভৃতি পঞ্চমহাভূত কাৰ্যৰূপে প্ৰৱিষ্ট হৈ আছে যদিও, কাৰণ ৰূপে প্ৰৱিষ্ট হৈ থকা নাই। সেইদৰে প্ৰাণিসমূহৰ শৰীৰত জীৱাত্মাৰূপে মই নিৱাস কৰি থাকোঁ যদিও, পৰমতত্ত্বৰ দৃষ্টিত মোৰ বাহিৰে অন্য কোনো সত্তাই নাই কাৰণে, মই সেই বিলাকত প্ৰৱিষ্ট নোহোৱাকৈয়ো আছোঁ। ৩৪॥ এয়ে ব্ৰহ্ম নহয়— বোলা ব্যতিৰেক বা নিষেধাত্মক পদ্ধতি আৰু এয়ে ব্ৰহ্ম— বোলা অন্বয় পদ্ধতিয়েও ইয়াকে প্ৰমাণ কৰে যে — সৰ্বাতীত আৰু সৰ্বস্বৰূপ ভগৱানহে সকলো স্থান-কালতে আছে; তেৱেঁইহে প্ৰকৃত সত্য বস্তু বা পৰম তত্ত্ব। যি জনে আত্মতত্ত্ব সম্বন্ধে জানিব খোজে, তেওঁ ইমানকেইহে জানিবৰ প্ৰয়োজন হয়। ৩৫॥ তুমি অবিচল সমাধিৰে মোৰ এই কথাত বিশ্বাস ৰাখি কল্প-কল্পান্তৰে সৃষ্টি-কাৰ্যত ৰত হৈ থাকিলেও কেতিয়াও মোহগ্ৰস্ত হ'ব নালাগে। ৩৬॥

ভগৱানৰ স্বৰূপ সম্বন্ধীয় সকলো কথা পুৰুষসূক্ত, ভাগৱত পুৰাণ আৰু শংকৰদেৱৰ পদ-ভাঙনিত একে; কিন্তু পুৰুষসূক্তত নথকা 'মায়া' ভাগৱত পুৰাণত উপনিষদৰ পৰা সোমাইছে। উপনিষদ্‌ভিত্তিক ব্ৰহ্মসূত্ৰৰ ভাষ্যত শংকৰাচাৰ্যই এই মায়াৰ ওপৰত অধিক গুৰুত্ব আৰোপ কৰিলে। তেওঁ অবিদ্যা শব্দও মায়াৰে অভিন্ন অৰ্থত প্ৰয়োগ কৰিছে। আৱৰণ আৰু বিক্ষেপণ এই দুটা মায়াৰ কাৰ্য। বস্তুৰ আৱৰণ আৰু অবস্তুৰ দৰ্শনকে মায়া বুলি ভাগৱতপুৰাণ (২।৯।৩৩) আৰু শংকৰদেৱৰ পদ-ভাঙনি উভয়তে (৬৫০।৫১) কৈছে। এই দৃষ্টিত জগৎখন ব্ৰহ্মৰ বিৰ্বত

(ভ্ৰমাত্মক ধাৰণা বা সৰ্পত ৰজ্জুভ্ৰম) হ'ব লাগে; কিন্তু ভাগৱত পুৰাণ আৰু শংকৰদেৱে জগতক বিৰ্বত ৰূপে গ্ৰহণ কৰা নাই।

'মায়া' শব্দৰ প্ৰয়োগ উপনিষদৰ সময়ৰ পৰা হৈছিল। শ্বেতাশ্বতৰোপনিষদত (৪।১০) প্ৰকৃতিক মায়া বুলিছে—

"মায়াং তু প্ৰকৃতিং ৱিদ্যান্মায়িনং তু মহেশ্বৰম্
তস্যাৱয়ৱভূতৈস্তু ব্যাপ্তং সৰ্বমিদং জগৎ ॥

মায়াবাদৰ দৰেই অদ্বৈতৱাদী সিদ্ধান্তৰ বিকাশো শংকৰাচাৰ্যৰ আগৰে পৰা হৈ আহিছিল। বৌদ্ধ মাধ্যমিকসকলৰ শূন্যাদ্বৈত, যোগাচাৰীসকলৰ বিজ্ঞানাদ্বৈত, শাক্তসকলৰ শক্ত্যদ্বৈত তথা ভৰ্তৃহৰি আৰু তেওঁৰ অনুগামী মণ্ডনমিশ্ৰৰ শব্দাদ্বৈতৱাদ শংকৰাচাৰ্যৰ পূৰ্বকালীন মত+। ভাগৱতবক্তা শুকদেৱকো অদ্বৈতৱাদী বুলি ধৰাৰ যুক্তি 'চতুঃশ্লোকী ভাগৱত'ৰ পৰা দেখা যায়। গৌড়পাদ আৰু গোৱিন্দ-ভগৱৎপাদক শংকৰাচাৰ্যৰ পূৰ্ব-পৰম্পৰাৰ অদ্বৈতৱাদী দাৰ্শনিক বুলি ধৰা হয়। লগতে এই পৰম্পৰাও শুকদেৱৰ অনুগামী বুলি কয়*। গতিকে ভাগৱতৰ মূল আৰু শংকৰদেৱৰ পদ-ভাঙনিত থকা মায়া আৰু অদ্বৈতৱাদী সিদ্ধান্তৰ আধাৰ ভূমি শংকৰাচাৰ্যৰ বেদান্তৰ ভাষ্য বুলি ধৰিব নোৱাৰি। উপনিষদৰ প্ৰকৃতি'ৰ লগতহে ইয়াৰ সম্বন্ধ বেছি যেন ধাৰণা হয়।

**(২) সাধন-মাৰ্গৰ দিগদৰ্শন** ঃ— পুৰুষসূক্তৰ মানসযজ্ঞ আৰু ছান্দোগ্য উপনিষদৰ আত্মযজ্ঞৰ লগত দেৱকীনন্দন কৃষ্ণৰ সম্পৰ্ক স্থাপন হোৱাটো মন কৰিব লগীয়া কথা। আনহাতে ভাগৱত মহাপুৰাণ শ্ৰীকৃষ্ণৰ চৰিত-প্ৰধান গ্ৰন্থ হৈ পৰিছে; কিন্তু মানসযজ্ঞ আৰু আত্ম-যজ্ঞৰ লগত ভাগৱতৰ অবিচল সমাধি তথা বিশ্বাসটো সাধনমাৰ্গ'ৰ দৃষ্টিত কিছু পৃথক্ বস্তু হৈ পৰিছে। শংকৰদেৱৰ পদ-ভাঙনিত শ্ৰৱণ-কীৰ্তন, ৰহস্য ভক্তি ভাগৱতৰ মূলতকৈয়ো সুকীয়া হোৱা দেখা গৈছে। শংকৰদেৱে ভাগৱতৰ সকলো কথাকেযে তদ্ৰূপ গ্ৰহণ কৰা নাই, সেইটোও এই প্ৰসংগত মনত ৰাখিব লগীয়া।

দৰ্শনৰ ভিত্তিতে সাধনমাৰ্গ গঢ় লয় যদিও, একেটা দাৰ্শনিক ভিত্তিতে স্থান কাল আৰু সমাজভেদে সাধনমাৰ্গৰ ৰূপ কিছু পৃথক্ হ'ব পাৰে। নাৰায়ণ ঋষিৰ পৰা শংকৰদেৱৰ সময়লৈকে হোৱা স্থান, কাল আৰু সমাজৰ পৰিবৰ্তনৰ লগতে সাধন-ব্যৱস্থাৰ পৰিবৰ্তন হোৱাটো স্বাভাৱিক। বৈদিক সমাজৰ পশু-যজ্ঞতকৈ পৃথক্

---

+ বলদেৱ উপাধ্যায়-ভাৰতীয়দৰ্শন পৃঃ ৪৫২; * পৃঃ ৪৫৮।

মানস-যজ্ঞৰ স্বৰূপেও পৰিৱৰ্তিত সমাজ-ব্যৱস্থাৰ সূচনা দিয়ে। ই হিংসাতকৈ অহিংসা, বহিৰ্মুখীতকৈ অন্তমুখী, কৰ্মতকৈ জ্ঞান আৰু প্ৰবৃত্তিতকৈ নিবৃত্তিৰ ওপৰত বেছি গুৰুত্ব দিলে। ছান্দোগ্য উপনিষদৰ আত্মযজ্ঞত এই লক্ষণ আৰু স্পষ্ট হৈ পৰিল। তাৰ লগতে সমাজত যজ্ঞতকৈ যোগৰ প্ৰভাৱ বাঢ়ি অহাৰ সংকেতো পোৱা গ'ল। অৰ্থাৎ যজ্ঞৰ প্ৰাচীন ৰূপ হ্ৰাস পাই আহিছিল আৰু তাৰ ঠাইত যোগৰ প্ৰভাৱ ক্ৰমে বাঢ়ি আহিছিল। ভাগৱতৰ সময়ত যোগৰ প্ৰভাৱ আৰু বাঢ়িল। সেইবাবে চাৰিটা শ্লোকত অদ্বৈত পৰমতত্ত্বৰ স্বৰূপ বৰ্ণনা কৰাৰ পাছতে "এতন্মতং সমাতিষ্ঠ পৰমেণ সমাধিনা। ভৱান্ কল্পবিকল্পেষু ন বিমুহ্যতি কৰ্হিচিৎ। ২।৯।৩৬" বুলি কৈছে। ইয়াত পৰম সমাধি আৰু সৃষ্টি কাৰ্য বা কৰ্তব্যৰ ওপৰত গুৰুত্ব দিয়া দেখা গ'ল। সমাজহিতকৰ সৃষ্টিধৰ্মী কাৰ্যাৱলীয়েই ব্ৰহ্মা বা প্ৰজাপতিৰ কাৰণে সৃষ্টি-ৰচনা। স্থিৰ চিত্ত বা একাগ্ৰতাই সমাধিৰ লক্ষ্য। একাগ্ৰভাবে বিশুদ্ধ চিত্তেৰে পৰম তত্ত্বত বিশ্বাস ৰাখি কাম কৰিবলৈ কোৱা উক্তিত যোগমাৰ্গৰ প্ৰভাৱ স্পষ্ট ভাৱে আছে। চিত্ত-বৃত্তিৰ নিৰোধকে যোগৰ লক্ষ্য ৰূপে ধৰিলে চিত্তশুদ্ধিৰ ব্যৱস্থাকে যোগৰ ব্যৱস্থা বুলিও ক'ব পাৰি। এই যোগৰ যম, নিয়ম, আসন, প্ৰাণায়াম, প্ৰত্যাহাৰ পাঁচোটা বহিৰংগ আৰু ধ্যান, ধাৰণা, সমাধি তিনিটা অন্তৰংগ ব্যৱস্থা আছে। এই দুয়োশ্ৰেণীৰ ব্যৱস্থাকে চিত্ত শুদ্ধিৰ উদ্দেশ্যেহে গ্ৰহণ কৰা হৈছে।

চাৰিটা শ্লোকত নাৰায়ণে ব্ৰহ্মাক ভাগৱত (ভগৱানৰ স্বৰূপ সম্বন্ধীয় জ্ঞান) কোৱাৰ আগতে ব্ৰহ্মাই তপস্যা কৰিব লগা হোৱা কথাও কৈছে। তপস্যাৰ কাৰণে শাৰীৰিক আৰু মানসিক প্ৰস্তুতি ৰূপে যোগৰ প্ৰয়োজন। বেদৰ যুগত নাৰায়ণ ঋষিৰ ওপৰত যোগমাৰ্গৰ প্ৰভাৱ কেনে ধৰণে আছিল, সেই বিষয়ে জনাটো টান কথা; কিন্তু মহাভাৰত আৰু ভাগৱতৰ ৰচনা-কালত এই নাৰায়ণ ঋষিক তপস্বী ৰূপত সজোৱা হ'ল। শংকৰদেৱেও ভাগৱতৰ আধাৰত এই বিষয়ে লিখিছে।

> ভৈলা আৰো অৱতাৰ নৰ-নাৰায়ণ।
> কৰিলা দুষ্কৰ তপ চিত্তৰ শোধন ॥
> তোমাক মুহিবে কামদেৱ আইলা সাজি।
> দৰ্পচূৰ কৰিলা উলটি গৈলা লাজি ॥১৭ (কীৰ্তন)

এই পদত কেইবাটাও চকুত লগা কথা আছে। ক) নাৰায়ণ ঋষিৰ লগতে এজন নৰ ঋষিয়ে ঠাই পালে। খ) চিত্তশুদ্ধিৰ বাবে নৰ আৰু নাৰায়ণে তপস্যা কৰিলে। গ) কামদেৱে অৰ্থাৎ ইন্দ্ৰিয়গ্ৰাহ্য সুখে তেওঁলোকৰ চিত্তত বিকাৰ উৎপন্ন কৰিব নোৱাৰিলে।

ক) ঋগ্বেদৰ ষষ্ঠ মণ্ডলৰ (অষ্টক ৩য়) ৩৫ আৰু ৩৬ সংখ্যক সূক্তৰ ঋষি নৰ, দেৱতা ইন্দ্ৰ। ইয়াত ইন্দ্ৰৰ ওচৰত পাৰ্থিৱ সুখৰ উদ্দেশ্যেহে প্ৰাৰ্থনা কৰা হৈছে। গতিকে নাৰায়ণ ঋষিৰ লগত জড়িত নৰ ঋষি এই দুটা সূক্তৰ ঋষি নহয়। একেজন নাৰায়ণকে পুৰুষদেৱতা ৰূপত ভগৱান আৰু ব্যক্তিৰূপত ব্ৰহ্মা বোলাৰ দৰে মহাভাৰতৰ সময়ত পূৰ্বোক্ত দুটা (সূক্ষ্ম আৰু স্থূল) ৰূপৰ প্ৰতিনিধি অৰ্থত নৰ আৰু নাৰায়ণ দুজন ঋষি বোলা হ'ল। ইন্দ্ৰিয়গ্ৰাহ্য ব্যক্ত নৰ-ৰূপটোতে সূক্ষ্ম ভাৱে অৱস্থান কৰা চেতন সত্তাক নাৰায়ণ বোলা পৰম্পৰাই সেই ঐতিহ্য বহন কৰি আহিছে। নৰ আৰু নাৰায়ণক দুজন অৱতাৰ বুলি ধৰা নহয়, একে অৱতাৰ বুলিহে ধৰা হয়। মহাভাৰত আৰু ভাগৱতত এই দুজনৰ দ্বৈত ব্যক্তিত্বৰ উল্লেখ পৰমাৰ্থৰ ক্ষেত্ৰত নাই। মাত্ৰ নাৰায়ণৰ অৱতাৰ কৃষ্ণ আৰু নৰৰ অৱতাৰ অৰ্জুন বোলা এটা কথাৰ প্ৰচলন কৰা হ'ল। এই প্ৰচলিত কথাৰ কোনো দাৰ্শনিক আৰু ঐতিহাসিক আধাৰ নাই।

খ) চিত্তশুদ্ধিৰ কাৰণে কৰিব লগীয়া হোৱা শাৰীৰিক আৰু মানসিক চেষ্টাত যি কষ্ট বা তাপ সহ্য কৰিব লগীয়া হয়, সেয়ে তপ। অষ্টাংগযোগৰ সমাধি অৱস্থাত চিত্ত বিশুদ্ধ হয়। গতিকে তপ আৰু যোগ একেটা বস্তুৰে দুটা নামো ক্ষেত্ৰ বিশেষে হ'ব পাৰে। যোগমাৰ্গৰ প্ৰভাৱ বৈদিক আৰ্যসকলৰ মাজত ক্ৰমে বাঢ়ি অহাৰ পাছত সম্ভৱতঃ নাৰায়ণ ঋষিকো যোগী ৰূপত সজোৱা হ'ল।

গ) কামদেৱক বা ইন্দ্ৰিয়জনিত পাৰ্থিৱ সুখক জয় কৰিব পৰা যোগীসকলৰ জিতেন্দ্ৰিয় লক্ষণটো নৰ-নাৰায়ণৰ ক্ষেত্ৰত তপস্যা বা যোগসাধনাৰ ফল ৰূপে দেখুৱাইছে। তথাপি এই সকলো কথাৰে মূল লক্ষ্য হ'ল চিত্তশুদ্ধিহে।

নাৰায়ণৰ ঋষি ৰূপ আৰু ব্ৰহ্মাৰূপ এই দুয়োটাৰ মাজত এটা পাৰ্থক্য আছে। ঋষিসকল দ্ৰষ্টা অৰ্থত ব্যক্তিত্ব-প্ৰধান। কিয়নো ঋষিৰ দাৰ্শনিক বোধটো ব্যক্তিগত উপলব্ধিহে। সমাজে ব্যক্তিৰপৰা পাছতহে সেই জ্ঞান লাভ কৰিব পাৰে; কিন্তু ব্ৰহ্মা নিজেই প্ৰজাপতি কাৰণে যজ্ঞানুষ্ঠানৰো তেওঁ মুখ্য ব্যক্তি। যজ্ঞ নামে পৰিচিত বস্তুটো মূলতে প্ৰাচীন সমাজ-ব্যৱস্থা-সূচক বস্তু আছিল। গতিকে সাধনা বা উপাসনাৰ দৃষ্টিত যজ্ঞটো এটা সামূহিক প্ৰচেষ্টাহে আছিল। নাৰায়ণৰ ঋষি ৰূপত যজ্ঞৰ সামূহিকতাটো স্পষ্ট নহয়; তাত ব্যক্তিগত সাধনা-প্ৰধান যোগৰ প্ৰভাৱহে প্ৰধান হৈ পৰিছে। সেই বাবে লীলাৱতাৰসমূহৰ পৰিচয়-প্ৰসংগত ভাগৱতে নাৰায়ণৰ ঋষি ৰূপটোৰ বৰ্ণনা দিলেও, ভাগৱত ধৰ্মৰ পৰম্পৰা দাঙি ধৰোঁতে 'ব্ৰহ্মা' শব্দৰহে প্ৰয়োগ কৰিছে। যজ্ঞত থকা সামূহিকতাটো 'ব্ৰহ্মা' শব্দৰ লগত

জড়িত হৈ থকাৰ দৰে শংকৰদেৱেও নিজৰ সাধনমাৰ্গক সামূহিক ৰূপ দিবৰ উদ্দেশ্যে ভাগৱতৰ পদ-ভাঙনিত ভগৱানক সাধুৰ সংগত বিচৰা কথা উল্লেখ কৰা দেখা গৈছে। শংকৰদেৱৰ ধৰ্মীয় পৰম্পৰাত 'ভকত'ৰ ওপৰত গুৰুত্ব আৰোপ কৰা ব্যৱস্থায়ো এই সামূহিকতা বা সমাজমুখী ব্যৱস্থাৰে পৰিচয় দিয়ে।

ওপৰত উল্লেখ কৰা 'সাধু' শব্দটো কি অৰ্থত ব্যৱহাৰ কৰা হৈছে, সেইটোও ভাবি চাবলগীয়া কথা। চিত্ত-শুদ্ধিৰ উদ্দেশ্যে যত্নশীল সাধকেই সাধু। সাধুৰ সাধনা ব্যক্তিকেন্দ্ৰী আৰু সামূহিক দুয়োটা স্তৰতে হ'ব পাৰে। ব্যক্তিগত সাধনাৰ কাৰণেও কম-বেছি পৰিমাণে সামূহিক সহযোগিতাৰ আৱশ্যকতা নাই বুলি ক'ব নোৱাৰি। আন হাতে ই সমাজৰ বিকাশৰ ক্ষেত্ৰতো যথেষ্ট সহায় কৰিব পাৰে। কেৱল ধৰ্মৰ ক্ষেত্ৰতে নহয়, জীৱনৰ সকলো ক্ষেত্ৰতে এই কথা খাটে। প্ৰকৃততে ধৰ্মসাধনাও জীৱনৰ সকলো দিশকে কম-বেছি পৰিমাণে সামৰি ল'ব পাৰিলেহে পূৰ্ণাংগ হ'ব পাৰে। জীৱনৰ সকলো দিশকে সামৰি ল'ব পৰা সাংস্কৃতিক ব্যৱস্থাইহে ধৰ্মক সাম্প্ৰদায়িক সংকীৰ্ণতাতকৈ উচ্চ মানৱীয় স্তৰলৈ উঠাত সহায় কৰে। সুকীয়া প্ৰসংগত এই বিষয়ে আলোচনা কৰা হ'ব কাৰণে বৰ্তমান এনে আলোচনাৰপৰা বিৰত হৈছোঁ। "শ্ৰৱণ কীৰ্তন মোৰ ৰহস্য ভকতি" উক্তিৰ তাৎপৰ্য সম্বন্ধেও পাছত পৃথক্ আলোচনা কৰা হ'ব। মূলতে এই দুয়োটা কথাই দৰ্শনতকৈ সাধনমাৰ্গ আৰু সমাজ-ব্যৱস্থাৰ লগতহে বেছি পৰিমাণে জড়িত হৈ আছে; কিন্তু "সৃষ্টি, স্থিতি আদি মোৰ লীলা অনুপাম" উক্তিটো দৰ্শনৰ লগতেই বেছি ভাগ জড়িত। সেই বাবে তলত লীলাৰ স্বৰূপ সম্বন্ধে কিছু আলোচনা কৰা হৈছে।

(৩) **লীলাৰ স্বৰূপ ঃ—** ভাগৱতৰ মূল চাৰিটা শ্লোকত 'লীলা' শব্দটো নাই। 'এই জগতৰ সকলোতে এক মাত্ৰ ভগৱানেইহে পৰম তত্ত্বৰূপে আছে' বোলা কথাৰ লগত সংগতি ৰাখি শংকৰদেৱে জগৎৰূপে পৰিচিত সৃষ্টি-স্থিতি আৰু লয় কাৰ্যক ভগৱানৰ লীলা বুলি কৈছে। গতিকে এক মাত্ৰ পৰম তত্ত্ব বা অদ্বৈত সত্তাৰ লগত লীলাৰ সম্পৰ্কটো কেনে হোৱা সম্ভৱ সেইটো এই খিনিত আলোচনাৰ বিষয় হৈ পৰে।

ভাগৱত, বিষ্ণুপুৰাণ প্ৰভৃতি বৈষ্ণৱ মতৰ প্ৰতিপাদক পুৰাণসমূহৰ সকলো উপদেশ ভগৱানৰ লীলাৱতাৰ আৰু ভক্তসকলৰ চৰিতৰ ওপৰত নিৰ্ভৰ কৰি দিয়া হৈছে। তাৰ পৰা বুজা যায় যে— লীলাৱাদৰ বিকাশ এই পুৰাণসমূহৰ ৰচনা-কালৰ বহুত আগতেই হৈছিল। মহাভাৰততো বিষ্ণুৰ অৱতাৰ সমূহৰ সংক্ষিপ্ত পৰিচয় নানা প্ৰসংগত দাঙি ধৰা হৈছে। এনে স্থলত মহাভাৰত

প্ৰভৃতি মহাকাব্যৰ ৰচনাকালতকৈয়ো আগতে অৱতাৰবাদৰ সিদ্ধান্ত গঢ় লৈ উঠিছিল। এই অৱতাৰবাদটো মূলতে লীলাবাদৰ এটা স্থূল দিশ মাত্ৰ। সমস্ত জগৎ-ৰূপী কাৰ্যকে ব্ৰহ্মৰ 'লীলা' বুলি ধৰি লোৱা সূক্ষ্ম আৰু ব্যাপক দৃষ্টি ভংগী ব্ৰহ্মসূত্ৰতেই আছে। দৰ্শন শাস্ত্ৰসমূহ সূত্ৰ ৰূপত গঢ় লোৱাৰ সময় সাধাৰণ ভাবে খ্ৰী° পূ° ৪।৫ শতিকামানৰ পৰা খ্ৰী° ২।১ শতিকা মানলৈকে ধৰা হয়। এনে স্থলত ব্ৰহ্মসূত্ৰত থকা 'লীলা' শব্দই উপনিষৎ-কালৰ বিচাৰৰ ভিত্তিত খ্ৰীঃ পূঃ যুগতে বিশিষ্ট ভাবৰ ব্যঞ্জনা কৰিছিল বুলি বুজিব পাৰি।

ব্ৰহ্মসূত্ৰত আছে— "লোকৱৎ তু লীলা কৈৱল্যম্ ২।১।৩৩।" প্ৰয়োজন নহ'লেও মনোৰঞ্জনৰ অৰ্থে কৰা কামকে আমি ধেমালি বা খেল বোলোঁ। ভগৱানৰো প্ৰয়োজনৰহিত এনে ক্ৰিয়াসমূহ বা ভাৱবিলাসেই লীলা। সৃষ্টি, স্থিতি আৰু লয় নামে কথিত প্ৰকৃতিৰ কাৰ্যসমূহো ভগৱানৰেই লীলা। এতিয়া বিচাৰ কৰিব লগীয়া যে— ভগৱানৰ স্বৰূপ আৰু এই ক্ৰিয়াসমূহ বা ভাৱবিলাস-ৰূপী প্ৰকৃতিৰ মাজত সম্পৰ্কটো কেনেকুৱা ? এই প্ৰসংগত ব্ৰহ্মসূত্ৰৰ 'আত্মকৃতে পৰিনামাৎ ১।৪।২৬' উক্তিটো লক্ষ্য কৰিব লগীয়া। সৰ্বশক্তিমান ব্ৰহ্মই নিজ শক্তিৰেই নিজৰ পৰিণাম ৰূপে এই জগৎ সৃষ্টি কৰিলে ; তথাপি তেওঁ অপৰিণামী বা অবিকৃত একমাত্ৰ শুদ্ধ পৰম তত্ত্ব হৈয়ে থাকিল। কাৰ্যৰূপী জগৎখন তেওঁতকৈ পৃথক্ দ্বৈত সত্তাৰ সূচক নহয়। কাৰ্যৰ নিমিত্ত আৰু উপাদান উভয় বিধ কাৰণো তেৱেঁই।

স্বৰূপত ভিন্নতাৰ আৰোপ, কাৰণত কাৰ্যভাৱ, অদ্বৈতত দ্বৈতভাৱ আৰু অবিকৃতি বা অপৰিণামত বিকৃতি বা পৰিণামৰ ভাৱকে লীলা বোলা হৈছে। ভাওনাত ভীমৰ ভাও দিয়া মানুহজনত অভিনয়ৰ দৃষ্টিৰে 'ভীমত্ব' আৰোপ কৰি ল'লেও প্ৰকৃত মানুহজনৰ কোনো বিকৃতি নঘটে। স্বৰূপত বিকাৰ নঘটাকৈয়ে যিটো ভিন্নতা প্ৰকাশ পায়, সেয়ে লীলা। গতিকে ইন্দ্ৰিয়গ্ৰাহ্য জগৎখনত পৰিলক্ষিত হোৱা পৰিণামৰ আঁৰত লুকাই থকা অপৰিণামী সত্তাৰ উপলব্ধিটো লীলাৰ ঘাই বৈশিষ্ট্য। অভিনয় চোৱা দৰ্শকে অভিনয়ৰ কাহিনীকে স্বৰূপ সত্য বুলি নাভাবে কাৰণেহে অভিনয় আনন্দপ্ৰদ হয়। অভিনয়ক সত্যতকৈ পৃথক্ বুলি ভৱা হয় কাৰণেহে ভয়ানক, বীভৎস, কৰুণ আদি ৰসৰ স্থায়ী ভাৱ ভয়, ঘৃণা, শোক আদিও অভিনয়ৰ ক্ষেত্ৰত আনন্দলাভৰ কাৰণত পৰিণত হ'ব পাৰে। গতিকে সগুণ প্ৰাকৃতিক জগতৰ যোগেদি নিৰ্গুণ অপ্ৰাকৃতিক সত্তাৰ স্বভাৱ বা স্বৰূপ প্ৰকাশ পাব পাৰে কাৰণে, লীলাত দ্বৈতবোধৰ কোনো প্ৰকাৰে হানি বিঘিনি ঘটাটো অনিবাৰ্য নহয়।

লীলাৰ উপলব্ধিটো মায়াৰ বিপৰীত দিশ। মায়াৰ দৃষ্টিত নিৰ্গুণ ব্ৰহ্মৰ বাহিৰে সগুণ সকলো পৰিণামেই সৰ্পত ৰজ্জুভ্ৰমৰ দৰে বিবৰ্ত; কিন্তু এই ভ্ৰমটো দৰ্শকৰ বাবে ইচ্ছাকৃত নহয়। আনহাতে ৰচীডালক সাপ বুলি ভাবিবৰ কাৰণেও সৰ্পৰ পূৰ্ব-সংস্কাৰ এটা মনত নিশ্চয় থাকিব লাগিব। এনেস্থলত আৱৰণ আৰু বিক্ষেপণ শক্তিযুক্ত মায়াৰ অস্তিত্ব মানি লোৱা মায়াৱাদতো দ্বৈত ভাৱৰ অৱকাশ সম্‌লি নাই বুলি ক'ব নোৱাৰি। ইয়াৰ বিপৰীতে সগুণ এই জগৎখন অনিচ্ছাকৃত ভ্ৰম বা বিবৰ্ত নহয়। ই আনন্দময় ব্ৰহ্মৰেই স্বৰূপ প্ৰকাশ বা বৈচিত্ৰ মাথোন। এই বৈচিত্ৰৰ মাজেদিও সৎ, চিৎ আৰু আনন্দই প্ৰকাশ পায়। গতিকে ই মায়াৰ দৰে অজ্ঞতা, অনিচ্ছা বা অন্ধকাৰ নহয়। জ্ঞান, সদিচ্ছা আৰু জ্যোতি বা সৌন্দৰ্যহে লীলাৰ স্বৰূপ। শংকৰদেৱৰ দৃষ্টিত ভগৱানৰ অদ্বৈত ৰূপ নিৰ্গুণ আৰু লীলাৰূপ সগুণৰ মাজত তাত্ত্বিক প্ৰভেদ নাই। ভাগৱত পুৰাণৰ ক্ষেত্ৰতো আমাৰ বিচাৰ মতে এই কথা খাটে। তথাপি এই প্ৰসংগত আমি সম্পূৰ্ণ ভাগৱত পুৰাণকে আলোচনাৰ বিষয় বস্তু ৰূপে গ্ৰহণ নকৰি শংকৰদেৱৰ সম্পৰ্কতহে ভাগৱত পুৰাণক আলোচনাৰ ক্ষেত্ৰলৈ আনিছোঁ। গতিকে অদ্বৈতৱাদ আৰু লীলাৱাদৰ সমন্বয়াত্মক ৰূপটো 'অদ্বৈত লীলাৱাদ' নামেৰে শংকৰদেৱৰ দাৰ্শনিক বিচাৰৰ অৰ্থতহে আলোচনাৰ প্ৰসংগত দাঙি ধৰা হ'ব।

(৪) **অদ্বৈত-লীলাৱাদ** ঃ — ভাগৱত মহাপুৰাণৰ অদ্বৈতৱাদী পৰম্পৰা আৰু লীলাৰ আদৰ্শ শংকৰদেৱে গ্ৰহণ কৰিলেও সাধনমাৰ্গৰ ক্ষেত্ৰত ভাগৱত পুৰাণে বৰ্ণনা কৰা সকলো আদৰ্শকে গ্ৰহণ কৰা নাই। ভাগৱত পুৰাণৰ কাহিনীবোৰৰ নানা প্ৰসংগত, তপ, জপ, যজ্ঞ আদি বিবিধ শ্ৰেণীৰ সাধনমাৰ্গৰ বৰ্ণনা আছে; কিন্তু সেই সকলো শ্ৰেণীৰ সাধনমাৰ্গ শংকৰদেৱৰ সমাজখনৰ কাৰণে গ্ৰহণ-যোগ্য নহয়। সেই কাৰণে তেওঁ ভক্তিৰ আদৰ্শৰূপে এই সকলো বস্তুকে গ্ৰহণ কৰিবলৈ কোৱা নাই। তত্ত্বজ্ঞানৰ ক্ষেত্ৰতো সেই দৰে ভাগৱত পুৰাণৰ বাক্যসমূহৰ সম্পূৰ্ণ অনুবাদ নকৰি নিজা প্ৰয়োজনৰ লগত খাপ খুৱাইহে পদ-ভাঙনি কৰি গৈছে। গতিকে তত্ত্বজ্ঞানৰ ক্ষেত্ৰত অদ্বৈতৱাদ আৰু সাধনমাৰ্গৰ ক্ষেত্ৰত লীলাৱাদ সম্বন্ধীয় তেওঁৰ পদসমূহৰ কিছু অংশ ইয়াত উদ্ধৃত কৰা আৱশ্যক। এই প্ৰসংগত এটা কথা মন কৰিব লগীয়া যে— চাৰিটা শ্লোকত সংক্ষিপ্তৰূপে নাৰায়ণে ব্ৰহ্মাক কোৱা তত্ত্ব-জ্ঞানৰ বাহিৰে অন্য প্ৰসংগত বৰ্ণিত ভাগৱতৰ সৃষ্টি-তত্ত্বও ঠায়ে ঠায়ে কিছু পৰিমাণে প্ৰতীকাত্মক হৈ আহিল। শংকৰদেৱৰ পদ-ভাঙনিত এনে ধৰণৰ প্ৰতীক বা ভাৱ-ৰূপৰ ব্যক্তীকৰণ আৰু বেছি হৈ পৰা যেন দেখা যায়। ভাগৱত পুৰাণৰ মূল শ্লোকসমূহ

আৰু শংকৰদেৱৰ পদ-ভাঙনিৰ ক্ষেত্ৰত থকা পাৰ্থক্য সম্বন্ধে আলোচনা কৰিব লগীয়া থাকিলেও সকলো প্ৰসংগতে এনে আলোচনা কৰিব পৰা নহ'ল। তেনে কৰিলে ইয়াৰ পৰিসৰ বৰ বহ'ল হৈ পৰিব আৰু তেতিয়া এই বিষয়টো প্ৰাসংগিক বিষয়ৰ স্তৰৰ পৰা মূল বিষয়ৰ স্তৰলৈ উঠিব; কিন্তু 'শংকৰদেৱৰ দৰ্শন আৰু ভাগৱত পুৰাণ' আমাৰ এই পুথিৰ মূল আৰু একমাত্ৰ বিষয় নহয়। সেই বাবে আমি শংকৰদেৱৰ পদ-ভাঙনিক প্ৰধান বিষয়ৰূপে লৈ আলোচনা কৰোঁতে তুলনা কৰোঁতাসকলৰ বাবে কোনো কোনো প্ৰসংগত প্ৰয়োজন অনুসাৰেহে ভাগৱতৰ শ্লোকৰ উল্লেখ মাত্ৰ কৰি যাম।

(৫) সৃষ্টি তত্ত্ব ঃ—

একেশ্বৰে আছোঁ মই আদি নিৰঞ্জন।
সৃষ্টি যে নাহিকে মোক নকৰে শোভন ॥৪১
চৈধ্যয় ভুৱন হৃদয়ত দিলোঁ ঠাই।
প্ৰকৃতি দেৱীয়ো আছে গৰ্ভতে লুকাই ॥
জড় হুয়া আছে তাৰ নাহিকে চেতন।
আমি মহা চৈতন্য পুৰুষ নিৰঞ্জন ॥ ৪২
একেশ্বৰে থাকি আমি কৰোঁ কোন কায।
শৰীৰৰ পৰা সবে জীৱ হোক বাজ ॥
মায়াৰ হাতত কৰাওঁ জগত প্ৰকাশ।
কৰোঁ সৃষ্টি লীলা আবে বিনোদ বিলাস ॥ ৪৩
এহি বুলি মেলি পদ্মনয়ন অনন্তে।
মায়াক কটাক্ষে চাহিলন্ত ভগৱন্তে ॥
জড় প্ৰকৃতিত কৰিলন্ত জীৱ দান।
অষ্টগুণ তেজ ষোল গুণ ভৈল প্ৰাণ ॥ ৪৪
সৃষ্টি কৰিবাক ঈশ্বৰৰ ইচ্ছা কায।
পুৰুষৰ পৰা মহামায়া ভৈলা বাজ।
অনাদি ৰূপিণী ঈশ্বৰৰ অৰ্দ্ধকায়।
ব্যক্ত ভৈলা মহামায়া সৃষ্টিক ইচ্ছায় ॥ ৪৫ ( অনাদিপাতন )

ভাগৱত-তৃতীয় স্কন্ধ পঞ্চম অধ্যায়ৰ ২৩,২৪ আৰু ২৫ শ্লোকৰ বিষয় বস্তুৰ অসমীয়া পদভাঙনি বুলি সাধাৰণতে কোৱা হয় যদিও, ওপৰৰ পদ কেইফাঁকিত মূল শ্লোকৰ ভাৱ ৰক্ষা কৰা যেন নালাগে। মূলশ্লোকৰ ভাৱানুৱাদ তলত দিয়া ধৰণৰহে হ'ব লাগে।

"সৃষ্টিৰ পূৰ্বে সমস্ত আত্মাৰো আত্মা একমাত্ৰ ভগৱান পৰমাত্মাহে আছিল; দ্ৰষ্টা আৰু দৃশ্য একো নাছিল। সৃষ্টিকালত প্ৰকট হোৱা বিবিধতাসমূহ সেই পৰমাত্মাতে অপৃথক ভাবে আছিল। কিয়নো তেতিয়া ভগৱানৰ সেইটোৱেই ইচ্ছা আছিল। ২৩ ॥ তেওঁ যেতিয়া দ্ৰষ্টা আছিল, কোনো দৃশ্য নাছিল, একমাত্ৰ তেওঁহে আছিল; তেতিয়া নিজকে স্বকীয়াশক্তিৰ সুপ্তাৱস্থাহেতুকে অস্তিত্বহীন (অসৎ) যেন পালে। ২৪ ॥ দ্ৰষ্টা-দৃশ্য বা সদসদাত্মিকা যি স্বকীয়া শক্তিৰে ভগৱানে জগৎ সৃষ্টি কৰিলে, সেই শক্তিয়েই মায়া। ২৫ ॥"

এই ভাৱানুৱাদত 'দ্ৰষ্টা-দৃশ্য আৰু সদসৎ' এই দুটাই ঘাই কথা। প্ৰথমটোৱে 'ব্ৰহ্ম আৰু জগৎ' দ্বিতীয়টোৱে 'ভাৱ আৰু অভাৱ' বুজাইছে। নিৰ্গুণ ব্ৰহ্মত দ্ৰষ্টা-দৃশ্য আৰু ভাৱ-অভাৱ একোৱেই নাছিল। দ্ৰষ্টা-দৃশ্য আৰু ভাৱ-অভাৱ আদি কাৰ্য কাৰণৰ সম্পৰ্ক আৰম্ভ হোৱাৰ লগে লগেই ভগৱান বা ব্ৰহ্ম গুণাত্মিকা প্ৰকৃতি বা মায়াযুক্ত হৈ পৰিল। এই মায়া ক'ত আছিল ? শক্তিমান ভগৱানৰ শক্তিৰূপে মায়া বা প্ৰকৃতিও ভগৱানতে অপৃথক্ অৱস্থাত আছিল।

শংকৰদেৱৰ পদসমূহ সাধাৰণলোকৰ বুদ্ধিৰ যাতে অগোচৰ নহয়, তালৈ চকু ৰাখি কৰা হৈছে। সেইবাবে দাৰ্শনিক তথ্যৰ ব্যক্তীকৰণ কৰা হৈছে। লগতে মূলভাৱ বোধগম্য হ'বৰ কাৰণে ব্যাখ্যাৰো প্ৰয়োজন হৈছে। তথাপি উদ্ধৃত পদ কেইফাঁকিত আদি নিৰঞ্জন, সৃষ্টি-লীলা আৰু অনাদিৰূপিণী মহামায়া প্ৰভৃতি কেইটামান শব্দৰ আঁৰত কিছু জটিলতা আছে। + এই জগৎ-সৃষ্টিৰ কাৰ্যই যে লীলা সেই কথা আগতে আলোচনা কৰা হৈছে। 'মহা চৈতন্য পুৰুষ নিৰঞ্জন' উক্তিয়ে অপৰিণামী চৈতন্য পুৰুষক বুজাইছে। এই পুৰুষ যে 'পুৰুষসূক্ত'ৰ পুৰুষ বা পাছৰ যুগত 'মহাপুৰুষ' নামে উক্ত হোৱা পুৰুষেই তাত সন্দেহ নাই। গতিকে সাংখ্যৰ পুৰুষতকৈ এই পুৰুষ উচ্চ স্তৰৰ। জড় প্ৰকৃতিত কৰিলন্ত জীৱদান বোলোঁতে যি জীৱৰ কথা কোৱা হ'ল, সেয়েহে সাংখ্যৰ প্ৰকৃতিৰ লগত জড়িত পুৰুষ। নামঘোষাত 'প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ' বোলা 'সমস্তৰে আত্মা' মাধৱ বা পৰমাত্মাকে ইয়াত নিৰঞ্জন পুৰুষ বোলা হ'ল। মহামায়া আৰু প্ৰকৃতি ইয়াত একেই। মায়া শব্দটো সকলো সময়তে মহামায়া অথবা প্ৰকৃতি সূচক নহ'বও পাৰে। নিৰঞ্জন পুৰুষৰ ইচ্ছাশক্তিয়েই মহামায়া বা পঞ্চৰাত্ৰমতৰ লক্ষ্মী। ব্যক্তীকৰণৰ ক্ষেত্ৰত এই মহামায়া বা লক্ষ্মীৰ স্বামী অৰ্থত 'মাধৱ' শব্দৰ ব্যৱহাৰ কৰা হৈছে। নিৰঞ্জন

---

+ এই বিষয়ৰ আলোচনা পাছত অন্য প্ৰসংগত কৰা হ'ব। এই প্ৰসংগত সেই আলোচনাই মূল বিষয়ৰ গতিক বাধাগ্ৰস্ত কৰিব।

পুৰুষৰ ইচ্ছাশক্তি মহামায়াৰ কাৰ্য আৱৰণ আৰু বিক্ষেপণকে মায়াৰ শক্তি বা কাৰ্য বোলা হয়।

নিৰঞ্জন চেতন পুৰুষ এই লীলাৰূপী জগতৰ অনাদি কাৰণ ; জড় প্ৰকৃতি বা মহামায়া ৰূপিণী তেওঁৰ শক্তিয়েই আদি কাৰণ আৰু লীলা ৰূপ এই বিশ্ব বা ভগৱানৰ এই বিনোদ-বিলাস তাৰে কাৰ্যৰূপ। সৃষ্টিৰ বিস্তাৰ-ক্ৰমত এটা কাৰণৰ কাৰ্যও পাছৰ কাৰ্যৰ কাৰণ হৈ পৰে। এইদৰে একেটা বস্তুৱেই দৃষ্টিভেদে কাৰণ আৰু কাৰ্য উভয়াত্মক হ'ব পাৰে। মূলতঃ শক্তিমানৰ ইচ্ছাশক্তিৰ বাহিৰে কাৰণ আৰু কাৰ্য বুলি স্বতন্ত্ৰ একো অস্তিত্ব বা সৎ পদাৰ্থ নাই। সেইবাবে অন্য প্ৰসংগত কোৱা হৈছে —

তুমি কাৰ্য কাৰণ সমস্তৰ চৰাচৰ।
সুৱৰ্ণ কুণ্ডলে যেন নুহিকে অন্তৰ ॥
তুমি পশু-পক্ষী সুৰাসুৰ তৰু তৃণ।
অজ্ঞানত মূঢ়জনে দেখে ভিন্ন ভিন্ন ॥ (কীৰ্তন ৫২১)

একে প্ৰসংগৰ ভাগৱতৰ মূল শ্লোকতকৈ শংকৰদেৱৰ এই পদত কম শব্দেৰে আৰু সহজ কথাৰে ভাৱ প্ৰকাশ পাইছে।

অনাদিপাতনৰ উদ্ধৃত পদত বেদান্ত দৰ্শনে ব্ৰহ্মৰ স্বতঃসিদ্ধ অস্তিত্ব মানি লোৱাৰ দৰে নিৰঞ্জন বা নিৰ্গুণ চৈতন্যপুৰুষৰ অস্তিত্বও স্বতঃসিদ্ধ বুলি ধৰি লৈছে। পঞ্চৰাত্ৰৰ মূল নাৰায়ণ বা পুৰুষ আৰু যোগৰ ঈশ্বৰ বা পৰমাত্মাও স্বতঃসিদ্ধ সত্তা। এই স্বতঃসিদ্ধ সত্তাৰ পাছত প্ৰকৃতিৰ পৰা আৰম্ভ হোৱা সৃষ্টিক্ৰমৰ বৰ্ণনা গীতা, সাংখ্য আৰু যোগৰ মাজত পোৱা যায়। এই তিনিও ঠাইতে বৰ্ণনাৰ ক্ৰম প্ৰায়ে একেই, পাৰিভাষিক শব্দৰ ভিন্নতা মাত্ৰ সামান্য দেখা যায়। উদাহৰণ স্বৰূপে সাংখ্যৰ পুৰুষ বা জীৱাত্মাক গীতাত পৰাপ্ৰকৃতি বুলিছে। পঞ্চ মহাভূত, মন, বুদ্ধি আৰু অহংকাৰক অপৰা প্ৰকৃতি বুলিছে। এই ত্ৰিগুণাত্মিকা অপৰা প্ৰকৃতিকে ক্ষৰপুৰুষ বা ক্ষেত্ৰ বুলিও কৈছে। ইফালে পৰাপ্ৰকৃতিয়েই কূটস্থ অবিকাৰী পুৰুষ অক্ষৰপুৰুষ বা ক্ষেত্ৰজ্ঞ পুৰুষ নামেও পৰিচিত হৈছে।

যোগ আৰু সাংখ্যৰ সৃষ্টিক্ৰম প্ৰায় একেই। প্ৰকৃতিৰপৰা পঞ্চভূত, দশ-ইন্দ্ৰিয় প্ৰভৃতি চৌবিশতত্ত্বৰ উৎপত্তি যোগদৰ্শনেও স্বীকাৰ কৰে; কিন্তু যোগৰ ভাষা কিছু পৃথক্। সাংখ্যই যাক ষোড়শবিকাৰ বুলিছে (পঞ্চভূত, মন আৰু দশেন্দ্ৰিয়) তাক যোগে 'বিশেষ' বুলি কয়। পঞ্চ তন্মাত্ৰ আৰু অহংকাৰক 'অবিশেষ' বোলে। বিশেষ আৰু অবিশেষ উভয়কে সামৰি মুঠ বাইশটা তত্ত্বৰ কাৰণ স্বৰূপে থকা

সাংখ্যৰ মহৎতত্ত্বক গীতা আৰু উপনিষদত বুদ্ধি বুলিছে। যোগে তাক 'লিংগমাত্ৰ' বুলি কয়। এই তেইশটা তত্ত্বৰ কাৰণ স্বৰূপ সত্ত্ব আদি গুণৰ সাম্য অৱস্থা বা সাংখ্যৰ প্ৰকৃতিক গীতা আৰু উপনিষদত 'অব্যক্ত' বোলা হৈছে। যোগ দৰ্শনত তাক 'অলিংগ' অৰ্থাৎ চিহ্নৰহিত বুলিছে।

বিশেষ, অবিশেষ, লিংগমাত্ৰ আৰু অলিংগ এই চাৰিটা অৱস্থাত থকা ত্ৰিগুণেই দৃশ্য আৰু এই দৃশ্যৰ অতীত চৈতন্য সত্তাই দ্ৰষ্টা। গীতাৰ ক্ষেত্ৰ-ক্ষেত্ৰজ্ঞৰ লগত এই কথাৰ মিল দেখা যায়। যোগদৰ্শনৰ মতে দ্ৰষ্টাই দৃশ্যৰ ভিতৰতে নিজৰ স্বৰূপ দৰ্শন কৰে। এই প্ৰসংগত ভাগৱত তৃতীয়স্কন্ধৰ আগতে উদ্ধৃত (২৫।-২৪) শ্লোকৰ ভাৱানুৱাদৰ লগত যোদৰ্শনৰ দ্ৰষ্টা-দৃশ্যৰ সাদৃশ্য মন কৰিব লগীয়া।

সৃষ্টি বা জগৎ-ৰূপত ত্ৰিগুণাত্মিকা মায়া বা প্ৰকৃতিৰ ক্ৰিয়া প্ৰকাশ পায়। প্ৰলয় অৱস্থাত এই প্ৰকৃতিৰ ক্ৰিয়া নোহোৱা হয়। তেতিয়া প্ৰকৃতি অব্যক্ত ৰূপত থাকেনে নাথাকে? এনে প্ৰশ্নৰ অৱকাশ আছে। সাংখ্যৰ মতে এই জড় অব্যক্ত প্ৰকৃতিও নিত্য, পুৰুষ বা চৈতন্যও নিত্য। কোনো কাৰো পৰা সৃষ্টি হোৱা বা প্ৰকট হোৱা নাই। গতিকে সাংখ্যদৰ্শন দ্বৈতৱাদী; কিন্তু শংকৰদেৱ দ্বৈতৱাদী নহয়। প্ৰকৃতি প্ৰলয় অৱস্থাত পুৰুষত লীন যায় বাবে নিত্য নহয়। সেই কথা তেওঁ অনাদিপাতনত স্পষ্ট ভাবে কৈছে—

তোমাৰে আমাৰে কিছু নাহি ভিন্নাভিন্ন।
মোতে যাতো লীন যাহা এহি মাত্ৰ হীন ॥ ৫০ ॥

অনাদি পাতনৰ এই উক্তি নিৰঞ্জন পুৰুষে প্ৰকৃতিক কোৱা বুলি দিয়া হৈছে। ইয়াৰ পাছত আকৌ মানৱীকৰণৰ সহায়েৰে পুৰুষ-প্ৰকৃতিৰ সংযোগত সৃষ্টিৰ বিকাশ কেনেকৈ হ'ল তাৰ বৰ্ণনা দিছে।

সত্বৰে কৰিয়ো মায়া জগত প্ৰকাশ।
আমিও কৰিবো তাতে বিনোদ বিলাস॥
হেন শুনি প্ৰকৃতি কৰিলা যোৰহাত।
সৃষ্টিৰ কাৰ্যক দাই লাগিল তোমাত ॥ ৫১ ॥
ঈশ্বৰ কটাক্ষে দেৱী ভৈলা গৰ্ভৱতী।
প্ৰকৃতিৰ পুত্ৰ ভৈল মহত উৎপত্তি ॥
মহত্তৰো তিনি পুত্ৰ ভৈল অনুপাম।
শুনিয়ো তাহাৰ কহোঁ যাৰ যিবা নাম ॥ ৫২

তিনি গুণে তিনি তত্ত্ব ভৈলা অৱতাৰ।
তামসিক, ৰাজস, সাত্ত্বিক অহংকাৰ ॥
এহি তিনি পুত্ৰ তান জগতে প্ৰখ্যাত।
শুনা যাত হন্তে যিবা সৃষ্টি ভৈলা জাত ॥ ৫৩ ॥

তলত সাংখ্যৰ অনুৰূপ সৃষ্টিক্ৰমৰ চিত্ৰ দিয়া হ'ল। (পদ সংখ্যা ৫৪-৬২ দ্ৰ°)




এই তত্ত্বসমূহক একেলগে চৌবিশ তত্ত্ব বুলি কোৱা হয় যদিও ওপৰৰ চিত্ৰত থকা প্ৰতিটো বস্তুকে একোটা তত্ত্ব বুলি ধৰিলে তাৰ সংখ্যা ৩৭ হ'বগৈ। গতিকে এই তত্ত্বৰ সংখ্যা কিয় ২৪ কৰা হ'ল, সেই কথা বিচাৰ কৰি চাব লগীয়া। সাংখ্যৰ মতে পুৰুষ আৰু প্ৰকৃতি দুটা মূল তত্ত্ব হ'লেও বেদান্ত, যোগ আৰু পঞ্চৰাত্ৰই প্ৰকৃতিক পুৰুষৰ শক্তি ৰূপেহে ধৰিছে। গতিকে পৰম তত্ত্ব বা তত্ত্বৰ অতীত পুৰুষ সৰ্বত্ৰ বিদ্যমান কাৰণে পুৰুষক এই সংখ্যাৰ ভিতৰত ধৰা নহয়। পুৰুষ স্বয়ং কাৰ্য-কাৰণ উভয়াত্মক। প্ৰকৃতি পুৰুষৰ ত্ৰিগুণাত্মিকা শক্তি বা কাৰ্যক্ষমতাহে। প্ৰকৃতিৰ পৰা সৃষ্টি হোৱা অখণ্ড জড় জগৎখনেই মহৎ বা মহত্তত্ত্ব। ইয়াত সত্ত্ব, ৰজঃ আৰু তমোগুণৰ ক্ৰিয়া আছে যদিও ব্যক্তিৰ পৃথকভাৱ বা অহংকাৰ প্ৰকাশ পোৱা নাই। ত্ৰিগুণাত্মিকা প্ৰকৃতিৰ ক্ৰিয়াজনিত বাবে অহংকাৰ বা পৃথকবোধত সত্ত্বাদি তিনিওটা গুণ থাকিবই; যিকোনো এটা গুণেৰে এটা অহংকাৰ হ'ব নোৱাৰে। সেইবাবে অহংকাৰ তত্ত্বও এটা বুলিহে ধৰা হয়। ইন্দ্ৰিয়সমূহৰ অধিষ্ঠাতা দেৱতা বা ইন্দ্ৰিয়ৰ শক্তি সমূহো মূলতে মনৰ লগত জড়িত। মন নিষ্ক্ৰিয় হ'লে ইন্দ্ৰিয়ৰ শক্তিও অসাৰ্থক হৈ পৰে। গতিকে সাত্ত্বিক অহংকাৰৰ পৰা প্ৰকাশ পোৱা তত্ত্ব ৰূপে কেৱল মনকহে ধৰা হয়। এইদৰে ৩৭ সংখ্যাৰ পৰা ১৩ টা সংখ্যা বাদ দিলে ২৪ টা সংখ্যাই বাকী থাকে।

এই জগতৰ কাৰণ-কাৰ্যৰূপ উভয়কে চৈতন্য স্বৰূপ ভগৱান বুলি ধৰিলে ইয়াৰ উপাদান কাৰণ জড় প্ৰকৃতিও চৈতন্য পুৰুষৰ এটা অৱস্থা বুলিয়েই ধৰিব লাগিব। মূলতঃ সম্পূৰ্ণ জড় বুলি জগতত একোৱেই নাই। তথাপি আলোচনাৰ সুবিধাৰ অৰ্থে সাংখ্যৰ দৰেই আমিও প্ৰকৃতিক জড় বুলি কৈছোঁ। সাধাৰণ দৃষ্টিতে দেখা যায় যে-চৈতন্য সদাই সূক্ষ্ম সত্তাহে। তাৰ কোনো স্থূল ৰূপ নাই। তাৰ বিপৰীতে স্থূল বস্তুবোৰ জড়। এই জড় বস্তুবোৰৰ ভিতৰত পঞ্চমহাভূত অধিক জড় আৰু স্থূল। তাৰ ভিতৰতো মাটি, (মাটিত উৎপন্ন হোৱা, শিল, ধাতু, কাঠ আদিকো এই মাটিৰ লগত সামৰি লোৱা হয়) সৰ্বাধিক স্থূল। ইয়াৰ উৎপত্তি আৰু লয়ৰ স্থান জল বা পানী। যিটো বস্তু য'ৰ পৰা উৎপন্ন হয়, সেইটো বস্তু ত'তেই লয়ো পায়। পানী মাটিত কৈ সামান্য পৰিমাণে কম স্থূল। ইয়াৰ উৎপত্তি-স্থান আৰু লয় স্থান অগ্নি বোলা হৈছে। সাধাৰণ বিচাৰৰ ফালৰ পৰা এই কথাটো বুজিবলৈ টান; কিন্তু বৈজ্ঞানিক আৰু দাৰ্শনিক বিচাৰত এই কথা সত্য+। এটা সাধাৰণ উদাহৰণ মাত্ৰ এই প্ৰসংগত দাঙি ধৰা হৈছে। পানীৰ প্ৰধান উপাদান 'হাইড্ৰোজেন' দাহ্য পদাৰ্থ অৰ্থাৎ দহনগুণসম্পন্ন অগ্নি বা তাপৰ সম্বন্ধ তাৰ লগত সূক্ষ্ম ভাবে আছে। 'বাড়ৱাগ্নি' সমুদ্ৰতেই উৎপন্ন হয়। অগ্নিও এক বিশেষ ধৰণৰ ক্ৰিয়া বা পৰমাণুৰ কম্পনশীল অৱস্থাৰ নাম। এই অৱস্থাই বায়ুৰ পৰমাণুৰ ওপৰত নিৰ্ভৰ কৰে। সেই বাবে অগ্নিৰ উৎপত্তি আৰু লয় স্থান বায়ু বোলা হৈছে।

বায়ুৰ উৎপত্তি আৰু লয়স্থান আকাশৰ স্বৰূপ সম্বন্ধে কৰা বিচাৰ দৰ্শন আৰু বিজ্ঞানৰ ক্ষেত্ৰত এতিয়ালৈকে সম্পূৰ্ণ একেটা স্তৰলৈ উঠা নাই যেন লাগে। এই ক্ষেত্ৰত দৰ্শন বুলিলে ন্যায় আৰু বৈশেষিককো সামৰি ল'ব লাগিব। জড় বস্তুৰ বিশ্লেষণৰ ক্ষেত্ৰত সেই দুখন দৰ্শনৰো বিশিষ্ট স্থান আছে। আমি আজি আধুনিক বিজ্ঞানৰ ভাষাত যাক পদাৰ্থ বুলি কওঁ, তাক এই দৰ্শন দুখনে দ্ৰব্যহে

---

+ দৰ্শনৰ সত্যক বৈজ্ঞানিক সত্যৰূপত প্ৰমাণিত কৰাৰ প্ৰচেষ্টা আমাৰ মাজত বৰকৈ হোৱা নাই। অসমীয়া ভাষাত ৺ ৰাধানাথ ফুকনদেৱে মাত্ৰ এই চেষ্টা কৰিছিল। ৺ফুকনদেৱৰ গীতা, বেদান্ত আৰু সাংখ্যৰ টীকাগ্ৰন্থ পঢ়িলে এই বিষয়ে ভালেখিনি তথ্য পোৱা যাব। আমি এই প্ৰসংগত তেনে ব্যাখ্যা দিয়াৰ চেষ্টাৰ পৰা বিৰত থাকিলোঁ। দৰ্শনৰ সৃষ্টিক্ৰম বা পদাৰ্থ বিদ্যা সম্বন্ধীয় কথা জনালোকে বিজ্ঞানৰ ধাৰণাৰ ক্ষেত্ৰতো সহায় পাব পাৰে। সাংখ্য আৰু বেদান্তৰ ভিত্তিত দিয়া ভাগৱত আৰু শংকৰদেৱৰ দৰ্শনৰ মূল্য সাধনমাৰ্গৰ দৰেই বৈজ্ঞানিক বিচাৰৰ ক্ষেত্ৰতো আছে।

বুলিছে ।' সাতবিধ পদাৰ্থৰ ভিতৰত দ্ৰব্যৰ ভিতৰতেই স্থূলতাৰ পৰিমাণ বেছি । সাতবিধ পদাৰ্থ হৈছে—দ্ৰব্য, গুণ, কৰ্ম, সামান্য, বিশেষ, সমৱায় আৰু অভাব। গতিকে 'পদাৰ্থ' শব্দই দৰ্শন আৰু বিজ্ঞানত সম্পূৰ্ণ একে অৰ্থ প্ৰকাশ নকৰে। ন্যায়- বৈশেষিকত পঞ্চমহাভূতৰ লগতে দিক্, কাল, আত্মা আৰু মনকো দ্ৰব্য বুলি কৈছে। পৰিণামশীল সকলো অস্তিত্বই দ্ৰব্যৰ শ্ৰেণীত ঠাই পোৱা যাবে আত্মা বা জীৱ চৈতন্যৰ দৰে সূক্ষ্ম বস্তুকো দ্ৰব্য বুলিছে। জীৱ-চৈতন্যটো জড় সংস্কাৰ বা স্থূল- প্ৰকৃতিৰ প্ৰভাৱেৰে সীমাবদ্ধ বা খণ্ডিত কাৰণে দ্ৰব্যৰ শ্ৰেণীভুক্ত হ'ব পাৰে। মনটো জড় জগৎ আৰু চেতন আত্মাৰ মাজত সম্পৰ্ক স্থাপন কৰা স্বয়ং সংস্কাৰ স্বৰূপ। দ্ৰব্যৰ দৰে দিকৰো এটা স্বভাৱ বা ক্ৰিয়াশীলতা থকাৰ প্ৰমাণ চুম্বকৰ ওপৰত থকা তাৰ প্ৰভাৱৰ পৰা পোৱা যায়। বস্তুৰ ৰূপান্তৰ-ক্ৰিয়াত কালো এটা অপৰিহাৰ্য তত্ত্ব। এই দৰে পদাৰ্থৰ এটা শ্ৰেণী হিচাবে পৰিগণিত হোৱা দ্ৰব্যৰ ভিতৰতো দিক্, কাল, মন আৰু আত্মা অত্যন্ত সূক্ষ্ম বস্তু। আকাশ এই বিলাকতকৈ স্থূল। আধুনিক বিজ্ঞানৰ মতো তাপ আৰু পোহৰৰ মাধ্যম 'ইথাৰ'ৰ অস্তিত্ব সম্বন্ধে স্পষ্ট নহয়, কিন্তু দৰ্শনত আকাশ এটা স্থূল পদাৰ্থ +। ইয়াত 'স্থূল' শব্দটো সীমাবদ্ধ অস্তিত্ব বা অৱয়ৱ যুক্ত অৰ্থত ব্যৱহাৰ কৰা হৈছে। এটা বস্তুৰ অস্তিত্বক দিক্ আৰু কালৰ সীমাত আবদ্ধ কৰি ৰখা গুণ বা স্বভাৱকে সাংখ্যদৰ্শনত তমোগুণ বুলি কৈছে। এই দৃষ্টিত তমোগুণৰ পৰা উৎপন্ন আকাশৰো সীমা আছে। আকাশৰ পৰা বায়ু, বায়ুৰ পৰা, অগ্নি, অগ্নিৰ পৰা জল আৰু জলৰপৰা ক্ষিতি বা পৃথিৱীৰ উৎপত্তি হৈছে বুলি সাংখ্য দৰ্শনে কৈছে ; ভাগৱততো কৈছে। লগতে এইটোও কোৱা হৈছে যে—পৃথিৱীত বাকী চাৰিটাও গৌণ ভাবে আছে। সেইদৰে জলত তাৰ পূৰ্বে সৃষ্টি হোৱা অগ্নি প্ৰভৃতি তিনিটা, অগ্নিত বায়ু আৰু আকাশ আৰু বায়ুত কেৱল আকাশ তত্ত্ব গৌণ ভাবে আছে ।

পঞ্চমহভূতৰ গুণ বা ধৰ্ম পঞ্চতন্মাত্ৰৰ সৃষ্টি তমোগুণৰ পৰা পঞ্চমহা- ভূততকৈ আগতে হোৱা বুলি কৈছে। অৰ্থাৎ গুণ বা ধৰ্মৰ পৰাহে বস্তুৰ সৃষ্টি হৈছে। সেয়ে হ'লে শব্দগুণময় আকাশৰ সৃষ্টি শব্দৰ পৰা হৈছে। এই দৰেই স্পৰ্শগুণৰ পৰা আকাশত বায়ু, ৰূপ তন্মাত্ৰৰ পৰা তাপ, ৰস তন্মাত্ৰৰ পৰা জল আৰু গন্ধ তন্মাত্ৰৰ পৰা পৃথিৱী বা ক্ষিতিৰ সৃষ্টি হোৱা বুলিছে। সহজ কথাত ক'বলৈ

---

+ এই প্ৰসংগত 'পদাৰ্থ' শব্দৰ প্ৰয়োগ যে দৰ্শন আৰু বিজ্ঞানে সুকীয়া অৰ্থত কৰে। সেই কথা মনত ৰাখিব লাগিব। দৰ্শন আৰু বিজ্ঞানৰ পাৰিভাষিক দ্ৰব্য পৰমাণুৰ স্বৰূপো একে নহ'ব পাৰে।

হ'লে চেতনাৰ স্বভাৱ বোধ বা উপলব্ধিৰ পৰা স্থূল জড় বস্তুৰ সৃষ্টি হৈছে; কিন্তু পঞ্চতন্মাত্ৰৰ উৎপত্তি তমোগুণৰ পৰা হোৱা বুলি কৈছে। গতিকে এই বোধ বা উপলব্ধিটো শুদ্ধ চৈতন্য হ'ব নোৱাৰে। সাত্ত্বিক অহংকাৰৰ পৰা উৎপন্ন হোৱা জড়ৰ লগত সম্পৰ্ক স্থাপন কৰা মনটোহে তন্মাত্ৰৰ ঘাই উপাদান। তথাপি ৰূপ, ৰস প্ৰভৃতি তন্মাত্ৰসমূহ জড়ভূতৰ লগত জড়িত আৰু সীমাবদ্ধ কাৰণে তমোগুণযুক্ত বোলা হৈছে। জড় পৰমাণুত হোৱা ক্ৰিয়া বা স্পন্দনৰ উপলব্ধি মনে কৰিলেই সেই ক্ৰিয়াক তন্মাত্ৰ বোলা হয়। পাঁচবিধ বিশিষ্ট ক্ৰিয়াই পাঁচবিধ তন্মাত্ৰ আৰু পাঁচবিধ ক্ৰিয়াৰ পৰা (তন্মাত্ৰৰ পৰা) হোৱা পৰমাণুৰ সংঘাত বা সমষ্টিয়েই পঞ্চ-মহাভূত নামে পৰিচিত হৈছে। এই সংঘাত বা সমষ্টিটো পৰিণামী বা পৰিবৰ্তন-শীল অস্থিৰ। সেই বাবে কোনো মহাভূত বা তাৰপৰা গঠিত বস্তু নিত্য নহয়। সকলো জড় বস্তুৱেই ৰূপান্তৰিত হৈ থাকে। চমু কথাত ক'বলৈ হ'লে তন্মাত্ৰই সূক্ষ্ম পৰমাণুৰ ক্ৰিয়াক নিজৰ বিষয় ৰূপে গ্ৰহণ কৰে; কিন্তু মহাভূত বুলিলে সেই ক্ৰিয়াৰ পৰিমাণ ৰূপে গঢ়লোৱা বা সংগঠিত হোৱা পৰমাণু-সমষ্টিক বুজায়। তন্মাত্ৰ বা ইন্দ্ৰিয়-গ্ৰাহ্য বিষয়ৰ উপাদান ৰূপে থকা পৰমাণুৰ লক্ষণ বা ধৰ্মৰ ওপৰত নিৰ্ভৰ কৰিহে পঞ্চমহাভূতৰ সৃষ্টি হয়। সেই কাৰণেই তন্মাত্ৰৰ পৰাহে পঞ্চমহা-ভূতৰ সৃষ্টি হয় বুলিছে।

এই পৰ্যন্ত আমি সাত্ত্বিক অহংকাৰৰ পৰা প্ৰকট হোৱা মন আৰু তামস অহংকাৰৰ পৰা প্ৰকট হোৱা তন্মাত্ৰ আৰু মহাভূতৰ সম্পৰ্ক দেখিবলৈ পালোঁ। বহিৰ্মুখী বা বিস্তাৰধৰ্মী জড় পৰমাণুৰ ক্ৰিয়াই ৰাজস অহংকাৰৰ স্বৰূপ। তামস অহংকাৰে ৰাজস অহংকাৰৰ এই বহিৰ্মুখী বিস্তাৰক বাধাগ্ৰস্ত কৰে। উদাহৰণ স্বৰূপে এটা গুটিত থকা চেতনা বা প্ৰাণ-শক্তিত এজোপা গছৰ এটা বিশিষ্ট জড় সংস্কাৰ আছে এই জড় সংস্কাৰ নথকা হ'লে তাত থকা চৈতন্যটো অজড় বিশুদ্ধ অখণ্ড আত্মাৰে অভিন্ন হৈ পৰিলেহেঁতেন। ভৱিষ্যতে গছ হ'বলগীয়া সংস্কাৰটো তাত আছে বাবেই সি গুণ বা ক্ৰিয়াৰ অধীন সীমাবদ্ধ হৈ পৰিল। সত্য বা চেতনাৰ ধৰ্ম আছে কাৰণে তাক সত্ত্ব বোলা হ'ল। দিক্ আৰু কালৰ সীমাই তাক খণ্ডিত কৰা বাবে অহংকাৰ নামেও সি পৰিচিত হ'ল। গতিকে গুটিত থকা জড়গুণসম্পন্ন চেতনাৰ সংস্কাৰটোৱেই তাৰ মন। সেই সংস্কাৰযুক্ত চেতন বা সত্ত্বৰ পৰা এজোপা গছ গজিল। সেই সত্ত্বৰ অভাৱ হ'লে গুটিৰ পৰা গছ গজিব নোৱাৰে। গছজোপা গজাৰ পাছত ৰজোগুণৰ দ্বাৰা (প্ৰয়োজনীয় পৰমাণুৰ সহায়ত) সিয়েই বাঢ়িবলৈ ধৰিলে; কিন্তু তাৰ বাঢ়ন শক্তিটো অসীম নহয়। এটা সীমাৰ

পাছত তাৰ বিকাশৰ গতি বন্ধ হৈ আছে। আৰু এটা সীমাৰ পাছত গছজোপা মৰে। বিকাশৰ এই অৱৰোধ আৰু মৃত্যু তমোগুণৰ ধৰ্ম।

ৰাজস অহংকাৰৰ পৰা ইন্দ্ৰিয়সমূহৰ উৎপত্তি হোৱা বুলিছে। বিশেষ বিশেষ শ্ৰেণীৰ কিছুমান পৰমাণুৰ ( ৰজোগুণৰ ) বিশিষ্ট অনুপাতৰ সংগঠিত ৰূপ বা অৱস্থাই ৰাজস অহংকাৰ। এনে কিছুমান বিশেষ সংগঠিত ৰূপ বা অৱস্থাৰ মাধ্যমেৰে মনে বিশাল বিশ্ব-প্ৰকৃতিৰ লগত সম্পৰ্ক স্থাপন কৰে। এই সম্পৰ্ক ক্ৰিয়াত্মক বা স্থূল আৰু বোধাত্মক বা সূক্ষ্ম দুই শ্ৰেণীৰ হ'ব পাৰে। ক্ৰিয়াত্মক বা স্থূল সম্পৰ্কটো কৰ্মেন্দ্ৰিয়ৰ আৰু বোধপ্ৰধান সূক্ষ্ম সম্পৰ্কটো জ্ঞানেন্দ্ৰিয়ৰ সম্পৰ্ক। জ্ঞানেন্দ্ৰিয়ৰ সম্পৰ্কবোৰকে তন্মাত্ৰ বা ইন্দ্ৰিয়গ্ৰাহ্য বিষয় বোলা হয়। ৰাজস অহংকাৰ বা পৰমাণুৰ বিশিষ্ট সংগঠিত ৰূপকে ইন্দ্ৰিয় বুলি ধৰিলেও তাৰ সীমাবদ্ধতাত তমোগুণৰ আৰু উপলব্ধিত সত্ত্বগুণৰ প্ৰভাৱ আছে। সত্ত্ব আৰু তমঃ এই দুয়োটা গুণৰ সম্পৰ্ক নহ'লে কেৱল ৰজোগুণৰ পৰা একো বস্তুৰে সৃষ্টি হ'ব নোৱাৰে।

সংখ্যাদৰ্শনৰ বিচাৰৰ লগত সম্পৰ্ক ৰাখি আমি এই পৰ্যন্ত কৰা আলোচনাৰ বিষয়-বস্তুটোকে শংকৰদেৱে তলত উদ্ধৃত কৰা অনাদিপাতনৰ পদৰ সহায়েৰে দাঙি ধৰিছে।

তামসত হন্তে মহা গুণৰ প্ৰকাশ।
শবদৰো পুত্ৰ ভৈল নামত আকাশ ॥
আকাশত হন্তে পৰশৰ উতপত্তি।
পৰশৰ পুত্ৰ ভৈল বায়ু মহামতি ॥ ৫৪
বায়ুহন্তে ৰূপ নামে পুত্ৰ অৱতাৰ।
ৰূপৰ তনয় ভৈল অগ্নি চমৎকাৰ ॥
অগনিৰ পুত্ৰ ভৈল ৰস মহামতি।
ৰসগুণ হন্তে পাছে জল উতপতি ॥ ৫৫
জলে উতপতি ভৈল গন্ধ গুণ নাম।
গন্ধ গুণ হন্তে বসুমতী অনুপাম ॥
পঞ্চভূত পঞ্চগুণ কহিলো ব্যৱস্থা।
আবে শুনা ৰাজসিক সাত্ত্বিকৰ কথা ॥ ৫৬
ৰাজসত হন্তে দশেন্দ্ৰিয় ভৈল জাত।
দশবিধ নাম ৰাজা কহিবো তোমাত ॥

চক্ষু কৰ্ণ, নাসা মুখ চৰ্ম জিহ্বা হাত।
পদ গুহ্য লিংগ এহি দশটি প্ৰখ্যাত ॥ ৫৭
এবে কহোঁ শুনিয়োক সাত্ত্বিকৰ কথা।
যি দশত ভৈল যিটো দেৱ অধিষ্ঠাতা ॥
× × × ×
সাত্ত্বিকত হন্তে দশ দেৱ উতপতি।
বায়ু বহ্নি বিষ্ণু ইন্দ্ৰ দিশ প্ৰজাপতি ॥
অশ্বিনী কুমাৰ মৃত্যু+ আদিত্য বৰুণ।
এহি অধিষ্ঠাতাদেৱ দশ সত্ত্বগুণ ॥ ৫৯
চক্ষু অধিষ্ঠাতা যে আদিত্য জ্যোতির্ময়।
কৰ্ণ অধিষ্ঠাতা দিশ জানিবা নিশ্চয় ॥
নাসিকাৰ অধিষ্ঠাতা অশ্বিনীকুমাৰ।
বাক্য অধিষ্ঠাতা ভৈল বহ্নি নাম যাৰ ॥ ৬০ (ভাগৱত ৩।২৬।৫৪ মুখ>বাক্য)
চৰ্ম অধিষ্ঠাতা বায়ু ভৈলা সত্ত্ব গুণ।
জিহ্বা অধিষ্ঠাতা যেবে ভৈলন্ত বৰুণ ॥
হস্ত অধিষ্ঠাতা ভৈল ইন্দ্ৰ সুৰপতি।
পদে বিষ্ণু গুহ্যে মৃত্যু লিংগে প্ৰজাপতি ॥ ৬১ ॥
হৃদয়ত থাকি কৰে ভাল মন্দ কাম।
এক মন চাৰি ৰূপে শুনা তাৰ নাম ॥
মন বুদ্ধি অহংকাৰ আৰু জানা চিত।
এহি চাৰি নাম শুনা ভৈলন্ত বিদিত ॥ ৬২

সৃষ্টিৰ বিপৰীত ক্ৰম প্ৰলয়ৰ বিবৰণ 'নিমি-নৱসিদ্ধ-সংবাদত এনেদৰে দিয়া হৈছে।

কালৰূপী কৃষ্ণ যিটো জগত আধাৰ।
কৰন্ত লীলায়ে পাছে সৃষ্টিক সংহাৰ ॥ ১১৩ ॥

---

+ অনাদি পাতনৰ প্ৰকাশিত পাঠত 'মৃত্যু'ৰ পৰিবৰ্তে 'মিত্ৰ' শব্দ আছে। ভাগৱতৰো সেই প্ৰসংগত (৩।৬।২০) মিত্ৰ শব্দই আছে। তৃতীয় স্কন্ধৰ পাছৰ এটা প্ৰসংগত (৩।২৬।৫৭) বিৰাটপুৰুষৰ বিভিন্ন অংগৰ বৰ্ণনা দিওঁতে 'মৃত্যু' শব্দহে প্ৰয়োগ কৰিছে। ভাবাৰ্থৰ দৃষ্টিত মৃত্যু শব্দ বেছি খাপখোৱা বাবে ইয়াত 'মৃত্যু' শব্দ দিয়া হ'ল।

মায়াৰ যতেক কাৰ্য-কাৰণ সমস্ত।
দুনাই আনি মায়াত কৰান্ত সবে অস্ত ॥ * * ১১৪ ॥
নথাকয় প্ৰাণী আৰ ব্ৰহ্মাণ্ড ভিতৰ।
কৃষ্ণৰ কটাক্ষে নষ্ট হোৱে চৰাচৰ ॥
স্থূলদেহ ভগ্ন ভৈলে যত জীৱৰাশি।
পুনৰ্ব্বাপি লীন হোৱে প্ৰকৃতিত আসি ॥ ১১৭ ( ১১।৩।১২ )
যিটো ব্ৰহ্ম মাধৱৰ ভকতি বিহীন।
তেহোঁ হোৱে আসি পুনু প্ৰকৃতিত লীন ॥ * * ১১৮ ॥
যেন কাষ্ঠ দহিলে অগনি নৰহয়।
সেহিমতে হোৱে সবে প্ৰকৃতিত লয় ॥
শুনা আবে যেন মতে মহাভূত চয়।
অন্যোঅন্যে হোৱে গৈয়া কাৰণত লয় ॥ ১১৯ ( ১১।৩।১২ )
পৃথিৱীৰ গন্ধগুণ হৰিবে অনিল।
তেখনে পৃথিৱী গৈয়া হৈবেক সলিল ॥
যেবে জল হন্তে বায়ু ৰস হৰি লয়।
সেহি জল অগনিত হোৱে আসি লয় ॥ ১২০ ( ১১।৩।১৩ )
অগ্নিৰ ৰূপক পাছে হৰিবেক তম।
তেবে অগ্নি বায়ুত প্ৰৱেশে এহিক্ৰম ॥
হৰিবেক স্পৰ্শগুণ বায়ুৰ গগনে।
গগনত বায়ু যাই পশিব তেখনে। ॥ ১২১ ॥ ( ১১।৩।১৪ )
গগনৰ শব্দগুণ হৰিবেক কাল।
পশে অহংকাৰত আকাশ ততকাল ॥
মন বুদ্ধি ইন্দ্ৰিয় দেৱতা যত আছে।
সবে অহংকাৰত প্ৰৱেশে গৈয়া পাছে ॥ ১২২ ॥
সেহি অহংকাৰ লীন হোৱে মহতত।
প্ৰকৃতিত লীন হৈব আপুনি মহত ॥
কহিলো নৃপতি প্ৰলয়ৰ যত ক্ৰম।
এহিতো কৃষ্ণৰ মায়া পৰম দুৰ্গম ॥ ১২৩ ॥ ( ১১।৩।১৫ )
ব্ৰহ্মা আদি কৰি কীট পতংগ পৰ্য্যন্ত।
মায়াসে সবাকো কৰে সৃষ্টি স্থিতি অন্ত ॥
কোটি কোটি কল্প মৰে ওপজে মায়াত।

হেন জন নাহিকে মায়াৰ এৰাইব হাত ॥ ১২৪
যতেক জগত দেখা মায়াৰ নিৰ্মাণ।
চিনাইলোঁ মায়াক ৰাজা দেখা বিদ্যমান ॥ ( ১১।৩।১৬ )

এই পদসমূহৰ মূল ভাগৱত একাদশ স্কন্ধৰ তৃতীয় অধ্যায়। ভাঙনি প্ৰায় মূলৰ অনুৰূপ। যি অংশ শংকৰদেৱৰ নিজা পদ, সেই অংশ বাদে মূলৰ লগত সম্পৰ্ক থকা অংশৰ ( পদ সংখ্যাৰ লগতে কোঠকৰ ভিতৰত ) শ্লোক সংখ্যা দিয়া হৈছে। ইয়াৰ পাছত ভাগৱতৰ মূল আৰু পদ-ভাঙনি উভয়তে মায়াতৰণৰ উপায় সম্বন্ধে কোৱা হৈছে। সেয়া আমাৰ কাৰণে সাধনমাৰ্গৰ আলোচনাৰ ভিতৰলৈ আহে। অনাদিপাতনৰ সৃষ্টিতত্ত্বত তামস আৰু ৰাজস অহংকাৰৰ পৰা উৎপন্ন হোৱা মহাভূত আৰু ইন্দ্ৰিয় আদিৰ বিবৰণৰ পাছত মনৰ স্বৰূপ সম্বন্ধে কোৱা হৈছে। ভাগৱতৰ মূল শ্লোকত এই প্ৰসংগতে মনৰ এনে বিস্তৃত বৰ্ণনা নাই। শংকৰদেৱৰ অনাদিপাতনত মন সম্বন্ধে এই দৰে আছে—

নানা কৰ্ম কৰিবাক কৰে আলোচন।
একো কৰ্ম স্থিৰ নোহে তাক বুলি মন ॥ ৬৩
সংকল্প-বিকল্প কৰ্ম কৰে আলোচন।
বুদ্ধি নাম বুলি তাক জানিবা লক্ষণ ॥
সমস্ত কাৰ্যক মই কৰোঁ বুলি মানে।
অহংকাৰ বুলি তাক জানিবা আপুনে ॥ ৬৪
নানা সদকৰ্মক কৰন্ত নিতনিত।
নিশ্চয় জানিবা ৰাজা তাৰ নাম চিত্ত ॥
আৰো যে মনৰ কথা শুনিয়ো আপেক্ষি।
কাছিলে নটক যেন ভিন্নৰূপ দেখি ॥ ৬৫
মনৰ কল্পনা ইটো সমস্তে সংসাৰ।
জাগন স্বপন নিদ্ৰা তিনি বৃত্তি সাৰ ॥
আছে মন সমস্ত প্ৰাণীৰ হৃদয়ত।
ঈশ্বৰৰ প্ৰতিবিম্ব লাগিছে মনত ॥ ৬৬
তাকে বুলি মন জীৱ এৰে ভিন্ন নুই।
এক পিণ্ড ভৈল যেন লোহা অগ্নি দুই ॥
মনে দুখ পাইলে জীৱে বোলে মই পাওঁ।
মনে বৈক যাৱে জীৱে বোলে মই যাওঁ ॥ ৬৭

মনে যিবা কৰে জীৱে বোলে মই কৰোঁ।
মনৰ মৰণে জীৱে বোলে মই মৰোঁ ॥
যেন সূৰ্য বিম্ব লৰে জলৰ লগত।
জল স্থিৰ ভৈলে বিম্ব থাকে পূৰ্বৱত ॥ ৬৮
মনৰ কৰ্মক যিটো মোৰ বুলি মানে।
কৰ্মপাশে বন্দী জীৱ এহিসে নিদানে ॥
আত্মাৰ প্ৰসংগে মন ভৈল অচেতন।
মনতেসে আছে জানা চৈধ্যয় ভুৱন ॥ ৬৯ ॥
মনে পাপ-পুণ্য স্বৰ্গ মনেসে নৰক।
মনেসে কৰিছে ভেদ আপোন পৰক ॥
যতেক ইন্দ্ৰিয়গণ মনৰ অধীন।
মনৰেসে আজ্ঞাপালি থাকে ৰাত্ৰি দিন ॥ ৭০
মনে উপজয় জানা মনেসে মৰণ।
মনুষ্যৰ মনে বন্ধ মোক্ষৰ কাৰণ ॥
জানা সবে দেৱ ধৰ্ম মনৰ প্ৰবন্ধ।
তাৰে বন্দী থাকে জীৱ নেৰাই কৰ্মবন্ধ ॥ ৭১
আৰো কহোঁ শুনিয়োঁ মনৰ কিছু কথা।
প্ৰচাৰিবো ভৈলা কোন দেৱ অধিষ্ঠাতা ॥
মন অধিষ্ঠাতা চন্দ্ৰ শুনা নৃপবৰ।
বুদ্ধি অধিষ্ঠাতা ভৈলা ব্ৰহ্মা সৃষ্টিকৰ ॥ ৭২
অহংকাৰ অধিষ্ঠাতা ৰুদ্ৰ যাৰ নাম।
চিত্ত অধিষ্ঠাতা বাসুদেৱ অনুপাম ॥
যাৰ মনে লৈল এক শৰণ কৃষ্ণত।
অপ্ৰয়াসে পাৰে মোক্ষ সিসি সংসাৰত ॥ ৭৩
আন ধৰ্ম নাহি আউৰ জানা নিষ্ঠকৰি।
কৃষ্ণ কৃষ্ণ বুলিলেসে সংসাৰক তৰি ॥
কৰিও মনক বশ্য বিদুৰ সম্প্ৰতি।
কৃষ্ণৰ চৰণ চিন্তি সুখে সাধাগতি ॥ ৭৪

ওপৰত (পদ সংখ্যা ৬৫ আৰু ৭৪) 'ৰাজা'শব্দ পৰীক্ষিতৰ বাবে প্ৰয়োগ কৰা হৈছে। ভাগৱতধৰ্মৰ শ্ৰোতা পৰীক্ষিত কাৰণে শুকমুনিৰ উক্তি ৰূপে এই সকলো পদ ধৰিব লাগিব। ভাগৱতৰ মূল বিষয় বস্তু শুক-পৰীক্ষিতৰ সংবাদ ৰূপে দাঙি ধৰিলেও

তাৰ মাজতো অনেক কথা-প্ৰসংগৰ উল্লেখ আছে। ভাগৱতৰ মূল শ্লোকত এই প্ৰসংগৰ কথা মৈত্ৰেয় আৰু বিদুৰৰ কথোপকথন ৰূপে আছে কাৰণে ইয়াত শ্ৰোতা বিদুৰৰ নাম উল্লেখ কৰা হৈছে।

ওপৰৰ অলোচনাত সাত্ত্বিক, ৰাজস আৰু তামস অহংকাৰৰ কথা কোৱা হৈছে। সেই তিনিটাকে গীতাত আৰু ভাগৱতৰো প্ৰসংগ বিশেষত যথা ক্ৰমে অধ্যাত্ম, অধিদৈৱ আৰু অধিভূত বুলিছে (দ্ৰ° ভা° ৩।৬।৯)।

অধ্যাত্ম, অধিদৈৱ আৰু অধিভূতৰ ভিতৰত সত্ত্ব গুণেই প্ৰধান বাবে সাত্ত্বিক অহংকাৰতে চৈতন্যৰ পৰিমাণ সৰ্বাধিক আৰু সেই কাৰণেই অধ্যাত্ম বিদ্যাই সাত্ত্বিক অহংকাৰৰ পৰা উৎপন্ন মনক ক্ৰমশঃ অধিক চৈতন্যমুখী কৰি নিব পাৰে। গতিকে আধ্যাত্মিক সাধনা বুলিলে মানসিক সাধনাৰ যোগেদি চেতনাৰ ক্ৰমবিকাশ সাধন কৰি অধিভূতৰ ওপৰত অধ্যাত্মৰ প্ৰভাৱ বিস্তাৰ কৰা প্ৰচেষ্টাকে বুজায়। এই ক্ষেত্ৰত অধিদৈৱ অৰ্থাৎ ইন্দ্ৰিয়সমূহৰ অধিষ্ঠাতা দেৱতা ৰূপে থকা শক্তি সমূহে অধ্যাত্মক সহায় কৰে। এই স্তৰৰ বিষ্ণু, ৰুদ্ৰ, ইন্দ্ৰ, সূৰ্য, আদি দেৱতাসকলো জড় শক্তিহে। কিয়নো দেৱতা হ'লেও জড়ক আশ্ৰয় কৰিহে তেওঁলোকে নিজৰ ক্ৰিয়াশীলতা প্ৰকাশ কৰিব পাৰে কিন্তু মনত জড় প্ৰকৃতিৰ সংস্কাৰ থাকিলেও সি চৈতন্য প্ৰধান। সেই বাবে এই মনক জড়-চৈতন্যৰ সমষ্টি ৰূপ বা দুয়োটাৰে মধ্যবৰ্তী সত্তা বুলি ধৰা হয়। মনক নিজৰ ৰুচি আৰু চেষ্টা অনুসৰি অধিক জড়মুখীও কৰিব পাৰি; চৈতন্যমুখীও কৰিব পাৰি। প্ৰবৃত্তি-মাৰ্গ বা ভোগাকাংক্ষাই মনক ক্ৰমে জড় বস্তুৰ ফালে আগবঢ়াই নিয়ে আৰু নিবৃত্তি-মাৰ্গই মনক ক্ৰমে ক্ৰমে জড়সংস্কাৰৰ পৰা মুক্ত কৰি চৈতন্যৰ বিকাশত সহায় কৰে। মনত থকা প্ৰকৃতিৰ জড়সংস্কাৰ বোৰেই চিত্ত। এই চিত্তক প্ৰকৃতিৰ ক্ৰিয়া বা জড় শক্তিৰ দ্বাৰা বিকাৰগ্ৰস্ত চিৎ শক্তি বুলি ক'ব পাৰি। এই চিত্তটো বিকাৰমুক্ত বা শুদ্ধ হ'লেই জীৱই কৰ্মবন্ধনৰ পৰা মুক্তি পায়। চিত্তত (জীৱৰ চৈতন্য বোধ + জড় সংস্কাৰত) থকা জড়সংস্কাৰৰ প্ৰভাৱকে কৰ্ম-বন্ধন বুলিও কোৱা হয়। বিষয়ভোগৰ (ইন্দ্ৰিয়জনিত সুখৰ) আকাংক্ষা যুক্ত ক্ৰিয়াই কৰ্ম। জড়পৰমাণুসমূহৰ স্বাভাৱিক গতিত প্ৰভাৱবিস্তাৰ কৰি সেইবোৰক নিজা প্ৰয়োজনৰ অনুকূলে সজোৱা ক্ৰিয়াকে কৰ্ম সংজ্ঞা দিয়া হৈছে। গতিকে কৰ্মক একপ্ৰকাৰৰ অস্বাভাৱিক বা অপ্ৰাকৃতিক ক্ৰিয়া বুলিও ধৰিব পাৰি ; কিন্তু চৈতন্যৰ ধৰ্ম আকাংক্ষাই (ভোক্তা ভাবে)+ জড় প্ৰকৃতিৰ ক্ৰিয়া বা পৰমাণুসমূহৰ স্বাভাৱিক প্ৰৱাহত এইদৰে সাময়িক পৰিৱৰ্তনৰ সৃষ্টি কৰিব পাৰিলেও, বিশ্ব-প্ৰকৃতিৰ বিশাল সোঁতত স্থায়ী প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে। নদীৰ সোঁতত সৃষ্টি হোৱা ডকা-

---

* জ্ঞাতা, কৰ্তা আৰু ভোক্তা এই তিনিওটাই জীৱচৈতন্য বা জীৱাত্মাৰ ধৰ্ম।

চাকনৈয়া আদিৰ দিক্‌পৰিৱৰ্তন যেনে দিবে অস্থায়ী। ইন্দ্ৰিয়জনিত ভোগৰ উদ্দেশ্যে প্ৰকৃতিৰ ওপৰত বিস্তাৰ কৰা জীৱচৈতন্যৰ কৰ্তা, ভোক্তা আৰু জ্ঞাতা বোধটোৰ প্ৰভাৱো তেনেদৰেই অস্থায়ী।

(৬) চিত্তঃ— জড় সংস্কাৰৰ স্বৰূপটোনো কি ? সেই বিষয়ে কিছু বিচাৰ কৰি চোৱাৰ প্ৰয়োজন আছে। 'জড়' শব্দটো এই ক্ষেত্ৰত সংস্কাৰৰ বিশেষণ নহয়, সম্বন্ধ পদৰ বিভক্তিহীনৰূপ বুলিহে ধৰিব লাগে। সুকীয়া ৰূপ দিয়া বা সাঁচ বহুৱাই দিয়া কাৰ্যকে সংস্কাৰ বোলা হয়। এই কাৰ্যটোৰ কাৰণ জড় পৰমাণুৰে গঠিত জগৎ আৰু চেতন জীৱাত্মাৰ সম্পৰ্ক। এই সম্পৰ্কটো এটা ভাৱ পদাৰ্থ বা বোধহে। বোধ বা ভাৱটো চেতনাৰ ধৰ্ম হ'লেও সি জড়জগতৰ সাঁচত এটা বিশিষ্ট ৰূপ গ্ৰহণ কৰে। সাঁচত গঢ় দিয়া বস্তু এটাৰ উপাদান একে থাকিও আকৃতি পৃথক্ হোৱাৰ দৰেই সংস্কাৰৰ উপাদান-কাৰণটো চৈতন্য হ'লেও সি গ্ৰহণ কৰা ৰূপৰ বা আকৃতিৰ সাঁচটো জড় পৰমাণুৰে গঠিত জগতৰ পৰা পোৱা। প্ৰকৃতিৰ বা জগতৰ স্বাভাৱিক ক্ৰিয়াই জীৱ-চৈতন্যক এই সাঁচত নিৰ্দিষ্ট ৰূপ দিয়ে। জীৱ-চৈতন্যই নিজৰ জ্ঞাতা, কৰ্তা আৰু ভোক্তা ভাৱেৰে এই সাঁচ বা সংস্কাৰত নিজক অন্যতকৈ পৃথক্ কৰি সজায়। মনুষ্য, পশু-পক্ষী, তৃণ-তৰু আদি সকলোতে থকা জীৱ-চৈতন্যই ত্ৰিগুণাত্মিকা প্ৰকৃতিৰ সাঁচত এই দৰেই জন্ম-জন্মান্তৰে নিজক বাহিৰত প্ৰকাশ কৰিছে। এনে একোটা প্ৰাকৃতিক সাঁচ নথকা হ'লে এটা সৰু গুটিৰ পৰা এজোপা বৃহৎ আঁহত গছ সৃষ্টি নহ'লেহেঁতেন ; মানুহৰ পেটত মানুহ আৰু গৰুৰ পেটত গৰু পোৱালি সৃষ্টি নহৈ অন্য জীৱজন্তু বা পশু-পক্ষীও সৃষ্টি হ'ব পাৰিলেহেঁতেন। যাৰ যেনে আকৃতি-প্ৰকৃতি, তেনে আকৃতি-প্ৰকৃতিকে লৈ সন্তান-সন্ততি হোৱাটোও প্ৰকৃতিৰ সাঁচ বা চৈতন্যৰ সংস্কাৰৰ ওপৰতেই নিৰ্ভৰশীল কথা। জীৱচৈতন্যই মাতৃ-গৰ্ভত নিজৰ সংস্কাৰ অনুসৰিযেই মাকৰ শৰীৰ আৰু মনৰ মাধ্যমেৰে নিজৰ ইন্দ্ৰিয়সমূহ গঢ় দিবৰ কাৰণে প্ৰযোজনীয় জড় পৰমাণু গ্ৰহণ কৰে। গতিকে জীৱজগতত জীৱসমূহৰ জন্ম, ভোগ আৰু মৃত্যুৰ মূলতে পৰমাণু-প্ৰৱাহৰ লগতে ভাৱ-প্ৰৱাহ বা চিত্তৰ প্ৰবাহেও কাম কৰি আছে।

জীৱনত কৰা সকলো কৰ্মৰ সংস্কাৰ বা প্ৰকৃতিজনিত পৰিৱৰ্তনৰ প্ৰভাৱ এই চিত্তত স্থায়ী হৈ থাকি যায়। এজন ডাঙৰ ব্যৱসায়ীৰ বাবে ধন-ভঁৰাল বা বেংক যেনে বস্তু, জীৱসমূহৰ কাৰণে চিত্তও তেনে বস্তু। ধনীলোকে নিজৰ সকলো ধন হাতত লৈ নুফুৰে ; প্ৰয়োজন হ'লে ভঁৰালৰ পৰা উলিয়াই ল'ব পৰাকৈ থৈ

হিয়ে। সেই বাবে চিত্ত আমাৰ সকলো সংস্কাৰ বা বোধৰ আধাৰ ভঁৰাল + । জীৱাত্মা পৰমাত্মাত বিলীন হৈ নোযোৱা পৰ্যন্ত জীৱৰ কৰ্তাভাৱৰ লগত জড়িত ক্ৰিয়া আৰু আকাংক্ষাযুক্ত কৰ্মসমূহৰ সংস্কাৰ 'চিত্ত' ৰূপত থাকি যায়। গতিকে চিত্তত কৰ্মই স্থায়িত্ব লাভ কৰে অৰ্থাত চিত্তৰ কৰ্মক সৎ বোলা হৈছে। যি অস্তিত্বহীন নহয় সিয়েই সৎ বা সত্য। এই সৎ বা সত্যটো 'সচ্চিদানন্দময়' ব্ৰহ্মসূচক শব্দত থকা 'সৎ' অৰ্থত গ্ৰহণ কৰিব নালাগিব। "নানা সদ্ কৰ্মক কৰন্ত নিতনিত। নিশ্চয় জানিবা ৰাজা তাৰ নাম চিত্ত।" উক্তিটো এনে অৰ্থ সূচক যেন লাগে।

মনৰ চাৰিটা অৱস্থাৰ ভিতৰত 'চিত্ত'টোৱেই সকলোতকৈ সূক্ষ্ম অৱস্থা। বুদ্ধি, অহংকাৰ আৰু মন চিত্ততকৈ কিছু পৰিমাণে স্থূল ভাৱাপন্ন যেন লাগে। বুদ্ধিক শংকৰদেৱে ওপৰৰ পদত সংকল্প আদি কৰ্মৰ লগত জড়িত বুলিছে। সংকল্প আৰু বিকল্প যথাক্ৰমে গ্ৰহণ আৰু ত্যাগ এই দুয়োটা ভাৱৰ লগত জড়িত। আছে-নাই, সৎ-অসৎ আদি দুতৰপীয়া বিচাৰটো বুদ্ধিৰ লক্ষণ। কিন্তু চিত্তত কেৱল গ্ৰহণ কাৰ্যহে থাকে; ত্যাগ বা বিকল্পৰ ঠাই নাই। 'অহংকাৰ' শব্দটো এই ক্ষেত্ৰত জীৱাত্মাৰ স্বৰূপ খণ্ড চৈতন্য অৰ্থত ব্যৱহাৰ নকৰি কেৱল কৰ্তৃত্ববোধৰ অৰ্থতহে ব্যৱহাৰ কৰিছে। গতিকে ভোক্তা আৰু জ্ঞাতা ভাৱটো ইয়াত গৌণ হৈ পৰিছে; কিন্তু জীৱাত্মাৰ ক্ষেত্ৰত জ্ঞাতা, কৰ্তা আৰু ভোক্তা তিনিওটা ভাৱেই সমান। আনহাতে বুদ্ধিত জ্ঞাতা ভাব কিছু প্ৰবল যেন লাগে। চৈতন্যৰ যিটো অংশই ইন্দ্ৰিয়সমূহৰ যোগেদি বহিৰ্জগতৰ লগত সম্পৰ্ক ৰাখে, সেই অংশটো অতি চঞ্চল। ইন্দ্ৰিয়জনিত সুখৰ লগত জড়িত প্ৰয়োজনবোধটোও চৈতন্যৰ এই অংশৰেই লক্ষণ। এইটোৱেই মনৰ বাহ্য অৱস্থা বা বহিৰ্মন। সাধাৰণতে মন বুলিলে আমি ইয়াকে বুজোঁ যদিও, দাৰ্শনিক অৰ্থত অহংকাৰ, বুদ্ধি আৰু চিত্তকো মনৰ অৱস্থা বুলি ধৰি লোৱা হয় (ভাগ° ৩।২৬।১৪)।

মনৰ অৱস্থা 'বুদ্ধি-অহংকাৰ'ৰ উপৰিও বুদ্ধি আৰু অহংকাৰৰ অন্য দুটা ৰূপ আছে। সাত্ত্বিক অহংকাৰৰ পৰা উৎপন্ন মনতকৈ সাত্ত্বিক, ৰাজস আৰু তামস তিনিওটা ধৰ্ম বিশিষ্ট অহংকাৰটো ব্যাপক বস্তু, তাত সন্দেহ নাই। তেনেস্থলত মনৰো এটা অংশ কেৱল কৰ্তৃত্বৰ অভিমানসূচক অহংকাৰেৰে সৈতে তাক একে স্তৰৰ

---

+ আমাৰ উপলব্ধি বা জ্ঞানবোৰ চিত্তত সংস্কাৰ ৰূপে সুপ্ত অৱস্থাত থাকি যায়। প্ৰয়োজন হ'লে সেইবোৰ সাৰ পাই উঠে। এই দৰে বহিৰ্মনৰ তলৰ অহা সুপ্ত জ্ঞানক স্মৃতি বা মনত পৰা বোলা হয়। গতিকে অৱচেতন মন আৰু চিত্ত দুয়োটা শব্দই প্ৰায় একেটা বস্তুকে বুজায়।

বস্তু বুলি ধৰিব নোৱাৰি। মনৰ অংশ 'অহংকাৰ' ব্যক্তিৰ কর্তৃত্ববোধ; মন, ইন্দ্ৰিয় আৰু মহাভূতসমূহৰ মূল 'অহংকাৰ'টো প্ৰকৃতি বা বিশ্বজগতৰ ক্ৰম-বিকাশৰ এটা স্তৰ বুজোৱা শব্দ। এইদৰেই মনৰ অংশ বুদ্ধি আৰু প্ৰাকৃত জগতৰ বিকাশৰ স্তৰ ৰূপে থকা 'বুদ্ধিতত্ত্ব' এই দুটা সুকীয়া বস্তু। সাংখ্যৰ 'মহৎ' নামৰ তত্ত্বকে স্থান ভেদে বিভিন্ন দাৰ্শনিক বিচাৰত বুদ্ধি, হিৰণ্যগৰ্ভ আদি সুকীয়া সুকীয়া নামেৰেও বুজোৱা হয়। কোনো কোনো ক্ষেত্ৰত 'চিত্ত' শব্দটোও মহৎ তত্ত্ব অৰ্থত ব্যৱহাৰ কৰা হয়। ভাগৱতত আছে— সত্ত্বগুণযুক্ত, স্বচ্ছ, বিশদ, শান্ত, ৰাগাদি-ৰহিত উপলব্ধিৰ স্থান চিত্ত স্বৰূপ বাসুদেৱকে মহত্তত্ত্বও বোলা হয় (৩।২৬।২১)। চৈতন্য স্বৰূপ 'ক্ষেত্ৰজ্ঞ' অৰ্থতো চিত্ত শব্দৰ প্ৰয়োগ কৰিছে (৩।২৬।৭০)। কোনো কোনো পণ্ডিতৰ মতে 'অধ্যাত্ম'ৰ দৃষ্টিত যাক চিত্ত বোলা হয়, তাকে 'অধিভূত'ৰ দৃষ্টিত মহত্তত্ত্বও বোলা হয়। উপাস্যদেৱতা বাসুদেৱেই ক্ষেত্ৰজ্ঞ ৰূপত চিত্তৰ অধি-ষ্ঠাত্ৰ দেৱতা (পদ সংখ্যা ৭৩ দ্ৰ°)। এই ক্ষেত্ৰত সাংখ্যৰ প্ৰকৃতিকো মহৎ বোলা যেন ধাৰণা হয়। সাংখ্যত যাক 'মহৎ' বোলা হৈছে, তাৰ অধিষ্ঠাতা দেৱতা ব্ৰহ্মা (পদ ৭২) আৰু অহংকাৰৰ অধিষ্ঠাতাদেৱতা ৰুদ্ৰ বোলা হৈছে (পদ ৭৩)। পঞ্চ-ৰাত্ৰৰ দৃষ্টিত এই ৰুদ্ৰই উপাস্যৰূপত সংকৰ্ষণ। ব্ৰহ্মাৰ (বুদ্ধিৰ অধিষ্ঠাতা) উপাস্যৰূপ প্ৰদ্যুম্ন আৰু মনৰ অধিষ্ঠাতা চন্দ্ৰৰ উপাস্যৰূপ অনিৰুদ্ধ।

(৭) **মন**:— ভাগৱতৰ কেৱল চাৰিটা শ্লোকত (৩।২৬।২৭—৩০) মনৰ বিষয়ে যিখিনি কথা কোৱা হৈছে, শংকৰদেৱৰ বৰ্ণনা তাতকৈ কিছু পৃথক্। মূলৰ লগত তুলনা কৰি চাবৰ কাৰণে মহত্তত্ত্বৰ উৎপত্তিৰ পৰা (৩।২৬।২৩) আৰম্ভ কৰি এই বিষয়ক শ্লোকৰ ভাৱানুবাদ তলত দিয়া হৈছে।

"ভগৱানৰ বীৰ্যৰূপ চিৎশক্তি (চিত্ত)ৰ পৰা উৎপন্ন হোৱা মহত্তত্ত্বৰ বিকৃ-তিৰ ফলত তাৰ পৰা ক্ৰিয়া-শক্তিপ্ৰধান অহংকাৰ তত্ত্বৰ উৎপত্তি হ'ল। এই অহংকাৰ বৈকাৰিক, তেজস আৰু তামস তিনিশ্ৰেণীৰ। এই তিনি শ্ৰেণীৰ অহংকাৰৰ পৰা যথাক্ৰমে মন, ইন্দ্ৰিয় আৰু পঞ্চমহাভূতৰ সৃষ্টি হ'ল (৩।২৬।২৩-২৪)। এই ভূত ইন্দ্ৰিয় আৰু মনৰূপী অহংকাৰকে সাক্ষাৎ 'সংকৰ্ষণ' নামে পৰিচিত সহস্ৰশীৰ্ষ পুৰুষ 'অনন্ত' বোলে (৩।২৬।২৫)। এই অহংকাৰৰ লক্ষণসমূহ এনে ধৰণৰ— দেৱতাৰূপত কর্তৃত্ব, ইন্দ্ৰিয় ৰূপত কৰণত্ব, পঞ্চমহাভূতৰূপত কাৰ্যত্ব; সত্ত্ব আদি গুণৰ ক্ষেত্ৰত শান্তত্ব, ঘোৰত্ব আৰু মূঢ়ত্ব (৩।২৬।২৬)। এই তিনিবিধ অহংকাৰৰ ভিতৰত বৈকাৰিক অহংকাৰৰ বিকৃতিৰ পৰা মনৰ সৃষ্টি হ'ল। এই মনৰ সংকল্প বিকল্পৰ পৰা কামনাৰ উৎপত্তি হয় (৩।২৬।২৭)। এই মনৰূপী তত্ত্বকে

ইন্দ্ৰিয়সমূহৰ অধিষ্ঠাতা অনিৰুদ্ধ বোলে। যোগীসকলে শৰৎকালীন নীলকমল সদৃশ শ্যামবৰ্ণৰ এই অনিৰুদ্ধৰ উপাসনা কৰে (৩৷২৬৷২৮)। তেজস অহংকাৰৰ বিকাৰ হৈ তাৰ পৰা বুদ্ধি তত্ত্বৰ উৎপত্তি হ'ল। দ্ৰব্যৰ স্ফুৰণ স্বৰূপ বিজ্ঞান, আৰু ইন্দ্ৰিয় সমূহৰ কাৰ্যত সহায়ক স্বৰূপে থকা পদাৰ্থবিষয়ক জ্ঞান এই সকলো বুদ্ধিৰেই কাৰ্য (৩৷২৬৷২৯)। বৃত্তি ভেদে সংশয়, বিপৰ্যয় (বিপৰীত জ্ঞান), নিশ্চয়, স্মৃতি আৰু নিদ্ৰাও বুদ্ধিৰেই লক্ষণ। এই বুদ্ধি তত্ত্বই প্ৰদ্যুম্ন (৩৷২৬৷৩০)।

শংকৰদেৱে অনাদিপাতনত (পদ ৬৬—৭১) মনৰ স্বৰূপ আৰু ক্ষমতা সম্বন্ধে যিখিনি কথা কৈছে, সেইখিনি এই প্ৰসংগত তেওঁৰ নিজা কথা। সেই বাবে শংকৰদেৱৰ দৰ্শনৰ ক্ষেত্ৰত এই পদ কেইফাকি যথেষ্ট গুৰুত্বপূৰ্ণ। বিশেষকৈ মন আৰু জীৱৰ একত্ব স্থাপন এই প্ৰসংগত কৰা হৈছে। লগতে মনৰ বন্ধনেই কৰ্মৰ বন্ধন বা মোক্ষৰ বাধক বুলিও কোৱা হৈছে। "মনুষ্যৰ মনে বন্ধ—মোক্ষৰ কাৰণ।' উক্তিতেই দৰ্শন আৰু সাধনমাৰ্গকো সামৰি থৈছে। গতিকে ইয়াৰ পাছত কৰিবলগীয়াসাধনমাৰ্গ সম্বন্ধীয় বিচাৰো এই মনৰ ভিত্তিতেই কৰিব লাগিব।

**সাধনমাৰ্গ** ঃ— শংকৰদেৱে প্ৰচাৰ কৰা ধৰ্মক মহাপুৰুষীয়া ধৰ্ম, এক-শৰণ ধৰ্ম, ভাগৱতী বৈষ্ণৱ ধৰ্ম আৰু নামধৰ্ম বুলিও কোৱা হয়। তলত এই নাম-কেইটাৰ কাৰণ চমুকৈ ব্যাখ্যা কৰা হৈছে।

**(ক) মহাপুৰুষীয়া ধৰ্ম** ঃ— পুৰুষ আৰু মহাপুৰুষ শব্দ কি অৰ্থত প্ৰয়োগ কৰা হয়, সেই সম্বন্ধে আগতে আলোচনা কৰা হৈছে। ভাগৱত পুৰাণৰো কেইবাটাও প্ৰসংগত উপাস্যদেৱ বা ভগৱানক মহাপুৰুষ বোলা হৈছে (২৷১৷১০, ১০৷৪০৷৪; ১১৷৫৷৩৩-৩৪ : )। একমাত্ৰ এই মহাপুৰুষৰ উপাসনা কৰা হয় কাৰণে এই ধৰ্মৰ নাম 'মহাপুৰুষীয়া ধৰ্ম" হ'ব পাৰে। পাছত নিজৰ গুৰু আৰু উপাস্যদেৱক অভিন্নৰূপে গ্ৰহণ কৰা শংকৰদেৱৰ শিষ্যসকলে শংকৰদেৱক 'মহাপুৰুষ' বোলাৰ আঁহিতে শংকৰদেৱৰ পৰম্পৰাৰ পৰৱৰ্তী গুৰুকেইজনমানকো নিজ নিজ শিষ্য পৰম্পৰাৰ-লোকে মহাপুৰুষ বুলিবলৈ ল'লে। এইদৰে দামোদৰদেৱ, মাধৱদেৱ, হৰিদেৱ আৰু ভৱানীপুৰীয়া গোপাল আতা প্ৰভৃতি বহুজন গুৰুৱেই 'মহাপুৰুষ' বিশেষণ নিজনিজ শিষ্যসমূহৰ মাজত লাভ কৰা দেখা গ'ল। 'মহাপুৰুষীয়া ধৰ্ম' বুলিলে শংকৰদেৱ-প্ৰচাৰিত ধৰ্মৰ সেই অংশটোকহে পাছত বুজোৱা হ'ল, যিটো অংশ মাধৱদেৱৰ সংগঠনৰ মাজেদি বিকশিত হৈছিল। সেইবাবে বৰ্তমান দামোদৰদেৱ আৰু হৰিদেৱৰ পৰম্পৰাৰ লোকসকলে দামোদৰদেৱ আৰু হৰিদেৱক মহাপুৰুষ বোলে; কিন্তু তেওঁলোকৰ ধৰ্মক মহাপুৰুষীয়া নোবোলে। নানা ৰাজনৈতিক আৰু সামাজিক কাৰণত

চৈতন্য পন্থী প্ৰভাৱ গ্ৰহণ কৰা বাবে ভাগৱত পুৰাণ আৰু শংকৰদেৱৰ আহিৰ পৰা কিছু আঁতৰি যোৱা দামোদৰদেৱৰ পৰম্পৰাৰ কিছুমান সত্ৰৰ ধৰ্মক প্ৰকৃততে মহাপুৰুষীয়া নোবোলাটো যুক্তিসংগত যেনেই ধাৰণা হয়। এই প্ৰসংগত চৈতন্যদেৱৰ ধৰ্মৰ সম্বন্ধে এটা কথা বিশেষ ভাবে মন কৰিব লগীয়া। চৈতন্যচৰিতামৃত-মধ্য-লীলাৰ অষ্টম পৰিচ্ছেদত ৰায়ৰামানন্দ আৰু চৈতন্যদেৱৰ সাক্ষাৎ-প্ৰসংগত তলত দিয়া ধৰণে সাধ্য-বস্তুৰ নিৰ্ণয় কৰা হৈছে।

প্ৰভু কহে পড় শ্লোক সাধ্যেৰ নিৰ্ণয়।
ৰায় কহে স্বধৰ্মাচৰণে বিষ্ণুভক্তি হয় ॥ ১
প্ৰভু কহে এহ বাহ্য আগে কহ আৰ।
ৰায় কহে কৃষ্ণে কৰ্মাৰ্পণ সাধ্য সাৰ ॥ ২
প্ৰভু কহে এহ বাহ্য আগে কহ আৰ।
ৰায় কহে স্বধৰ্মত্যাগ ভক্তি সাধ্যসাৰ ॥ ৩
প্ৰভু কহে এহ বাহ্য আগে কহ আৰ।
ৰায় কহে জ্ঞান-মিশ্ৰাভক্তি সাধ্য সাৰ ॥ ৪
প্ৰভু কহে এহ বাহ্য আগে কহ আৰ।
ৰায় কহে জ্ঞানশূন্য ভক্তি সাধ্য সাৰ ॥ ৫
প্ৰভু কহে এহো হয় আগে কহ আৰ।
ৰায় কহে প্ৰেমভক্তি সৰ্ব সাধ্য সাৰ ॥ ৬
প্ৰভু কহে এহো হয় আগে কহ আৰ।
ৰায় কহে দাস্যপ্ৰেম সৰ্ব সাধ্যসাৰ ॥ ৭
প্ৰভু কহে এহো হয় আগে কহ আৰ।
ৰায় কহে সখ্যপ্ৰেম সৰ্বসাধ্য সাৰ ॥ ৮
প্ৰভু কহে এহোত্তম আগে কহ আৰ।
ৰায় কহে বাৎসল্যপ্ৰেম সৰ্বসাধ্য সাৰ ॥ ৯
প্ৰভু কহে এহোত্তম আগে কহ আৰ।
ৰায় কহে কান্তা প্ৰেম সৰ্ব সাধ্য সাৰ ॥ ১০
কৃষ্ণ প্ৰাপ্তিৰ উপায় বহু বিধ হয়।
কৃষ্ণ প্ৰাপ্তিৰ তাৰতম্য বহুত আছয় ॥ ১১
কিন্তু যাৰ যেই ভাব সেই সৰ্বোত্তম।
তটস্থ হঞা বিচাৰিলে আছে তাৰতম্য ॥ ১২

পূর্ব পূর্ব ৰসেৰ গুণ পৰে পৰে হয়।
দুই তিনি গণনে পঞ্চপর্যন্ত বাড়য় ॥ ১৩
গুণাধিক্যে স্বাদাধিক্য বাড়ে প্রতি ৰসে।
শান্ত দাস্য সখ্য বাৎসল্য গুণ মধুৰেতে বৈসে ॥ ১৪
আকাশাদিৰ গুণ যেন পৰ পৰ ভূতে।
দুই তিনি গণনে বাড়ে পঞ্চ পৃথিবীতে॥ ১৫
পৰি পূর্ণ কৃষ্ণপ্রাপ্তি এই প্রেমা হৈতে।
এই প্রেমাৰ বশ কৃষ্ণ কহে ভাগৱতে ॥ ১৬
কৃষ্ণেৰ প্ৰতিজ্ঞা দৃঢ় সর্ব কালে আছে।
যে যৈছে ভজে কৃষ্ণ তাৰে ভজে তৈছে ॥ ১৭
এই প্রেমেৰ অনুৰূপ নাপাৰে ভজিতে।
এতএব ঋণী কৃষ্ণ কহে ভাগবতে ॥ ১৮
যদ্যাপি কৃষ্ণ সৌন্দর্য মাধুর্যেৰ ধুর্য।
ব্রজদেবী সংগে তাঁৰ বাঢ়য়ে মাধুর্য ॥ ১৯
প্রভু কহে এই সাধ্যাৱধি সুনিশ্চয়।
কৃপা কৰি কহ যদি আগে কিছু হয় ॥ ২০
ৰায় কহে ইহাৰ আগে পুছে হেন জনে।
এত দিনে নাহি জানি আছয়ে ভুবনে ॥ ২১
ইহাৰ মধ্যে ৰাধাৰ প্রেম সাধ্য শিৰোমণি।
যাহাৰ মহিমা সর্ব শাস্ত্রতে বখানি। ২২

ইয়াৰ পাছৰ বাৰ ফাঁকি পদত ৰাসলীলাৰ সময়ত আনবোৰ গোপীতকৈ ৰাধাৰ প্ৰতি শ্ৰীকৃষ্ণ বিশেষ ভাবে আকৃষ্ট হোৱাৰ বর্ণনা দিছে আৰু তলত দিয়া উক্তিৰে বৈশিষ্ট্য দাঙি ধৰিছে।

শতকোটি গোপীতে নহে কাম নির্বাপণ।
ইহাতেই অনুমানি শ্রীৰাধিকাৰ গুণ। ২৩

ইয়াৰ পাছত আছে—

প্রভু কহে যে লাগি আইলাম তোমা স্থানে।
সেই সব বস্তুতত্ত্ব হৈল মোৰ জ্ঞানে ॥ ২৪
এবেসে জানিল সাধ্য-সাধন নির্ণয়।
আগে আৰ কিছু শুনিবাৰ মন হয় ॥ ২৫

কৃষ্ণেৰ স্বৰূপ কহ ৰাধাৰ স্বৰূপ।
ৰস কোনে তত্ত্ব প্ৰেম কোন তত্ত্বৰূপ॥ ২৬

ইয়াৰ উত্তৰত ৰায় ৰামানন্দই কৃষ্ণৰ স্বৰূপ সম্বন্ধে এইদৰে কৈছে।

ঈশ্বৰ পৰম কৃষ্ণ স্বয়ংভগৱান।
সৰ্ব অৱতাৰী সৰ্ব কাৰণ প্ৰধান।২৭
অনন্ত বৈকুণ্ঠ আৰ অনন্ত অৱতাৰ।
অনন্ত ব্ৰহ্মাণ্ড ইহা সবাৰ আধাৰ॥ ২৮
সচ্চিদানন্দতনু ব্ৰজেন্দ্ৰনন্দন।
সৰ্বৈশ্বৰ্য সৰ্বশক্তি সৰ্বৰসপূৰ্ণ॥ ২৯
বৃন্দাবনে অপ্ৰাকৃত নবীন মদন।
'কাম গায়ত্ৰী' 'কামবীজে' যাৰ উপাসন॥ ৩০
পুৰুষ যোষিৎ কিবা স্থাবৰ জংগম।
সৰ্ব চিত্তাকৰ্ষক সাক্ষাৎ মন্মথমদন। ৩১

বিবিধ ৰূপৰ সম্পৰ্কে কৈছে— নানা ভক্তেৰ ৰসামৃত নানা বিধ হয়।

সেই সব ৰসামৃতেৰ বিষয়-আশ্ৰয়॥ ৩২
শৃংগাৰ ৰসৰাজময় মূৰ্তিধৰ।
অতএব আত্মা পৰ্যন্ত সৰ্বচিত্তহৰ। ৩৩
লক্ষীকান্ত আদি অৱতাৰেৰ হৰে মন।
লক্ষী আদি নাৰীগণেৰ কৰে আকৰ্ষণ॥ ৩৪
আপন মাধুৰ্য হৰে আপনাৰ মন।
আপনে আপনাচাহে কৰিতে আলিংগন॥ ৩৫

ইয়াৰ পাছত ৰাধাৰ স্বৰূপ তলত দিয়া ধৰণে দাঙি ধৰিছে।

কৃষ্ণেৰ অনন্ত শক্তি তাতে তিন প্ৰধান।
চিচ্ছক্তি মায়া শক্তি জীৱশক্তি আন॥ ৩৬
অন্তৰংগা বহিৰংগা তটস্থা কহি যাৰে।
অন্তৰংগা স্বৰূপ শক্তি সবাৰ উপৰে॥ ৩৭
সচ্চিৎ আনন্দময় কৃষ্ণেৰ স্বৰূপ।
অত এব স্বৰূপ শক্তি হয় তিনি ৰূপ॥ ৩৮
আনন্দাংশে হ্লাদিনী, সদংশে সন্ধিনী।
চিদংশে সম্বিৎ যাৰে জ্ঞান কৰি মানি॥ ৩৯

কৃষ্ণক আহ্লাদে তাতে নাম হ্লাদিনী।
সেই শক্তিদ্বাৰে সুখ আস্বাদে আপনি॥ ৪০
সুখ ৰূপ কৃষ্ণ কৰে সুখ আস্বাদন।
ভক্তগণে সুখ দিতে হ্লাদিনী কাৰণ॥ ৪১
হ্লাদিনীৰ সাৰাংশ তাৰ প্ৰেম নাম।
আনন্দ চিন্ময়ৰস প্ৰেমেৰ আখ্যান॥ ৪২
প্ৰেমেৰ পৰম সাৰ মহাভাব জানি।
সেই মহাভাব ৰূপা ৰাধা-ঠাকুৰাণী॥ ৪৩ ইত্যাদি

কৃষ্ণৰ শক্তি ৰাধাৰ স্বৰূপটো ওপৰত উল্লেখ কৰা মতে তলত দিয়া ধৰণে চিত্ৰিত কৰিব পাৰি।




চৈতন্যচৰিতামৃতৰ উদ্ধৃত পদসমূহৰ সমৰ্থনৰ কাৰণে অনেক ন-পুৰণি গ্ৰন্থৰ শ্লোক লগে লগে মূলপুথিত উদ্ধৃত কৰা হৈছে। পুথিত পদ-সংখ্যা নাই; কিন্তু আলোচনাৰ সুবিধাৰ কাৰণে আমি ইয়াত নিজে পদ সংখ্যা দি লৈছোঁ। ১ম পদৰ সমৰ্থনত বিষ্ণু পুৰাণ, ২য় পদৰ সমৰ্থনত গীতা (৯।২৭), ৩য় পদৰ সমৰ্থনত ভাগৱত (১১।১১।৩২), ৪ৰ্থ পদৰ সমৰ্থনত গীতা (১৮।৫৪), ৫ম পদৰ সমৰ্থনত ভাগৱত (১০।১৪।৩) পুৰাণৰ শ্লোক উদ্ধৃত কৰা হৈছে। ইয়াৰ পাছত নিজ মত সমৰ্থনৰ কাৰণে প্ৰাচীন আৰু নৱীন উভয় শ্ৰেণীৰে অন্যান্য সাম্প্ৰদায়িক গ্ৰন্থৰ শ্লোক উদ্ধৃত কৰা হৈছে। তলত পদ আৰু তাৰ সমৰ্থনত উদ্ধৃত গ্ৰন্থৰ নাম উল্লেখ কৰা হৈছে।

| পদ সংখ্যা | গ্ৰন্থৰ নাম | বিষয় |
|---|---|---|
| ৬ | পদ্যাৱলী (ৰায়ৰামানন্দ) | প্ৰেমভক্তি |
| ৭ | ভাগৱত (৯৷৫৷১১) | দাস্যপ্ৰেম |
| ৮ | ভাগৱত (১০৷১২৷১০) | সখ্যপ্ৰেম |
| ৯ | ভাগৱত (১০৷৮৷৩৬) (১০৷৯৷১৫) | বাৎসল্য প্ৰেম |
| ১০ | ভাগৱত (১০৷৪৭৷৫৩) (১০৷৩২৷২) | কান্তাপ্ৰেম |
| ১১, ১২ | ভক্তিৰসামৃতসিন্ধু (দক্ষিণ বিভাগ, স্থায়ী ভাবলহৰী ২২ শ্লোক-ৰূপ গোস্বামী) | ভাৱ |
| ১৩—১৬ | ভাগৱত (১০৷৮২৷৩১) | ৰস-প্ৰেমভক্তি |
| ১৭, | গীতা (৪৷১১) | |
| ১৮ | ভাগৱত (১০৷৩২৷২১) | প্ৰেমভক্তিৰ মূল্য |
| ১৯ | ভাগৱত (১০৷৩৩৷৬) | মধুৰ ভাৱ |
| ২০, ২১, ২২; | পদ্মপুৰাণ | |
| | ভাগৱত (১০৷৩০৷২৩) | সাধ্যৰ সীমা |
| ২৭, ২৮, ২৯ | ব্ৰহ্মসংহিতা (৫৷১) | |
| ৩১ | ভাগৱত (১০৷৩২৷২) | |
| ৩২ | ভক্তিৰসামৃতসিন্ধু (১৷১৷১) | |
| ৩৩ | গীতগোবিন্দ (১৷১২) | |
| ৩৪ | ভাগৱত (১০৷৮৯৷৩২) (১০৷১৬৷৩২) | |
| ৩৫ | ললিতমাধৱ | |
| ৩৬, ৩৭ | বিষ্ণু পুৰাণ (৬৷৭৷৬১) | |
| ৩৮, ৩৯ | বিষ্ণুপুৰাণ (১৷১২৷৬৯) | |
| ৪০,—৪৩ | উজ্জ্বলনীলমণি ২ য় অংক | |

মন কৰিব লগীয়া যে ২৩—২৬ আৰু ৩০ সংখ্যক পদৰ আধাৰ গ্ৰন্থৰ নিৰ্দেশ কৰা হোৱা নাই। সেইখিনি ৰায় ৰামানন্দৰ নিজৰ কথা নাইবা চৈতন্যচৰিতামৃত-লেখকৰ নিজৰ কথা। ২৩ আৰু ৩০ পদত 'কাম'ৰ গুৰুত্ব স্পষ্ট ভাবে স্বীকৃত হৈছে। ২৪,২৫ আৰু ২৬ সংখ্যক পদে সাধনমাৰ্গত কৃষ্ণ আৰু ৰাধাৰ দুয়োৰে ৰস

তথা প্ৰেমতত্ত্বৰ ওপৰত গুৰুত্ব আৰোপ কৰা কথাটো স্পষ্ট কৰি দিছে। ৩০ সংখ্যক পদত 'কামগায়ত্ৰী' আৰু 'কামবীজ' মন্ত্ৰৰ সহায়েৰে উপাসনা কৰা ব্ৰজেন্দ্ৰনন্দন কৃষ্ণক সাক্ষাৎ 'মন্মথ মদন' বোলা হৈছে। ভাগৱতত কৃষ্ণক 'মন্মথমন্মথ' বুলিলেও 'কামগায়ত্ৰী আৰু কামবীজ' উপাসনাৰ মন্ত্ৰ বোলা নাই। 'মন্মথমন্মথ' শব্দটোও 'মদনকো মুগ্ধ কৰোঁতা' অৰ্থতহে প্ৰয়োগ কৰা হৈছে। সৌন্দৰ্যৰ চৰমসীমা বুজাবৰ কাৰণে ভাগৱতত প্ৰয়োগ কৰা শব্দৰ অৰ্থ এই ক্ষেত্ৰত নিজৰ দৃষ্টিৰে সুকীয়া ভাবে গ্ৰহণ কৰা হৈছে। ৩৪ পদৰ সমৰ্থনত উদ্ধৃত কৰা ভাগৱতৰ (১০।১৬।৩২ আৰু ১০।৮৯।৫৯) শ্লোক দুটায়ো কৃষ্ণঅৱতাৰৰ সুকীয়া সুকীয়া ৰূপ আৰু প্ৰয়োজনৰ কথাহে কৈছে, তাত কেনো প্ৰকাৰৰ যৌন আৱেদনৰ কথা নাই।

৩৩সংখ্যক পদৰ সমৰ্থনত দিয়া 'গীতগোৱিন্দ'ৰ শ্লোকত (১।১২) শ্ৰীকৃষ্ণক মূৰ্তিমান শৃংগাৰ ৰসস্বৰূপ বুলিছে। ৩৫ পদৰ সমৰ্থনত উদ্ধৃত'ললিতমাধৱ'ৰ (অংক ৮, শ্লোক ৩২) শ্লোকত শ্ৰীকৃষ্ণই নিজৰ ৰূপত নিজে মুগ্ধহৈ ৰাধিকাৰ দৰে উপভোগৰ কামনা কৰিছে। ৩৬ —৪১ পৰ্যন্ত পদৰ সমৰ্থনত দিয়া বিষ্ণু পুৰাণৰ শ্লোক কেইটা দৰ্শন বিষয়ক ; কিন্তু ৪২ আৰু ৪৩ পদৰ সমৰ্থনত দিয়া ' উজ্জ্বল-নীলমণিৰ শ্লোকৰ ভাৱানুৱাদ এনেধৰণৰ—ৰাধিকা আৰু চন্দ্ৰাৱলী উভয়ৰে ভিতৰত ৰাধিকাই সকলো প্ৰকাৰে শ্ৰেষ্ঠ ; যিহেতু ৰাধিকা মহাভাবস্বৰূপা আৰু সকলো গুণতেই তেওঁ আনসকলক অতিক্ৰম কৰি প্ৰাধান্য লাভ কৰিছে ।

এই পৰ্যন্ত আমি চৈতন্যচৰিতামৃতৰ আধাৰত + গৌড়ীয় বৈষ্ণৱ বা চৈতন্যপন্থী বৈষ্ণৱসকলৰ সাধনমাৰ্গৰ বিষয়ে আলোচনা কৰিলোঁ। আলোচনাৰ পৰা স্পষ্ট ভাবে দেখা গ'ল যে— এই সাধনমাৰ্গত ৰাধাভাৱ বা 'প্ৰেমৰ পৰমসাৰ মহাভাৱ'কে সৰ্বাধিক গুৰুত্ব দিয়া হৈছে। লৌকিক দৃষ্টিৰে চালে শৃংগাৰ ৰসেই এই সাধনাৰ

---

+ চৈতন্যচৰিতামৃত গৌড়ীয় বৈষ্ণৱসকলৰ কাৰণে এখন প্ৰামাণিক গ্ৰন্থ। ইয়াত চৈতন্যদেৱৰ জীৱনচৰিতৰ লগে লগে সাধনমাৰ্গ সম্বন্ধীয় সকলো কথা তেওঁলোকৰ সম্প্ৰদায়ৰ বাবে প্ৰামাণিক গ্ৰন্থৰ উদ্ধৃতিসহ দাঙি ধৰা হৈছে। এই গ্ৰন্থ সম্বন্ধে প্ৰচলিত কথা মতে— "এই গ্ৰন্থখানি বৈষ্ণৱগ্ৰন্থাবলীৰ শীৰ্ষস্থান অধিকাৰ কৰিয়াছে দেখিয়া জীৱগোস্বামী ঈৰ্ষ্যাবশতঃ ইহাকে নষ্ট কৰিবাৰ চেষ্টা কৰেন ; কিন্তু বৈষ্ণৱ-চূড়ামণি কবিকৰ্ণপূৰ বৃন্দাবন ধামে আসিয়া জীৱগোস্বামীৰ নিকটে এই গ্ৰন্থেৰ প্ৰচাৰ অনুমোদন কৰিবাৰ জন্য সবিশেষ প্ৰাৰ্থনা কৰিলে, শ্ৰীজীৱ গোস্বামী পূৰ্ব সংকল্প ত্যাগ কৰিয়া গ্ৰন্থখানি প্ৰচাৰে মত প্ৰকাশ কৰেন।" কৃষ্ণদাস কবিৰাজৰ এই গ্ৰন্থৰ ৰচনা-কাল খ্ৰী° ১৬ শতিকাৰ শেষভাগ হোৱাই সম্ভৱ।

প্ৰধান সাধন ; ৰাধা-কৃষ্ণৰ মাজত হোৱা পাৰস্পৰিক আকৰ্ষণৰ মধুৰ ভাবেই সাধনাৰ বাবে সুগম আলম্বন। গতিকে ভক্তিৰ ক্ষেত্ৰত এইটো সাধনমাৰ্গ ভাগৱতমহাপুৰাণৰ সীমাৰ ভিতৰতে আবদ্ধ থকা বুলি ধৰিব নোৱাৰি। কিয়নো ভাগৱতত গোপী-ভাৱতকৈ বিশেষ শ্ৰেষ্ঠত্ব প্ৰতিপাদক ব্যক্তিনিষ্ঠ 'ৰাধাভাৱ' বা 'মহাভাৱ' বুলি একো পৃথক্ বস্তু নাই। বৃন্দাবন-লীলা আৰু গোপী-ভাৱৰ সাধনাৰ কাৰণে ভাগৱত পুৰাণৰ ওপৰত গুৰুত্ব দিলেও এই দৃষ্টিত ভগৱানৰ লীলাৰ সকলো দিশকে সামৰি লোৱাৰ চেষ্টা দেখা নাযায়। আন হাতে ভাগৱতৰ অদ্বৈতবাদী দৰ্শনৰ লগতো পোনপটীয়া সম্পৰ্ক ৰখা যেন ধাৰণা নহয়।

মহাপুৰুষীয়া সম্প্ৰদায়তো গোপীৰ ভক্তিক আদৰ্শভক্তি ৰূপে গ্ৰহণ কৰিছে; কিন্তু এই ভক্তিৰ গুৰুত্ব যথাসৰ্বস্ব ত্যাগ কৰি আত্মসমৰ্পণৰ ক্ষেত্ৰত আগবঢ়াৰ দৃষ্টিতহে; ই যৌন আৱেদন বা শৃংগাৰ ৰসক 'মহাভাৱ'ৰ স্তৰলৈ তোলাৰ দৃষ্টিত নহয়। শংকৰদেৱে গোপীসকলৰ শৃংগাৰ ৰসাত্মক মধুৰ ভাৱক শোধন কৰি ভক্তিৰ স্তৰলৈ তোলাৰ ওপৰতহে গুৰুত্ব দিছে। ভক্তিৰ লক্ষ্য এক মাত্ৰ পৰম পুৰুষ বা মহাপুৰুষ কৃষ্ণহে, ৰাধা বা তেনে নামবিশিষ্ট কোনো গোপীৰ একান্তপ্ৰয়োজন ভক্তিৰ ক্ষেত্ৰত নাই। এনে স্থলত চৈতন্যদেৱৰ ধৰ্মৰ লগত সুৰ মিলাবলৈ যোৱা আৰু শংকৰদেৱৰ মহাপুৰুষীয়া ধৰ্মতকৈ দামোদৰদেৱৰ ধৰ্মক ফালি দেখুৱাবৰ চেষ্টা কৰা দক্ষিণপাট প্ৰভৃতি কেইখনমান সত্ৰৰ জনদিয়েক ধৰ্মগুৰু যে মহাপুৰুষীয়া হৈ থকা নাই সেই কথা আমি স্বীকাৰ কৰিব লাগিব। তথাপি মূলতঃ দামোদৰদেৱ আৰু হৰিদেৱৰ ধৰ্ম শংকৰদেৱৰ আদৰ্শত গঢ় লোৱা মহাপুৰুষীয়া আছিল কাৰণে, এতিয়াও দামোদৰ-দেৱ আৰু হৰিদেৱক মহাপুৰুষ বোলা হয়। চৈতন্যদেৱক মহাপ্ৰভু বোলাৰ দৰে দামোদৰদেৱ আৰু হৰিদেৱক মহাপ্ৰভু বোলা নহয়। গোসাঁই ঘৰত থকা পূজাৰ বিগ্ৰহক মহাপ্ৰভু বোলা প্ৰথাৰ ওপৰতো চৈতন্যপন্থৰ প্ৰভাৱ থাকিব পাৰে। মহা-পুৰুষীয়া সত্ৰৰ গোঁসাই ঘৰত থকা পূজাৰ বিগ্ৰহক 'বাসুদেৱ' বোলা প্ৰথা এতিয়াও আছে। পঞ্চৰাত্ৰৰ ব্যৱস্থা মতে পূজিত এই বিগ্ৰহ বাসুদেৱৰ বিগ্ৰহ হোৱাটোৱেই বেছি স্বাভাৱিক। মদনগোপাল, লাৰুৱাগোপাল, গোবিন্দ আদি এই বাসুদেৱৰহে প্ৰতিনিধি ৰূপে গ্ৰাহ্য হৈছে ; কিন্তু ৰাধা-কৃষ্ণ বা লক্ষ্মী-নাৰায়ণ আদি যুগল মূৰ্তিৰ পূজাব্যৱস্থা কোনো মহাপুৰুষীয়া সত্ৰত নাই। এই দৰে শৰণৰ পৰিবৰ্তে দীক্ষা দিয়া ব্যৱস্থাও অমহাপুৰুষীয়া ব্যৱস্থাহে।

**(খ) এক শৰণ ধৰ্ম ঃ** পঞ্চৰাত্ৰ মতৰ এটা নাম আছিল 'একান্তিকমত'। পঞ্চৰাত্ৰ সম্বন্ধীয় সৰ্বপ্ৰাচীন বিবৰণ মহাভাৰতৰ শান্তিপৰ্বত পোৱা যায়। তাত

একান্ত ভাৱে ভগৱান নাৰায়ণ বা হৰিত আশ্ৰয় গ্ৰহণ কৰা সকলক একান্ত ভক্ত বা একান্তিক বোলা হৈছে (৩৩৫।৪; ৩৩৬।৩০; ৫৪,৫৫; ৩৪৮।১,৩,৪,৬,৭, ৬১—৬৩,৬৬,৭১,৭৪,৮১,৮২)। ভগৱানক মহাপুৰুষ বোলা কথাও এই প্ৰসংগতে আছে। লগতে সাংখ্য আৰু যোগদৰ্শনৰ লগত থকা সম্পৰ্কৰ ইংগিতো অনেক ঠাইত দিয়া হৈছে –

যথাবৃত্তং হি কল্পাদৌ দৃষ্টং মে জ্ঞানচক্ষুষা।
পৰমাত্মেতি যং প্ৰাহুঃ সাংখ্যযোগবিদুৰ্জনাঃ ॥
মহাপুৰুষ সংজ্ঞাং স লভতে স্বেন কৰ্মণা।
তস্মাৎ প্ৰসূতমব্যক্তং প্ৰধানং তং বিদুৰ্বুধাঃ ॥ ৩৪০/২৮,২৯

ভাৱানুবাদ – "কল্পৰ আদিতে যি হৈছিল আৰু যিটো মই (ব্যাসে) জ্ঞান-চক্ষুৰে দেখা পাইছিলোঁ, সেই সকলো কথা কৈছোঁ শুনা। সাংখ্য জ্ঞানী আৰু যোগী-সকলে যাক পৰমাত্মা বোলে, তেৱেঁই নিজৰ কৰ্মৰ বাবে 'মহাপুৰুষ' নামেও পৰি-চিত হয়। তেওঁৰ পৰাই অব্যক্তৰ উৎপত্তি হৈছে, যাক বিদ্বানসকলে প্ৰধান বুলিও কয়।"

ব্ৰহ্মাই ৰুদ্ৰক কৈছে— তস্যৈকত্বং মহত্ত্বঞ্চ স চৈকঃ পুৰুষঃ স্মৃতঃ।
মহাপুৰুষ শব্দংস বিভৰ্ত্যেকঃ সনাতনঃ ॥ ৩৫১।৯ ॥

ভাৱানুবাদ - "তেওঁতেই একত্বও আছে মহত্ত্বও আছে। গতিকে তেওঁকেই একমাত্ৰ পুৰুষ বুলি ধৰা হয়। 'মহাপুৰুষ' শব্দ একমাত্ৰ সেই সনাতন পুৰুষৰ বাবেহে যোগ্য।"

এই মহাপুৰুষৰ উপাসনা, উপাসক আৰু তেওঁলোকৰ পৰম্পৰা সম্পৰ্কে শান্তি পৰ্বৰ ৩৪৮ সংখ্যক অধ্যায়ত তলত দিয়া ধৰণে পোৱা যায়।

অহো হ্যেকান্তিনঃ সৰ্বান্ প্ৰীণাতি ভগৱান্ হৰিঃ।
বিধিপ্ৰযুক্তাং পূজাং চ গৃহ্নাতি ভগৱান্ স্বয়ম্ ॥ ১ ॥

একান্তভাৱে ভগৱানৰ উপাসনা কৰোঁতাসকলক তেওঁ (ভগৱান হৰিয়ে) প্ৰসন্ন কৰে আৰু তেওঁলোকে যথাবিধি কৰা পূজা স্বয়ং গ্ৰহণ কৰে। এইটো কেনে আনন্দৰ কথা!

চতুৰ্থ্যাং চৈৱ তে গত্যাং গচ্ছন্তি পুৰুষোত্তমম্।
একান্তিনস্তু পুৰুষা গচ্ছন্তি পৰমং পদম্ ॥৩॥

যিসকল ভগৱানৰ একান্ত ভক্ত, তেওঁলোকে অনিৰুদ্ধ, প্ৰদ্যুম্ন আৰু সংকৰ্ষণ অৱস্থাৰ লগত সম্পৰ্ক নাৰাখি চতুৰ্থ বাসুদেৱ অৱস্থাত উপনীত হৈ ভগৱান পুৰুষোত্তমৰ পৰম পদ লাভ কৰে।

সহোপনিষদান্ ৱেদান্ যে বিপ্ৰাঃ সম্যগাস্থিতাঃ।
পঠন্তি বিধিমাস্থায় যে চাপি যতিধৰ্মিণঃ। ৫
তেভ্যো বিশিষ্টাং জানামি গতিমেকান্তিনাং নৃণাম্। * * ৬ ॥

যিসকল বিপ্ৰই উপনিষদ্ সহিত সম্পূৰ্ণ বেদ যথাবিধি অধ্যয়ন কৰে আৰু যি সকলে সন্ন্যাস ধৰ্মও পালন কৰে, তেওঁলোকতকৈয়ো উত্তম গতি ভগৱানৰ একান্ত ভক্তসকলে লাভ কৰে।

উদ্ধৃত শ্লোককেইটাৰ দৰে অন্য ঠাইতো 'একান্তিনঃ' শব্দটো 'একান্ত ভক্তসকল' অৰ্থত ব্যৱহাৰ কৰা হৈছে। সিয়ে পাছত সাত্বত বা পঞ্চৰাত্ৰৰ দৰে সম্প্ৰদায়সূচক শব্দত পৰিণত হ'ল। সেইদৰে 'একান্ত' শব্দটোও ধৰ্ম শব্দৰ এটা বিশেষণ ৰূপে ব্যৱহাৰ কৰা হৈছে। "নূনমেকান্তধৰ্মোঽয়ং শ্ৰেষ্ঠো নাৰায়ণ প্ৰিয়ঃ। (একান্ত ভাবে ভগৱানক ভক্তি কৰা এই ধৰ্ম শ্ৰেষ্ঠ আৰু নাৰায়ণৰ প্ৰিয়) ৩৪৮।৪ ॥"

এষ একান্তধৰ্মস্তে কীৰ্তিতো নৃপসত্তম।
ময়া গুৰুপ্ৰসাদেন দুৰ্বিজ্ঞেয়োঽকৃতাত্মভিঃ ॥ ৩৪৮।৬১

হে নৃপশ্ৰেষ্ঠ ! গুৰুৰ কৃপাত জানিবলৈ পোৱা একান্ত ভক্তি ধৰ্মৰ বৰ্ণনা কৰিলোঁ। যাৰ অন্তঃকৰণ পৱিত্ৰ নহয়, তাৰ কাৰণে এই ধৰ্ম সহজবোধগম্য নহয় ॥

এৱমেকং সাংখ্যযোগং বেদাৰণ্যকমেৱ চ ॥ ৩৪৮।৮১
পৰস্পৰাংগান্যেতানি পাঞ্চৰাত্ৰংচ কথ্যতে।
এষ একান্তিনাং ধৰ্মো নাৰায়ণপৰাত্মকঃ ॥ ৩৪৮।৮২

এইদৰেই সাংখ্য, যোগ, বেদ-আৰণ্যক আৰু ভক্তিমাৰ্গৰ প্ৰতিপাদক পাঞ্চৰাত্ৰ সকলোৱেই এটা আনটোৰ অংগস্বৰূপ একাভিমুখী। সকলো কৰ্ম ভগৱান্ নাৰায়ণত সমৰ্পণ কৰা এই ধৰ্মটোৱেই একান্তিকসকলৰ ধৰ্ম।

এই ধৰ্মৰ পৰম্পৰা সম্বন্ধে কওঁতে চমুকৈ তলৰ মতসমূহক ইয়াৰ অন্তৰ্ভুক্ত বোলা হৈছে। (১) ভগৱানে স্বয়ং গীতাত এই ধৰ্মৰ উপদেশ দিছে (৩৪৮।৮)। (২) সামৱেদসদৃশ এই ধৰ্ম সত্য যুগৰ পৰা প্ৰচলিত। ভগৱান নাৰায়ণে স্বয়ং এই ধৰ্ম ধাৰণ কৰি আছিছে (৩৪৮।১০)। (৩) সৃষ্টিৰ আদিতে ভগৱান নাৰায়ণৰ মুখৰপৰা ব্ৰহ্মাৰ মানসিক জন্ম হৈছিল। সেই সময়ত ভগৱান নাৰায়ণে ব্ৰহ্মাক এই ধৰ্মৰ উপদেশ দিছিল (৩৪৮।১৩)। (৪) নাৰায়ণৰ পৰা ফেনপ ঋষিসকলেও এই ধৰ্ম গ্ৰহণ কৰিলে (৩৪৮।১৪)। (৫) ফেনপসকলৰ পৰা বৈখানসসকলে এই ধৰ্ম পালে (৩৪৮।১৫)। বৈখানসসকলৰ পৰা সোমে এই ধৰ্ম গ্ৰহণ

কৰিলে। তাৰ পাছত এই ধৰ্মটো লুপ্ত হ'ল (৩৮৪।১৫)। (৬) চাক্ষুষ জন্মত ব্ৰহ্মাই সোমৰ পৰা এই নাৰায়ণ ধৰ্ম লাভ কৰিলে আৰু ৰুদ্ৰক এই ধৰ্মৰ উপদেশ দিলে। তাৰ পাছত বাল্যখিল্য ঋষিসকলে এই ধৰ্ম পাইছিল যদিও দেৱতাৰ মায়াত এই ধৰ্ম পুনৰ লুপ্ত হ'ল (৩৪৮.১৬-১৮)। (৭) ভগৱানৰ বাণীৰ পৰা হোৱা ব্ৰহ্মাৰ তৃতীয় বাৰ জন্মৰ কালত স্বয়ং ভগৱান নাৰায়ণেই এই ধৰ্ম প্ৰকাশ কৰে (৩৪৮।১০)। সুপৰ্ণ নামৰ ঋষিয়ে এই ধৰ্ম পুৰুষোত্তম নাৰায়ণৰ পৰা পাইছিল আৰু এই কষ্ট সাধ্য ধৰ্ম ঋগ্বেদৰ পাঠৰ সময়ত স্পষ্ট ৰূপে পঢ়া হৈছিল। সুপৰ্ণৰ পৰা জগতৰ প্ৰাণ স্বৰূপ বায়ুৱে এই ধৰ্ম লাভ কৰিছিল। বায়ুৰ পৰা বিঘসাশী ঋষিসকলে পোৱাৰ পাছত পুনৰ লুপ্ত হৈছিল (৩৮৪।২২-২৪)।

ইয়াৰ পাছত ভগৱানৰ কাণ, নাক আৰু অণ্ডৰ পৰা ব্ৰহ্মাৰ উৎপত্তি কালতো সাত্বত ধৰ্ম নাৰায়ণে কোৱা বুলিছে ৩৪৮।২৯,৩৪,৪৪)। এই কেউ বাৰতে নাৰায়ণ বক্তা আৰু ব্ৰহ্মা শ্ৰোতা। ব্ৰহ্মাৰ পৰা এই তিনিও বাৰতে যথাক্ৰমে স্বাৰোচিষ মনু, সনতকুমাৰ আৰু বৰ্হিষদ নামৰ ঋষিসকলে এই ধৰ্ম লাভ কৰিছিল। ভগৱান নাৰায়ণৰ নাভিকমলৰ পৰা ব্ৰহ্মাৰ উৎপত্তি কালত নাৰায়ণে ব্ৰহ্মাক আকৌ এই ধৰ্মৰ উপদেশ দিলে। ব্ৰহ্মাৰ পৰা প্ৰজাপতি দক্ষই আৰু দক্ষৰ পৰা ৱিৱস্বান্ নামৰ সূৰ্য্যই এই ধৰ্ম গ্ৰহণ কৰিলে। ত্ৰেতা যুগত এই ধৰ্ম সূৰ্যৰ পৰা মনুৱে আৰু মনুৰ পৰা ইক্ষ্বাকুৱে লাভ কৰিলে। ইক্ষ্বাকুৰ পৰাই জগতত সাত্বত ধৰ্মৰ বিস্তাৰ ঘটিল। সাক্ষাৎ জগন্নাথ নাৰায়ণৰ পৰা 'ৰহস্য আৰু সংগ্ৰহ সহিত' (সৰহস্যঃ সসংগ্ৰহঃ) এই ধৰ্ম নাৰদে লাভ কৰিলে (৩৪৮।৫৪)। নাৰদৰ পাছৰ পৰম্পৰা সম্বন্ধে ভাগৱত পুৰাণৰ প্ৰসংগত বৰ্ণনা কৰা হৈছে।

এই পৰ্য্যন্ত কৰা আলোচনাৰ পৰা একান্তিক বা সাত্বত ধৰ্মৰ সনাতন ৰূপটোৰ বিস্তাৰ সম্বন্ধেও কিছু বুজিব পৰা হ'ল। কোনো প্ৰকাৰৰ যুগল উপসনাৰ ব্যৱস্থা নথকা একমাত্ৰ মহাপুৰুষ ভগৱান নাৰায়ণ বা হৰিত আশ্ৰয় গ্ৰহণ কৰা এই সাত্বত বা একান্তিক সকলৰ ধৰ্মই একশৰণীয়া মহাপুৰুষীয়া ধৰ্মৰ মূল আধাৰ হ'ব পাৰে।

সাত্বত ধৰ্মৰ এই বিস্তৃত বিবৰণ শুনাৰ পাছত জন্মেজয়ে বৈশম্পায়ণক প্ৰশ্ন কৰিলে যে -জ্ঞানীলোকে পালন কৰা এনে ধৰ্ম গ্ৰহণ নকৰি নানা প্ৰকাৰৰ ব্ৰতৰ লগত জড়িত অন্য ধৰ্ম বিপ্ৰসকলে কিয় আচৰণ কৰে? (৩৪৮।৬৭) তাৰ উত্তৰত শৰীৰত আবদ্ধ জীৱৰ তিনিপ্ৰকাৰৰ প্ৰকৃতি বা স্বভাৱৰ কাৰণে তেওঁলোকৰ ৰুচিও পৃথক্ হোৱা কথা ক'লে (৩৪৮।৬৮)। সেই মতে তামসী, ৰাজসী আৰু

সাত্ত্বিকী এই তিনি শ্ৰেণীৰ প্ৰকৃতিৰ ভিতৰত সাত্ত্বিকীপ্ৰকৃতিৰ শ্ৰেষ্ঠ পুৰুষসকলেহে পৰমপুৰুষ নাৰায়ণক মোক্ষফলদাতা বুলি ভাবি তেওঁত আশ্ৰয় গ্ৰহণ কৰে (৩৫৮। ৬৯,৭০)। এইদৰে মোক্ষধৰ্মৰ পথত চলা মনীষী সাধকসকলৰ বিষয়-তৃষ্ণা দূৰ হয় আৰু তেওঁলোকৰ সকলো দায়িত্ব (যোগক্ষেম) ভগৱান হৰিয়ে বহন কৰে (৩৪৮।-৭২)। একান্ত ভক্তসকলে পালন কৰা এই ধৰ্ম সাংখ্য আৰু যোগৰ তুল্য। এই ধৰ্মই সাধকপুৰুষক নাৰায়ণাত্মক মোক্ষফলৰ অধিকাৰী কৰি পৰমগতি দিয়ে(৩৪৮।৭৪)। দেৱতা আৰু ঋষিসকল সত্ত্বগুণ প্ৰধান হ'লেও কামনা ৰহিত নহয়; সেই বাবে শুদ্ধ সত্ত্বগুণৰ অভাৱত তেওঁলোক বৈকাৰিক (বিকাৰযুক্ত) বুলি পৰিচিত হৈছে। এনে বৈকাৰিক পুৰুষসকলেও কৰ্তৃত্বৰ অহংকাৰ ত্যাগ কৰিব পাৰিলে অত্যন্ত সূক্ষ্ম (বিকাৰৰহিত ?) সত্ত্বগুণময়, তিনিটা বৰ্ণেৰে (অ, উ, ম=ওম্) ব্যঞ্জিত পৰমপুৰুষক পাব পাৰে (৩৪৮।৮০, ৮১)।

মন কৰিবলগীয়া যে – কৰ্তৃত্বৰ অভিমান ত্যাগ কৰা কথাটোতেই আত্ম-সমৰ্পণৰ ভাৱ লুকাই আছে। আত্মসমৰ্পণ কৰিব নোৱাৰিলে শৰণ বা আশ্ৰয় গ্ৰহণ সম্ভৱ নহয়। শৰণ গ্ৰহণ কৰাৰ পাছত সেৱাৰ বাহিৰে সাধকৰ বা সেৱকৰ সুকীয়া দায়িত্ব নথকা হয়। তেতিয়া সেৱকৰ দায়িত্ব (যোগ-ক্ষেম আদি সকলো) প্ৰভুৱে গ্ৰহণ কৰে; কিন্তু আত্মসমৰ্পণ বা শৰণ গ্ৰহণৰ কাৰণে সাত্ত্বিকগুণৰ অধিকাৰীজনহে সক্ষম হয়। দেৱতা আৰু ঋষিসকলো বিশুদ্ধ সত্ত্বগুণযুক্ত নহয়। এনে স্থূলত বৈকাৰিক সত্ত্বগুণযুক্ত মনুষ্যসকল বিকাৰমুক্ত শুদ্ধ সত্ত্বগুণৰ অধিকাৰী কেনেকৈ হ'ব পাৰে, সেইটোৱেই হ'ল সাধনমাৰ্গৰ ঘাই কথা।

সত্ত্বগুণত বিকাৰ উৎপন্ন কৰা বস্তুটো হ'ল কামনা। এই কামনাটো মনৰ এটা লক্ষণ। ৰজোগুণ আৰু তমোগুণযুক্ত বহিৰ্জগতৰ লগত ঘটা সম্পৰ্কৰ পৰাই মনত কামনাৰ সৃষ্টি হয়। এই কামনাই মনৰ গভীৰ অংশ চিত্তক দূষিত সংস্কাৰ-যুক্ত কৰে। সেইবাবে চিত্তৰ শোধনেই সাধনাৰ লক্ষ্য। সাংখ্য, যোগ, বেদ-আৰণ্যক পাঞ্চৰাত্ৰ আদি সকলো সাধনমাৰ্গতে চিত্ত শোধনৰ ওপৰতেই গুৰুত্ব দিয়া হৈছে। সাত্বত বা একান্তিক ধৰ্মৰ উপদেশক নৰনাৰায়ণেও চিত্তশুদ্ধিৰ উদ্দেশ্যেই দুষ্কৰ তপ কৰা বুলি ভাগৱতত কৈছে। শৰণগ্ৰহণ বা আত্মসমৰ্পণো এই চিত্তশুদ্ধিৰেই এটা স্তৰ বা অৱস্থা।

একান্ত বা অনন্য ভাৱ ন'হলে শৰণৰ সাৰ্থকতা নাথাকে। যাৰ ওপৰত একান্ত বিশ্বাস বা আস্থা স্থাপন কৰিব নোৱাৰি, তেওঁৰ ওচৰত শৰণ গ্ৰহণ কৰা বা আত্মসমৰ্পণ কৰাটো সম্ভৱ নহয়। আস্থা স্থাপনৰ কাৰণে সেই সম্বন্ধে কিছু জ্ঞান

বা পৰিচয়ৰ আৱশ্যক। এই জ্ঞান বা পৰিচয় দিওঁতাজনেই গুৰু। গুৰুৰ যোগেদি হোৱা পৰিচয়ৰ পাছত সম্ভাৱ (শ্ৰদ্ধা, ভক্তি, প্ৰেম, স্নেহ যিকোনো প্ৰকাৰৰ) যিমান দৃঢ় হয়, শৰণৰ বাবে অনুকূল মানসিক স্থিতিও সিমানেই গঢ় লয়। দৃঢ় মানসিক প্ৰস্তুতি নথকা চঞ্চল মনৰ লোকে ইন্দ্ৰিয়াতীত কোনো সূক্ষ্ম সত্তাৰ ওপৰত বিশ্বাস কৰি জীৱনৰ চৰম লক্ষ্য স্থিৰ কৰি ল'ব নোৱাৰে। বহিৰ্মুখী মনৰ চঞ্চলতাই একান্তিকতাৰ ওপৰত আঘাত কৰে। গতিকে একান্ত ভাবে শৰণ গ্ৰহণৰ কাৰণে মনক অন্তৰ্মুখী কৰাৰ প্ৰয়োজন হয়। ইন্দ্ৰিয়গ্ৰাহ্য বস্তুৰ মাধ্যমেৰে ইন্দ্ৰিয়াতীত সূক্ষ্ম চৈতন্যত বিশ্বাস আৰু প্ৰীতি-স্থাপন কৰিব নোৱাৰিলে মন অন্তৰ্মুখী নহয়। ইন্দ্ৰিয়াতীত সত্তাৰ ইন্দ্ৰিয়গ্ৰাহ্য মাধ্যম ৰূপে 'নাম' আৰু প্ৰীতি স্থাপনৰ আনুষ্ঠানিক প্ৰক্ৰিয়া ৰূপে 'শৰণ-গ্ৰহণ' এই দুটা বস্তুৰ ওপৰত সাত্বত বা একান্তিক ধৰ্ম'ই গুৰুত্ব দিছে। মহাভাৰতৰ পাছত ৰচনা কৰা সাত্বত তন্ত্ৰ'ত এই দুটা বস্তুৰ বিষয়ে কিছু বহলাই কৈছে।+

**ভাগৱতী বৈষ্ণৱ ধৰ্ম** ঃ— নিমি-নৱসিদ্ধ-সংৱাদৰ মহৰ্ষিপিপ্পলায়নৰ উক্তি প্ৰসংগত শংকৰদেৱে লিখিছে—

ব্ৰহ্ম পৰমাত্মা ভগৱন্ত এক তত্ত্ব।
একৰেসে তিনি নাম লক্ষণ ভেদত ॥ * * ১৮১ ॥

এই লক্ষণ-ভেদৰ কথা ইয়াৰ আগৰ পদত এই দৰে আছে—

শুনা কহোঁ নাৰায়ণ ৰূপ নৃপবৰ ॥
সৃষ্টি স্থিতি প্ৰলয়ৰ হেতু যিটো দেৱ।
যাত পৰে পৰম ঈশ্বৰ নাহি কেৱ ॥ ১৭৬
স্বপ্ন, জাগৰণ যিটো নিৰ্ভৰ নিদ্ৰাত।
সমাধিত সাক্ষীৰূপে থাকন্ত সাক্ষাৎ ॥
সচেতন কৰে দেহ প্ৰাণ ইন্দ্ৰিয়ক।
জীৱক ভুঞ্জান্ত নানাবিধ বিষয়ক ॥ ১৭৭
**পৰমাত্মা** বুলি তাক কহে মুনিগণ।
তেহেন্তে পৰম তত্ত্ব জানিবা ৰাজন ॥
হৰি হৰ বিধি যাৰ থাকে আজ্ঞা কৰি।
ঈশ্বৰো ঈশ্বৰ তেহেন্তে মহাহৰি ॥ ১৭৮
তাংকে **নাৰায়ণ** বোলে জানিবা নৃপতি।
তাহানেসে চৰণ সেৱায়ে সাধে গতি ॥

---

+ পাছত এই সম্বন্ধীয় উদাহৰণ দাঙি ধৰা হ'ব।

গ্ৰহণেই সকলো ভক্তি ভাৱৰ মূল বস্তু। ৪।৫৫॥ কায়মনোবাক্যে পৰম পুৰুষ কৃষ্ণত সৰ্বতো প্ৰকাৰে নিষ্ঠা ৰাখি একমাত্ৰ তেওঁকেই আশ্ৰয় ৰূপে গ্ৰহণ কৰাই শৰণ গ্ৰহণ। ৪।৫৭॥ নিজৰ দেহটোৰ প্ৰতি যি বিশ্বাস আৰু আত্মভাৱ আছে, সেই বিশ্বাস আৰু আত্মভাৱ কৃষ্ণৰ চৰণত হ'লে তাকে শ্ৰেষ্ঠ শৰণ বোলা হয়। ৪।৬১॥ ইয়াৰ পাছত দিয়া ৪।৬৩ আৰু ৮।২ শ্লোকৰ অনুবাদ ভাগৱত মিশ্ৰৰ পদতে দিয়া হ'ল।

ঈশ্বৰ-একান্ত ভক্ত কৃষ্ণ নাম ধৰ্ম বিনে আনত আশ্ৰয় নকৰয়।
এক শৰণীয়া ভক্ত হৃদয়ে কৃষ্ণক ধৰি জগতপৱিত্ৰকাৰী হয় ॥ ১৫৮
দেৱ তীৰ্থ ধৰ্মত বিশ্বাস যতমানে। সবাকে এৰিয়া আসি পৰম যতনে।
একান্ত ভক্তৰ সংগে কৰি ৰংগ মন। কৃষ্ণ প্যাদ-পংকজত পশিবে শৰণ ॥২৯৫॥

ইয়াৰ পাছৰ শ্লোকত (৮।৩) গুৰুকো পুৰুষোত্তম শ্ৰীকৃষ্ণ বুলি ধৰি সেই নামতে (অস্মাস্মি) আশ্ৰয় গ্ৰহণ কৰিবলৈ কৈছে। ইয়াৰ পাছৰ দুটা শ্লোকত বলি-বিধান (পশুবলি) আৰু অন্যদেৱতাৰ উপাসনা নিষিদ্ধ কৰা হৈছে। পশুবলি আদিৰে কৰিব লগীয়া অন্যান্য দেৱতাৰ পূজা ত্যাগ কৰি সৰ্বদেৱস্বৰূপ একমাত্ৰ কৃষ্ণক যজ্ঞেৰে উপাসনা কৰিবলৈ কৈছে। ৮।৪॥ পঞ্চম শ্লোকত অন্য দেৱতাকো কৃষ্ণ বুদ্ধি কৰি (কৃষ্ণতকৈ ভিন্ন নহয় বুলি ভাবি) স্মৰণ কৰাৰ কথা কৈছে— "নিত্যং নৈমিতকং কাৰ্যং তথাৱশ্যকমেৱচ। গ্ৰহাশ্ৰমী বিষ্ণুভক্তঃ কুৰ্যাৎ কৃষ্ণং ধিয়া স্মৰন্ ॥ ৮।৫ নিত্য-নৈমিত্তিক কাৰ্যব বাহিৰে আন সময়ত সকাম ভাৱত অন্যদেৱতাক কেতিয়াও নুপূজিব। ৮।৭॥ এই প্ৰসংগত ভাগৱত মিশ্ৰৰ পদ তলত উদ্ধৃত কৰা হৈছে।

কিন্তু ভাৰ্যা পুত্ৰ মিত্ৰ আনো বন্ধুগণ।
তেজি কৃষ্ণপদে যিটো পশয় শৰণ ॥
কৃষ্ণৰ কথাত মাত্ৰ সৰ্বদাই ৰতি।
তাৰ কিছু কৰ্ম নাহি কহিলোঁ সম্প্ৰতি ॥ ৩০১ ॥
অন্য দেৱ-পূজা কিন্তু নিষেধ সবাৰ।
শুনিয়োক কহোঁ আবে যেন ফল তাৰ ॥
বলি দিয়া সকামে যি আন দেৱ পূজে।
ভক্তি ভ্ৰষ্ট হুয়া দুনাই সংসাৰত মজে ॥ ৩০২ ॥

একমাত্ৰ কৃষ্ণক ইষ্টদেৱ ৰূপে মানি তেওঁত শৰণ-গ্ৰহণ কৰাৰ ব্যৱস্থা দিয়া কাৰণে ভাগৱত পুৰাণ-প্ৰতিপাদিত ভক্তিৰ প্ৰাধান্য থকা শংকৰদেৱৰ ধৰ্মক 'এক-শৰণ ভাগৱতী ধৰ্ম' বুলিও কোৱা হয়। এই 'একশৰণ ভাগৱতী ধৰ্ম' শব্দই

মহাভাৰত, পাঞ্চৰাত্ৰীয় সংহিতাসমূহ আৰু ভাগৱত মহাপুৰাণৰ ভক্তিমাৰ্গৰ মাজত থকা একত্বৰ পৰিচয় দিছে।

**(ঘ) নাম ধৰ্ম** ঃ— সম্প্ৰদায় অৰ্থত 'ধৰ্ম'' শব্দৰ লগত তলত দিয়া বস্তু কেইটাৰ সম্পৰ্ক থাকে। (১) সাধক ব্যক্তি (২) সাধ্য বা উদ্দেশ্যৰ লগত সম্বন্ধিত দেৱতা বা ঈশ্বৰ (৩) উদ্দেশ্য সিদ্ধিৰ উপায় বা সাধনা (৪) সাধনাৰ পথপ্ৰদৰ্শক গুৰু (৫) একে উদ্দেশ্যসম্পন্ন ব্যক্তিৰ সমূহ বা সমাজ। সকলো সম্প্ৰদায়ৰে এই কেইটা উমৈহতীয়া তত্ত্ব। সাধকৰ ৰুচি আৰু যোগ্যতাৰ পাৰ্থক্য সকলো ক্ষেত্ৰতে থাকিবই। সেইবাবে 'ব্যক্তি' বা সাধক তত্ত্বটো বাদ দিলে বাকী চাৰিটা তত্ত্বৰ সাৰ্বজনীনতা আৰু বৈশিষ্ট্য সম্বন্ধে বিচাৰ কৰিব লগীয়া আছে। মহাপুৰুষীয়া ধৰ্মত সাধ্য, সাধন, গুৰু আৰু সমাজক যথাক্ৰমে দেৱ, নাম, গুৰু আৰু ভকত এই চাৰিটা শব্দৰ সহায়েৰে বুজোৱা হয়। গতিকে নামধৰ্ম'' শব্দটোৱে মহাপুৰুষীয়া সম্প্ৰদায়ৰ সাধন-ব্যৱস্থাৰ বৈশিষ্ট্য প্ৰকাশ কৰে।

শৰণৰ ওপৰত সাত্বত তন্ত্ৰই গুৰুত্ব আৰোপ কৰাৰ দৰেই নামৰ ওপৰতো সাত্বত তন্ত্ৰই গুৰুত্ব আৰোপ কৰা দেখা যায়। এই তন্ত্ৰৰ সপ্তম পটলৰ প্ৰথম দহোটা শ্লোকত নামৰ মাহাত্ম্য সম্বন্ধে কৈছে। উদাহৰণ স্বৰূপে কেইটামান শ্লোক তলত দিয়া হৈছে।

যতো নামৈৱ পৰমং তীৰ্থং ক্ষেত্ৰং চ পুণ্যদম্।
নামৈৱ পৰমং দেৱং নামৈৱ পৰমং তপঃ ॥ ৭।৪।
নামৈৱ পৰমং দানং নামৈৱ পৰমাক্ৰিয়া।
নামৈৱ পৰমো ধৰ্মো নামৈৱাৰ্থঃ প্ৰকীৰ্তিতঃ ॥ ৭।৫
নামৈৱ কামো ভক্তানাং মোক্ষোঽপি নাম কেৱলম্।
এৱং চ সাধনং নাম কামিনাং দ্বিজসত্তম ॥ ৭।৬।
নামৈৱ পৰমাভক্তিৰ্নামৈৱ পৰমাগতিঃ।
নামৈৱ পৰমং জাপং নামৈৱ প্ৰাৰ্থনং পৰম্ ॥ ৭।৭
নিষ্কামানাং ধনং নাম মুক্তি ভুক্তি সুখাৰ্থৱৎ।
নামস্যাৎ পৰমং সৌখ্যং নামৈৱ বৈৰাগ্য কাৰণম্ ॥ ৭।৮
সত্বশুদ্ধিকৰং নাম নাম জ্ঞানপ্ৰদং স্মৃতম্
মুমুক্ষূণাং মুক্তিপদং কামিনাং সৰ্বকামদম্ ॥ ৭।৯
বৈষ্ণৱানাং ফলং নাম তস্মান্নাম সদাস্মৰেম্
সংকেতিতাৎ পৰিহাস্যাদ্ধেলনা জ্বৰতাপতঃ ॥ ৭।১০

শংকৰদেৱে নিজৰ ৰচনাৰ বিভিন্নপ্ৰসংগত নামকে ভক্তিধৰ্মৰ প্ৰধান সাধন ৰূপে গ্ৰহণ কৰাৰ কথা কৈছে। সংস্কৃত ভাষাত ৰচিত 'ভক্তিৰত্নাকৰ' নামৰ ব্যৱস্থা-প্ৰধান গ্ৰন্থত শ্ৰৱণ-মাহাত্ম্য, কীৰ্তন-মাহাত্ম্য আদি সুকীয়া সুকীয়া অধ্যায়ত নামৰ মাহাত্ম্য সম্বন্ধে নানা গ্ৰন্থৰ মত উদ্ধৃত কৰিছে। তাত শ্ৰৱণ মাহাত্ম্যৰ সকলো শ্লোক ভাগৱত পুৰাণৰপৰা দিয়া হৈছে। কীৰ্তনমাহাত্ম্যৰ প্ৰায় ভাগ শ্লোকেই মূল ভাগ-ৱতৰ যদিও দুটামান শ্লোক শ্ৰীধৰ স্বামীৰ টীকাৰপৰা, এটা পদ্মপুৰাণৰ ( উ° খ° অ° ৭১ )পৰা আৰু এটা 'বৈষ্ণৱানন্দলহৰী'ৰ পৰা দিয়া হৈছে।

ভক্তিৰ সাধন স্বৰূপে নামৰ গুৰুত্ব বিচাৰ কৰাৰ লগতে সেই নামৰ শ্ৰেণী আৰু স্বৰূপ সম্বন্ধেও আলোচনা কৰিব লগীয়া আছে। কেৱল বিশেষ্য বা সংজ্ঞা শব্দ অৰ্থতে 'নাম' শব্দটো ব্যৱহাৰ এই ক্ষেত্ৰত কৰা নহয়। একেটা সম্পূৰ্ণ বাক্য বা উক্তি আৰু বিবিধ বিষয়ক তেনে উক্তিৰ সমষ্টিকো 'নাম' বোলা হয়। চমু কথাত ক'ব পাৰি যে— ভগৱানৰ স্বৰূপ আৰু লীলা বিষয়ক সকলো ইন্দ্ৰিয়গ্ৰাহ্য আৰু ভাৱগ্ৰাহ্য শব্দই নাম। এই 'ইন্দ্ৰিয়গ্ৰাহ্য' আৰু 'ভাৱগ্ৰাহ্য' শব্দ দুটাও বিশেষ তাৎপৰ্যপূৰ্ণ। এই শব্দ দুটাই নামৰ ব্যাপ্তিৰ লগতে গভীৰতাৰ কথাও সূচায়। এইখিনিতে শব্দ ব্ৰহ্মৰ কথাও মনলৈ আহে। ভাগৱতৰ একাদশ স্কন্ধত শ্ৰীকৃষ্ণই উদ্ধৱক কৈছে—

শব্দব্ৰহ্ম সুদুৰ্বোধং প্ৰাণেন্দ্ৰিয়মনোময়ম্।
অনন্তাপাৰং গম্ভীৰং দুৰ্বিগাহ্য সমুদ্ৰবৎ ॥ ১১।২১।৩৬

'প্ৰাণ, মন আৰু ইন্দ্ৰিয়ময় শব্দব্ৰহ্ম অতি দুৰ্বোধ্যবস্তু। সমুদ্ৰৰ দৰে সীমাহীন, আৰু গভীৰ এই শব্দ ব্ৰহ্মৰ জোখপোৱা বা স্বৰূপ-উপলব্ধি কৰাটো অতি কঠিন কাম।' ইয়াৰ আগৰ শ্লোকত (১১।২১।৩৫' ৱেদকে শব্দব্ৰহ্ম বুলিছে। পাছৰ শ্লোকত (১১।২১।৩৭) শ্ৰীকৃষ্ণই উদ্ধৱক এই দৰে কৈছে— 'মই অনন্তশক্তি সম্পন্ন ব্ৰহ্ম। ময়েই ৱেদবাণীসমূহ প্ৰচাৰ কৰিছোঁ। পদুমৰ ঠাৰিত এডাল মিহিসূতাৰ দৰে এটা বস্তু দেখিবলৈ পোৱাৰ নিচিনাকৈ প্ৰাণিসমূহৰ অন্তৰতো এই ৱেদবাণী অনাহতনাদ বা প্ৰণৱ ৰূপে প্ৰকাশ পায়।' প্ৰাণিসমূহৰ প্ৰাণ, মন আৰু ইন্দ্ৰিয়সমূহেই যথাক্ৰমে পৰা, পশ্যন্তী আৰু মধ্যমা বাক্ নামে কথিত শব্দৰ মূল ৰূপ। ইন্দ্ৰিয়গ্ৰাহ্য আৰু বাহিৰত প্ৰকাশ পোৱা শব্দক বৈখৰী বাক্ বোলা হয়। আমাৰ কথিত ভাষাসমূহ এই বৈখৰী বাক্ বা ইন্দ্ৰিয়গ্ৰাহ্য শব্দৰ বিস্তাৰ মাত্ৰ।

পৰা বাক্ স্বয়ং প্ৰাণস্বৰূপ কাৰণে আৰু প্ৰাণ স্বয়ংব্ৰহ্মৰ অংশভূত সত্তা বাবে পৰা বাক্ স্বয়ং শব্দ ব্ৰহ্ম। এনে স্থূলত জাগ্ৰত, স্বপ্ন আৰু সুষুপ্তি অৱস্থাতকৈ সূক্ষ্ম

আত্মাৰ তুৰীয় অৱস্থাৰ উপলব্ধিটোও পৰাবাক । এই পৰা বাকেই প্ৰণৱ বা (ওংকাৰ) । ই নিত্য আৰু অখণ্ড বাবে 'অনাহত' নামেও পৰিচিত হৈছে । সগুণ সৃষ্টি, স্থিতি আৰু লয়ক সামৰি একে কৰা নিগুৰ্ণৰ সূচনাও এই শব্দৰ যোগেই কৰিব পাৰি। গীতাত জীৱাত্মা পুৰুষকে 'পৰাপ্ৰকৃতি' বুলিছে (৭।৫)। জীৱাত্মা বা প্ৰাণ নামে পৰিচিত পৰা প্ৰকৃতিয়েই পৰাবাক্ ।

আত্মাৰ লগত মনৰ সম্বন্ধ সম্পৰ্কে আগতে আলোচনা কৰা হৈছে। সূক্ষ্ম মনটো চিত্ত, বুদ্ধি আৰু বহিৰ্মনৰ সুকীয়া সুকীয়া লক্ষণেৰে ক্ৰমে বহিৰ্জগতৰ লগত সুকীয়া ধৰণেৰে জড়িত হৈ থাকে । বুদ্ধিযুক্ত ভাৱ অনুসৰিহে বহিৰ্মনে ইন্দ্ৰিয়ৰ সহায়ত শব্দ উচ্চাৰণৰ চেষ্টা কৰে; কিন্তু মনৰ এই চেষ্টাই শব্দৰ অন্তিম স্থূল ৰূপ নহয় । ইন্দ্ৰিয়ৰ সামৰ্থ্য আৰু বহিৰ্জগতৰ অৱস্থা বা পৰিৱেশভেদে শব্দৰ ইন্দ্ৰিয়-গ্ৰাহ্য ৰূপটো পৃথক্ পৃথক্ হ'ব পাৰে। গতিকে 'বৰ্ণমালা' ৰূপে ব্যক্ত হোৱা শব্দহে বৈখৰী নামে পৰিচিত শব্দৰ অন্তিম স্থূলৰূপ । বুদ্ধি আৰু মানসিক প্ৰচেষ্টাৰ স্তৰ-দুটা যথাক্ৰমে পৰা বাক্ আৰু বৈখৰী বাকৰ মধ্যস্থ পশ্যন্তী আৰু মধ্যমা বাকৰ স্তৰ । সাধনমাৰ্গত 'নাম' শব্দটো এই চাৰিও স্তৰৰ শব্দৰ সূচক ।

শংকৰদেৱৰ ধৰ্মক 'নাম-ধৰ্ম' বুলিলেও নামক সাধন স্বৰূপে গ্ৰহণ নকৰা কোনো ধৰ্মই আমাৰ দৃষ্টিগোচৰ নহয় । দেৱতা বা ঈশ্বৰ সম্বন্ধীয় অতীন্দ্ৰিয় সত্তাৰ কল্পনা আৰু জন্ম-মৃত্যুৰ সীমাৰে আবদ্ধ জীৱনটোক আন কিবা অসীম সত্তাৰ লগত জড়িত কৰা কল্পনা ধৰ্মৰ এটা প্ৰধান উপাদান ৰূপে স্বীকৃত হৈ আহিছে । অতীন্দ্ৰিয় আৰু অসীমৰ কল্পনাৰ কাৰণেও ইন্দ্ৰিয়-গ্ৰাহ্য আৰু সীমাবদ্ধ বস্তুৰ সহায় আৱশ্যক হয় । সকলো ইন্দ্ৰিয়গ্ৰাহ্য আৰু সীমাবদ্ধ বস্তুৰ নাম আছে কাৰণে সেইবোৰৰ সহায়েৰে নিজে কল্পনা কৰা বস্তুৰো নাম আৱশ্যক হৈ পৰে । নাম নহ'লে কোনো প্ৰকাৰে বাস্তৱ আৰু কাল্পনিক বস্তুৰ জ্ঞান বিকশিত আৰু স্থায়ী হ'ব নোৱাৰে । বৈখৰীবাকৰ স্তৰত **নাম** পৰা, পশ্যন্তী আৰু মধ্যমাবাকৰ প্ৰতীক স্বৰূপ । স্মৃতি, কল্পনা আদি ভাৱাত্মক আৰু ৰসাত্মক সকলো শ্ৰেণীৰ মানস জগৎ এইদৰে নামৰ অন্তৰ্ভুক্ত হৈ পৰে । বৈদিক, তান্ত্ৰিক আৰু পৌৰাণিক ধৰ্মৰ যজ্ঞ-হোম, পূজা-বন্দনা, স্তুতি-প্ৰাৰ্থনা সকলোতেই 'নাম' মন্ত্ৰ বা স্তুতিগীত ৰূপে ব্যৱহৃত হৈ আহিছে । এইদৰে জড়-চেতন আৰু স্থূল-সূক্ষ্ম উভয় বিষয়াত্মক বেদৰ লগত বা শব্দ ব্ৰহ্মৰ লগত ভাগৱত ধৰ্মৰ নামৰ সম্পৰ্ক কেনে সেই কথা সহজে অনুমান কৰিব পাৰি । বৈদিক, তান্ত্ৰিক আৰু পৌৰাণিক কেউবিধ সাধনমাৰ্গতে স্থূল বৈখৰীবাক্ **নাম** সাধনৰ স্তৰৰ পৰা যথাক্ৰমে সূক্ষ্মতম ধ্য চৈতন্যৰ স্তৰলৈ উন্নীত হ'ব পাৰে ।

প্ৰবৰ্তান্ত যেখনে ইন্দ্ৰিয় সমস্তক।
পৰমাত্মা বোলয় তেখনে মাধৱক ॥ ১৭৯
সমাধিত বেকত হোৱন্তে গুচে ভ্ৰম।
তেখনে বোলয় জানা মাধৱক **ব্ৰহ্ম** ॥
কৰন্ত যেখনে ইটো সৃষ্টি স্থিতি অন্ত।
তেখনে বোলয় মাধৱক **ভগৱন্ত** ॥ ১৮০

সত্ত্বাদি প্ৰাকৃত গুণৰ অতীত হ'লেও ঐশ্বৰ্য, বল, বীৰ্য, তেজ, জ্ঞান আৰু শক্তি নামে কথিত অপ্ৰাকৃত গুণ বা 'ভগ' যুক্ত বাবে সৃষ্টি, স্থিতি আৰু লয়ৰ কাৰণ পৰম সত্তাক ভগৱৎ বা ভগৱান বোলে। ভগৱৎ সম্বন্ধীয় তত্ত্বপ্ৰতিপাদক মত বা গ্ৰন্থৰ নাম 'ভাগৱত' হৈছে। ভগৱৎ বা ভগৱানৰ উপাসক অৰ্থতো ভাগৱত শব্দৰ প্ৰয়োগ খ্ৰী০ পূ০ কালৰে পৰা হৈ আহিছে। মধ্যপ্ৰদেশৰ বিদিশাত থকা গৰুড়ধ্বজ স্তম্ভত গ্ৰীকদূত হেলিউদোৰক বাসুদেৱৰ উপাসক বোলা হৈছে। বেদৰ দেৱতা বিষ্ণুক সেই সময়ৰ পৰা পঞ্চৰাত্ৰ মতৰ নাৰায়ণ আৰু বাসুদেৱৰ লগত একে কৰি মিলাই দিয়াৰ চেষ্টা দেখা যায়। বাসুদেৱ কৃষ্ণৰ ঐতিহাসিক ব্যক্তিত্বৰ লগত বেদৰ ঋষি নাৰায়ণ আৰু দেৱতা বিষ্ণুৰ সমন্বয় সাধন কৰি এটা সবল ভাগৱত মত গঢ় লৈ উঠিল। মহাভাৰতৰ যুগত ইয়াৰ ফল স্বৰূপে বেদত গৌণস্থান পাই থকা বিষ্ণুৱে ব্ৰহ্ম, পৰমাত্মা আৰু ভগৱান নামেৰে পৰিচিত সত্তাটোৰ স্থান লাভ কৰিলে। তথাপি পাছত পৌৰাণিক যুগতহে বিষ্ণুৱে নাৰায়ণ আৰু বাসুদেৱ কৃষ্ণকো নিজৰ অৱতাৰ ৰূপে স্বীকাৰ কৰাই নিজৰ প্ৰতিষ্ঠা বৃদ্ধিৰ ক্ষেত্ৰত সফলতা লাভ কৰা দেখা যায়। সেই সময়ৰ পৰাহে পঞ্চৰাত্ৰ, সাত্বত বা একান্তিক মতটো ভাগৱত মত আৰু বৈষ্ণৱ মত নামেৰেও কথিত হ'ল। বিষ্ণুৰ দশাৱতাৰ আৰু চৌবিশ অৱতাৰ সম্বন্ধীয় কথাৰ প্ৰচাৰ এই পৌৰাণিক যুগতহে সম্পূৰ্ণ হয়। মহাভাৰতৰ যুগতো এই সকলো অৱতাৰ বিষ্ণুৰ বুলি ধৰা হোৱা নাছিল। মহাভাৰতত ব্যক্তিৰূপত শ্ৰীকৃষ্ণ আৰু ভগৱান ৰূপত নাৰায়ণৰ যি প্ৰতিষ্ঠা, সেই প্ৰতিষ্ঠা বিষ্ণুৰ দেখা নাযায়। বহুত প্ৰসংগত বিষ্ণু আৰু নাৰায়ণ একেই বুলিহে বিষ্ণুৰ গুৰুত্ব বঢ়োৱা হৈছে।

বৰ্তমান বিষ্ণুৰ প্ৰধান 'দশ অৱতাৰ' বুলি প্ৰসি˜ হোৱা অৱতাৰ সমূহৰ ভিতৰত মহাভাৰতৰ সময়লৈকে মৎস্য, কূৰ্ম আৰু পৰশুৰাম বিষ্ণুৰ অৱতাৰ ৰূপে স্বীকৃত হোৱা নাছিল। 'মৎস্য' প্ৰজাপতিৰ অৱতাৰ আছিল। 'মহাকচ্ছপ' কাৰো অৱতাৰ নাছিল। 'মোহিনী' বিষ্ণুৰ অৱতাৰ আছিল; কিন্তু ৰাম আৰু কৃষ্ণ নাৰায়ণৰ অৱতাৰ আছিল। আন হাতে ব্যক্তি ৰূপত নৰ, নাৰায়ণ, হৰি আৰু কৃষ্ণ এই চাৰিজন

ধৰ্মৰ পুত্ৰ আছিল। + ৰৰাহ আৰু ৱামন বিষ্ণুৰ অৱতাৰ আছিল। পাছত নাৰায়ণৰ লগত বিষ্ণুৰ একত্ব স্থাপন হ'লত নাৰায়ণৰ অৱতাৰৰ বাহিৰেও আৰু কিছুমান অৱতাৰ বিষ্ণু বা নাৰায়ণৰূপী হৰিৰ অৱতাৰ বুলি গণ্য কৰা হ'ল। এই দৰে বিষ্ণুৰ দশাৱতাৰৰ কথাই মহাভাৰতৰ পাঠবিশেষে ঠাই পাবলৈ ধৰিলে। উদাহৰণ স্বৰূপে উত্তৰ ভাৰতত প্ৰচলিত আৰু নীলকণ্ঠৰ টীকাসম্বলিত মহাভাৰতৰ পাঠত নথকা দক্ষিণ ভাৰতীয় পাঠৰ দশাৱতাৰ বিষয়ক শ্লোক তলত দিয়া হ'ল। * শ্বেতদ্বীপত নাৰদৰ আগত প্ৰকট হোৱা ভগৱানৰ উক্তি— (উত্তৰ ভাৰতীয় পাঠৰ ৭৬ সং শ্লোকৰ পাছত)

শৃণু নাৰদ তত্ত্বেন প্ৰাদুৰ্ভাৱান্ মহামুনে।
মৎস্যঃ কূৰ্মো ৱৰাহশ্চ নৰসিংহশ্চ ৱামনঃ ॥
ৰামো ৰামশ্চ ৰামশ্চ কৃষ্ণঃ কল্কী চ তে দশ। * * (অঃ ৩৩৯)

ইয়াৰ পাছত একেটা অধ্যায়তে আছে —

হংসঃ কূৰ্মশ্চ মৎস্যশ্চ প্ৰাদুৰ্ভাৱা দ্বিজোত্তম ॥ ১০৩
ৰৰাহো নৰসিংহশ্চ ৱামনো ৰাম এৱচ।
ৰামো দাশৰথিশ্চৈৱ সাত্বতঃ কল্কিৰেৱচ ॥ ১০৪

এই দৰে অৱতাৰৱাদৰ সহায়েৰে বিষ্ণুৰ মাহাত্ম্য বিস্তাৰ হ'বলৈ ধৰিলে। অৱতাৰ-ৱাদটো লীলাৱাদৰ এটা অংশহে। পৌৰাণিক যুগত বিষ্ণুপুৰাণ আৰু ভাগৱত পুৰাণে অৱতাৰৰ বিস্তৃত বিবৰণসহ লীলাৱাদৰ সহায়েৰে সাংখ্য, যোগ আৰু বেদান্তৰ দাৰ্শনিক তত্ত্বকো সামৰি লৈ (বৈদিক বিষ্ণুৰ পৰিবৰ্তে) পৰমপুৰুষ, পৰমাত্মা আৰু ব্ৰহ্মৰূপে স্বীকৃত নাৰায়ণকো বিষ্ণুৰ অৱতাৰ ৰূপে উপস্থিত কৰা ভাগৱতী বৈষ্ণৱ ধৰ্ম গঢ় দিলে। গতিকে ভাগৱত মহাপুৰাণৰ ধৰ্ম মূলতঃ ভাগৱত, সাত্বত, পঞ্চৰাত্ৰ বা একান্তিক হ'লেও তেতিয়াৰ পৰাহে সি বৈষ্ণৱ নামেৰে বেছি পৰিচিত হ'বলৈ ধৰিলে। তথাপি ইয়াত বিষ্ণু কেৱল সত্ত্বগুণৰ দেৱতা বিষ্ণু নহয় ×; প্ৰাকৃত তিনিওগুণৰ অতীত নিৰ্গুণ সত্তাৰহে প্ৰতীক।

পৌৰাণিক যুগৰ বিষ্ণুৰ উপাসনাক তিনিটা শ্ৰেণীত বিভক্ত কৰিব পাৰি। তলত ইয়াৰ এটা চিত্ৰ দিয়া হৈছে।

---

+ দ্ৰঃ শান্তিপৰ্ব ৩৩৪।৮,৯ ; * গীতাপ্ৰেছৰ পৰা প্ৰকাশিত মহাভাৰতৰ মূল আৰু অনুৱাদগ্ৰন্থৰ সহায়ত এই শ্লোক দিয়া হৈছে। × বিষ্ণু, ব্ৰহ্মা আৰু শিৱ যে নাৰায়ণৰ অংশহে এনে এটা বৰ্ণনা অনাদি পাতনত (১৩০—১৭৯) দিয়া হৈছে। এই বৰ্ণনা ভাগৱততকৈ কিছু পৃথক্।

পৰমব্ৰহ্ম বা ভগৱান বিষ্ণু

| (১) পাঞ্চৰাত্ৰ-পৰম্পৰাৰ নাৰায়ণ বিষ্ণু ; এই বিষ্ণু এক মাত্ৰ ইষ্টদেৱ | (২)ৰামানুজ প্ৰভৃতি বৈষ্ণৱ আচাৰ্য-সকলৰ শক্তিসহ উপাস্য বিষ্ণু | (৩)তীৰ্থ,ব্ৰত, শ্ৰাদ্ধ আদিত অন্যান্য দেৱতাৰ লগত পূজিত বিষ্ণু। |
|---|---|---|

ভাগৱত পুৰাণ আৰু বিষ্ণু পুৰাণৰ উপাস্যদেৱতা বিষ্ণু প্ৰথম শ্ৰেণীৰ। শংকৰদেৱে ভাগৱত পুৰাণ আৰু ৰামানুজাচাৰ্যই বিষ্ণুপুৰাণক এই ক্ষেত্ৰত আধাৰ-গ্ৰন্থ ৰূপে গ্ৰহণ কৰিছে ; কিন্তু 'ত্ৰয়ী'ৰ দাৰ্শনিক ব্যাখ্যা আৰু নাৰায়ণৰ লগত লক্ষ্মীৰ উপাসনাই ঠাই পোৱা বাবে ৰামানুজাচাৰ্যৰ বিষ্ণু আৰু শংকৰদেৱৰ বিষ্ণুৰ উপাসনা-পদ্ধতিত পাৰ্থক্য দেখা গৈছে।

দ্বিতীয় শ্ৰেণীৰ বিষ্ণুৰ উপাসনাত বিষ্ণু বা তেওঁৰ অৱতাৰৰ লগতে লক্ষ্মী, সীতা বা ৰাধাও উপাস্যৰ স্তৰলৈ উঠিছে। সেই বাবে এই শ্ৰেণীৰ উপাসনাক সম্পূৰ্ণ ৰূপে একান্তিক বা মহাপুৰুষীয়া বুলিব নোৱাৰি। মাধৱাচাৰ্য, নিম্বাৰ্কাচাৰ্য; বল্লভাচাৰ্য চৈতন্যদেৱ এই সকলোকেই এই দৃষ্টিত ৰামানুজাচাৰ্যৰ আৰ্হিৰ অনুগামী বুলিব পাৰি ; কিন্তু শংকৰদেৱক নোৱাৰি।

তৃতীয় শ্ৰেণীত বিষ্ণু ইষ্টদেৱ ৰূপে উপাস্য নহয়। শিৱ, দুৰ্গা-কালী প্ৰভৃতি দেৱী, গণপতি আৰু সূৰ্যৰ লগৰ এজন দেৱতা মাত্ৰ। সকলো পৌৰাণিক ধৰ্মৰ সম্প্ৰদায়তে শ্ৰাদ্ধ-বিধি, ব্ৰত-তীৰ্থ আদি সমূহীয়া অনুষ্ঠানত এই দেৱতাসকলৰ একো-জনে মুখ্য আৰু আনসকলে গৌণ স্থান পায়।

এই দুটা স্তৰৰ বিষ্ণুৰ উপাসনাতকৈ পৃথক্ বুজাবৰ কাৰণে প্ৰথম স্তৰৰ পৰম্পৰাত গুৰুত্ব দিয়া শংকৰদেৱৰ ধৰ্মক 'ভাগৱতী বৈষ্ণৱ ধৰ্ম' বুলি ক'ব লগীয়া হ'ল। বিষ্ণুপুৰাণ আৰু ভাগৱতৰ বাহিৰে আনবোৰ পুৰাণে বিষ্ণুক ওপৰত উল্লেখ কৰা দ্বিতীয় স্তৰৰ দেৱতা ৰূপে সজাইছে। পঞ্চৰাত্ৰ বা একন্তিক পৰম্পৰাত থকা 'শৰণ'ৰ গুৰুত্বও শংকৰদেৱৰ ভাগৱতী ধৰ্মত ৰক্ষা কৰা হৈছে। আনবোৰ বৈষ্ণৱ সম্প্ৰদায়ত 'শৰণ'ৰ ঠাই দীক্ষাই গ্ৰহণ কৰিলে। আত্মসমৰ্পণ কৰি আশ্ৰয় লোৱা অৰ্থত 'শৰণ' শব্দৰ প্ৰয়োগ ভাগৱত প্ৰভৃতি পুৰাণসমূহত থাকিলেও পাঞ্চৰাত্ৰীয় বা একান্তিক পৰম্পৰাৰ 'সাত্বততন্ত্ৰ'তহে শৰণ-ব্যৱস্থাৰ ওপৰত গুৰুত্ব আৰোপ কৰাটো স্পষ্ট ভাবে দেখ যায়। তলত উদাহাৰণ স্বৰূপে কেইটামান শ্লোক উদ্ধৃত কৰা হ'ল।

সৰ্বমূলং কৃষ্ণপাদশৰণং পৰিকীৰ্তিতম্।
যদ্‌বিনা প্ৰৱতে ভক্তিৰামভাণ্ডাৎ পয়োযথা ॥ ৪।৫৫

কায়ৱাঙ্ মনসাং সাক্ষাৎ কৃষ্ণে পৰম পুৰুষে।
পৰিনিষ্ঠাঽঽশ্ৰয়ং যদ্বৈ শৰণং পৰিকীৰ্তিতম্ ॥ ৪।৫৭ ॥+
দেহাদাৱাত্মনো যাৱদাত্মত্বাশ্ৰয়ণাদি যৎ।
তৎসৰ্বং কৃষ্ণপাদাব্জে কৃতং শ্ৰেষ্ঠং প্ৰকীৰ্তিতম্ ॥ ৪।৬১ ॥
এতৎ শৰণসম্পন্নো ভক্তিমান্ পুৰুষোত্তমে।
পুনাতি সৰ্বভুৱনং হৃদিস্থেনাচ্যুতেন সঃ ॥ ৪।৬৩ ॥
দেৱে তীৰ্থে চ ধৰ্মে চ বিশ্বাসং তাপতাৰণাৎ।
তদ্ধিত্বা কৃষ্ণপাদাম্ শৰণং প্ৰৱিশেন্মুদা ॥ ৮।২ ॥
শৰণং মে জগন্নাথঃ শ্ৰীকৃষ্ণঃ পুৰুষোত্তমঃ।
তস্মাস্মি স্বগুৰৌ চৈৱ ব্ৰূয়াদেতৎ সমাহিতঃ ॥ ৮।৩ ॥
হিত্বান্য দেৱতা পূজাং বলিদানাদিনা দ্বিজ।
একমেৱ যজেৎ কৃষ্ণং সৰ্বদেৱময়ং ধিয়া ॥ ৮।৪ ॥
এতেষু চান্যদেৱানাং যা পূজা বিধিনা স্মৃতা।
সাপি কৃষ্ণাৰ্চনাৎ পশ্চাৎ ক্ৰিয়েত হৃদি তং স্মৰন্ ॥ ৮।৬ ॥
অন্যদাত্বন্যদেৱানাং পৃথক্ পূজাং ন চ স্মৰেৎ।
কাম্যং নিষিদ্ধং চ তথা নৈৱ কুৰ্যাৎ কদাচন ॥ ৮।৭ ॥
কৃত্বান্য দেৱতাপূজাং সকামং বলিনা দ্বিজ।
ভক্তিভ্ৰষ্টো ভৱেদাশু সংসাৰান্ন নিৱৰ্ততে ॥ ৮।৯ ॥

গীতাৰ অসমীয়া ভাঙনি কৰা গোবিন্দ মিশ্ৰৰ জেষ্ঠ ভ্ৰাতৃ ভাগৱত মিশ্ৰই 'সাত্বততন্ত্ৰ'ৰ অসমীয়া পদ-ভাঙনি নিখুঁত ভাৱে কৰিছে। উদ্ধৃত শ্লোকৰ ভাৱানুৱাদ তলত দিয়া হ'ল।

এৰা ঘটত থোৱা পানী নিজৰি ওলাই যোৱাৰ দৰে শৰণ গ্ৰহণ নকৰা লোকৰ মনত ভক্তি ভাৱো স্থিৰ হৈ নাথাকে (একান্ত ভক্তি সম্ভৱ নহয়)। গতিকে শৰণ

+ ইয়াৰ পাছৰ ৫৮,৫৯ আৰু ৬০ শ্লোকত প্ৰথম, মধ্যম আৰু শ্ৰেষ্ঠ এই তিনি-বিধ শৰণৰ লক্ষণ দাঙি ধৰিছে। পাপৰ পৰা উদ্ধাৰ পাবৰ কাৰণে, তীৰ্থ, ধৰ্ম আৰু দেৱতাত যেনে বিশ্বাস স্থাপন কৰে, তেনে বিশ্বাস কৃষ্ণত হ'লে সি প্ৰথম শৰণৰ শ্ৰেণীত পৰে। ৪।৫৯। পুত্ৰ, ভাৰ্যা, ধন আদিত যেনে মমতা আৰু আশ্ৰয় ভাৱ হয়, তেনে আশ্ৰয় ভাৱ কৃষ্ণত হ'লে, সেই শৰণ মধ্যম বিধৰ হয়। ৪।৬০।।

**শংকৰদেৱৰ সাধনমাৰ্গত চাৰি তত্ত্ব :—** শংকৰদেৱৰ ধৰ্মীয় পৰম্পৰাত গুৰু, দেৱ, নাম আৰু ভকত এই চাৰিওটা বস্তুৱে বিশেষ স্থান অধিকাৰ কৰি আহিছে। স্থান, কাল আৰু পাত্ৰভেদে পৰম্পৰাত বিচাৰ আৰু আচৰণৰ পাৰ্থক্য কিছু ঘটিলেও, শংকৰদেৱৰ ৰচনাৱলীৰ আধাৰত এই চাৰিতত্ত্বৰ বিচাৰ কৰিব পাৰি। পৰম্পৰা আৰু ৰচনাৱলী উভয়ৰ দ্বাৰা সমৰ্থিত মত শংকৰদেৱৰ সমৰ্থিত মত বুলি গ্ৰহণ কৰিবও পাৰি। তথাপি তাত নিজা বিচাৰৰ প্ৰয়োজন নাই বুলি ক'ব নোৱাৰি। বৰ্তমান সমাজ আৰু সময়ৰ প্ৰয়োজনলৈ চকু ৰাখি এই তত্ত্ব সমূহৰ স্বৰূপ বিশ্লেষণ কৰি চোৱা আৱশ্যক।

**গুৰু :—** ক্ৰমবিকাশ মানুহৰ বৈশিষ্ট্য। এই ক্ৰম বিকাশশীল স্বভাৱটোৱেই মানুহক ইতৰ জীৱ-জন্তুৰ পৰা পৃথক্ কৰি বহুত আঁতৰলৈ লৈ গৈছে। গতিকে এই ক্ৰমবিকাশেই মানৱ-ধৰ্ম বা মানৱতাৰ মূল উপাদান মানৱধৰ্মৰ তিনিটা দিশত ক্ৰমবিকাশ হয়। (১) হৃদয় বা আৱেগৰ দিশ (২) বুদ্ধি বা মস্তিষ্কৰ দিশ (৩) ইন্দ্ৰিয়ৰ সহায়ত হোৱা আচৰণ বা ক্ৰিয়াত্মক দিশ। ইয়াৰ ভিতৰত হৃদয়-প্ৰধান আৱেগ-অনুভূতিৰ বিকাশে কলাৰ সৃষ্টি আৰু বিকাশ সাধন কৰে। বুদ্ধি-প্ৰধান মস্তিষ্কৰ বিকাশে দৰ্শন, বিজ্ঞান, সামাজিক ব্যৱস্থা আদিৰ সহায়েৰে সাংস্কৃতিক স্তৰ ওপৰলৈ তোলে। এই দুয়োটা দিশত আগবাঢ়িব পাৰিলে ইন্দ্ৰিয়ৰ প্ৰয়োজন সিদ্ধিৰ কাৰণে আৱশ্যক হোৱা জীৱন ধাৰণৰ সামগ্ৰীসমূহ সহজলভ্য হয়; জীৱনৰ অনুকূলে প্ৰকৃতিক ব্যৱহাৰ কৰিব পৰা ক্ষমতাও বৃদ্ধি পায়। এটা শব্দত ইয়াকে সভ্যতা বুলিও কোৱা হয়। গতিকে সভ্যতাটো কলা আৰু সংস্কৃতিৰ লগত জড়িত হ'লেও তাৰ এটা পৃথক্ বস্তু প্ৰধান দিশ আছে বুলি ধৰিব পাৰি। কলা, সংস্কৃতি আৰু সভ্যতা তিনিওটা ক্ষেত্ৰতে মানুহ পূৰ্বজ্ঞানৰ ওপৰত নিৰ্ভৰ কৰিহে আগ বাঢ়িব পাৰে। গুৰু এই পূৰ্বজ্ঞানৰ বাহক। চমু কথাত গুৰু এজন ব্যক্তি হ'লেও, তেওঁৰ ব্যক্তিত্বটো জ্ঞানৰ প্ৰতীক আৰু এই জ্ঞান এটা সাময়িক বোধেই নহয়। জ্ঞান এই ক্ষেত্ৰত বোধ আৰু বুদ্ধিৰ সমন্বয়ধৰ্মী এটা পৰম্পৰা। শংকৰদেৱৰ সাধন-মাৰ্গত বৈদিক নাৰায়ণ ঋষিৰ পৰা শুকমুনিলৈকে জ্ঞানৰ এটা প্ৰাচীন পৰম্পৰাক ভাগৱত ধৰ্মৰ পৰম্পৰা ৰূপে দেখুৱাইছে। এই প ৰম্পৰাৰ লগত সম্পৰ্ক দেখুৱাই তেওঁ নিজকে শুকমুনিৰ শিষ্য বুলিছে।

জয় জয় মুনি শুক লোকক কৃপায়ে যিটো
প্ৰচাৰিলা মহাভাগৱত।
জ্ঞানীৰ মধ্যত সাৰ সদাই নুগুচে যাৰ
সমাধি আনন্দ হৃদয়ত ॥

কৃষ্ণৰ বুচিৰ লীলা যেবে আসি সুমৰাইলা
নাচন্ত গায়ন্ত গুণ নাম।
মহিমা কহিবো কত শুকগুৰু চৰণত
কৰোঁ হেৰা পৰিয়া প্ৰণাম ॥ (দ্বাদশস্কন্ধ ৫৩২ পদ)

ভক্তিৰত্নাকৰ'ৰ গুৰুমাহাত্ম্য অধ্যায়ত ভাগৱত ১০।৮০।৩২ শ্লোকৰ উদ্ধৃতি দি আদ্য-গুৰু জন্মদাতাপিতৃ, দ্বিতীয়গুৰু বেদাদি শাস্ত্ৰ অধ্যয়ন কৰোৱাওঁতা আৰু তৃতীয় গুৰু ঈশ্বৰ-জ্ঞান দিওঁতাজনক বুলিছে। শুকদেৱক শংকৰদেৱে এই তৃতীয় গুৰুৰ স্তৰত মানিছে। পৌৰাণিক সাহিত্যৰ শুকমুনিক ঐতিহাসিক ৰূপত গ্ৰহণ কৰিলেও খ্ৰী০-পূ০ ডেৰহাজাৰ বছৰ মানৰ ব্যক্তি শুকমুনি আৰু খ্ৰী০ ১৫ শতিকাৰ ব্যক্তি শংকৰ-দেৱৰ এই দুজনৰ মাজত কালৰ দূৰত্ব প্ৰায় তিনিহাজাৰ বছৰ। এনে স্থলত শংকৰ-দেৱে শুকমুনিক গুৰু বুলি কোৱাৰ অৰ্থ কি হ'ব পাৰে ?

শৰীৰটোৱেই গুৰু নহয়। এজন ব্যক্তিৰ ব্যক্তিত্বটোৰ বহুত দিশ থাকিব পাৰে। কোনোবা ব্যক্তিৰ ব্যক্তিত্বত শাৰীৰিক দিশটোৱে প্ৰাধান্য লাভ কৰাটো অসম্ভৱ নহয়; কিন্তু গুৰুৰ গুৰুত্বটো শৰীৰপ্ৰধান স্থূল বস্তু নহয়, জ্ঞান আৰু আদৰ্শ প্ৰধান সূক্ষ্ম বস্তুহে। সাধকৰ কাৰণে আজীৱন জ্ঞানসাধনাৰ প্ৰয়োজন। তেনে স্থলত গুৰুৰ শাৰীৰিক অস্তিত্বৰ অভাৱে সাধকক জ্ঞান-সাধনাৰ পৰা বিৰত কৰিব নোৱাৰে। গতিকে শংকৰদেৱৰ নিচিনা প্ৰতিভাসম্পন্ন লোকে দ্বিতীয় গুৰুৰ উপদেশৰ বলেৰেই তৃতীয়জন গুৰু আদৰ্শৰ মাজতে বিচাৰি পোৱাটো অসম্ভৱ নহয়। সম্ভৱতঃ শংকৰদেৱে এই কাৰণেই স্বয়ং ভগৱান আৰু বিশ্বজগতকে গুৰু বুলি কৈছে। +

১) নমো মধুৰিপু ৰাম মোৰ মহাগুৰু।
প্ৰভু ভগৱন্ত ভকতৰ কল্পতৰু ॥ ২ ॥ (নিমি-নৱসিদ্ধ সংবাদ)

২) শুনিয়োক বুধলোক নিন্দা নকৰিবা মোক
যদি পোৱা পদত দূষণ।
আমি জগতৰে শিষ্য জানি কৰা বিমৰিষ
মহন্তৰ ক্ষমাসে ভূষণ ॥ (হৰমোহন—কীৰ্তন-৬০৭)

দ্বিতীয় স্তৰৰ গুৰুৰ পৰা পোৱা সুশিক্ষা আৰু ভাল সমাজৰ পৰা পোৱা সুৰুচিয়ে মনত তত্ত্বজ্ঞানৰ জিজ্ঞাসা জগাই তুলিলেহে তৃতীয় স্তৰত আধ্যাত্মিক মুক্তিৰ পথ-প্ৰদৰ্শনকাৰী গুৰুৰ উপদেশ বোধগম্য হ'ব পাৰে। গতিকে প্ৰথম গুৰু পিতৃ-মাতৃৰ পৰা আৰম্ভ কৰি শিক্ষাগুৰু, সমাজ আৰু প্ৰাকৃত জগৎ সকলোৰে পৰা জ্ঞান লাভৰ

+ ছান্দোগ্য উপনিষদৰ 'সত্যকাম'ৰ কাহিনী আৰু ভাগৱতৰ (১১।৭,৮,৯ অধ্যায়) অৱধূত দত্তাত্ৰেয়ৰ উপাখ্যান এই প্ৰসংগত পঠনীয়।

কাৰণে যেতিয়া মানসিক প্ৰস্তুতি হয়, তেতিয়াহে গুৰুৰ উপদেশ সাৰ্থক হৈ উঠে। গুৰুৰ উপদেশ বা মন্ত্ৰৰ শব্দাৰ্থটো ঘাই বস্তু নহয়, সি উপলব্ধিৰ সহায়ক এটা মাধ্যম মাত্ৰ। এই মাধ্যম ইন্দ্ৰিয়গ্ৰাহ্য প্ৰতীক। প্ৰকৃত সত্যটো ইন্দ্ৰিয়াতীত উপলব্ধিহে। উপলব্ধি চেতনাৰ ধৰ্ম কাৰণে তাৰ লগত হৃদয়স্থিত চৈতন্যৰ প্ৰেৰণাই কাম কৰে। এই খিনিতেই বিবেক,+ গুৰুৰ উপদেশ আৰু দৈৱীপ্ৰেৰণা একে হৈ পৰে। ওপৰত উদ্ধৃত প্ৰথম পদত হৰি বা ঈশ্বৰ অৰ্থাৎ দৈৱীপ্ৰেৰণাক আৰু দ্বিতীয় পদত জগৎ-খনকে গুৰু বুলিছে। জগৎখন ইন্দ্ৰিয়গ্ৰাহ্য স্তৰত অধিভূত, ইন্দ্ৰিয়াতীত সূক্ষ্ম স্তৰত অধিদৈৱ আৰু এই উভয়কে একৰূপত উপলব্ধি কৰা চৈতন্যই অধ্যাত্ম। নামঘোষাত মাধৱদেৱে লিখিছে —

তুমি হৰি কৃপাময় বাহিৰত গুৰুৰূপে অনুগ্ৰহ কৰি আছা মোক।
অন্তৰ্যামী গুৰু ৰূপে তাকে সত্য কৰা মোৰ তুৱা নামে যেন ৰতি হোক।।৬৩

বাহিৰৰ গুৰু উপদেশদাতা ব্যক্তিৰূপ, সমাজ আৰু বিশ্বপ্ৰকৃতি প্ৰভৃতি অনেক ৰূপতে প্ৰকাশ পাব পাৰে। বাহিৰৰ গুৰুৱে দিয়া উপদেশৰ সত্যতা-উপলব্ধিটো দৈৱীপ্ৰেৰণা ৰূপে অন্তৰ্যামী গুৰুৰ কৃপাতহে হ'ব পাৰে। এই দৈৱীপ্ৰেৰণালাভৰ কাৰণে যি সুৰুচিৰ প্ৰয়োজন তাকে 'নামত ৰতি' বুলিও কৈছে। এই কথাই গুৰুৰ উপদেশ, সত্যৰ উপলব্ধি আৰু নামত ৰতি বা সুৰুচি (সৌন্দৰ্যবোধ) এই কেউটা বস্তুৰ মাজত একত্বৰ পৰিচয় দাঙি ধৰিলে। নামৰ বিভিন্ন স্তৰ আৰু ব্যাপ্তিৰ বিষয়ে আগতে উল্লেখ কৰা হৈছে। নামৰ এই স্তৰবোৰ মূলতে ব্যক্তিৰ মানসিক স্তৰৰ ওপৰত নিৰ্ভৰশীল। উন্নত মানসিক স্তৰৰ কাৰণে উন্নত মানসিক প্ৰস্তুতিৰ প্ৰয়োজন। নামৰ সাধনা প্ৰকৃততে উন্নত স্তৰৰ মানসিক প্ৰস্তুতিৰ বাহিৰে আন একো নহয়। সুৰুচি অৰ্থাৎ সত্য আৰু সৌন্দৰ্যৰ প্ৰতি মন আকৃষ্ট হোৱা স্বভাৱটো এই মানসিক প্ৰস্তুতিৰ কাৰণে এটা ডাঙৰ সহায়। ভগৱানৰ লীলাত সত্য আৰু সৌন্দৰ্যবোধক এই বাবেই প্ৰধান উপাদান ৰূপে গ্ৰহণ কৰা হৈছে।

শংকৰদেৱে যৌন আৱেদন-প্ৰধান শৃংগাৰ ৰসৰ মাধ্যমেৰেও মনক নিৰ্মল কৰাৰ প্ৰয়োজন উপলব্ধি কৰিছে। সেইবাবে ভাগৱত পুৰাণৰ আধাৰতেই বেছি নিৰ্ভৰ কৰিলেও ৰাসলীলাৰ বৰ্ণনা কৰিবলৈ যাওঁতে তেওঁ পদ্মপুৰাণ, ব্ৰহ্মবৈবৰ্তপুৰাণ প্ৰভৃতি আন আন পুৰাণৰো সহায় লৈছে। হৰিবংশ আৰু বিষ্ণুপুৰাণৰ দৰে ভাগৱততকৈ প্ৰাচীন ধৰ্মগ্ৰন্থতো ৰাসলীলাৰ নিচিনা বৰ্ণনা আছে। এই সকলো গ্ৰন্থই শৃংগাৰ ৰসক

---

+ দৃশ্য বা জড়জগততকৈ দ্ৰষ্টা চৈতন্যক সম্পূৰ্ণ পৃথক্ বুলি উপলব্ধি কৰিব পৰা মানসিক অৱস্থাটোক যোগ দৰ্শনত 'বিবেকজ্ঞান' বা বিবেকখ্যাতি, বুলিছে।

ভক্তিৰসলৈ ৰূপান্তৰিত কৰাৰ চেষ্টা কৰিছে। এই ৰূপান্তৰৰ স্বৰূপটো কি, স্পষ্টভাৱে তাৰ বিচাৰ কৰি চাব লাগে। ইন্দ্রি-গ্রাহ্য বাস্তৱত আৰোপ কৰা সৌন্দৰ্যবোধ আৰু সত্যৰ উপলব্ধিটো মনৰ অবিকশিত স্তৰৰ বস্তু কাৰণে সি ক্ষণস্থায়ী আৰু দুখ-দায়ক বিকাৰযুক্তও। এনে ইন্দ্রিয়গ্রাহ্য স্থূল বাস্তৱতকৈ বিকশিত স্তৰৰ সূক্ষ্ম সৌন্দৰ্য-বোধ আৰু সত্যৰ উপলব্ধি কৰিবৰ কাৰণে উন্নত স্তৰৰ মানসিক প্রস্তুতিৰ প্ৰয়োজন হয়। ভাগৱতৰ লগতে সুৰ মিলাই শংকৰদেৱে সেই বাবে তলত দিয়া ধৰণে ইয়াৰ স্পষ্টীকৰণ দিছে।

শৃংগাৰ ৰসে আছে যাৰ ৰতি।
আক শুনি হোক নিৰ্মল মতি ॥ ** ৯৭৫
ইটো ৰাসক্রীড়া কথা কৃষ্ণৰ।
একান্ত চিত্তে শুনৈ যিটো নৰ ॥

কৃষ্ণত ভকতি বাঢ়িবে তাৰ।
কাম সাগৰ সুখে হৈবে পাৰ ॥ ৯৮৮
ইটো কাম জয় কৃষ্ণৰ কথা।
শুনা নৰদেহা নকৰা বৃথা ॥ ** ৯৭৯
ইটো ৰাসক্রীড়াকেলি নামে কাম জয়।
কৰিলা ভৃত্যৰ পদে কৃষ্ণ কৃপাময় ॥
আক শুনে ভণে যিটোজনে অবিশ্রাম।
বাঢ়িবে ভকতি আতি জিনিবেক কাম ॥ ১০০৬ ॥

ব্যক্তিকেন্দ্রী, বাস্তৱধৰ্মী যৌন বৃত্তি অমাৰ্জিত স্তৰত সদাই আছে আৰু থাকি-বও। এইটো প্ৰকৃতিৰ বিধান। মানুহ এটা সীমালৈকে প্ৰকৃতিৰ অধীন সাধাৰণ জীৱ। এই সাধাৰণ জীৱৰ স্তৰতকৈ বিকশিত আৰু প্ৰকৃতিক নিজৰ অনুশাসনত ৰাখিব পৰা মানসিক বিকাশৰ বিভিন্ন স্তৰবোৰেই মানৱতাৰ বিভিন্ন স্তৰ। ব্যক্তিৰ স্বকীয় যোগ্যতা আৰু ৰুচিৰ অনুকূলে মানসিক বিকাশৰ পথপ্রদর্শন কৰাটোৱেই গুৰুৰ কৰ্তব্য। শংকৰদেৱৰ সাধনমাৰ্গতো গুৰুৰ ভূমিকা এনেকুৱাই। ওপৰত উদ্ধৃত পদকেইফাঁকিত প্ৰকৃতিৰ বিধান অমাৰ্জিত যৌন বৃত্তিতকৈ উচ্চ মানসিক স্তৰৰ 'শৃংগাৰ ৰস' আৰু 'কামজয়-কৃষ্ণ কথা' বুলি দুটা সুকীয়া বস্তুৰ কথা কৈছে। যৌনবৃত্তিৰ পৰা 'শৃংগাৰ ৰস' আৰু 'কামজয়'ৰ স্তৰলৈ কেনেকৈ উঠিব পাৰি? এইবিলাক কথাৰ বিচাৰ আমি পৃথক্ পৃথক্ প্ৰসংগত কৰিব লাগিব। এই প্ৰসংগত মানসিক প্ৰস্তুতি আৰু তাৰ স্তৰ সম্বন্ধে এটা স্পষ্ট ধাৰণা দিবৰ কাৰণেহে 'শৃংগাৰ ৰস' আৰু 'কামজয় কৃষ্ণৰ কথা'ৰ উল্লেখ কৰা হ'ল।

মানসিক প্ৰস্তুতিয়ে সাধনাৰ ক্ষেত্ৰত গুৰুৰে দিয়া ক্ৰমবিকাশৰ আদৰ্শ আৰু ব্যৱস্থাৰ লগত 'নাম'ৰ ব্যাপক আৰু গভীৰ ৰূপটোৰ সমন্বয় সাধন কৰিছে। গতিকে ব্যক্তি ৰূপতকৈ সূক্ষ্ম গুৰুৰ 'সাংস্কৃতিক স্বৰূপ' আৰু নাম' এই দুটা পৃথক্ বস্তু হৈ নাথাকি একেটা বস্তুত পৰিণত হয়।

উপনিষদ, তন্ত্ৰ, পুৰাণ আদি সকলো শাস্ত্ৰতে গুৰু-সেৱাৰ মাহাত্ম্য প্ৰকাশ কৰিছে। গুৰুৰ উপদেশ আৰু ব্যৱস্থাত আস্থাহীন ব্যক্তিৰ মানসিক প্ৰস্তুতি শুদ্ধ পথেদি আগ নাবাঢ়ি ভুল পথেদিও আগবাঢ়িব পাৰে। গতিকে অন্তৰ্যামী গুৰুৰ অনুগ্ৰহ নোহোৱালৈকে গুৰুপ্ৰদৰ্শিত পথেদিহে আগবাঢ়িবৰ কাৰণে ব্যক্তি আৰু সংস্কৃতি-ৰূপী গুৰুৰ সেৱা প্ৰয়োজনীয় সাধন। 'ভক্তি ৰত্নাকৰ' গ্ৰন্থত শংকৰদেৱে ভাগৱতৰ (১০।৮০।৩৩,৩৪) মত উদ্ধৃত কৰি গুৰু-সেৱাৰ মাহাত্ম্য দাঙি ধৰিছে। গুৰুৰ যোগ্যতা সম্বন্ধেও ভাগৱত পুৰাণৰ (১১।৩।২১) মত উদ্ধৃত কৰিছে। নিমিনৱসিদ্ধ-সংবাদত তাৰ পদ-ভাঙনি এইদৰে আছে—

হেন জানি চাহে যিটো উত্তম কল্যাণ।
প্ৰথমে কৰিবে সিটো গুৰুক সন্মান ॥
জানন্ত শাস্ত্ৰৰ তত্ত্ব কৃষ্ণৰ ভকত।
সেহি গুৰু উপদেশ দিবাক শকত ॥ ১৩৭
যদ্যপি ভকত হোন্ত নোহন্ত পণ্ডিত।
শিষ্যৰ সংশয় সিটো নপাৰে খণ্ডিত ॥
শাস্ত্ৰক জানন্ত যদি নুহিকা ভকত।
তান উপদেশে বোধ নোপজে শিষ্যত ॥ ১৩৮॥
বিশিষ্ট গুৰুক অকপটে সেৱা কৰি।
মানিবে গুৰুসে আত্মা দেৱ মহা হৰি ॥
হেনয় বিনয় কৰি গুৰুৰ চৰণে।
ভাগৱত ধৰ্মক শিখিবে এক মনে ॥ ১৩৯ ॥

ইয়াত গুৰুজনক তত্ত্বজ্ঞ আৰু ভক্ত উভয় গুণসম্পন্ন হ'ব লাগে বুলিছে। তত্ত্বজ্ঞ নোহোৱাজনে নিজৰ বোধ আনক দিব নোৱাৰে আৰু ভক্ত নহ'লে শাস্ত্ৰ-জ্ঞান হ'লেও অন্তৰত সত্য আৰু সৌন্দৰ্যৰ প্ৰকৃত উপলব্ধি নহয় কাৰণে শিষ্যৰ অন্তৰত বোধ শক্তি জগাই তুলিবলৈ তেওঁ সমৰ্থ নহয়। এনে স্থলত যি কোনো প্ৰকাৰে উপদেশ দিয়া ব্যক্তিকে গুৰু বুলি ক'লেও, তেনে গুৰুৰ পৰা কল্যাণ-সাধন হ'ব নোৱাৰে। সম্ভৱতঃ এই কাৰণেই তত্ত্বজ্ঞ আৰু ভক্তিমান এই উভয় লক্ষণ বিশিষ্ট বুজাবৰ কাৰণে 'বিশিষ্ট গুৰু' শব্দটো ব্যৱহাৰ কৰা হৈছে।

সত্য উপলব্ধিৰ কাৰণে তত্ত্বজ্ঞান আৰু সৌন্দৰ্য উপলব্ধিৰ কাৰণে ভক্তি-ভাৱ অধিক সহায়ক। এই দুয়োটাৰ সহায়ত আত্মাই পৰম শান্তি লাভ কৰিব পাৰে। তদুপৰি এই দুটাৰ এটা আনটোৰ সহায়ক আৰু এই দুয়োটা বস্তুৰ সমষ্টিয়েই 'উত্তম কল্যাণ'। এই উত্তম কল্যাণকে মোক্ষ, বৈকুণ্ঠ, গতি, পৰমপদ আদি অনেক নামেৰে প্ৰকাশ কৰা হয়।

**(খ) শংকৰদেৱৰ গুৰু :—** কিছুমান পুথিৰ আধাৰত নিৰঞ্জন পুৰুষৰপৰা ২৪ জন গুৰুৰ এটা পৰম্পৰা দাঙি ধৰা মত পোৱা যায়। পণ্ডিত মনোৰঞ্জন শাস্ত্ৰীয়ে 'বৈষ্ণৱদৰ্শনৰ ৰূপৰেখা'ত 'কথা-গুৰুচৰিত' আৰু 'আই কনকলতাৰ-চৰিত' নামৰ দুখন পুথিৰ আধাৰত শংকৰদেৱৰ গুৰু পৰম্পৰা সম্বন্ধে কিছু বিচাৰ কৰিছে। এই পৰম্পৰা মতে সাতজন নাৰায়ণৰ পাছত ব্ৰহ্মা, বিষ্ণু আৰু শিৱই এই ধৰ্ম পাইছিল। এই সাতজন নাৰায়ণৰ পৰম্পৰা বেদ-উপনিষদ্, মহাভৰত, পঞ্চৰাত্ৰ মত আৰু ভাগৱত আদি মহাপুৰাণৰ বিবৰণত পোৱা নাযায়। ইফালে শুকমুনিৰ পাছত ভাগৱতৰ বক্তা আৰু শ্ৰোতা ৰূপে সূত, মনোহৰা সূত, শংকৰাচাৰ্য শ্ৰীধৰস্বামী, ভাস্কৰাচাৰ্য, নৃসিংহ পৰমানন্দ, ৰত্নভাৰতী, মহাভাৰতী, পুৰুষোত্তম ভট্টাচাৰ্য, বিষ্ণুপুৰী সন্ন্যাসী, ব্ৰহ্মানন্দ আৰু জগদীশমিশ্ৰক শংকৰদেৱৰ পূৰ্বকালীন পৰম্পৰাত ধৰিছে। বিষ্ণু-পুৰী সন্ন্যাসী, ব্ৰহ্মানন্দ আৰু জগদীশ মিশ্ৰ যে শংকৰদেৱৰ গুৰু হ'ব নোৱাৰে, সেই কথা তেওঁৰ জীৱনবৃত্তৰ পৰা বুজা যায়।

শ্ৰীধৰ স্বামীৰ ভাগৱতৰ টীকাৰ ওপৰত শংকৰদেৱে মান্যতা আৰোপ কৰিছে সঁচা; কিন্তু তেওঁক গুৰু বুলি ক'তো উল্লেখ কৰা নাই। পঞ্চদেৱতাৰ উপাসক স্মাৰ্ত শংকৰাচাৰ্যৰ সাধনমাৰ্গৰ লগত শংকৰদেৱৰ একশৰণ ধৰ্মৰ মৌলিক পাৰ্থক্য মন-কৰিব লগীয়া। ভাৰতবৰ্ষৰ আন ঠাইৰ পৰম্পৰা মতেও ওপৰত দিয়া পৰম্পৰা ত্ৰুটীপূৰ্ণ। যেনে :—নগেন্দ্ৰনাথ বসুৰ বিশ্বকোষ (খণ্ড ১৯ পৃ° ৬৬৯) মতে শ্ৰীধৰ স্বামী পৰমানন্দৰ শিষ্য। ভক্তমাল গ্ৰন্থ মতে ক্ৰমে পৰমানন্দ > নৃসিংহ > শ্ৰীধৰ স্বামী। বিষ্ণুপুৰী সন্ন্যাসীক কোনো কোনো মতে মাধৱাচাৰ্যৰ পৰম্পৰাৰ ব্যক্তি বোলা হয়। পৰম্পৰা এনেধৰণৰ - মাধৱাচৰ্য > পদ্মনাথ > নৰহৰি > দ্বিজমাধৱ > অক্ষোভ্য > জয়তীৰ্থ > জ্ঞানসিন্ধু > মহানিধি > বিদ্যানিধি > ৰাজেন্দ্ৰ > পয়ধৰ্ম > বিষ্ণুপুৰী। মন কৰিব লগীয়া যে-মাধৱাচাৰ্য দ্বৈতৱাদী; শংকৰদেৱ দ্বৈতৱাদী নহয়। পণ্ডিত কন্হৈয়ালাল মাণেকলাল মুংশীয়ে চৈতন্যদেৱৰ গুৰু পৰম্পৰা এইদৰে দিছে। মাধৱাচাৰ্য > মাধৱেন্দ্ৰপুৰী > ঈশ্বৰপুৰী > নিমাই বা চৈতন্য (কল্যাণৰ ভক্তি অংক)। শংকৰদেৱ আৰু চৈতন্যদেৱক একে গুৰু পৰম্পৰালৈ অনাৰ চেষ্টা কৰোঁতাসকলে বহুত সময়ত এইদৰে তথ্য বিকৃত কৰা দেখা যায়।

শংকৰদেৱৰ পূৰ্বপুৰুষসকল শংকৰাচাৰ্যৰ পৰম্পৰাৰ স্মাৰ্ত থকাই সম্ভৱ; কিন্তু পঞ্চদেৱৰ উপাসক স্মাৰ্ত হ'লেও, সমকালীন সমাজত থকা হঠযোগৰ প্ৰভাৱ শংকৰদেৱৰ ওপৰত তীৰ্থভ্ৰমণৰ আগৰ সময়ছোৱাতে পৰিছিল। দৈত্যাৰিকৃত চৰিত-পুথিত শংকৰদেৱে হঠযোগৰ চমৎকাৰ প্ৰদৰ্শন কৰা কথা আছে। তেওঁৰ বংশৰ ভাই ৰতিকান্তই 'ব্ৰহ্মজ্ঞান'ৰ সাধনা কৰা প্ৰসংগই শংকৰাচাৰ্যৰ অদ্বৈতবাদী আদৰ্শৰ কথাও সোঁৱৰাই দিয়ে। তথাপি স্মাৰ্ত সাধনমাৰ্গত পঞ্চদেৱতাৰ ভিতৰৰ এজন বিষ্ণুকো ইষ্টদেৱ বুলি গ্ৰহণ কৰাৰ ব্যৱস্থা আছে। এনে স্থলত শংকৰদেৱে উপনয়নৰ পাছত কোনদেৱতাৰ মন্ত্ৰ লৈছিল জানিবৰ উপায় নাই। আনহাতে শংকৰদেৱে একশৰণ মহাপুৰুষীয়া ধৰ্ম প্ৰচাৰ কৰি থকা কালতো মাধৱদেৱৰ সম্পৰ্কলৈ নহা পৰ্যন্ত শংকৰদেৱৰ পত্নীয়ে গণেশপূজা কৰি থকা কথাৰ পৰা স্মাৰ্ত ব্যৱস্থাৰ প্ৰভাৱ দূৰ হোৱা নাছিল বুলি বুজিব পাৰি। এইবিলাক কথালৈ চাই শংকৰদেৱে মহাপুৰুষীয়া আদৰ্শটো তীৰ্থভ্ৰমণৰ কালত অসমৰ বাহিৰত গ্ৰহণ কৰাটোহে সম্ভৱ।

ৰাম, কৃষ্ণ আৰু হৰি এই তিনিটা নামত বিশেষভাৱে গুৰুত্ব আৰোপ কৰা সাদৃশ্যৰ বাবে বিষ্ণু স্বামীৰ মতৰ লগত শংকৰদেৱৰ মতৰ সম্পৰ্ক কেনে হোৱা সম্ভৱ, সেইটোও বিচাৰ্য। বিষ্ণু স্বামীৰ সময়, সাম্প্ৰদায়িক পৰম্পৰা আৰু সাধন-মাৰ্গ সম্বন্ধে বিচাৰ কৰিলে চমুকৈ তলত দিয়া কথাকেইটা মন কৰিব লগীয়া।

(১) বিষ্ণু স্বামীৰ সময় এতিয়ালৈকে নিশ্চিত হোৱা নাই। কোনো কোনো আলোচকে শ্ৰীধৰ স্বামীৰ ভাগৱতৰ টীকাত বিষ্ণু স্বামীৰ 'সৰ্বজ্ঞ সূক্ত'ৰ উদ্ধৃতি আছে বুলি কয়। সেই কথা সত্য হ'লে খ্ৰী' ১১ শতিকাৰ শ্ৰীধৰ স্বামীতকৈ বিষ্ণু স্বামী আগৰ ব্যক্তি হ'ব। বল্লভ সম্প্ৰদায়ৰ গ্ৰন্থ 'সম্প্ৰদায়প্ৰদীপ'ত বিষ্ণুস্বামীক দ্ৰাবিড়দেশৰ এজন ৰাজমন্ত্ৰীৰ পুতেক বুলিছে।

(২) বিষ্ণুস্বামী ৰৌদ্ৰ সম্প্ৰদায়ৰ বৈষ্ণৱ। খ্ৰী° ১৬ শতিকাৰ বল্লভাচাৰ্য ৰৌদ্ৰ সম্প্ৰদায়ৰ প্ৰসিদ্ধ আচাৰ্য। ভক্তমাল গ্ৰন্থত প্ৰসিদ্ধ চাৰিটা বৈষ্ণৱ সম্প্ৰদায়ৰ ভিতৰত ৰামানুজ, মাধৱ আৰু নিম্বাৰ্কৰ লগত বিষ্ণু স্বামীকহে ধৰা হৈছে। সময়ৰ ফালৰ পৰাও বিষ্ণু স্বামীহে বাকী কেইজনৰ কিছু ওচৰ চাপে। বল্লভাচাৰ্য বিষ্ণু স্বামীৰ পৰম্পৰাৰ ব্যক্তি আছিল। এই চাৰিওটা সম্প্ৰদায়তে ভগৱানৰ সগুণ উপাসনাত গুৰুত্ব দিয়া হৈছিল, কোনো কোনোৱে মহাৰাষ্ট্ৰৰ 'ৱাৰকৰী সম্প্ৰদায়'ৰ উৎসও বিষ্ণুস্বামীৰ সম্প্ৰদায় বুলি কয়; কিন্তু নাথপন্থৰ লগত জড়িত ৱাৰকৰী সম্প্ৰদায়ৰ লগত বিষ্ণু স্বামীৰ সম্পৰ্ক স্পষ্ট ভাৱে দেখা নাযায়।

(৩) সাধন মাৰ্গৰ ফালৰ পৰা বিচাৰ কৰি চালে দেখা যায় যে— কৃষ্ণৰ লগত ৰাধাক উপাস্যৰ স্থান দিওঁতা প্ৰাচীন আচাৰ্যসকলৰ ভিতৰত বিষ্ণুস্বামীও এজন। বিষ্ণুস্বামীৰ আগতে আন কোনোবা আচাৰ্যই সাধনমাৰ্গত ৰাধাক স্থান দিছিল নে দিয়া নাছিল, সেই কথা স্পষ্ট ভাবে জনা নাযায়; কিন্তু তেওঁৰ পাছত নিম্বাৰ্ক, বল্লভ, চৈতন্য, হিতহৰিবংশ আৰু শিৱদয়ালৰ সাধনমাৰ্গত ৰাধাৰ স্থান যথাক্ৰমে ওপৰলৈ উঠিল। তথাপি বল্লভাচাৰ্যৰ সাধনমাৰ্গতো ৰাধা উপাস্যতকৈ প্ৰধান ভাবে উপাসিকা হৈয়ে আছিল। আনবোৰ গোপীতকৈ ৰাধাক বিশেষ স্থান দিয়া হৈছিল মাত্ৰ। এইবিলাক কথা বিচাৰ কৰি চালেও দেখা যায় যে— বিষ্ণুস্বামীৰ পৰম্পৰাৰ লগত শংকৰদেৱৰ মহাপুৰুষীয়া একশৰণ ধৰ্মৰ পোনপটীয়া সম্পৰ্ক নাই।

ভগৱানত শৰণ-গ্ৰহণ কৰা কথাই ৰামানুজাচাৰ্যৰ শ্ৰীসম্প্ৰদায়তো গুৰুত্ব লাভ কৰিছে; কিন্তু শ্ৰীসম্প্ৰদায়ত লক্ষ্মী বা শ্ৰীকো বিষ্ণু বা নাৰায়ণৰ লগতে উপাস্যৰ শাৰীত ঠাই দিছে। আনহাতে পুৰাণসমূহৰ ভিতৰত বিষ্ণুপুৰাণকহে ৰামানুজ সম্প্ৰদায়ে আধাৰ গ্ৰন্থ ৰূপে গ্ৰহণ কৰিছে। শ্ৰীসম্প্ৰদায়ৰ মতে বিষ্ণুভক্তসকলক সন্তানৱৎ পালন কৰাটোৱেই শ্ৰী বা লক্ষ্মীৰ কাম। এই স্নেহৰ স্বৰূপটো হৈছে ভক্তসকলক ভগৱন্তৰ অনুগ্ৰহৰ পাত্ৰ কৰা। সেইবাবে নাৰায়ণৰ শৰণাগতিৰ পূৰ্বেই 'অশৰণশৰণ্য' লক্ষ্মীদেৱীৰ শৰণ গ্ৰহণ কৰিব লগীয়া হয়। লক্ষ্মীৰ এই ৰূপটো ঐহিক সম্পদদাত্ৰী লক্ষ্মীতকৈ কিছু পৃথক্ অসীম কৰুণাময়ী, জীৱ আৰু ভগৱানৰ মধ্যস্থা শক্তি ৰূপেহে স্বীকৃত হৈছে। এইদৰে ৰামানুজাচাৰ্যৰ শ্ৰীসম্প্ৰদায়ৰ লগত শংকৰদেৱৰ মতৰ মিল আঁতৰে-আঁতৰে কিছুমান ক্ষেত্ৰত থকা যেন দেখা পালেও মূলতঃ ধৰ্মীয় পৰম্পৰা একে নহয়।

এই পৰ্যন্ত কৰা আলোচনাৰ ভিত্তিত এনে সিদ্ধান্তহে গ্ৰহণ কৰিব পাৰি যে—'মহাপুৰুষীয়া একশৰণ ধৰ্ম' নামে পৰিচিত ধৰ্মৰ উপদেশ শংকৰদেৱে কোনজন ব্যক্তি গুৰুৰ পৰা লাভ কৰিছিল, সেই কথা জানিবৰ কোনো সম্ভাব্য উপায় এতিয়ালৈকে আমাৰ দৃষ্টিগোচৰ হোৱা নাই।

(গ) **দেৱ :**— চাৰিতত্ত্বৰ ভিতৰত থকা 'দেৱ' শব্দৰ অৰ্থ অধিদৈৱ বা প্ৰকৃতিৰ শক্তি ভাৱত গ্ৰহণ কৰা নহয়। 'অধ্যাত্ম' আৰু তাৰ চৰম বিকশিত ৰূপ পৰমাত্মাকহে মহাপুৰুষীয়া ধৰ্মৰ চাৰিতত্ত্বৰ 'দেৱ' বোলা হৈছে। বিচাৰ কৰি চালে এই দেৱতা বা অধ্যাত্মৰ চাৰিটা স্তৰ দেখা যায়। এই অধ্যাত্মৰ ঘাই উপাদান হৈছে চৈতন্য। আত্মা বা চৈতন্যৰ স্বভাৱটোকে অধ্যাত্ম বুলি কোৱা হয়। জীৱ-চৈতন্য বা ব্যক্তিগত চেতনা, সমাজচৈতন্য বা সামাজিক চেতনা অৰ্থাৎ ব্যক্তিসমূহৰ মাজত

পাৰস্পৰিক ঐক্যবোধ, বিশ্ব-প্ৰকৃতিৰ বিভিন্ন স্তৰৰ সজীৱ আৰু নিৰ্জীৱ বুলি কথিত বস্তুৰ মাজত চৈতন্য সত্তাৰ উপলব্ধি আৰু প্ৰকৃতিৰ অতীত এক ৰহস্যময় চৈতন্যৰ উপলব্ধি এই চাৰিটা স্তৰত অধ্যাত্মক বিভক্ত কৰিব পাৰি। জড়বস্তুজনিত ইন্দ্ৰিয়-গ্ৰাহ্য বিষয়ভোগৰ প্ৰাধান্য পশুত্বৰ লক্ষণ। এই লক্ষণে আত্মাক (জীৱচৈতন্যক) তমোগুণজনিত জড়বস্তুৰ মোহত আবদ্ধ কৰি থয়। মোহ-পাশত আবদ্ধ এই শ্ৰেণীৰ জীৱ পশুতুল্য। জড়বস্তুৰ মোহপাশ ছিঙি মুক্ত হ'বলৈ চেষ্টা কৰা কাৰ্য-টোৱেই আধ্যাত্মিক বিকাশৰ বাবে কৰা চেষ্টা বা আধ্যাত্মিক সাধনা। এই আধ্যা-ত্মিক বিকাশেই মানৱতাৰ বিকাশ। ইয়াত জড়বস্তু চেতনাৰ অনুশাসনত থাকে। সমৃদ্ধিক শান্তিৰ অনুকূলে ব্যৱহাৰ কৰা হয়। এই স্তৰত সাধকব্যক্তিজন পশুৱৎ ব্যক্তিকেন্দ্ৰী নহৈ বহু পৰিমাণে সমাজমুখী হৈ যাবলৈ ধৰে। এনেধৰণৰ সমাজমুখী সাধনাতেই অধ্যাত্মৰ ক্ষেত্ৰত দেৱত্বৰ বীজ অংকুৰিত হয়।

মানৱতাৰ সাধনা বহুত ওপৰ স্তৰলৈ উঠিলে জীৱন-ধাৰণৰ সীমাবদ্ধ প্ৰযো-জনৰ বাহিৰে অন্যান্য ব্যক্তিগত প্ৰয়োজনৰ পৰা মুক্ত হোৱা সত্ত্বেও সামাজিক স্তৰত অধ্যাত্মৰ বিকাশ সাধনত ৰত ব্যক্তিৰ ব্যক্তিগত চৈতন্যক দেৱত্ব বুলি ক'ব পৰা হয়। সমাজমুখী আধ্যাত্মিক বিকাশেই দেৱত্বৰ বিকাশ। অধিভূতত (জড়পদাৰ্থত) থকা ক্ৰিয়াশক্তিক অধিদৈৱ বোলাৰ দৰে অধ্যাত্মত থকা চৈতন্য সত্তাৰ সামূহিক বিকাশৰ ক্ষমতাটোকো দেৱতা বোলা হয়। শংকৰদেৱে আৰু তেওঁৰ পূৰ্ববৰ্তী অনেক সাধকে ব্যক্তিচৈতন্যৰ এনেকুৱা সমাজমুখী বিকাশত গুৰুত্ব দিছিল। শ্ৰীকৃষ্ণৰ ব্যক্তিত্বত দেৱত্বৰ আৰোপ এই দৃষ্টিৰেই কৰা হৈছিল। ব্যক্তিত্বৰ সাধনাৰে সমাজক আগ বঢ়াব নোৱাৰিলে, মানৱতাৰ ক্ৰমবিকাশ সাধন হ'ব নোৱাৰে। 'বাসুদেৱ' বা 'কৃষ্ণ' শব্দই ব্যক্তিক নুবুজাই দাৰ্শনিক দৃষ্টিত ৰহস্যময় প্ৰকৃতিৰ অতীত সত্তাকো বুজাব পাৰে। সেই বাবে সাধনাৰ প্ৰথম স্তৰত দেৱতাক ব্যক্তিৰ চেতনাত প্ৰকাশ কৰিবৰ উদ্দেশ্যে কেৱল 'কৃষ্ণ' শব্দটো নিদি 'দেৱকীনন্দনদেৱ' বা 'দেৱকীনন্দন কৃষ্ণ' শব্দ প্ৰয়োগ কৰা হৈছে। গীতাত পৰমেশ্বৰ বা ব্ৰহ্মসূচক শব্দৰ ঠাইত 'মই' শব্দটো দৈৱকীৰ পুত্ৰ শ্ৰীকৃষ্ণই ব্যক্তি নিহিত চৈতন্যসত্তাৰ অৰ্থতেই প্ৰয়োগ কৰিছে। নৰ বা ব্যক্তিত স্থিত চৈতন্য সত্তাই 'নাৰায়ণ'। এই 'নাৰায়ণ' নামে অভিহিত সত্তাই সৰ্ব অৱতাৰৰ কাৰণ বা মূল উপাদান। এই দৰেই মহাভাৰত আৰু ভাগৱত প্ৰভৃতি পুৰাণত নাৰায়ণ আৰু দেৱকীনন্দন কৃষ্ণৰ মাজত ঐক্য স্থাপন কৰা হৈছে।

সাধনাৰ প্ৰথম অৱস্থাত ব্যক্তিত নিহিত থকা বিকাশমুখী চৈতন্যৰ স্বৰূপ উপলব্ধি কৰিব লাগিব। সমূহীয়া বিকাশৰ প্ৰতিনিধিত্ব কৰা যি জ্ঞান আৰু তাৰ

অনুৰূপ ব্যৱস্থাৰ সহায়েৰে ব্যক্তিৰ যি আধ্যাত্মিক উন্নতি হয়, সেইজ্ঞান আৰু ব্যৱস্থা দিয়া গুৰুজনো ব্যক্তি। এই গুৰুজন আধ্যাত্মিক সাধনাৰে দেৱত্ব লাভ কৰা অৰ্থাৎ মানৱতাৰ উচ্চস্তৰত উপনীত হোৱা ব্যক্তিহে হোৱা সম্ভৱ। এই স্তৰলৈ নুঠা এজন ব্যক্তি প্ৰকৃততে গুৰু হ'ব নোৱাৰে। উপনিষদৰ যুগৰে পৰা আজিলৈকে গুৰু আৰু দেৱক অভিন্ন ভাৱে গ্ৰহণ কৰাৰ ই এটা প্ৰধান কাৰণ। গুৰুত বিকাশমুখী চৈতন্যৰ উপলব্ধি কৰিব নোৱাৰিলে সমাজ আৰু প্ৰকৃতিৰ স্তৰত চৈতন্যৰ উপলব্ধি সম্ভৱ নহয়। ৰহস্যময় চৈতন্যৰ উপলব্ধি দূৰৰ কথা।

**ভক্ত ঃ—** গুৰু ব্যক্তি বিশেষক বুজোৱা শব্দ, কিন্তু ভকত বা ভক্ত শব্দটো ব্যক্তিৰ সমূহক বুজোৱা অৰ্থত মহাপুৰুষীয়া ধৰ্মৰ চাৰিতত্ত্বৰ প্ৰসংগত ধৰা হয়। প্ৰকৃততে ভক্ত নোহোৱাকৈ গুৰু হ'ব নোৱাৰে। গতিকে গুৰুক দেৱতকৈ পৃথক্ বুলি নভবাৰ দৰে ভক্তকো পৃথক্ বুলি ভাবিব নালাগে। পৰম চৈতন্যসত্তাৰ স্বৰূপ উপলব্ধি কৰা ৰহস্যবেত্তাজনকহে পৰমভক্ত বোলা হয়; কিন্তু এই স্তৰৰ তত্ত্ববেত্তাজনো সমাজত সাধাৰণ শ্ৰেণীৰ লোকৰ মাজত মিলি থাকে। আনুষ্ঠানিক ভাবে কাকো উপদেশ দিয়া গুৰু তেওঁ নহ'বও পাৰে। এনে স্থূলত 'ভকত' বুলি এটা শ্ৰেণীৰ কল্পনা কৰিলেও সমাজ আৰু ভকতৰ মাজত এটা সীমা স্থিৰ কৰি দিব নোৱাৰি। সেই বাবে মানৱ মাত্ৰেই ভকত শব্দৰ লক্ষ্য বস্তু হ'ব পাৰে। মানৱ মাত্ৰকে মানৱতাৰ বিকাশৰ পথত আগ বঢ়াই নি আধ্যাত্মিক শান্তিৰ অধিকাৰী কৰাটোৱেই ধৰ্মৰো উদ্দেশ্য। গতিকে গুৰুক দেৱতা ৰূপে ভবাৰ পাছত সমাজকো দেৱতাৰ দৰে ভাবি সমাজৰ সেৱাত শান্তি উপলব্ধি কৰিবলৈ শিকিব লগীয়া হয়। এই সেৱাই মনৰ সংকীৰ্ণতা আৰু কুৰুচি দূৰ কৰিব পাৰে। সেই বাবে কৈছে—

> বিষ্ণু- বৈষ্ণৱৰ কিঞ্চিতেকো নাহি ভেদ।
> দুইৰো কথা কৰৈ পাতকৰ স্কন্ধ ছেদ॥ (ভাগৱত, ১ম স্কন্ধ ১৫)

ইয়াত 'কথা' শব্দই 'নাম'ৰ প্ৰতিনিধিত্ব কৰিছে। 'বিষ্ণু' দেৱতা, 'বৈষ্ণৱ' গুৰু আৰু ভকত, 'কথা' নাম— এই তিনিটা শব্দই চাৰিটা বস্তুৰ প্ৰতিনিধিত্ব কৰিছে। এই চাৰিটা বস্তুৰ লগত জ্ঞান, বিজ্ঞান, তদংগ আৰু ৰহস্য শব্দৰ সম্পৰ্কও মন কৰিব লগীয়া। বহিৰ্মুখী ক্ৰিয়াৰ যোগেদি তাৰ মূলত থকা শক্তি আৰু শক্তিৰ আঁৰত থকা শক্তিমানৰ অস্তিত্ব উপলব্ধি কৰিব পাৰি। গতিকে ক্ৰিয়াতকৈ শক্তি সূক্ষ্ম আৰু শক্তিতকৈ শক্তিমান চৈতন্য বা অধ্যাত্ম সূক্ষ্ম। জগৎৰূপী বস্তুসমূহো প্ৰকৃততে ক্ৰিয়াহে।

ইন্দ্রিয়-গ্রাহ্য স্থূল এই জগৎ সম্বন্ধীয় বোধ আৰু তাৰ লগত জড়িত ক্রিয়া সম্বন্ধীয় যি জ্ঞান, সেই জ্ঞান গুৰুৰ শক্তি। অৰ্থাৎ গুৰু জ্ঞান-শক্তিৰে শক্তিমান সত্তাৰ নাম। জ্ঞান বুলিলে আমি যিটো বস্তুক বুজোঁ, সি সাধাৰণতে বুদ্ধি বা মস্তিষ্কৰ লগত জড়িত ক্রিয়া। উপলব্ধি বা বোধ তাতকৈ সূক্ষ্ম বিশিষ্ট জ্ঞানৰ নাম। 'বিজ্ঞান' শব্দটো এই অৰ্থত সাধনমাৰ্গত প্ৰচলিত হৈ আছে। অধ্যাত্মৰ উপলব্ধি বা ইন্দ্রিয়াতীত সত্য বস্তুৰ সূক্ষ্ম জ্ঞান (বিজ্ঞান) দেৱৰ শক্তি বুলি কোৱা হয়। আগতে উল্লেখ কৰি অহা অন্তৰ্যামী গুৰু বা দেৱতাৰ পৰা অনুপ্ৰেৰণা লাভ কৰিলেহে এই স্তৰৰ বোধ বা উপলব্ধি হ'ব পাৰে। এই বোধ বা বিজ্ঞান দেৱতাৰ অনুগ্ৰহ স্বৰূপ। এই অনুগ্ৰহৰ ফল স্বৰূপে সত্য আৰু সৌন্দৰ্যজনিত বিমল আনন্দ লাভ হয়। এনে আনন্দ লাভেই পৰমশান্তি বা দেৱতাৰ প্ৰসাদ।

স্মৃতি-কল্পনা প্ৰভৃতি চেতন-ধৰ্মৰ সহায়ত (চেতনাৰ গুণৰ সহায়ত) পৰম শান্তি স্বৰূপ দেৱতাৰ প্ৰসাদক চিত্তত স্থায়ী ৰূপ দিবৰ কাৰণে বাহ্যিক ক্রিয়া বা অনুশীলনৰ প্ৰয়োজন হয়। বাহ্যিক ক্রিয়াসমূহ ইন্দ্রিয় আৰু বহিৰ্জগতৰ লগত জড়িত যদিও চিত্তত তাৰ প্ৰভাৱ সূক্ষ্ম সংস্কাৰ ৰূপে স্থায়ী হৈ পৰে। এই শ্ৰেণীৰ উদ্দেশ্য সিদ্ধিৰ বাবে 'নাম'ৰ সহায় লোৱা হয়। গুৰুৱে দিয়া জ্ঞান আৰু দেৱতাৰ স্বৰূপ উপলব্ধি এই দুয়োটাই 'নাম' অৰ্থাৎ বাহিৰৰ শব্দ আৰু ভিতৰৰ অৰ্থ-বোধ বা চিত্তৰ সংস্কাৰজনিত ভাৱৰ ওপৰত নিৰ্ভৰ কৰে। গতিকে 'নাম' জড় আৰু চেতন উভয় ধৰ্মী হ'লেও ইয়াৰ স্থায়িত্বটো চেতন-ধৰ্মীহে।

নাম স্বয়ং চৈতন্যৰ উপলব্ধি আধ্যাত্ম স্বৰূপ হ'লেও, শব্দ আৰু অৰ্থৰ স্তৰত নামে চৈতন্যৰ পূৰ্ণাংগ ৰূপটো প্ৰকাশ কৰিব নোৱাৰে। এনে স্থলত নামক চৈতন্য স্বৰূপ সাধ্য আৰু তাৰ বহিৰ্মুখী প্ৰতীক স্বৰূপটো সাধন বা উপায় এই দুটা ভাগত বিভক্ত কৰিব পাৰি। এই সাধন ৰূপত নামৰ শক্তি বা ক্ষমতাটো সৎ, চিৎ আৰু আনন্দময় সত্তাৰ অংগ ৰূপতহে প্ৰকাশ হয়। সম্ভৱতঃ এই কাৰণেই নামৰ শক্তিক 'তদংগ' বোলা হৈছে। সচ্চিদানন্দময় অংগী সত্তাটোৰ পূৰ্ণাংগবোধ কাৰো হ'ব নোৱাৰে। ভক্তই নিজৰ বিকশিত আধ্যাত্মিক শক্তিৰ বলেৰে এই সত্তাৰ সন্ধান পায়। এই সন্ধানেই ৰহস্য। ৰহস্যক ইন্দ্রিয়-গ্রাহ্য ৰূপত প্ৰকাশ কৰিব পৰা উপায় নাই। যিজন ভক্ত তেওঁ এই ৰহস্যৰ আংশিক উপলব্ধি নামৰ সহায়েৰে কৰিব পাৰে। সেই বাবে ৰহস্যক ভক্তৰ শক্তি বোলা হয়। প্ৰকৃততে এই জ্ঞান, বিজ্ঞান আৰু তদংগও ভক্তৰেই শক্তি। কিয়নো 'জ্ঞান' গুৰুৰ শক্তি হ'লেও ভক্ত নোহোৱা ব্যক্তি গুৰু হ'বৰ যোগ্য নহয়। 'দেৱ'ৰ শক্তি বিজ্ঞান আৰু 'নাম'ৰ শক্তি তদংগও ভক্ত বা

সাধকজনৰহে উপলব্ধিৰ বস্তু। আনহাতে গুৰুৰ উপদেশ বাণীৰ পৰা আৰম্ভ কৰি ৰহস্যবোধৰ স্তৰলৈকে শব্দ আৰু অৰ্থসহ সকলো স্তৰৰ ভাৱৰ ব্যঞ্জনা নামৰ ভিতৰত পৰে। সেইদৰে গুৰুৰ অস্তিত্বটো দেৱত বিলীন হৈ যায়। নৰদেহধাৰী ব্যক্তি-গুৰুজন সদাই মূৰ্ত ৰূপত নাথাকে। গুৰু তেওঁৰ সাধনাৰ লক্ষ্য দেৱস্বৰূপ হৈ পৰে। দেৱতাৰ উপলব্ধিও নামৰ সূক্ষ্ম স্তৰতহে হয়। গতিকে 'দেৱ' তত্ত্বও নামত বিলীন হৈ যায়। অৱশেষত নামো ভক্তৰ ৰহস্যবোধত অখণ্ড অনাহত ধ্বনি ৰূপে নীৰৱ হৈ পৰে। এই কাৰণে গুৰু, দেৱ, নাম আৰু ভকত দেখাত চাৰিটা তত্ত্ব যেন লাগিলেও অৱশেষত এটি মাত্ৰ তত্ত্বত পৰিণত হয়। এই শেষ তত্ত্বটো ব্যক্তৰূপত ভক্ত বা ভকত আৰু ভাৱ ৰূপত ভক্তি বা চৈতন্যস্বৰূপ নাম। সাধনাৰ প্ৰাৰম্ভিক স্তৰত চাৰিটা বস্তু পৃথক্ ভাৱে দেখুৱালেও শেষত কেউটাই এক তত্ত্বত পৰিণত হয় কাৰণে 'এক শৰণ নামধৰ্ম' শব্দটো সাৰ্থক হৈছে।

**শংকৰদেৱৰ উক্তিত চাৰিতত্ত্ব :—** শংকৰদেৱৰ পৰা প্ৰচাৰ হোৱা ধৰ্মত চাৰিতত্ত্বৰ স্বৰূপ সম্বন্ধে কিছু আলোচনা আজিকালিৰ পদ্ধতিৰে ওপৰত কৰা হৈছে; কিন্তু বিচাৰ শৃংখলাৰ লগত সংগতি ৰাখি শংকৰদেৱৰ উক্তিসমূহ সজাই ল'ব নোৱাৰিলে তেওঁৰ সাধনমাৰ্গ সম্বন্ধে এটা চিত্ৰ সমুখত উপস্থিত নহয়। আনহাতে ৰচনাৱলীত বিস্তৃত ভাবে সিঁচৰিত হৈ থকা এই শ্ৰেণীৰ উক্তিসমূহৰ মাজত প্ৰসংগ-ভেদে পৰস্পৰ বিৰোধী মতো দেখা যায়। এনে ধৰণৰ বিৰোধৰ মাজতো ঐক্য দৃষ্টিগোচৰ নহয়। ওপৰত চাৰিতত্ত্ব সম্বন্ধীয় আলোচনা এই উদ্দেশ্যতে কৰা হৈছে।

**সাধনাৰ পটভূমি :—** মহাপুৰুষীয়া সম্প্ৰদায়ত 'গুৰুতত্ত্ব' সম্বন্ধে আগতে আলোচনা কৰা হ'ল। এই প্ৰসংগত দেৱ, নাম আৰু ভকত সম্বন্ধে আলোচনা কৰা হ'ব; কিন্তু পটভূমি ৰূপে এই তিনিওটা বস্তুৰ প্ৰয়োজন সম্বন্ধেও শংকৰ-দেৱৰ উক্তিৰেই কিছু বিচাৰ এই আলোচনাৰ আগতে কৰিব লাগিব। আগতে এই কথাও কোৱা হৈছে যে— তেওঁৰ ৰচনাৱলীৰ প্ৰধান আধাৰ গ্ৰন্থ ভাগৱত মহাপুৰাণ; কিন্তু সকলো ক্ষেত্ৰতে ভাগৱতৰ কথা যথাতথ্য উদ্ধৃত কৰা নাই। বহু সময়ত ভালেখিনি এৰা-ধৰাও কৰিছে আৰু আন গ্ৰন্থবো সহায় লৈছে। শ্ৰীমদ্ভাগৱতগীতাৰ মত শংকৰদেৱে বেছিকৈ উদ্ধৃত কৰা নাই। ইয়াৰ কাৰণ হৈছে এয়ে যে—গীতা দাৰ্শনিক তত্ত্ব প্ৰধান গ্ৰন্থ; ভাগৱতৰ দৰে ভগৱানৰ লীলাৰ বৰ্ণনা আৰু আৱেগ প্ৰধান কথা তাত নাই। তথাপি গীতা আৰু ভাগৱতৰ উভয়ৰে আৰম্ভণি আৰু সামৰণি একে ধৰণৰ। গীতা আৰম্ভ হৈছে বিষাদ যোগত।

ভাগৱতৰো আৰম্ভ বিষাদত। অৰ্জুনৰ বিষাদত আত্মীয় স্বজন বধ কৰি পোৱা সমৃদ্ধিৰ পৰা শান্তিক'ত? এই প্ৰশ্নই প্ৰাধান্য লাভ কৰিছে। ভাগৱতৰ বিষাদ দুতৰপীয়া। এটা বিষাদৰ কাৰণ আদৰ্শ বিভ্ৰাট। ব্যাস ঋষিয়ে বহুশাস্ত্ৰ ৰচনা কৰিও প্ৰকৃত শান্তিৰ পথপ্ৰদৰ্শন কৰিব নোৱৰাৰ বিষাদ। দ্বিতীয়টো বিষাদ হ'ল পৰীক্ষিত হেন সৎ স্বভাৱৰ আৰু ভাল শাসকৰ সামান্য এটা দোষেই মৃত্যুৰ কাৰণ হ'ল। শৃংগী মুনিৰ অভিশাপৰ ফলটো যেনে ভয়ানক কাৰণটো তেনে ডাঙৰ নাছিল। এই দুয়োটা কথাই এনে এটা সিদ্ধান্তত উপনীত হ'বলৈ মানুহক বাধ্য কৰে যে— মানুহ নিজ বুদ্ধি আৰু সাধনাৰ বলেৰে যিমানেই আগ বাঢ়ক, নিজ যোগ্যতাৰ বলেৰে প্ৰকৃতিৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিবলৈ যিমানেই সমৰ্থ হওক, সেই সকলোকে ক্ষন্তেকতে মষিমুৰ কৰি পেলাব পৰা এটা অদৃশ্য সত্তাৰ সি অধীন। মানুহৰ ক্ষমতা আৰু সমৃদ্ধি ক্ষণস্থায়ী বা পৰিণামী। এনে স্থূলত ঐহিক ক্ষমতা আৰু সমৃদ্ধিতকৈ সূক্ষ্ম আৰু স্থায়ী কিবা এটা বস্তু বিচৰাটো স্বভাৱসিদ্ধ কথা। শান্তিৰ বাবে এনে এটা সূক্ষ্ম আৰু স্থায়ী কি বস্তু হ'ব পাৰে, তাৰ বাবে আমি কি কৰিব পাৰোঁ? এই দুটা প্ৰশ্নৰ উত্তৰ দিবৰ কাৰণেই সেই সময়ৰ বিচাৰ-পদ্ধতি আৰু প্ৰকাশ-ভংগীৰে গীতা আৰু ভাগৱতে নিজৰ দৃষ্টিৰে কথাবোৰ কৈ গৈছে। শংকৰদেৱৰ সময়লৈকে গীতা-ভাগৱত প্ৰভৃতি গ্ৰন্থসমূহৰ দৃষ্টিভংগীৰ বিশেষ পৰিবৰ্তন হোৱা নাছিল। মধ্যযুগ পাৰ হৈ যোৱাৰ পাছত পাশ্চাত্য প্ৰভাৱ পৰাৰ ফলত আমাৰ বিচাৰ ধাৰা আৰু প্ৰকাশভংগীৰ পৰিবৰ্তন ঘটিল। গতিকে এতিয়া আমি শংকৰদেৱে কোৱা কথাবোৰো আজিৰ লগত খাপ খুৱাই বিচাৰ কৰিবলৈ শিকিব লাগিব।

গীতাই 'বিষাদযোগ'ত আৰম্ভ হোৱা প্ৰশ্ন আৰু উত্তৰৰ সামৰণি মাৰিছে— 'মোক্ষ-সন্ন্যাসযোগ'ত। মানুহৰ প্ৰগতিৰ লগে লগে অদৃশ্য ভাৱে গৈ থকা দুৰ্গতি'ৰ পৰা মুক্ত হোৱাৰ প্ৰচেষ্টাই ধৰ্মৰ প্ৰধান বিষয় হৈ পৰিল। প্ৰগতিৰ জড়দিশটো বা সমৃদ্ধিৰ লগত চেতনাৰ দিশটোৰ সম্পৰ্ক ৰাখি আধ্যাত্মিক বিকাশৰ ওপৰত গুৰুত্ব দিয়া হ'ল। তাৰ বাবে বিজ্ঞানৰ (দ্ৰব্যবিদ্যাৰ) লগত দৰ্শনৰো (ইয়াৰে এটা ভাগ মনোবিদ্যাৰ) প্ৰয়োজন হ'ল। সেই বাবে এই গ্ৰন্থবোৰৰ পটভূমিত বৈজ্ঞানিক তথ্য লুকাই আছে; কিন্তু তাৰ ব্যাখ্যা নাই। ইয়াত জীৱনৰ ব্যাখ্যা দাৰ্শনিক দৃষ্টিৰেহে কৰা হৈছে। গীতাই শান্তিৰ বাবে চেতন সত্যত আস্থা স্থাপন কৰিবলৈ উপদেশ দি নিজৰ কথা সামৰিলে। 'সৰ্বধৰ্মান্ পৰিত্যজ্য মামেকং শৰণংব্ৰজ। অহং ত্বা সৰ্বপাপেভ্যো মোক্ষয়িষ্যামি মা শুচ: (১৮॥৬৬) ॥ এই উক্তিত জড়প্ৰগতিৰ লগত জড়িতসকলো শ্ৰেণীৰ মানৱীয় প্ৰচেষ্টাকে 'সৰ্বধৰ্ম' শব্দৰ যোগেদি বুজা

ইছে। মামেকং শংৰণং অংশই 'চেতনাত এক মাত্ৰ আশ্ৰয়' অৰ্থ প্ৰকাশ কৰিছে। 'অহং' বা মই বোধটো চৈতন্যৰহে সূচক। জড়ৰ অহংবোধ থাকিব নোৱাৰে। গীতাত শ্ৰীকৃষ্ণৰ উক্তিত থকা 'অহং' শব্দটোৱে চৈতন্যৰহে প্ৰতিনিধিত্ব কৰিছে। গুৰু, দেৱ, নাম আৰু ভকত এই কেউটা তত্ত্বই সুকীয়া সুকীয়া স্তৰৰ চৈতন্যৰ প্ৰতিনিধিত্ব কৰিছে কাৰণে গীতাৰ মামেকংশৰণং ৱ্ৰজ' উক্তিৰ লগত সংগতি ৰক্ষা কৰি থাকিব পাৰিছে। শ্ৰীকৃষ্ণৰ উপদেশ শুনাৰ পাছত অৰ্জুনৰ মানসিক স্তৰটোৰ চিত্ৰ গীতাত অতি কম শব্দেৰেহে দাঙি ধৰিছে। অৰ্জুনৰ সেইটো মানসিক অৱস্থাৰ কথা সঞ্জয়ৰ মুখেদিও অতি কম শব্দেৰে প্ৰকাশ কৰিছে। অৰ্জুনে ক'লে—সকলো অনৰ্থৰ মূল মোৰ মনৰ অজ্ঞানজনিত মোহ দূৰ হ'ল; আত্মবিষয়ক স্মৃতি লাভ কৰিছোঁ, যাৰ ফলত সকলো প্ৰকাৰে সন্দেহমুক্ত হৈছোঁ (১৮।৭৩)। সঞ্জয়ে ক'লে-ভগৱানৰ সেই অতি অদ্ভুত বিশ্বৰূপৰ কথা বাৰে বাৰে স্মৰণ কৰি আচৰিত হওঁ আৰু অত্যন্ত আনন্দিত হওঁ (১৮।৭৭) অৰ্জুন আৰু সঞ্জয়ৰ এই দুয়োটা উক্তিৰ সমন্বয়ত অজ্ঞানজনিত মোহ দূৰ হৈ এক ৰহস্যজ্ঞানজনিত আনন্দলাভ কৰা অৱস্থাৰ কথাকে গীতাই শেষত কোৱা বুলি ধৰিব পাৰি। ভাগৱতৰো শেষত পৰীক্ষিত ৰজাই শুকমুনিৰ পৰা ভগৱানৰ স্বৰূপ আৰু লীলা সম্বন্ধে জ্ঞান লাভ কৰি অভয় তথা শান্তিময় ব্ৰহ্মস্বৰূপ হৈ পৰাৰ পাছত মহাযোগস্থিত অৱস্থাত প্ৰাণ ত্যাগ কৰিলে বুলি কৈছে (ভা° ১২।৬।৫, ৬,৭, ৯, ১০)।

গীতা আৰু ভাগৱতে প্ৰথমতে বিষাদৰ কথা কোৱাৰ দৰেই শংকৰদেৱে ভক্তিৰ আৱশ্যকতা প্ৰতিপন্ন কৰিবৰ কাৰণে সংসাৰৰ ক্ষণভংগুৰতাৰ বৰ্ণনা মাজে মাজে দিয়া দেখা যায়; লগতে এই ক্ষণভংগুৰতাৰ মূল কাৰণ ভগৱানৰ মায়া, কৰ্মফল, কাল আদিৰ শক্তি বুলিও কৈছে। এই মায়া, কাল আৰু কৰ্মফলৰ বৰ্ণনাৰ পৰাও শংকৰদেৱক বিক্ষেপণৱাদী বুলি নধৰি পৰিণামৱাদী বুলি ধৰাৰ যুক্তি দেখা যায়। এই সম্পৰ্কীয় শংকৰদেৱৰ উক্তিবোৰ এনে ধৰণৰ —

১) ক্ষণিক শৰীৰ বিলম্বত কাৰ্য নাই।
চিন্তামণি জন্ম হেৰা হাততে হেৰাই॥
নাহিকে চেতন কাল-অজগৰে গিলে।
ধনজন জীৱন যাইবেক একতিলে॥
যত দেখা ভাৰ্যা-পুত্ৰ সবে অকাৰণ।
চাই মাত্ৰ থাকে কালে ধৰে কেতিক্ষণ॥
বিষয়ৰ সুখ একতিলে কৰি চূৰ।
যমৰ কিংকৰে ধৰি নিবে যমপুৰ॥ (দশম ৪৭)

২) কৃষ্ণৰ কিংকৰে কহে শুনা সৰ্বজন।
জলবুদবুদ যেন অথিৰ জীৱন ॥
কেতিক্ষণে পৰে প্ৰাণ তাৰো নাহি থিতি।
অদ্যাপি নোপজে কেন মৰণৰ ভীতি ॥ (দঃ ১৫৯৯)

৩) সংসাৰৰ সুখদুখ জানা সবে মায়া।
তিলকতে অন্তৰে মেঘৰ যেন ছায়া ॥ (বলিছলন, ভাগঃ১০৭৭)

৪) শুনা সভাসদ সব মহাভাগৱত।
নাহি একো বঢ়া ইটো কালৰ হাতত ॥
কৃষ্ণৰ বংশৰ কেনে ভৈল তাক দেখা।
ইটো চাৰ জীৱন আনৰ কোন লেখা ॥
দিনে দিনে যায় আয়ু মৃত্যু চাপে পাশ।
আউৰ কি মনুষ্য হুইবা এৰা ইটো আশ ॥
হাটে বাটে মিলৈ আসি কৈতবা মৰণ।
কৃষ্ণৰ চৰণে লৈয়ো সত্বৰে শৰণ ॥ (একাদশ স্কন্ধ)

যদুবংশ-ধ্বংস আৰু বলৰামৰ বৈকুণ্ঠ প্ৰয়াণৰ বৰ্ণনাৰ পাছত শংকৰদেৱে কৰা এই মন্তব্যৰ নিচিনা আৰু বহুত উক্তি শংকৰদেৱৰ সাহিত্যৰ নান্য ঠাইত সিচঁৰিত হৈ আছে। মানুহৰ ক্ষমতাৰ বাহিৰত থকা কালৰ এই প্ৰভাৱৰ কথা সকলোৱেই স্বীকাৰ কৰিব লগীয়া হয়। ভাগৱত আৰু মহাভাৰত উভয়তে শ্ৰীকৃষ্ণৰ বংশ যদু-বংশ-ধ্বংস আৰু ৰামায়ণত শ্ৰীৰামচন্দ্ৰৰ লক্ষ্মণ-বৰ্জনৰ নিচিনা ঘটনায়ো এই সত্যকে সোঁৱৰাই দিয়ে। ৰামায়ণত সীতাৰ বনবাস আৰু পাছত পাতাল প্ৰৱেশৰ কথাও এনেধৰণৰে দুখৰ কাহিনী। এই দুখৰ পৰা হাত সাৰিব পৰা ব্যক্তি কোনো নাই, সেই কথা বুজাবৰ কাৰণে ভগৱানৰ অৱতাৰ ৰাম আৰু কৃষ্ণৰ মানৱীয় ৰূপটো উদাহৰণ স্বৰূপে আমাৰ আগত দাঙি ধৰিছে। ভাগৱতৰ প্ৰথম স্কন্ধত ইয়াৰ কাৰণ তলত দিয়া উক্তিৰে দৰ্শাইছে। ভাগৱত শুনাৰ আগতে পৰীক্ষিতে ঋষি সকলৰ আগত কৈছে—

গৃহ অন্ধকূপত পৰিলোঁ মই পাপ।
কৃষ্ণৰেসে প্ৰসাদত পাইলোঁ ঋষি শাপ ॥
জানন্ত বিফলে মৰে ভৃত্যৰ সন্ততি।
শাপ দিয়াই ওপজাইলা মোৰ বিৰকতি ॥ ৩৭৪ ॥
ভয় যেবে নোপজে বৈৰাগ্য নুহি তাৰে।
বিৰকতি নভৈলে নভজে হৰিৰ পাৰে ॥

হেন জানি প্ৰভুকৃষ্ণ ইষ্ট দেৱ মোৰ ।
শাপ ছলে ছেদিলন্ত সংসাৰ দুৰ্ঘোৰ ॥ ৩৭৮ ॥

**পূৰ্বপ্ৰস্তুতি ঃ—** হ'ব লগীয়া বিপদৰ বাবে প্ৰয়োজনীয় পূৰ্বপ্ৰস্তুতিকে নাম-ধৰ্ম, হৰিভক্তি, কৃষ্ণত শৰণ আদি সুকীয়া সুকীয়া নাম দিয়া হৈছে । এই পূৰ্ব-প্ৰস্তুতিয়ে ব্যক্তিক সম্পূৰ্ণ ৰূপে বিপদমুক্ত কৰে বুলি ধৰি ল'ব নালাগে ; কিন্তু বহুত সময়ত ই কৰ্মৰ ধৰণ আৰু গতিত পৰিবৰ্তন আনে । সেই বাবে পূৰ্বৰ কৰ্ম-ফল বা প্ৰাৰব্ধ ফলৰ পৰা সম্পূৰ্ণ মুক্ত নহ'লেও ক্ৰিয়মান (কৰি থাকোঁতে পাব লগীয়া ফল) আৰু সঞ্চিত (ভৱিষ্যতলৈ সঞ্চয় কৰা কৰ্মফল) ফলৰ পৰা মুক্ত হোৱাৰ পথ সুগম কৰে । 'ভক্তি' বা ভগৱানৰ 'নাম' ৰূপে পৰিচিত এই মানসিক প্ৰস্তুতিটো যেতিয়া পৰিপক্ক অৱস্থা পায়গৈ, তেতিয়া সি সকলো শাস্ত্ৰৰ মূল লক্ষ্য বস্তুৰ উপলব্ধিত পৰিণত হয় । সেই উপলব্ধিৰ ব্যাখ্যা আৰু প্ৰাপ্তি-ব্যৱস্থা ৰূপেই শাস্ত্ৰসমূহ ৰচনা কৰা হয় কাৰণে নামঘোষাত মাধৱদেৱে সেই বস্তুটোকে সমস্তশাস্ত্ৰৰ মূল বীজ বুলিছে । ইয়াকে আন শব্দত 'বীজমন্ত্ৰ'ও বুলিব পাৰি । এই মন্ত্ৰৰ লক্ষ্য বস্তু স্বৰূপ যিটো উপলব্ধি, সিয়েই সাধকৰ কাৰণে সঞ্জীৱনী তুল্য হৈ পৰে । যাৰ মানসিক প্ৰস্তুতিত 'ৰাম নাম' এই স্তৰলৈ উঠে, তেওঁৰ বাবে প্ৰলয়, হলাহল আৰু মৃত্যুৰ ভয় দূৰ হয় ।

সংসাৰৰ সুখত আপোনপাহৰা হৈ থকাজনে বিপদ উপস্থিত হ'লে পূৰ্ব-প্ৰস্তুতিৰ অভাৱত বিপদৰ ওচৰত নতি স্বীকাৰ কৰিব লগীয়া হয় । সাধকসকলে চৰম বিপদৰ পাছত শ্ৰেষ্ঠ ফল লাভ কৰে । হৰিশ্চন্দ্ৰ ৰজা, প্ৰহ্লাদ তথা বলিৰজাৰ চৰম বিপত্তি আৰু অন্তিম পৰিণতি এই ধৰণৰ । শ্ৰীৰামচন্দ্ৰয়ো লক্ষ্মণ বৰ্জনৰ নিচিনা বিপৰ্যয়ৰ পাছত সমস্ত অযোধ্যাবাসীকে স্বৰ্গবাসী হোৱাৰ অধিকাৰী কৰিলে । মহাভাৰত আৰু ভাগৱতত বলৰাম আৰু শ্ৰীকৃষ্ণ এই দুয়োজনেই যথাক্ৰমে পৰমধাম আৰু বৈকুণ্ঠধামলৈ নিজ ইচ্ছামতে যোৱা বুলিছে । অৰ্থাৎ সমাধিস্থ হৈ তেওঁলোকে পৰম শান্তি লাভ কৰিলে । কৌৰৱ-পাণ্ডৱ আৰু যদু-বংশৰ দৰে সামৰিক শক্তি প্ৰধান ৰজা আৰু সামন্তৰ ব্যৱস্থা সমাজৰ কাৰণে বোজা স্বৰূপ হৈ উঠিছিল । এই তিনিটা বংশৰ লগতে জাহ যোৱা অন্যান্য ৰাজবংশবোৰো পৃথিৱীৰ কাৰণে (মানৱ সমাজৰ কাৰণে) মহাভাৰ স্বৰূপ হৈ পৰিছিল । যদু-বংশ ধ্বংসৰ পাছত ভূভাৰ হৰণৰ দায়িত্ব পালন কৰা এটা অসাধাৰণ মানৱীয় উপলব্ধিৰে সন্তুষ্ট হোৱা কৃষ্ণ অস্ত্ৰাঘাতত প্ৰাণত্যাগ কৰিবৰ সময়তো কুণ্ঠিত হোৱা নাছিল । সেই অৰ্থতো তেওঁৰ আত্মা বৈকুণ্ঠগামী হ'ল । বহল সামাজিক প্ৰয়োজনৰ ভিত্তিত ব্যক্তিগত আৰু পাৰিৱাৰিক ক্ষতিকো তুচ্ছ জ্ঞান কৰি সন্তোষ লাভ কৰিব পৰা স্থিৰ বুদ্ধিযুক্ত চেতনাৰ অধি-

কাৰী হোৱা কাৰণেহে শ্ৰীৰামচন্দ্ৰ আৰু শ্ৰীকৃষ্ণ ভগৱানৰ অৱতাৰ ৰূপে সমাজত স্বীকৃত হ'ল। ৰহস্যবেত্তাসকলেহে এনে অৱস্থাটো সন্তোষ লাভ কৰিব পাৰে।

শ্ৰীৰামচন্দ্ৰ আৰু শ্ৰীকৃষ্ণ ৰহস্যবেত্তা হোৱাৰ উপৰিও সামাজিক নেতৃত্ব বহন কৰা ৰাজনৈতিক ব্যক্তি। এই দুয়োটা দিশৰ পৰা তেওঁলোকৰ ব্যক্তিত্ব সাধাৰণ স্তৰৰ লোকতকৈ ওপৰলৈ উঠিছিল। সেইবাবে ৰহস্যবেত্তা ভক্তকৈ পৃথক্ দেৱতা ৰূপে তেওঁলোকক সুকীয়া সন্মান দিয়া হ'ল। এই দিশত শ্ৰীৰামচন্দ্ৰৰ ব্যক্তিত্ব বা দেৱত্বতকৈ শ্ৰীকৃষ্ণৰ ব্যক্তিত্ব আৰু দেৱত্বৰ ওপৰত ভাগৱতে বেছি গুৰুত্ব দিছে। তলত শ্ৰীকৃষ্ণ সম্বন্ধীয় শংকৰদেৱৰ উক্তি কেইটামান দিয়া হ'ল। এই উক্তিবোৰ ভাগৱতৰ সিদ্ধান্তৰ অনুকূল হ'লেও নিজা উপদেশৰহে অন্তৰ্গত। কালিদমন নাটৰ মুক্তিমংগল ভটিমাত আছে—

দৈৱকী উদৰে উদয় যোহি দেৱা কয়লি ভকতক ত্ৰাণ।
অঘ বক ধেনুক কেশী সবংশক কংসক ধ্বংসল প্ৰাণ ॥ ১ ॥
বিৰিন্দাবিপিন বিহাৰ বিশাৰদ শাৰদচন্দ্ৰ সমান।
সোহি জগত গুৰু তোঁৰি সততে কৰু মুকুতি-মংগল বিধান ॥ ২

*     *     *     *

যোহি ভূমিকহু ভাৰ উতাৰল নিজজন পূৰিয়ে কাম।
পাপী পাপক মূল উপাৰে উচ্চাৰি যাকোৰি নাম ॥ ৫
যাহে নাম শুনি নীচ শ্বপচ মুনি দোহো হোৱে এক সমান।
সোহি জগত গুৰু তোঁৰি সততে কৰু মুকুতি-মংগল বিধান ॥ ৬

ইয়াত দৈৱকীৰ পুত্ৰ মানৱ কৃষ্ণৰ গুণ আৰু নামেই পাপীৰ কাৰণে পাপ-নাশক বুলিছে আৰু সেই নামৰ বলেৰেই মুনি আৰু হীনজাতিৰ অৰ্থাৎ অবিকশিত সমাজৰ লোকৰ মাজতো সমত্ব স্থাপনৰ সম্ভাৱনা স্বীকাৰ কৰা হৈছে। তদুপৰি এই কৃষ্ণকে জগতৰ পথপ্ৰদৰ্শক গুৰু তথা মুক্তি আৰু শান্তি বা আনন্দৰ (মংগল) বিধানকৰ্তাও বোলা হৈছে। ইয়াত মন কৰিব লগীয়া কথা যে— দৈৱকীৰ পুত্ৰ মানৱদেহধাৰী কৃষ্ণ বৰ্তমান মানৱ ৰূপত পথপ্ৰদৰ্শক গুৰু হৈ কাৰো বাবে নাই বা থাকিব নোৱাৰে। গতিকে আমাৰ মুক্তি-মংগলৰ বিধানকৰ্তা গুৰু ৰূপে তেওঁৰ সমাজ চেতনাৰ আদৰ্শ-টোহে এই পদ কেইফাঁকিৰ প্ৰতিপাদ্য বিষয় হ'ব পাৰে।

**নামৰ প্ৰতিপাদ্য :—** সমাজ-চেতনাৰ আদৰ্শটোৱেই নামৰো প্ৰতিপাদ্য বস্তু। সেইবাবে এই স্তৰত কৃষ্ণদেৱ, নাম আৰু গুৰুৰ মাজত একত্ব স্থাপন হোৱা দেখা যায়। আগতে আলোচনা কৰা হৈছে যে— দেৱৰ স্বৰূপটো আধ্যাত্মিকহে, অধিদৈৱ

নহয়। সেই কাৰণে কৃষ্ণদেৱকো ব্যক্তিৰ স্তৰৰ পৰা আগবঢ়াই নি পৰমাত্মাৰ আধ্যাত্মিক স্তৰলৈকে ব্যাপক ৰূপত গ্ৰহণ কৰা হ'ল। দেৱতাৰ ব্যাপ্তিৰ লগতে তেওঁৰ নামৰ ব্যাপ্তিও স্বীকৃত হ'ল। ব্যক্তি কৃষ্ণক গুৰু বোলাৰ আন এটা যুক্তি হ'ল— তেওঁক 'নামধৰ্ম'ৰ প্ৰচাৰক ৰূপে গ্ৰহণ কৰা কথাটো। কীৰ্তনৰ তাৎপৰ্যত লিখিছে—

কৃষ্ণ সূৰ্য ভৈলন্ত উদিত। নামধৰ্ম কৰিলা বিদিত ॥

প্ৰথম স্কন্ধ ভাগৱতৰ পদত লিখিছে—

ভৈল কৃষ্ণদেৱ আবেসে উদিত বিদিত কৰিলা নাম।
কৃষ্ণৰ কিংকৰে কহে নিৰন্তৰে ডাকি বোলা ৰাম ৰাম ॥ ২৫৭॥

পৰমাত্মা অৰ্থত কৃষ্ণ আৰু ৰামৰ একত্বও লক্ষ্য কৰিব লগীয়া। বিষ্ণুৰ অৱতাৰ বুলি পৰিচিত সকলো অৱতাৰকে কৃষ্ণৰ অৱতাৰ বোলা প্ৰসংগবোৰে কৃষ্ণ আৰু বিষ্ণুৰ ঐক্যৰ কথাও মনলৈ আনে।

'অজামিল উপাখ্যানৰ প্ৰথম পদতে সগুণ ব্ৰহ্মা, বিষ্ণু আৰু শিৱও এই নিৰ্গুণ কৃষ্ণৰ অংশ বুলি স্বীকাৰ কৰা হৈছে —

জয় জয় জয় জগতজনক জয় জগন্নাথ ৰাম।
পতিত পাতকী অন্ত্যজো নিস্তৰৈ স্মৰণে যাহাৰ নাম ॥
যাহাৰ আজ্ঞাক শিৰে ধৰে আতি হৰি হৰ প্ৰজাপতি।
হেনয় ঈশ্বৰ কৃষ্ণক কৰোঁহো সহস্ৰকোটি প্ৰণতি ॥ ১ ॥

ইয়াৰ পাছত কৃষ্ণত শৰণ-গ্ৰহণৰ কথা কৈছে—

শাস্ত্ৰৰ বুজিয়া মজ্জা সদায়ে কৃষ্ণক ভজা
হৈয়ো এক শৰণ কৃষ্ণত।
কৃষ্ণক কৰিয়ো সেৱ কৃষ্ণসে পৰমদেৱ
চিন্তা তান চৰণ মনত ॥ ১৫ ॥
মায়াৰো ভাঙিব কাপ তৰিবা যাতনা তাপ
যমৰো গুচিবে সবে দায়।
যাৰ নাম লৈলে তৰি হেনসে বান্ধৱ হৰি
ইহ-পৰ লোকৰ সহায় ॥
তান শুনা গুণ নাম হস্তে কৰা তান কাম
মুখত নেৰিবা হৰি নাম।
এতেকে পাপক খণ্ডা অক্ষয় পুণ্যক সণ্ডা
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ১৬ ॥

এই পদ কেইফাঁকিৰ পৰা দেখা যায় যে—কৃষ্ণত এক শৰণ গ্ৰহণ কৰোঁতা জনৰ কাৰণেও 'ৰাম' আৰু 'হৰি' এই দুয়োটা নাম আৰু সেই নামৰ লগত জড়িত দেৱত্বকো কৃষ্ণৰ দেৱত্বৰ লগত অপৃথক্ ৰূপে গ্ৰহণ কৰা হৈছে। ইয়াৰ ভিতৰতে কৃষ্ণৰ ব্যক্তি ৰূপত গুৰু আৰু দেৱ উভয়ৰে লক্ষণ আছে। অৰ্জুনক গীতাৰ প্ৰসংগত দিয়া জ্ঞান আৰু একাদশ স্কন্ধত উদ্ধৱক দিয়া তত্ত্ব-উপদেশৰ পৰা শ্ৰীকৃষ্ণৰ গুৰু ৰূপটো প্ৰকাশ পাইছে। 'হৰি' শব্দটোত ভগৱানৰ পাপহৰণকাৰী লক্ষণটোৰ ধ্বনি থকা বাবে মুক্তিলাভৰ সাধন স্বৰূপে ইয়াত নামৰেই প্ৰাধান্য সূচাইছে। আনন্দ সূচক 'ৰম্' ধাতুৰ পৰা হোৱা 'ৰাম' শব্দটোৱে ৰহস্যময় আনন্দৰ উপলব্ধিকৰোঁতা ভক্তসকলৰ হৃদয়চৈতন্যক আশ্ৰয় কৰে বাবে ইয়াত ভক্তৰ প্ৰতিনিধিত্ব আছে। অৱতাৰ শ্ৰীৰামচন্দ্ৰৰ চৰিত্ৰতো তেওঁৰ ভক্তসকলৰ চৰিত্ৰৰ যোগেদিহে শ্ৰীৰামচন্দ্ৰৰ অসাধাৰণ ব্যক্তিত্ব প্ৰকাশ পাইছে। কৃষ্ণত এক শৰণ হ'লেও গুৰু নাম আৰু ভক্তক কৃষ্ণদেৱৰ লগত মিলাই এক কৰি ল'ব নোৱাৰিলে শৰণ পূৰ্ণাংগ আৰু দৃঢ় হ'ব নোৱাৰে। কৃষ্ণত শৰণ গ্ৰহণ কৰোঁতাজনৰ কৰ্তব্য আৰু তাৰ ফল সম্বন্ধেও কৈছে যে—কৃষ্ণৰ, চৰণ চিন্তন, নাম-গুণৰ শ্ৰৱণ-কীৰ্তন আৰু হাতেৰে তেওঁৰ সেৱা কাৰ্য কৰিলে সংসাৰৰ যাতনা, যমৰ দায়যুক্ত (পাপ পুণ্য আদি কৰ্মৰ ফলযুক্ত) মায়াৰ বন্ধনৰ পৰা মুক্ত হ'ব পাৰিবা। এইদৰে যাৰ নাম লৈ সংসাৰ-সাগৰ তৰিব পাৰি, সেই পৰমবান্ধৱ (যিজনে (বিপদত নেৰে, সেই উপকাৰীজন। হৰি (কৃষ্ণতকৈ অভিন্ন আধ্যাত্মিক সত্তা) ইহকাল আৰু পৰকাল উভয়তে সহায়ক। ইহকাল পাৰ্থিৱ বা ইন্দ্ৰিয়গ্ৰাহ্য সুখ আৰু পৰকাল অপাৰ্থিৱ আধ্যাত্মিক আনন্দৰ প্ৰতীকো হ'ব পাৰে।

হৰিভক্তিয়ে কৰ্মফলৰ পৰা মুক্তি দিবপৰা কথাষাৰৰ অনুৰূপ এটা কথা গোপীসকলৰ বস্ত্ৰহৰণৰ প্ৰসংগত শ্ৰীকৃষ্ণৰ উক্তিৰূপে ভাগৱতত (১০।২২।২৬) দিয়া আছে। —

ন মষ্যাৱেশিতধিয়াং কামঃ কামায় কল্পতে।
ভৰ্জিতা কথিতাধানা প্ৰায়ো বীজায় নেষ্যতে।

ভাৱানুৱাদ— "যাৰ নিজৰ মন-প্ৰাণ মোৰ (ভগৱানৰ) ওচৰত সমৰ্পিত হৈছে, তেওঁৰ কামনাসমূহেও তেওঁক সংসাৰ-ভোগৰ ফালে লৈ যাব নোৱৰা হয়, যিদৰে ভজা বা সিজোৱা ধানৰ পৰা গজালি নোলায়।" মনেই ইন্দ্ৰিয়জনিত সকলো বিষয়-ভোগৰ আৰু ঈশ্বৰ চিন্তাৰ মূল। গতিকে মন ঈশ্বৰমুখী হ'লে ইন্দ্ৰিয়সমূহৰ বৃত্তিও ঈশ্বৰৰ ভক্তিত জড়িত হৈ পৰে। সেই বাবে এই প্ৰসংগত শংকৰদেৱৰ পদ-ভাঙনিত গোপীসকলক শ্ৰীকৃষ্ণই এইদৰে কৈছে—

মোতেসে একান্ত চিত্ত যাৰ তাক
নকৰৈ কামে অনর্থ।
নিশ্চয় জানিবা যেন ভজাধান
গজিবে নুহি সমর্থ ॥ দশম ৯১৪।

সর্বস্ব কৃষ্ণত সমৰ্পণ কৰা গোপীসকলৰ প্রেমভক্তিৰ বর্ণনা কৰাৰ পাছত শংকৰদেৱে নিজৰ উপদেশ-প্রসংগত কৈছে—

ইটো কামজয় নাম কৃষ্ণকেলি অনুপাম
আক শুনৈ ভণৈ যিটোজনে।
হেলায়ে জিনিবে কাম দুখ হৈব উপশাম
তাক পীড়া এৰিব মদনে ॥
কৃষ্ণৰ চৰিত্ৰ ইটো আক এক মনে যিটো
পৰম গৌৰৱে ৰংগে গাৱে।
তাহাক পাতকে ছাৰৈ কৃষ্ণত ভকতি বাঢ়ে
হাততে মুকুতি সিটো পাৱে ॥ ১৬২৮ (দশম)

*  *  *  *

জানি এৰা আন কৰ্ম কলিত কীর্তন ধৰ্ম
হৰিনামে জগত উদ্ধাৰ।
শাস্ত্ৰৰো এহিসে মজ্জা নামেসে পুণ্যৰ ৰাজা
আনধৰ্ম কিংকৰ ইহাৰ ॥
দিনে দিনে টুটে আয়ু কৈত পৰৈ প্ৰাণ-বায়ু
হেলা এৰি ধৰা গুণ নাম।
কৃষ্ণ হৰি ৰাঢ় মুখে বৈকুণ্ঠ লভিবা সুখে
নিৰন্তৰে বোলা ৰাম ৰাম ॥ ১২৩০

ভগৱানৰ চৰণত মন-প্ৰাণ সমৰ্পণ কৰা (শৰণ গ্ৰহণ কৰা) ভক্তৰ বোধ বা উপলব্ধি স্বৰূপ ভক্তিৰ মুখ্য সাধন নামৰ মাহাত্ম্য সম্বন্ধে দশম স্কন্ধৰ উপদেশ-প্রসংগত কৈছে—

গীতা ভাগৱত শাস্ত্ৰৰ সম্মত জানিবা এহিসে নিষ্ঠ।
জ্ঞানত কৰ্মত কৰিয়া হৰিৰ কীর্তন ধৰ্ম গৰিষ্ঠ ॥
ইহাক নজানি আনসে বখানে নুবুজি শাস্ত্ৰৰ তত্ত্ব
আপুনিও নষ্ট আনক নাশয় নলৈবা তাৰ সম্মত ॥ ১৭৭৮

যিটো চণ্ডালৰ জিহ্বাৰ অগ্ৰত হৰিগুণনাম থাঁজে ।
তপ জপ যজ্ঞ হোম মহাদান জানা প্ৰতি নিতে সিঞ্চে ॥
কুকুৰকো খায়ে হেন ম্লেচ্ছসবো হৰি নাম লয়ে মাত্ৰ ।
এতেকে তেখনে সি সবো হোৱয় যজ্ঞ কৰিবাৰ পাত্ৰ ॥ ১৭৭৯
হৰিৰ নামৰ অনন্ত মহিমা তৰ্কিবে তাক নপাৰে ।
পাপে ভৈল অন্ধ আনসে প্ৰবন্ধ কৰি মৰে অহংকাৰে ॥
যাক লাগি কৃপা কৃষ্ণৰ মিলিল সিসে লৈবে পাৰে নাম ।
হেন বেদবাণী সত্য হেন জানি ডাকি বোলা ৰাম ৰাম ॥ ১৭৮০

**যুগধৰ্ম ঃ—** মন কৰিব লগীয়া যে— শাস্ত্ৰৰ মতে পুণ্যৰ ভিতৰত 'নাম'ক শ্ৰেষ্ঠ বোলোঁতে কোন শাস্ত্ৰৰ মতে সেই কথা স্পষ্ট হোৱা নাছিল ; কিন্তু ওপৰৰ পদত গীতা আৰু ভাগৱতক শাস্ত্ৰ বুলি স্পষ্ট ৰূপে দেখুৱালে । শেষৰ পদফাঁকিত বেদবাণী সদৃশ সত্য বুলি জানি সেই শাস্ত্ৰৰ মত অনুসৰণ কৰি 'ৰাম ৰাম' বুলিবলৈ উপদেশ দিছে । গতিকে সত্যৰ দৃষ্টিত বা প্ৰামাণিকতাৰ দৃষ্টিত বেদ আৰু গীতা-ভাগৱত সমান জোখৰ বস্তু । গীতা অকলেই উপনিষদৰ সাৰ, যোগ শাস্ত্ৰ আৰু ব্ৰহ্মবিদ্যা বুলি পৰিচিত । সেই ফালৰ পৰা গীতা বেদৰো সাৰাংশ । ভাগৱতৰ ৰহস্য ধৰ্মও ঋগ্বেদৰ পুৰুষ সূক্তৰ পৰা ক্ৰমে বিকশিত হৈছে । এনে স্থূলত বেদৰ সময়ৰ আধ্যাত্মিক উপলব্ধিতকৈ গীতা আৰু ভাগৱতৰ আধ্যাত্মিক উপলব্ধি পৃথক্ স্তৰৰ নহয় ; কিন্তু যুগ-পৰিবৰ্তনৰ লগতে সমাজৰ আৰ্থিক আৰু নৈতিক বিধি-ব্যৱস্থাৰ পৰিবৰ্তন ঘটে । বৈদিক সমাজ-ব্যৱস্থাতকৈ গীতা-ভাগৱতৰ সমাজ-ব্যৱস্থাও সুকীয়া হোৱাটো এই কাৰণেই স্বভাৱসিদ্ধ কথা । এনে স্থূলত বেদসমূহৰ কৰ্মকাণ্ড আৰু উপনিষদৰ জ্ঞানকাণ্ডৰ ব্যৱস্থাতকৈ ভক্তি প্ৰধান একান্তিক বা ভাগৱত ধৰ্মৰ প্ৰধান সাধন 'নাম-ধৰ্ম'ক শ্ৰেষ্ঠ বোলা হৈছে । নামধৰ্ম আৰু ভক্তিৰ শ্ৰেষ্ঠত্ব বুজিব নোৱৰাসকল লোকে অন্যান্য নানা পন্থ আৰু ব্যৱস্থাৰ গুণ বখানিলেও সেইবোৰ ক্ষতিকৰ পথ বুলি ত্যাগ কৰিব লাগে । সময়ৰ পৰিবৰ্তনৰ লগে লগে মানুহৰ জীৱিকা, সমাজব্যৱস্থা আৰু মনৰ স্তৰ সলনি হয় । এনে স্থূলত ধৰ্মৰ মানসিক প্ৰস্তুতি বৌদ্ধিক যোগ্যতা আৰু ৰুচিও একে হৈ থাকিব নোৱাৰে । ইয়াকে যুগধৰ্ম সলনি হোৱা বুলি কোৱা হয় । সত্যযুগত ধ্যান বা তপ, ত্ৰেতা যুগত যজ্ঞ, দ্বাপৰ যুগত পূজা আৰু কলি যুগত হৰিনাম শ্ৰেষ্ঠ ধৰ্ম বুলি এই দৃষ্টিৰেহে ঘোষণা কৰা হৈছে ।

যুগসলনি হোৱাৰ মূল কথাটো হ'ল— আৰ্থিক জীৱনৰ ক্ৰম পৰিবৰ্তন । উৎপাদন আৰু বিতৰণ-ব্যৱস্থাৰ পৰিবৰ্তনৰ লগে লগে মানুহৰ জীৱিকাৰ লগত

জড়িত হৈ থকা সকলো শ্ৰেণীৰ মানসিক পৰিবৰ্তনো ঘটে। এই দৰে জীৱিকাৰ বাবে গ্ৰহণ কৰিব লগীয়া হোৱা কিছুমান নতুন বৃত্তিয়ে সমাজত নতুন নতুন ধৰণৰ মানসিক সমস্যাৰো সৃষ্টি কৰে আৰু সমাজত শ্ৰেণীবিভাজন বেছি হৈ আহিবলৈ ধৰে। এনে অৱস্থাত প্ৰকৃত সনাতন ধৰ্ম'ই মানৱতাৰ বিকাশৰ ফালে চকু ৰাখি নতুন সমাজৰ সকলো স্তৰৰ লোকক সামৰি লোৱাৰ চেষ্টা কৰিবই লাগিব। গতিকে চণ্ডাল প্ৰভৃতি লোকৰ আধ্যাত্মিক বিকাশৰ বাবে বৈদিক কৰ্ম, শাস্ত্ৰ জ্ঞান আৰু উচ্চ সামাজিক স্তৰৰ আচাৰ-নীতিৰ আড়ম্বৰতকৈ মানসিক প্ৰস্তুতিৰ প্ৰধান উপাদান ৰূপে আৱেগপ্ৰধান ভক্তি আৰু কলা 'প্ৰধান নাম'কেই সাধনাৰ ক্ষেত্ৰত শ্ৰেষ্ঠ স্থান দিয়া হ'ল। তপ, জপ, যজ্ঞ, হোম আদি কৰ্ম, শাস্ত্ৰজ্ঞান, জাতি আৰু আচৰণৰ অভি-মানতকৈ আন্তৰিক পৱিত্ৰতা আৰু সত্য-উপলব্ধিৰ শ্ৰেষ্ঠতা এই খিনিত স্বীকাৰ কৰা হৈছে। 'আচাৰভ্ৰষ্ট ভক্তমাহাত্ম্যম্' শীৰ্ষক এটা অধ্যায়ত শংকৰদেৱে (ভক্তিৰত্নাকৰ গ্ৰন্থত, গীতা আৰু ভাগৱতৰ উক্তি দি গী০৯।৩০,৩ ,৩২,৩৩; ভা০১১ ১৭।২০, ৬।১।১৪,১১।৫।৪১,৪২;৬।৩।২৬; শ্ৰীধৰীয়টীকা-গীতা ৯।৩৪, ভা০ ৬।১'১ ; নৃসিংহ পুৰাণ৯।৫,৬ আৰু পদ্মপুৰাণ স্ব০ খ০ ১৫।১৪৮) এই মত সমৰ্থন কৰিছে। ১৭৮০ সংখ্যক পদত অহংকাৰী পাপাত্মজনে হৰিনামৰ মহিমা বুজিব নোৱাৰে বুলি কৈছে। লগতে ভগৱানৰ কৃপাৰ ভাগী হোৱাজনেহে নাম ল'ব পাৰে বুলিছে। ইয়াৰ পৰা বুজা যায় যে— 'নাম' শব্দৰ তাৎপৰ্য এই ক্ষেত্ৰত কেৱল শ্ৰুতিগোচৰ শব্দ নহয়, আধ্যাত্মিক বিকাশৰ পূৰ্ণাংগ ব্যৱস্থাহে।

**নামৰ ব্যাপ্তি ঃ—** নামৰ ব্যাপক বা পূৰ্ণাংগ ৰূপটোৰ স্বৰূপ সম্বন্ধে কীৰ্তনৰ নামাপৰাধ খণ্ডত আছে —

পৰম বান্ধৱ হৰিৰ নাম। যিজনে আক লৱে অৱিশ্ৰাম ॥
তাৰ সাত কাৰ্য সাধিবে দেখা। প্ৰতি প্ৰতি লোৱা সাতৰো লেখা ॥৬৫
প্ৰথমে দহিবে পাতকচয়। কৰিবে মহাপুণ্য অভ্যুদয় ॥
কৰাইবে বিষয়ত বিৰকতি। কৃষ্ণত বঢ়াইবে প্ৰেম ভকতি ॥৬৬
উপজাইবে মহা বৈষ্ণৱ জ্ঞান। মায়াকো কৰিবে দহি নিৰ্বাণ ॥
চৈতন্য মূৰ্তি পূৰ্ণানন্দ হৰি। থৈবেক তেন্তএৰে একে কৰি ॥ ৬৭
তেবেসে নাম হৈবে উপশান্ত। কহিলো পৰম তত্ত্ব একান্ত॥ **

ইয়াত অৱিশ্ৰাম নাম লোৱাৰ কথা কৈছে। চিত্তত স্থায়ী প্ৰভাৱ পৰিবৰ কাৰণে এই অৱিশ্ৰাম কীৰ্তনৰ বা অনুশীলনৰ প্ৰয়োজন। মানসিক প্ৰস্তুতিৰ বাবে অভ্যাস হ'ব লাগে। এনে অভ্যাসৰ ফল স্বৰূপে ইন্দ্ৰিয়গ্ৰাহ্য বিষয়-সুখৰ প্ৰতি থকা

আকৰ্ষণ কমি আহিব। বিষয়ৰ আকৰ্ষণে লোভ, মোহ, কাম, ক্ৰোধ আদি ভিতৰৰ ৰিপুবোৰ সবল কৰি তোলে আৰু তাৰ পৰিণাম স্বৰূপে পাপকাৰ্যত মন লিপ্ত হয়, চিত্তত কুসংস্কাৰে ঠাই লয়। এই কুসংস্কাৰেই পাপ। নামৰ অভ্যাসৰ ফলত এনে কুসংস্কাৰ সৃষ্টি হোৱাত বাধা সৃষ্টি হয় বা আগতে হোৱা সংস্কাৰো ক্ৰমে হ্ৰাস পাই আহে। ইয়াকে পাপ দহন কৰা বুলিছে। কুসংস্কাৰ দূৰ কৰিবৰ কাৰণে মনৰ গঢ় লোৱা সুসংস্কাৰকে পুণ্য বুলিছে। বিষয়ৰ প্ৰতিবৈৰাগ্য আৰু কৃষ্ণত প্ৰেমভক্তিয়েই এই পুণ্যৰ মূল আধাৰ; কিন্তু তাৰ বাবে জড়বিষয়তকৈ চৈতন্য সত্তাৰ প্ৰতি আকৰ্ষণ বৃদ্ধি হ'ব লাগিব। গতিকে সমস্ত বিশ্বতে ব্যাপ্ত হৈ থকা চৈতন্য সত্তা বিষ্ণুৰ স্বৰূপ সম্বন্ধে জ্ঞান এই খিনিতি প্ৰয়োজন হয়। এই জ্ঞানকে বৈষ্ণৱ-জ্ঞান বুলিছে। জড়ৰ মাজতো এই চৈতন্যৰ উপলব্ধি হ'লে মই-মোৰ ভাৱ আৰু অসত্যত সত্যৰ ভ্ৰমস্বৰূপ মায়াও দূৰ হয়। সেই অৱস্থা পালে সৎ, চিৎ আৰু আনন্দময় হৰিৰ উপলব্ধি হয়। নামৰ লক্ষ্য ভক্তক এই অৱস্থাত উপনীত কৰা।

শুদ্ধভাৱেৰে সদাই হৰি নাম লোৱাজনৰ সম্বন্ধে ভাগৱত দশম স্কন্ধৰ ভাঙনিত শংকৰদেৱে নিজৰ মত এই বুলি দাঙি ধৰিছে।

যিটো নিতে শুদ্ধভাবে হৰিগুণ নাম গাৱে
কৃষ্ণৰূপ ধৰি হৃদয়ত।
সিটো ভাগ্যৱন্ত নৰে জগত পবিত্ৰ কৰে
কি কহিবো তাহাৰ মহৎ ॥
অনুক্ষণে হৰি স্মৰে নেত্ৰৰ লোতক ঝৰে
ৰোমাঞ্চিত হৰি কথা শুনি।
জানিবা কৃষ্ণৰ দায়া তাক নিতে তেজৈ মায়া
ভৈল সিটো ঈশ্বৰ আপুনি ॥ ২০০৮ দশমস্কন্ধ

**নামৰ অপৰাধ ঃ—** উদ্দেশ্য সৎ নহ'লে মাত্ৰ এবাৰ নাম ল'লেই যে সকলো পাপৰ পৰা মুক্ত হ'ব পাৰি, এনে ধাৰণা শুদ্ধ নহয়। কীৰ্তনৰ নামাপৰাধত পদ্মপুৰাণৰ আধাৰত শংকৰদেৱে সেই বাবে লিখিছে—

সুহৃদ হৰি নাম সমস্তৰে। তাৰ অপৰাধ যি নৰে কৰে ॥
তাহাৰ ৰক্ষাৰ নাহি উপায়। অৱশ্যে সিটো, অধোগতি যায় ॥৪৫
হৰিও ৰাখিবে নোৱাৰে তাক। শুনিয়া নাৰদে বুলিলা বাক ॥
নামৰ কোন অপৰাধগণ। লোকৰ যিটো পুণ্য কৰি ছন্ন ॥৪৬
পাপক সঞ্চি নেই অধোগতি। কহিয়ো নামৰ দ্ৰোহ সম্প্ৰতি ॥

*   *   *   *

১— ভকতক নিন্দা কৰে অধম। জানিবা নামৰ দ্ৰোহী পৰম ॥
যাত হন্তে ভৈল নামৰ খ্যাতি। তাৰ কি নিন্দা নামে সহে আতি ॥৪৯
২— গুণ নাম যত বিষ্ণু শিৱৰ। তাক ভিন্ন বুদ্ধি কৰে যি নৰ ॥
নামৰ সিয়ো মহা অপৰাধী। নৰকত পৰে দৈৱে নবাধি ॥৫০
৩/৪—যিটো পাপী কৰে গুৰুক হেলা। বেদকো নিন্দে যদি কোনো বেলা ॥
নামৰ ইয়ো দুয়ো অপৰাধ। ভুঞ্জিবে যাতনা নাহিকে বাধ ॥৫১
৫— হৰিৰ নামে কল্পে অৰ্থবাদ। নামৰ মহিমা কৰে উচ্ছাদ ॥
সিজনো নামৰ দ্ৰোহী পৰম। নৰকে পচে নাহি তাৰ জন্ম ॥৫২
৬— নামত বলে কৰে পাপ বুদ্ধি। অষ্টাংগ যোগে নাহি তাৰ শুদ্ধি ॥
নাম অপৰাধী সিয়ো পৰম। ভুঞ্জিবে যাতনা অনেক জন্ম ৫৩
৭— ধৰ্ম হোম ব্ৰত তীৰ্থত স্নান। যতেক আছে মহা যজ্ঞ দান ॥
আক এৰৈ কৰে নামক সৰি। কতনো যাতনা ভুঞ্জিবে মৰি ॥৫৩
৮— নামৰ কীৰ্তন কৰন্তে আনে। আন মন কৰি নুশুনে কাণে ॥
অধোক যাই সিও হুইবে কলা। বাহিবে কাণত তপত শঙ্গা ॥৫৫
৯— নাহিকে শ্ৰদ্ধা নপাতয় কাণ। তাক যিটো দেই নামৰ দান ॥
নামৰ দ্ৰোহী নাহি তাত পৰে। ভুঞ্জাইবে যাতনা যমকিংকৰে ॥৫৬
১০— শুনিয়া নামৰ মহিমা নীতি। তথাপি নামত নকৰে প্ৰীতি ॥
নামৰ দ্ৰোহী সিও অহংকাৰী। ভুঞ্জিবেক কাকে জিহ্বা উপাৰি ॥৫৭
এহি দশ অপৰাধ নামৰ। আমাত কৃপায়ে কহিলা হৰ ॥

*   *   *   *

নামৰ দ্ৰোহ নেৰে যিটো জানি। পাপত পচৈ সিয়ো মন্দপ্ৰাণী ॥
মাতৃক ক্ৰোধে তেজি যেন অন্ন। দুখ মাত্ৰ পাৱে বালকগণ ॥৫৯
এৰিয়া অপৰাধ দেৱঋষি। নামত যতন কৰা হৰিৰষি ॥
নামেসে কৰিব পৰম সিদ্ধি। হৰিৰ নাম জগতৰ নিধি ॥৬০
পুছিলা নাৰদ মুনি দুনাই। যাহাৰ বিজ্ঞান বৈৰাগ্য নাই ॥
সদাই মজি আছে বিষয়তে। এৰাইবে নামৰ দ্ৰোহ কিমতে ॥৬১
সনতকুমাৰে দিলা উত্তৰ। নামৰ দ্ৰোহী যিটো পাপী নৰ ॥
সততে ফুৰে হৰি নাম গাই। তেবেসে নামৰ দ্ৰোহএৰাই ॥৬২
স্বৰূপ শুনা ঋষি উদাসীন। যিজন নাম অপৰাধ হীন ॥
হৰিৰ তেবে এক নামে তৰৈ। শুনৈ বা ভণৈ বা মনত স্মৰৈ ॥ ৬৩

উদ্ধৃত পদসমূহৰ শব্দাৰ্থ সাধাৰণ ভাৱে সকলোৱেই বুজে যদিও দুটামান কথা বিশেষ ভাবে মন কৰিব লগীয়া। এটা মাত্ৰ নামৰ শ্ৰৱণ, কীৰ্তন বা স্মৰণতে মুক্তি লাভ কৰিব পৰা যিজন ভক্ত তেওঁক নামৰ অপৰাধহীন ব্যক্তি বোলা হৈছে। নামৰ অপৰাধহীন ব্যক্তি দুই শ্ৰেণীৰ হ'ব পাৰে। পূৰ্বোক্ত নাৰদৰ প্ৰশ্নৰ উত্তৰত কোৱা হৈছে যে— 'বিজ্ঞান-বৈৰাগ্যহীন'জনে নামৰ অপৰাধৰ পৰা হাত সাৰিবৰ উপায় হৈছে সততে হৰিনাম-কীৰ্তন কৰা অৰ্থাৎ নামকীৰ্তনক অভ্যাসত পৰিণত কৰি চিত্তত নামৰ সংস্কাৰ গঢ় দিয়া। আনহাতে নাৰদৰ প্ৰশ্নতে অন্য এটা কথা ধ্বনিত হৈছে যে— বিজ্ঞান-বৈৰাগ্যযুক্ত ব্যক্তিজন নামৰ অপৰাধৰ পৰা মুক্ত হোৱাটো স্বাভাৱিক। কিয়নো বিজ্ঞান দেৱৰ শক্তি বা দেৱৰ অনুগ্ৰহ স্বৰূপ উপলব্ধি; বৈৰাগ্য এনে উপলব্ধিৰ ওপৰত নিৰ্ভৰশীল এটা ভাৱ। দেৱৰ স্বৰূপ সম্বন্ধীয় জ্ঞান আৰু বিষয়ভোগৰ প্ৰতি বৈৰাগ্যই মনক যিটো স্তৰলৈ তুলিব পাৰে, সেইটো স্তৰত মনটো নামৰ অপৰাধ হ'বলগীয়া ভাৱ আৰু কাৰ্যৰ পৰা স্বভাৱতেই বিৰত হয়। গতিকে তেওঁৰ চিত্তটো বিকাৰৰহিত নিৰ্মল বাবে জড় প্ৰভাৱৰ পৰা মুক্ত হৈ পৰে। এনে নিৰ্মল চিত্তৰ ব্যক্তিয়েই উত্তম ভকত। নাম এনে ভক্তৰ উপলব্ধি চৈতন্যময়ভাৱ। গতিকে ভক্তৰ নিন্দা কৰোঁতাজন স্বভাৱতেই নামৰ স্বৰূপ-উপলব্ধিৰ পৰা বঞ্চিত হ'ব আৰু নামৰ সুফল লাভৰ বাবেও যোগ্য নহ'ব।

নামৰ চৰম লক্ষ্যটো চৈতন্য স্বৰূপ পৰমসত্তাৰ উপলব্ধি। এই উপলব্ধি সগুণ আৰু নিৰ্গুণ দুটা স্তৰত হ'লেও সগুণ ভাৱ নিৰ্গুণৰ মাধ্যমহে। প্ৰকৃতি বা ত্ৰিগুণৰ মাধ্যমেৰে ত্ৰিগুণাতীত চৈতন্যক পৃথক্ পৃথক্ নামেৰে প্ৰকাশ কৰা হয় যদিও, নামৰ ভিন্নতাই চৈতন্যৰ ভিন্নতাক স্বীকৃতি নিদিয়ে। এনে স্থলত প্ৰচলিত পৰম্পৰা অনুসৰি শিৱ, বিষ্ণু প্ৰভৃতি পৃথক নামেৰেও এক অভিন্ন চৈতন্য বস্তুকে বুজাইছে বুলি যি উপলব্ধি কৰিব নোৱাৰে, তেওঁৰ ধাৰণা কেৱল গুণময় দেৱতাৰ কল্পনাতে সীমাবদ্ধ হৈ থাকে বুলি বুজিব লাগিব। সগুণ স্তৰত নানা কাহিনীৰে জড়িত শিৱ আৰু বিষ্ণুত জড় প্ৰকৃতিৰ প্ৰভাৱ থকা বাবে সেই নাম নিৰ্গুণ হ'ব নোৱাৰে। চৰম স্তৰত নাম নিৰ্গুণ সত্য।

নামঘোষাত কৈছে— তযু গুণ নাম হৰি কেৱল নিৰ্গুণ মাত্ৰ
আৰৰ সমস্ত গুণময়।
এতেক জানিয়া হৰি তোমাৰ নামক মাত্ৰ
কৰিলোহোঁ সাৰ কৃপাময় ॥ ৮৫

ইয়াত 'গুণ-নাম' শব্দই 'গুণ' বোলোঁতে অপ্ৰাকৃত ষড়গুণৰ কথা বুজাইছে আৰু 'নাম' শব্দও নিৰ্গুণ চৈতন্য সত্তাৰ উপলব্ধি অৰ্থতহে গ্ৰহণ কৰা হৈছে। এই নিৰ্গুণ স্তৰত শিৱ-বিষ্ণুৰ পাৰ্থক্য নাই। শিৱ আৰু বিষ্ণুৰ গুণ-নামৰ পাৰ্থক্যই নামক সগুণ স্তৰলৈ নমায় কাৰণে তাকো নামৰ অপৰাধৰ শ্ৰেণীত ঠাই দিয়া হৈছে। গুৰু আৰু বেদৰ নিন্দা বা গুৰু আৰু বেদৰ প্ৰতি হেয়ভাৱ প্ৰকাশ কৰা কথায়ো চিত্ত শুদ্ধিৰ স্তৰত হোৱা নামৰ স্বৰূপ উপলব্ধিৰ কাৰণে যোগ্য নোহোৱাটো বুজায়। যাৰ পৰা জ্ঞান লাভ হয় বা যিজনে আমাক শুদ্ধ পথপ্ৰদৰ্শন কৰে তেৱেঁই গুৰু। গুৰুৰ এই গুৰুত্বৰ আঁৰত, সমাজ, সংস্কৃতি, শাস্ত্ৰ আৰু পৰম্পৰা লুকাই আছে। ব্যক্তিবিশেষেই গুৰু নহয়। গুৰুৱে সমাজ, সংস্কৃতি আৰু পৰম্পৰাৰ প্ৰতিনিধিত্বহে কৰে। সমাজ-ব্যৱস্থা, সংস্কৃতি আৰু শাস্ত্ৰৰ পৰম্পৰা বেদৰ পৰা আৰম্ভ হৈছে। সংক্ষেপতে ক'ব লাগিলে গুৰু আৰু বেদ উভয়কে জ্ঞানৰ পৰম্পৰাসূচক তত্ত্ব বুলি ধৰিব পাৰি। পূৰ্বপৰম্পৰা বাদ দি কোনোজনেই ভৱিষ্যতৰ পথ নিৰ্ণয় কৰিব নোৱাৰে। নামৰ প্ৰতিপাদ্য সত্যৰ স্বৰূপ উপলব্ধিৰ কাৰণেও সেইবাবে গুৰু আৰু বেদৰ আশ্ৰয় ল'ব লগীয়া হয়। গুৰু আৰু বেদৰ প্ৰতি আস্থাহীনজনো এই কাৰণেই নামৰ দ্ৰোহী বা অপৰাধী বুলি কথিত হৈছে।

শব্দৰ সীমাবদ্ধ অৰ্থৰ ভিত্তিত নামৰ অখণ্ড স্বৰূপটোৰ ধাৰণা হ'ব নোৱাৰে। সেইবাবে অৰ্থবাদকো নামৰ অপৰাধ অৰ্থাৎ স্বৰূপ উপলব্ধিৰ বাধক বুলি ধৰা হৈছে। নাৰায়ণ, বাসুদেৱ, কৃষ্ণ, ৰাম প্ৰভৃতি প্ৰতিটো শব্দৰে সুকীয়া সুকীয়া অৰ্থ আছে ; কিন্তু এনে সুকীয়া অৰ্থৰ সীমাৰে নাৰায়ণ, কৃষ্ণ, ৰাম, বাসুদেৱ প্ৰভৃতি শব্দৰ প্ৰতিপাদ্য একেটা পৰম সত্য ব্ৰহ্মক সীমাবদ্ধ ৰূপত গ্ৰহণ কৰিব নালাগিব। সকলো শব্দ আৰু শব্দৰ অৰ্থ একে পৰমতত্ত্বৰ ভাৱসূচক। শব্দ আৰু অৰ্থ সগুণ হ'লেও তাৰ স্বৰূপটো নিৰ্গুণ ভাবে গ্ৰহণযোগ্য। তাকে নকৰিলে নামৰ মহিমা হ্ৰাস কৰি লোৱা হয়।

নাম ল'লেই পাপ নাশ হ'ব যেতিয়া পাপ কৰিবলৈ কিহৰ ভয় বুলি যি ব্যক্তিয়ে ভাবে, সেই ব্যক্তিয়ে নামৰ সূক্ষ্ম চেতন স্বৰূপটো নিশ্চয় বুজিব নোৱাৰে। শব্দ উচ্চাৰণ কৰাকেই নাম লোৱা বুলি ভাবে। ভাব আৰু আচৰণেৰে নিজৰ চিত্তক মলিন কৰাজনে যম, নিয়ম, আসন, প্ৰাণায়াম, প্ৰত্যাহাৰ, ধ্যান, ধাৰণা আৰু সমাধিৰ আশ্ৰয় ল'বলৈ গ'লেও সুফল নাপায়। কিয়নো যোগৰ লক্ষ্যও চিত্ত শুদ্ধিহে। পাপবুদ্ধিৰে চিত্ত শুদ্ধি হ'ব নোৱাৰে।

হোম, ব্ৰত, তীৰ্থ-স্নান প্ৰভৃতি বিবিধ কৰ্তব্য বা ধৰ্ম কাৰ্যবোৰৰ পৰিবৰ্তে যি নামৰ প্ৰয়োগ কৰিবলৈ বিচাৰে, সিও নামৰ স্বৰূপ উপলব্ধি কৰিব পৰা ব্যক্তি নহয়। এই সকলোৱেই মানসিক প্ৰস্তুতিৰ নিম্নস্তৰৰ বস্তু। চিত্তশুদ্ধিৰ সহায়ক ৰূপেহে এই বিলাকৰ মূল্য। সাত্ত্বিক ভাবেৰে এই কাৰ্যবোৰ কৰিব নোৱাৰিলে ৰাজসিক আৰু তামসিক ভাবৰ ফল স্বৰূপে চিত্তত কুসংস্কাৰহে গঢ় লয়। তথাপি ব্যাৱহাৰিক জীৱনত এই বিলাকৰ প্ৰয়োজন অস্বীকাৰ কৰিব নোৱাৰি। সেইবাবে এই বিলাকৰ লগত নামৰ সম্পৰ্ক থাকিলেও, এইবোৰৰ বিকল্প ৰূপে নামৰ ব্যৱহাৰ হ'ব নোৱাৰে। ইয়াৰ পাছত কীৰ্তনৰ ৫৫, ৫৬ আৰু ৫৭ সংখ্যক পদত নামৰ যি তিনিটা অপৰাধৰ কথা কৈছে, সেই কেইটাও নামৰ বিশুদ্ধ স্বৰূপটো উপলব্ধি কৰিব নোৱৰা কাৰণে হোৱা অপৰাধ। এই বিলাক কথা বিচাৰ কৰি চালে দেখা যায় যে— নামৰ স্বৰূপ উপলব্ধিৰ বাবে প্ৰয়োজনীয় জ্ঞান আৰু আচৰণৰ অভাৱকেই নামাপৰাধ বা নামৰ দ্ৰোহ বোলা হৈছে। গতিকে নামপৰাধটো এটা 'নেতিবাচক ভাবহে; নিৰন্তৰ অভ্যাসৰ ফলত নামত ৰুচি জন্মিলে 'নেতিবাচক'ৰ ঠাইত ইতিবাচক বোধ হ'ব পাৰে। নিৰন্তৰ অভ্যাসৰ যোগেদি ৰুচি হ'বৰ কাৰণে কলাত্মক মাধ্যম গ্ৰহণ কৰা হৈছে।

কীৰ্তনৰ ৬৩ সংখ্যকপদত নামৰ অপৰাধহীনজন একোটা মাত্ৰ নামৰ শ্ৰৱণ, কীৰ্তন বা স্মৰণৰ ফলতেই সংসাৰৰ পৰা মুক্ত হ'ব পাৰে বুলিছে; কিন্তু এনে ব্যক্তি সংসাৰত কেইজন হ'ব পাৰে। ব্যাৱহাৰিক জীৱনত নামৰ অপৰাধৰপৰা হাত সাৰিব নোৱাৰি। নানা কাৰণত জ্ঞাতে বা অজ্ঞাতে ভকত, গুৰু, ৱেদ আদি শাস্ত্ৰৰ মতৰ লগত অমিল হোৱাটো স্বাভাৱিক। পুৰাণ-ভাৰত আদি শাস্ত্ৰতে শিৱ আৰু বিষ্ণুৰ লীলা-চৰিতত তেওঁলোকৰ পাৰ্থক্য দেখুৱাইছে। ৱেদপথ ত্যাগ কৰি হৰিৰ শৰণ ল'বলৈকো কৈছে (ভাগ° ১১।১২।১৪,১৫) —

এতেকে উদ্ধৱ তুমি তেজা বেদপন্থ।
যিবা জানা শুনা সবে এৰা আন গ্ৰন্থ॥
এক মাত্ৰ মোত তুমি লৈয়োক শৰণ।
নকৰিবা ভয় মই কৰিবো ৰক্ষণ॥ ১৮৭।

সত্যে বোলো উদ্ধৱ বান্ধৱ ইটো মৰ্ম।
মোক যিটো নজানে তাৰেসে আন কৰ্ম॥
ভকতি তাৰিবে তুমি থিৰ কৰা মতি।
লৈয়ো সাধুসংগ সিথি সুখে সাধা গতি॥ ১৮৮।

গীতাতো (২।৪৫) "ত্ৰৈগুণ্যবিষয়া ৱেদা নিস্ত্ৰৈগুণ্যো ভৱাৰ্জুন" উক্তিৰে ৱেদমাৰ্গক হেয় কৰা হৈছে। গতিকে শাস্ত্ৰমতে চলোঁতেও নামৰ অপৰাধৰ পৰা মুক্ত হ'ব পাৰি বুলি ভাবিবলৈ টান।

**পৰস্পৰবিৰোধী উক্তি ঃ—** মহাপুৰুষসকলৰ ৰচনাৱলীত পৰস্পৰ বিৰোধী উক্তিও পোৱা যায়। শংকৰদেৱ আৰু মাধৱদেৱৰ ৰচনাৱলীত এনে উক্তি যথেষ্ট আছে। এনেবোৰ উক্তিয়ে পাঠকসকলক বিমোৰত পেলোৱাৰ উপৰিও কেতিয়াবা পথভ্ৰষ্ট কৰিব পাৰে। মূলতে এই শ্ৰেণীৰ বিৰোধী উক্তিৰ মাজতো ঐক্য বা অবিৰোধৰ ভাৱ লুকাই আছে। ভালকৈ বিচাৰ কৰি নাচাই নিজৰ মত সমৰ্থনৰ কাৰণে ব্যৱহাৰ কৰিলে এই উক্তিবোৰৰ অৰ্থ বিকৃত হোৱাটো স্বাভাৱিক। এই সম্বন্ধে তলত দুটামান উদাহৰণ দিয়া হ'ল।

শুনা সভাসদপদ মহভাগৱত।
হৰিভকতিৰ দেখা পৰম মহত ॥২১৭৮
ব্যভিচাৰী দুষ্ট যত গোপৰ যুৱতী।
তথাপি কৃষ্ণত পাইল সপ্ৰেম ভকতি ॥
নচাৰে আচাৰ ধৰ্ম হৰিৰ ভকতি।
হেন জানি কৃষ্ণৰ চৰণে দিয়া মতি ॥২১৭৯
এতেকে তৰিবা সুখে সংসাৰ সাগৰে।
নাহিকৈ মুকুতিদাতা কেশৱত পৰে ॥
হৰিসে পৰমগতি ভকতজনৰ।
শুনিয়ো বৃত্তান্ত অভকত মনুষ্যৰ ॥২১৮০
ৰান্ধে গৰু-মাংস চণ্ডালিনী সুৰা দিয়া।
মনুষ্যৰ মুণ্ডে আছে তাহাক ঢাকিয়া ॥
পুছিলন্ত ইন্দ্ৰে অতি দেখি বিপৰীত।
আতো কৰি কোন বস্তু আছে অপৱিত্ৰ ॥২১৮১
চণ্ডালিনী বোলৈ ইন্দ্ৰ কথা নতু বুজা।
হৰি বিনে কৰে যিটো অন্য দেৱ পূজা ॥
তাৰ চৰণৰ ধূলি পৰিবাক ডৰে।
জানি আনি দিলোঁ আমি ঢাকন উপৰে ॥২১৮২
হেন শুনি ইন্দ্ৰে তাইক ৰচনে সাদৰি।
ৰথে চড়ি লৰি গৈলা আপুন নগৰি ॥

এই প্ৰসংগত দুটা শ্লোক দশম স্কন্ধৰ পদ-ভাঙনিৰ লগতে দিয়া হৈছে। এই শ্লোক দুটা ক'ৰ জনা নাযায়। গোপী-উদ্ধৱ-সংবাদৰ প্ৰসংগত গোপীসকলৰ প্ৰেম-ভক্তিৰ মাহাত্ম্য প্ৰকাশ কৰি আৰু অন্যদেৱৰ উপাসনাক তাচ্ছিল্য কৰি এই অংশটো ভাগৱতত বাহিৰৰ শ্লোকৰ আধাৰত দিয়া হৈছে। ইয়াত গোপীৰ দৰে ব্যভিচাৰী আৰু চণ্ডালিনীৰ দৰে আচাৰহীন লোক যে ভক্তিৰ অধিকাৰী হ'ব পাৰে, সেইটো কথাহে বুজোৱা হৈছে। লগতে একমাত্ৰ হৰিৰ বাহিৰে অন্য দেৱতাৰ উপাসনা কৰা কথাও নিন্দনীয় বোলা হৈছে। আনহাতে শংকৰদেৱে নিজে কীৰ্তনৰ ওৰেষা বৰ্ণনত, শিৱ, সুভদ্ৰা, গৰুড়, বটবৃক্ষ আদিক স্তুতি কৰা বিধান দিছে। আনহাতে দ্বিতীয় স্কন্ধ ভাগৱতৰ পদ ভাঙনিৰ লগত স্পষ্ট ভাবে নিজৰ মত কৈছে —

অন্য দেৱীদেৱ নকৰিবা সেৱ, নখাইবা প্ৰসাদ তাৰ।
মূৰ্তিকো নচাইবা গৃহকো নযাইবা ভক্তি হৈব ব্যভিচাৰ ॥৫৪৫
এক কৃষ্ণদেৱ কৰিয়োক সেৱ ধৰিয়ো তাহান নাম।
কৃষ্ণদাস হুয়া প্ৰসাদ ভুঞ্জিয়া হস্তে কৰা তান কাম ॥
কৃষ্ণৰ স্থানক যত্নে চালিয়োক সাণ্ডিয়ো পুণ্যৰ দাম।
কৃষ্ণৰ কিংকৰে কহে নিৰন্তৰে ডাকি বোলা ৰাম ৰাম ॥৫৪৬॥

এনেধৰণৰ পৰস্পৰ বিৰোধী উক্তিৰ উদ্ধৃতি বহুত দিব পৰা হয় যদিও তাৰ পৰা সমস্যাহে বাঢ়ে, সমাধানৰ পথ নোলায়। গতিকে সমাধানৰ পথ বাছি উলিয়াবলৈহে এই প্ৰসংগত আমি চেষ্টা কৰিছোঁ।

ক) **উক্তিভেদৰ কাৰণ :—** সকলো মানুহৰে সামাজিক, আৰ্থিক আৰু মানসিক স্তৰ তথা ৰুচি একে হ'ব নোৱাৰে। গতিকে জ্ঞান, কৰ্ম আৰু ভক্তিৰ স্তৰো সকলোৰে কাৰণে একে নহয়। তেনে স্থলত ভক্তিৰ ব্যৱস্থাও ব্যক্তি আৰু সমাজ-ভেদে সুকীয়া হ'ব লাগিব। মহাপুৰুষসকলৰ বাণী সকলো স্তৰৰ আৰু বিভিন্ন ৰুচিৰ লোকৰ কাৰণে উপযোগী হ'ব পাৰে। মহাপুৰুষৰ আদৰ্শ গ্ৰহণকৰোঁতাসকলে নিজ-নিজ ৰুচি আৰু যোগ্যতা অনুসৰি মহাপুৰুষৰ বাণী নিজৰ জীৱনত প্ৰয়োগ কৰিবলৈ যত্নশীল হয় আৰু সেই দৰে তাৰ ফলো লাভ কৰে। শংকৰদেৱৰ উক্তি-সমূহৰ বিচাৰো আমি এনে দৃষ্টিৰেহে কৰিব খুজিছোঁ। এনে দৃষ্টিৰে বিচাৰ নকৰিলে মহাপুৰুষ শংকৰদেৱ আৰু তেওঁক গুৰু বুলি স্বীকাৰ কৰা জনসমূহ উভয়ৰে প্ৰতি অন্যায় কৰা হ'ব যেন লাগে। এনে অন্যায় গুৰু আৰু ভকত উভয়ৰে দ্ৰোহাচৰণৰ তুল্যও হ'ব।

একদেৱত শৰণ-গ্ৰহণ সম্বন্ধে আগতেই কিছু আলোচনা কৰা হৈছে। মহাভাৰতৰ শান্তিপৰ্বত (৩৪৮।৬৮) তামসী, ৰাজসী আৰু সাত্ত্বিকী এই তিনি

প্ৰকাৰৰ স্বভাৱ বা বৃত্তি অনুসৰি আচৰণ পৃথক্ হোৱাৰ কথা কৈছে। একেটা পৰিয়ালতে সকলো একে স্বাভাৱৰ ব্যক্তি নহ'ব পাৰে ; এখন সমাজৰ কথা বাদেই। গতিকে এখন সবু সমাজতে সীমাবদ্ধ নোহোৱা বহল মানৱ সমাজৰ কাৰণে স্তৰ-ভেদে পৃথক্ পৃথক্ আদৰ্শ গ্ৰহণৰ সুবিধা ৰাখিব লাগিব। সেই কাৰণে ভকতৰ আৰু শৰণৰ শ্ৰেণী বিভাগ কৰা হৈছে। 'ভক্তিৰত্নাকৰ' আৰু 'নিমিনৱসিদ্ধ-সংবাদ'ত এনেধৰণৰ তত্ত্বৰ বিশ্লেষণ কৰা হৈছে। তলত এই সম্বন্ধে পদ উদ্ধৃত কৰা হ'ল। সেই পদসমূহৰ পৰা ভক্তভেদে আচৰণভেদ হোৱাৰ কাৰণ বুজিব পৰা হ'ব।

উত্তম ভকতৰ লক্ষণ ঃ— সমস্ত প্ৰাণীক দেখে ঈশ্বৰ কৃষ্ণত।
হৰিকো দেখয় যিটো প্ৰাণী সমস্তত ॥
সম্পূৰ্ণ ঐশ্বৰ্য ব্যাপি আছা জগতত।
হেন দেখে যিটো সোহি মহাভাগৱত ॥ ৫৫৬
নিমজ্জিলা চিত্ত যাৰ হৰিচৰণত।
দেখে বিষ্ণুৰেসে মায়া সমস্ত জগৎ ॥
ইন্দ্ৰিয়ৰ ভোগক আক্ৰোশ নকৰয়।
দ্বেষো নকৰয় যদি আপুনি মিলয় ॥ ৫৫৭
যদিবা কৰয় ভোগ জানে মায়াময়।
উত্তম ভকত এহি জানিবা নিশ্চয় ॥

ভাগৱতৰ মূল ১১।২।৪৫ৰ পৰা ৫২ লৈ আৰু শংকৰদেৱৰ নিমি-নৱসিদ্ধ-সংবাদৰ ৮০ৰপৰা ১০২ পদলৈকে এই সম্বন্ধে কোৱা হৈছে। এই প্ৰসংগতে কৈছে —

কৰিলেক এক কৃষ্ণদেৱক আশ্ৰয়।
কাম্য কৰ্ম বাসনা চিত্তত নোপজয় ॥
মনৰ নুগুচে সদা হৰিক স্মৰণ।
কহিলোঁ উত্তম ভাগৱত সোহিজন ॥ ৫৬০

একমাত্ৰ কৃষ্ণত আশ্ৰয় (শৰণ) গ্ৰহণ কৰা এই উত্তমভকত বা মহাভাগৱতৰ শৰণৰ বিষয়েও সাত্বত তন্ত্ৰত কৈছে। এই বিষয়ক ভাগৱতমিশ্ৰকৃত অনুবাদ তলত দিয়া হ'ল।

শৰণ বুলিয়া আক জানিবাহা দেৱঋষি
কিন্তু এহি তিনিবিধ হয়।
প্ৰথম মধ্যম শ্ৰেষ্ঠ ক্ৰমে এহি তিনি বিধ
শুনা কহোঁ তাহাঁৰ নিৰ্ণয় ॥

ধৰ্মতীৰ্থ দেৱতাত পাপ দুখ ভয়াদিত
যিমত ৰক্ষক ভাব হয়।
সেহিমত বুদ্ধি যেবে কৃষ্ণদেৱতাত ভৈল
ইহাকেসে প্ৰথম বোলয় ॥ ১৫৬ (মূলপুথি ৪।৫৯)
ভাৰ্যা পুত্ৰ মিত্ৰ ধন গৃহ গো আদিত যিবা
মমতা আশ্ৰয় কৰিছয়।
মমতা আশ্ৰয় সিটো কৃষ্ণত ঘটিল যেবে
ইহাকেসে মধ্যম বোলয় ॥ (মূঃ ৪।৬০)
দেহাদিত যেন মত আত্মা মানি অভেদত
অতিপ্ৰেম কৰিয়া থাকয়।
ইটো সৰ্ব ভাব যেবে কৃষ্ণচৰণত ভৈল
আক শ্ৰেষ্ঠ বুলিয়া নিশ্চয় ॥ ১৫৭ (মূঃ ৪।৬১)
ঈশ্বৰ একান্ত ভক্ত কৃষ্ণনাম ধৰ্ম বিনে
আনত আশ্ৰয় নকৰয়।
এক শৰণীয়া ভক্তে হৃদয়ে কৃষ্ণক ধৰি
জগত পৱিত্ৰকাৰী হয়। ১৫৮ (মূঃ ৪।৬৩)

দেৱ তীৰ্থ ধৰ্মত বিশ্বাস যত মানে।
সবাকো এৰিয়া আসি পৰম যতনে ॥
একান্ত ভক্তৰ সংগে কৰি ৰংগ মন।
কৃষ্ণ পাদ-পংকজত পশিবে শৰণ ॥ ২৯৫ (৮।২)

সাত্বততন্ত্ৰৰ অষ্টম পটলৰ তৃতীয় শ্লোকত গুৰুকো পুৰুষোত্তম শ্ৰীকৃষ্ণ বুলি ধৰি লৈ সেই নামতে (তন্নাম্নি) আশ্ৰয় গ্ৰহণ কৰিবলৈ কৈছে। ইয়াৰ পাছৰ দুটা শ্লোকত বলি-বিধান (পশু-বলি) আৰু অন্যদেৱতাৰ উপাসনা নিষিদ্ধ কৰিছে। সেইমতে বলিদান আদিৰে কৰিব লগীয়া অন্যান্য দেৱতাৰ পূজা ত্যাগ কৰি সৰ্বদেৱ স্বৰূপ (সকলোদেৱতাৰ মূল সত্তা) কৃষ্ণকে সযত্নে পূজা কৰিব লাগে (৮।৪)। ইয়াৰ পাছত অন্যান্য দেৱতাকো কৃষ্ণতকৈ ভিন্ন নহয় বুলি ভাবি স্মৰণ কৰিবলৈ কৈছে (৮।৫)। এই সম্পৰ্কে ভাগৱত মিশ্ৰৰ অনুবাদ তলত দিয়া হ'ল।

গৃহাশ্ৰমী ভকতৰ শুনা যেন নয়।
কাম্যকৰ্ম-বিধিক যে তেজিব নিশ্চয় ॥ ২৯৮
নিত্য নৈমিত্তিক আৱশ্যক বুলি যাক।

বুদ্ধিত বিষ্ণুক স্মৰি কৰিবেক তাক ॥
যদি বোলা নিত্য কৰ্মাদিত বিধিগণ।
অন্যদেৱ পূজা কিছু কৰে নিৰূপণ ॥ ২৯৯
শুনিয়ো উত্তৰ কৃষ্ণ পূজা কৰি পাছে।
হৃদয়ে কৃষ্ণক ধৰি পূজিবাক আছে।
আন বেলা দেৱৰ যে পৃথকে পূজন।
কদাচিতো মনে নকৰিবে সুমৰণ ॥ ৩০০
কিন্তু ভাৰ্যা পুত্ৰ মিত্ৰ আনো বন্ধুগণ।
তেজি কৃষ্ণ পদে যিটো পশয় শৰণ ॥
কৃষ্ণৰ কথাত মাত্ৰ সৰ্বদাই ৰতি।
তাৰ কিছু কৰ্ম নাহি কহিলোঁ সম্প্ৰতি ॥ ৩০১
অন্যদেৱ পূজা কিন্তু নিষেধ সবাৰ।
শুনিয়োক কহোঁ আবে যেন ফল তাৰ ॥
বলি দিয়া সকামে যে আন দেৱ পূজে।
ভক্তি ভ্ৰষ্ট হুয়া দুনাই সংসাৰত মজে ॥ ৩০২ +

এই প্ৰসংগত নামঘোষাৰ এটি পদ আৰু গুৰুচৰিতৰ ব্যাসকলাই বিপ্ৰৰ কথা মনলৈ আহে। নামঘোষাত আছে —

তাৰত কৃষ্ণৰ ভক্ত নৰে ভক্তি অবিৰোধী কৰ্ম কৰে
কৃষ্ণৰ সেৱাত ৰতি যাৰে নোপজয়।
যেবে ভৈল কৃষ্ণ কথাৰত নিত্যনৈমিত্তিক আদি যত
কথাৰ বিৰোধী জানিয়া সবে তেজয় ॥ ৫৯৯

ওপৰত দিয়া ৩০১ সংখ্যক পদৰ লগত এই ঘোষাৰ বিচাৰ মিলে ; কিন্তু ২৯৮ৰপৰা ৩০০ সংখ্যক পদৰ বিচাৰ এই ঘোষাৰ প্ৰথমটো পদৰ অনুৰূপ। 'কৃষ্ণকথাৰত' যি শ্ৰেষ্ঠ শৰণ গ্ৰহণকাৰী উত্তমভক্ত তেওঁৰ কাৰণে ২৯৮ৰপৰা ৩০০ সংখ্যক পদত বৰ্ণিত ব্যৱস্থাৰ বান্ধোন শিথিল হৈ পৰে ; কিন্তু সেই স্তৰলৈ উঠিব নোৱৰা সংসাৰী বা অবিৰক্তজনৰ কাৰণে এনে ব্যৱস্থা ত্যাজ্য নহয়। সেই বাবে নাম ঘোষাত কৈছে —

---

+ পুৰণি কমলাবাৰীসত্ৰত থকা প্ৰায় ডেৰশবছৰীয়া পুৰণি সাঁচীপতীয়া পুথিত (শংকৰদেৱৰ সংস্কৃত ভক্তিৰত্নাকৰৰ নকলত) শৰণ সম্বন্ধে উদ্ধৃত শ্লোকৰ পৰিবৰ্তে তাৰ অনুবাদহে বুজিবৰ সুবিধাৰ অৰ্থে দিয়া হ'ল। ৰামচৰণ ঠাকুৰৰ পদভাঙনিত ভক্তিৰত্নাকৰৰ এই অধ্যায়টো পোৱা নাযায়।

অবিৰক্ত ভকতৰ বেদ লংঘিবাৰ দোষ
জানিবাহা ইহাক নিশ্চয়
পৰম বিৰক্ত যিটো কৃষ্ণৰ ভকত ভৈল
তাৰ একো নাহিকে নির্ণয় ৷ ৫৯৮

ভকতৰ সাধনাৰ স্তৰ অনুসৰিহে শৰণৰ স্তৰ আৰু আচৰণৰো স্তৰ সৃষ্টি হয়। ওপৰত উত্তম ভকতৰ লক্ষণ দিয়া হ'ল। ইয়াৰ পাছত মধ্যম আৰু প্ৰথম শৰণৰ স্তৰৰ মধ্যম আৰু প্ৰাকৃত ভকতৰ লক্ষণ সম্বন্ধে বিচাৰ কৰিব লাগে। উত্তম ভক্তই সমস্ত প্ৰাণীতে হৰিক আৰু হৰিকো সমস্ত জগতত্তে ব্যাপ্ত ৰূপত দেখা পায়। লগতে নিজৰ দেহাদিত যেনে বিশ্বাস, তেনে বিশ্বাসেৰে হৰিত শ্ৰেষ্ঠ শৰণ গ্ৰহণ কৰে। মধ্যম ভক্তৰ শৰণো মধ্যম স্তৰৰ। এই শৰণত নিজৰ দেহাদিৰ সমান বিশ্বাস হৰিত স্থাপন নহয় আৰু আচৰণৰ ক্ষেত্ৰতো তেওঁ উত্তম ভক্তকৈ কিছু পৃথক্ হৈ থাকে। নিমিনৱসিদ্ধ-সংৱাদত উত্তমভক্তৰ আচৰণ এইদৰে বৰ্ণাইছে।

কোনো কৰ্ম বৰ্ণাশ্ৰম ধৰ্ম আচৰয়।
তথাপি দেহত অহংকাৰ নোপজয় ॥ ** ৫৬১ ॥
সমস্তত ভূতত্তে সম শান্ত সৰ্বদাই।
ধনে-জনে আত্মপৰ ভেদ বুদ্ধি নাই ॥
সমস্তৰে এক আত্মা মানয় মনত।
সোহিজন জানিবা উত্তম ভাগৱত ॥ ৫৬২।

মধ্যমভক্তৰ লক্ষণ এনে ধৰণৰ —

ঈশ্বৰক দেখে যিটো মনে সমস্তত।
সমানত মৈত্ৰী কৰে প্ৰীতি উত্তমত ॥
বিপক্ষত ক্ষমা কৰে কৃপা দুঃখিতত।
জানা ৰাজা সোহিজন মধ্যম ভকত ॥ ৬০০ ( ভাং ১১।১২।৪৪)
উপদেশ পায়া যথোচিত প্ৰবৰ্তয়।
উত্তমত সেৱা মহা শ্ৰদ্ধায়ে কৰয় ॥
হীনত কৰয় দয়া মৈত্ৰী সমানত।
জানিবা নৃপতি সোহি মধ্যম ভকত ॥ ৬০২

প্ৰাকৃত ভকতৰ লক্ষণ এই দৰে দিছে—

নাহি মান্য ভক্তকো আনকো নাহিকয়।
এক প্ৰতিমাত মাত্ৰ হৰিক পূজয় ॥৬১০।
দুইবে শ্ৰেষ্ঠ সিও পাছে কৰয়ে ভকতি ॥ ** ৬১১।(ভাং ১১।২।৪৫)

আচাৰহীন বা আচাৰভ্ৰষ্ট ভক্তৰ লক্ষণ গীতা ৯।৩০,৩১,৩২ শ্লোকত আছে। ভক্তিৰত্নাকৰতো তাৰ আধাৰত কৈছে— (অনুবাদ ৰামচৰণ ঠাকুৰৰ)

আন দেৱ তেজি মোকে মাত্ৰ ভজে যদি দুৰাচাৰী নৰ। ৬৩৯
অতি শ্ৰেষ্ঠতৰ সাধু বুলি তাক মানিবা তুমি অৰ্জুন।
যিহেতু মোকেসে কৰিলে নিশ্চয় সেহিসে সাধু নিপুণ॥
বুলিবা তোমাক অল্পকালে মাত্ৰ আছয় নিশ্চয় কৰি।
এতেকেসে মনে দুৰাচাৰ তাক সাধু বুলিবাক পাৰি॥ ৬৪০
তেজা ইটো শংকা দুৰাচাৰো যদি আমাক মাত্ৰ ভজয়।
এতেকেসে সিটো অতিশীঘ্ৰে হোৱে ধৰ্ম-চিত্ত অতিশয়॥
ঈশ্বৰত মোত হোৱে অতি নিষ্ঠা বিকাৰ গুচে চিত্তৰ।
হেনয় শান্তিক সদা পাৱে সিটো কৈলোঁ ইটো সাৰতৰ॥ ৬৪১

ভক্তৰ শ্ৰেণী আৰু প্ৰকৃতিভেদে জ্ঞান, আচৰণ আৰু স্থান ভিন্ন হোৱাৰ কথাঁও ভক্তি-ৰত্নাকৰত কোৱা হৈছে। এই সম্বন্ধীয় প্ৰায় ভাগ উক্তিৰ আধাৰ ভাগৱতৰ একাদশ স্কন্ধ। তলত ইয়াৰ অনুৱাদ ৰামচৰণ ঠাকুৰৰ ভক্তিৰত্নাকৰৰ পদ-ভাঙনিৰ পৰা দিয়া হৈছে।

জ্ঞানভিন্নতা ঃ— দেহাদিক এৰি একে আমাতেসে ভৈল জ্ঞান
সেহি জ্ঞান সাত্ত্বিক প্ৰসিদ্ধ।
দেহাদিক জানে মাত্ৰ ৰাজসিক সেহি জ্ঞান
জানিবাহা ইহাক নিশ্চয়।
বাল-জৰাদিৰ তুল্য তামসিক সেহিজ্ঞান
কহিলাহোঁ কৰিয়া নিৰ্ণয়॥ ৫৪৪
মই ঈশ্বৰত মাত্ৰ ভৈল জ্ঞান যাৰ আসি
বোলয় নিৰ্গুণ জ্ঞান তাকে।
কহোঁ পুনৰ্বাপ আৰো শুনা সাৱধান মনে
যিটোজন যিবা স্থানে থাকে॥
সাত্ত্বিক সকল বাস কেৱল বনত কৰে
ৰাজসিকে নগৰ গ্ৰামত।
জুৱা-পাশা খেলে যথা তামসিকজনে তথা
বাস কৰি থাকয় সতত॥ ৫৪৬।
সাক্ষাতে বেকত হুয়া থাকোঁ মই যি থানত (মই=হৰি)
সিটো স্থান নিৰ্গুণ প্ৰসিদ্ধ।

নিগু'ণ পুৰুষ সব সৰ্বদাই থাকে তাত
শূনা আবে কৰ্তা চাৰি বিধ ॥
ফলক আসক্তি এৰি কৰ্ম কৰে যিটো জনে
সিটো কৰ্তা জানিবা সাত্ত্বিক ।
কৰ্মফলে অতিশয় নিমজ্জিল মন যাৰ
জানা সিটো কৰ্তা ৰাজসিক ॥ ৫৪৫
নজানি কৰয় কৰ্ম জ্ঞানশূন্য মতিভ্ৰম
তামসিক কৰ্তা বুলি তাকে ।
আমাত কেৱল এক শৰণ লৈলেক মাত্ৰ
বোলয় নিগু'ণ কৰ্তা তাকে ॥ * * ৫৪৭ ॥

জ্ঞান-ভিন্নতাৰ লগতে স্থান আৰু কৰ্তৃ'ত্ববোধ পৃথক্ হোৱাৰ দৰেই ভক্তিৰ লক্ষণো ভিন্ন হয় । এনে লক্ষণভেদে উত্তমা, অন্তৰংগা, নিগু'ণা আৰু সপ্ৰেম ভক্তি এই চাৰিটা শ্ৰেণীত ভক্তিক বিভক্ত কৰিছে । ভাগৱত পুৰাণৰ এই শ্ৰেণী-বিভাগতকৈ সাত্বত তন্ত্ৰৰ শ্ৰেণীবিভাগ কিছু সংক্ষিপ্ত । সাত্বত তন্ত্ৰৰ চতুৰ্থ পটলত নিগু'ণা, ভাগৱতী আৰু প্ৰেমময়ী এই তিনিটা ভাগহে কৰা হৈছে । এই তিনিও বিধৰ সাধন-ব্যৱস্থা সম্বন্ধে বৰ্ণনা দিয়াৰ লগতে তাৰ প্ৰতিকূল আচৰণ সম্বন্ধেও তলত দিয়া ধৰণে কৈছে ।

নিগু'ণা ভক্তিৰ নাশ প্ৰাণী-হিংসা কৈলে ।
ভাগৱতী নাশ হোৱে অহংকাৰ ভৈলে ॥
প্ৰেমময়ী নাশ হোৱে সন্তৰ দ্বেষত ।
নিজ গুৰু অনাদৰে সবে ভক্তি হত ॥ ১৪৪ ।

কায়মনোবাক্যে সকলো কৰ্ম বিষ্ণুত সমৰ্পণ কৰাটো ভাগৱতী ভক্তিৰ, জীৱসমূহৰ প্ৰতি দয়া নিগু'ণা ভক্তিৰ আৰু কৃষ্ণ-কথা শ্ৰৱণ-কীৰ্তনত প্ৰীতি প্ৰেম-ময়ী ভক্তিৰ অনুকূল ব্যৱস্থা ৰূপে গ্ৰহণ কৰা হৈছে । এই সকলো কথা বিচাৰ কৰি চালে বুজিব পাৰি যে— সকলো শ্ৰেণীৰ ভক্তৰ বাবে একে ধৰণৰ বিধি-ব্যৱস্থা সমান ভাবে গ্ৰহণ যোগ্য বা ত্যাজ্য নহ'বও পাৰে । অন্যদেৱতাৰ স্তুতি, স্মাৰ্ত বিধি-ব্যৱস্থা-পালন আৰু তীৰ্থ-ভ্ৰমণ আদিৰ বিষয়ে থকা মতভেদৰো এয়ে কাৰণ ।

**(খ) বুদ্ধিৰ স্থূলতা আৰু পক্ষপাতিতা :—** বহুত সময়ত সূক্ষ্মভাৱে বিচাৰ কৰি নোচোৱা কাৰণেও উক্তিসমূহৰ তাৎপৰ্য বুজা নাযায় । এই সম্বন্ধে তলত দুটামান উদাহৰণ দিয়া হ'ল ।

**অন্যদেৱ-দেৱীৰ স্তুতি** — শংকৰদেৱৰ জীৱনচৰিতত ব্যাসকলাই বিপ্ৰৰ দুৰ্গতিৰ কথা পোৱাযায়। অন্যদেৱতাৰ উপাসনাকেই এই দুৰ্গতিৰ কাৰণ বুলি কোৱা হৈছে। এই কাহিনী মতে ব্যাসকলায়ে নিজে অন্যদেৱতাৰ পূজা, উপাসনা, স্তুতি-প্ৰাৰ্থনা একো কৰা নাছিল। পৰিয়ালৰ আন মানুহক এই ক্ষেত্ৰত মাত্ৰ অনুমতিহে দিছিল। তথাপি তেওঁৰ প্ৰতি শংকৰদেৱ অত্যন্ত ৰুষ্ট হৈ পৰিল। আনহাতে শংকৰদেৱৰ পত্নীয়ে গণেশৰ পূজা লৰা-ছোৱালী কেইটিৰ মংগলৰ কাৰণে নিতৌ কৰি আছিল। এতিয়া বিচাৰ কৰি চাবলগীয়া কথা যে— ব্যাসকলাই আৰু শংকৰ-পত্নীৰ মাজত পাৰ্থক্য কি? সাধাৰণ দৃষ্টিৰে দেখাত ব্যাসকলাইতকৈ শংকৰ-পত্নীৰ দোষ গুৰুতৰ। সেইটো যদি হয়, তেতিয়া শংকৰদেৱ পক্ষপাতিতা-দোষৰ পৰা মুক্ত নহয়। এই প্ৰসংগত তলত দিয়া কথাকেইটা মন কৰিব লগীয়া।

(১) শংকৰদেৱৰ পত্নী হ'লেও ঘৰৰ প্ৰচলিত পৰম্পৰা মতে স্মাৰ্ত-ব্যৱস্থা মানি অহাটো তেওঁৰ বাবে সাধাৰণ কথা আছিল। চাকিৰ কাষতে আন্ধাৰ থকাৰ দৰে শংকৰদেৱৰ কথাৰ মূল্য তেওঁৰ পত্নীয়েও বুজা নাছিল। শংকৰদেৱে 'হৰিশ্চন্দ্ৰ উপাখ্যান'ত গণেশপূজাৰ অসাৰতা দেখুৱাইছে যদিও তেওঁৰ পত্নীয়ে তাৰ তাৎপৰ্য বুজিব পৰা নাছিল। শংকৰদেৱে ধৰ্মপ্ৰচাৰ আৰম্ভ কৰাৰে পৰা বেলগুৰিত মাধৱ-দেৱক লগপোৱালৈকে এই দীঘলীয়া সময়ছোৱা এইদৰেই পাৰ হৈছিল। মাধৱ-দেৱে শংকৰপত্নীৰ এই পুৰণি ব্যৱস্থা দূৰ কৰিলে।

(২) নিত্য-নৈমিত্তিক কাৰ্যত অন্যদেৱতাৰ স্তুতি সাত্বত তন্ত্ৰই নিষেধ নকৰা কথা আগতে কোৱা হৈছে। স্মাৰ্ত ব্যৱস্থাৰ পঞ্চদেৱতাৰ ঠাইত কেৱল বিষ্ণুক উপাস্য ৰূপে গ্ৰহণ কৰা মহাপুৰুষীয়া মত প্ৰতিষ্ঠিত কৰোঁতে শংকৰদেৱৰ কাৰণেও যথেষ্ট সময়ৰ প্ৰয়োজন হৈছিল। সম্ভৱতঃ মাধৱদেৱ শংকৰদেৱৰ সম্পৰ্কলৈ অহাৰ আগতে শংকৰদেৱৰ ধৰ্মটো সিদ্ধান্তৰ ক্ষেত্ৰত যিদৰে মহাপুৰুষীয়া হ'ব পাৰিছিল, ব্যৱস্থাৰ ক্ষেত্ৰত সেইদৰে হ'ব পৰা নাছিল।

(৩) ব্যাসকলাই পণ্ডিত ব্যক্তি আছিল। শংকৰদেৱৰ পত্নীতকৈ তেওঁৰ নিজা বিচাৰ-বুদ্ধি উচ্চ স্তৰৰ আছিল। ব্যাসকলায়ে নিজে শাস্ত্ৰৰ ব্যাখ্যাও কৰিছিল। গতিকে তেওঁ জ্ঞানী আছিল। জ্ঞানীজন অন্ধবিশ্বাসী আৰু শিথিল বিচাৰৰ ব্যক্তি হ'ব নালাগে; কিন্তু ব্যাসকলাইৰ অন্ধবিশ্বাস দূৰ হোৱা নাছিল। সেইবাবে তেওঁ উপাস্যদেৱ কৃষ্ণই কৰিব নোৱৰা উপকাৰ শিৱ বা দুৰ্গাই কৰিবও পাৰে বুলি মনতে ভাবিছিল। শাস্ত্ৰজ্ঞান হ'লেও বিষয়ৰ মোহ আৰু অন্ধবিশ্বাস দূৰ নোহোৱা পৰ্যন্ত ভগৱানত এক শৰণ সম্ভৱ নহয়। আনহাতে নিজৰ ইষ্টদেৱ বিষ্ণু বা কৃষ্ণৰ স্বৰূপটোও যে ব্যাসকলায়ে উপলব্ধি কৰিব পৰা নাছিল, সেই কথা কাহিনীটোত

প্ৰকাশ পাইছে। ভগৱান নাৰায়ণ বা বাসুদেৱ সৰ্বব্যাপক ; তেওঁৰেই বিভূতি এই সমস্ত বিশ্ব আৰু দেৱতাসমূহ। এনে স্থূলত বিষ্ণুৰ অংশ ৰূপে ভাবি অন্যদেৱতাক নিষ্কাম ভাবে স্তুতি কৰা আৰু বিষ্ণুতকৈ পৃথক্ সত্তা ৰূপে সকাম ভাবে আন দেৱতাক স্তুতি কৰা একে কথা নহয়। ব্যাসকলায়ে বাসুদেৱৰ ব্যাপ্তি আৰু অখণ্ড পৰম ব্ৰহ্মত্ব উপলব্ধি নকৰাৰ লগতে অন্য দেৱত স্থাপন কৰা আস্থাৰ দ্বাৰা নিজৰ ইষ্টদেৱক ভক্তৰ হিতসাধনৰ কাৰণে অক্ষম বুলিও বুজোৱা হ'ল। বহু বছৰ ধৰি গীতা-ভাগৱতৰ ব্যাখ্যা কৰি অহা এজন পণ্ডিত ব্ৰাহ্মণৰ এনেকুৱা মানসিক অযোগ্যতা দেখি শংকৰদেৱ ব্যাসকলাইৰ প্ৰতি বিতুষ্ট হৈছিল।

(৪) শংকৰদেৱৰ সমকালীন প্ৰায়ভাগ শৈৱ আৰু শাক্তপীঠৰ পূজা-পদ্ধতি স্থানীয় জনগোষ্ঠীৰ বলিবিধানযুক্ত অবৈষ্ণৱ আহিৰ আছিল। ৰাজসিক আৰু তামসিক উপাসনাৰ পদ্ধতিয়ে মনৰ সাত্বিক বৃত্তিৰ বিকাশত বাধা সৃষ্টি কৰে। সেই বাবেহে শংকৰদেৱে "অন্য দেৱী দেৱ নকৰিবা সেৱ, গৃহকো নযাইবা তাৰ; মূৰ্তিকো নচাইবা প্ৰসাদ নখাইবা ভক্তি হৈব ব্যভিচাৰ।" বুলি নিষেধাত্মক বাণী শুনাইছে। আনহাতে ইয়াৰ বিপৰীতে বিষয়ভোগৰ পৰা মুক্তি বিচাৰি সাত্বিক আদৰ্শত অন্যদেৱতাক স্তুতি কৰিলেও সেই স্তুতি বিষ্ণুৰে অংশ বা বিভূতিৰ স্তুতি বুলি ধৰিব পাৰি। তেনে স্তুতিয়ে ইষ্টদেৱৰ 'সৰ্বদেৱময় স্বৰূপ' এটাৰহে উপলব্ধি হোৱা বুজায়। ব্ৰহ্মপুৰাণৰ আধাৰত লিখা ওৰেষাবৰ্ণন আৰু ভাগৱত পুৰাণৰ আধাৰত লিখা বাকী পদসমূহৰ অৰ্থও এনে দৃষ্টিৰেই গ্ৰহণ কৰিব লাগিব।

(ক) নমো ব্ৰহ্মগামী দেৱীক প্ৰণামো দিয়োক মোক্ষ-মুকুতি ॥২২০৮
কমলালোচনী নমো কাত্যায়নী কৰা মোক পৰিত্ৰাণ।
বলোৰ ভগিনী সুভদ্ৰাক নমি পাৱৈ বিষ্ণুলোকে স্থান ॥ **২২০৯

মন কৰিব লগীয়া যে— এই শ্ৰেণীৰ কথাবোৰ শংকৰদেৱৰ নিজা উপদেশ নহয়। স্থান বিশেষৰ প্ৰচলিত ব্যৱস্থাহে। এনে ব্যৱস্থা নিত্য কৰ্ম ৰূপে বা সাধনাৰ অপৰিহাৰ্য অংশ ৰূপে গ্ৰহণ কৰিবলৈ দিয়া নাই। সামাজিক প্ৰয়োজনত ভক্তিৰ অবিৰোধী দৃষ্টিৰে নৈমিত্তিক ভাবে এনে ব্যৱস্থা মানিলেও হানি নাই ; কিয়নো ইয়াত বিষয়-সুখৰ উদ্দেশ্যে ইষ্টদেৱতাক অসমৰ্থ বুলি ভাবি অন্যদেৱতাক প্ৰাৰ্থনা জনোৱা নাই।

(খ) এহি বুলি নৰসিংহ ভৈল অন্তৰ্দ্ধান।
প্ৰহ্লাদে কৰিলা ত্ৰিদশক বহুমান ॥ ৪৬৬
প্ৰথমতে ব্ৰহ্মাক নমিলা দৈত্যেশ্বৰ।
শংকৰক প্ৰণামিলা আত অনন্তৰ ॥

জানন্ত বিষ্ণুৰ অংশ আন যত দেৱ।
একে থানে সবাকো কৰিলা পৰি সেৱ ॥৪৬৮(প্রহ্লাদচৰিত-কীৰ্তন)

ইয়াত নৃসিংহৰ অন্তৰ্দ্ধানৰ পাছত প্রহ্লাদে ব্রহ্মা, শিৱ আৰু আনদেৱতা-সকলক প্রণাম কৰা কথা কৈছে। জগতৰ সকলোতে এক পৰমেশ্বৰক দেখা একশৰণীয়া উত্তম ভক্তৰ কাৰণে নিষ্কাম ভাবে অন্যদেৱতাৰ স্তুতিও ভক্তি-বিৰোধী নহয়। অন্য দেৱ-দেৱীৰ স্বৰূপ সম্বন্ধে ভাগৱত দশম স্কন্ধৰ বেদ-স্তুতিৰ প্রসংগত আছে—

বৃহদুপলব্ধমেতদৱয়ন্ত্যৱশেষতয়া যত উদয়াস্তময়ৌ
বিকৃতেৰ্মৃদিৱাৱিকৃতাৎ।
অত ঋষয়ো দধুস্ত্বয়ি মনোৱচনাচৰিতং
কথমযথা ভৱন্তি ভুৱি দত্তপদানি নৃণাম্ ।১০।৮৭।১৫

ভাৱাৰ্থ—বেদত, বায়ু, অগ্নি, ইন্দ্ৰ আদি দেৱতাৰ কথা পোৱা হয়; কিন্তু যিহেতু পৰম ব্রহ্ম অসীম বৃহৎ, সেই হেতুকে বৈদিক মন্ত্র সমূহেও বিবিধ ৰূপত এক মাত্র পৰমব্রহ্মৰেই স্তুতি কৰে। ঘট প্রভৃতি দ্রব্যসমূহ মাটিৰ পৰা উৎপন্ন হৈ মাটিত লয় পোৱাৰ দৰেই ৰুদ্র, ইন্দ্র, বায়ু প্রভৃতি দেৱতাসমূহো পৰমব্রহ্মৰ পৰা উৎপন্ন হৈ পুনৰ পৰমব্রহ্মতে লীন যায়। সেই কাৰণে ঘটাদি দ্রব্যসমূহ যিদৰে মাটিতকৈ ভিন্ন নহয়, সেইদৰে বেদোক্ত দেৱতাসমূহো পৰমব্রহ্মতকৈ ভিন্ন নহয়। গতিকে ঋষি-সকলে মন আৰু বাক্যেৰে (ধ্যান বা স্মৰণ আৰু কীৰ্তনেৰে) পৰমব্রহ্মতেই কৰ্ম সমৰ্পণ কৰি, তেওঁকেই ধ্যেয় আৰু জ্ঞেয় ৰূপে প্রতিপাদন কৰিছে। গছ, ইটা, ঘৰ আদি যিহতেই থিয় হওক লাগে, সেই সকলো অৱস্থাতে ভূচৰ মানবে পৃথিৱী-কেই আধাৰ স্বৰূপে গ্রহণ কৰিব লগীয়া হয়। সেইদৰে বেদসমূহেও ইন্দ্র, অগ্নি, বায়ু আদি নানা দেৱতাৰ নামত একমাত্র পৰমব্রহ্মৰ কথাকেহে কয়। শংকৰ-দেৱে এই শ্লোকৰ অনুবাদ অতি চমুকৈ এইদৰে দিছে —

দশ দিগপাল সমে জগত সমস্ত।
তোমাতেসে উপজে তোমাত যায় অন্ত।
আতেসে সমস্ত ব্রহ্মমন্ত্রগণে ৰঢ়ে।
যেন যৈতে ভৰি দিয়ে পৃথিৱীত পৰৈ ।। (বেদস্তুতি-কীৰ্তন ১৬৫১)

একাদশ স্কন্ধত আছে—

মামেৱ সৰ্বভূতেষু বহিৰন্তৰপাৱৃতম্।
ঈক্ষেতাত্মনি চাত্মানং যথা খমমলাশয়ঃ ॥ ১২।২৯।১২

শংকৰদেৱৰ পদ ভাগৱতত এনে ধৰণৰ—

বাহিৰে ভিতৰে জানা ইটো জগতৰ।
পৰিপূৰ্ণ ৰূপে আছোঁ পৰম ঈশ্বৰ॥ ২৫৪
জানা ইটো তত্ত্বকথা থিৰ কৰি চিত।
মোকেসে দেখিবা মাত্ৰ সমস্ত প্ৰাণীত॥
আপোনাতো দেখিবা ঈশ্বৰ অন্তৰ্যামী
জ্ঞান দৃষ্টি চাই মোক ফুৰিবা প্ৰণামি॥ ২৫৫ (একাদশ স্কন্ধ)

কীৰ্তনৰ ১৮২০ পদৰ পৰা ১৮২৪ পদৰ ভিতৰতো এই অংশৰ কথাকে কিছু বহলাই কৈছে। অন্য দেৱতাক বিষ্ণুতকৈ ভিন্ন বা স্বতন্ত্ৰ সত্তা বুলি ভবাটোহে উত্তম ভক্তৰ স্বভাৱৰ বিৰুদ্ধ কথা। সেই দৰে ভাবিলে বিষ্ণু বা কৃষ্ণৰ অখণ্ড ব্ৰহ্মত্ব অস্বীকাৰ কৰা হয়। সমস্তভূততে ব্যাপ্ত বাসুদেৱ কৃষ্ণই দ্বৈত ভাৱত ভিন্নৰূপ গ্ৰহণ কৰা সকলো দেৱ-দেৱীৰ মূল ৰূপ। গতিকে দ্বৈত ভাৱৰ প্ৰাধান্য থকা অৱস্থাত অন্য দেৱ-দেৱীক পৃথক্ ভাৱত দেখিলেও সাধনাৰ স্তৰভেদে অদ্বৈত ভাৱৰ উপলব্ধি হ'লে সকলো দেৱতাই বাসুদেৱ ৰূপে একশৰণীয়া মহাপুৰুষীয়া ভক্তৰো নমস্য হ'ব পাৰে। তথাপি সকাম ভাৱে অন্য দেৱতাৰ উপাসনা কৰা শাক্ত, শৈৱ, গাণপত্য আদি লোকৰ পূজা-পদ্ধতি আৰু আচাৰ বিচাৰ একে হ'ব নোৱাৰে; কিন্তু সাধাৰণ শ্ৰেণীৰ ভক্তই (যি সকল দ্বৈত-অদ্বৈত আদি দাৰ্শনিক স্তৰৰ বিচাৰ কৰিব পৰা সূক্ষ্ম বুদ্ধিৰ অধিকাৰী হোৱা নাই) এই ক্ষেত্ৰত নিজক পথভ্ৰষ্ট নোহোৱাকৈ ৰখাটো সম্ভৱ নহ'ব। সেই বাবে প্ৰথম শৰণৰ অধিকাৰী প্ৰাকৃত ভক্তৰ ক্ষেত্ৰত যথেষ্ট পৰিমাণে বাধা-নিষেধৰ প্ৰয়োজন আছে।

**(গ) অনুষ্ঠানৰ আৱশ্যকতা :—** শংকৰদেৱৰ ৰচনাৱলীত এনে বহুত পদ আছে, য'ত বৰ্ণাশ্ৰম ধৰ্ম, তীৰ্থ, ব্ৰত, যোগ, ধ্যান আদি নানা বিধৰ আচৰণ আৰু অনুষ্ঠানৰ আৱশ্যকতা ভক্তি আৰু মুক্তিৰ কাৰণে নাই বোলা হৈছে : কিন্তু এই শ্ৰেণীৰ আচৰণ-অনুষ্ঠানৰ ব্যৱস্থা শংকৰদেৱৰ সাধনমাৰ্গত ৰখা হৈছে, আনকি নিজেও এনে ধৰণৰ আচৰণ আৰু অনুষ্ঠান মানি চলিছিল। "যাৰ ইচ্ছা মোক্ষ পাইবে নালাগে দূৰক যাইবে আছা হৰি সবাৰে হিয়াত" বুলি ক'লেও শংকৰদেৱ দুবাৰ তীৰ্থলৈ গৈছিল। একাদশী ব্ৰতপালন কৰোঁতে ত্ৰুটি ঘটা বাবে মাধৱদেৱক আৰু কোৱোলা বাঢ়েক খং কৰিছিল। এনে প্ৰসংগত নিজে ৰচনা কৰা একাদশ স্কন্ধৰ পদ কাটিব খুজিছিল বুলিও চৰিত পুথিত আছে। এই প্ৰসংগত তলৰ পদ মন কৰিব লগীয়া।

স্ত্ৰী শূদ্ৰগণ অধম যৱন আনো যত পাপীনৰে
হুয়া তত্ত্বপৰ বৈষ্ণৱজনৰ যদি শীল শিক্ষা ধৰে॥ ৬০২

ইসবো মায়াক তৰি অনায়াসে পাৱয় হৰিভকতি।
বৈষ্ণৱ সবৰ মহিমা বিস্তৰ কি কৈবো তাক সম্প্ৰতি ॥** ৬০৩
(ভাগৱত ২য় স্কঃ)

ইয়াত 'তত্ত্বপৰ' আৰু বৈষ্ণৱ-শীল-শিক্ষা' শব্দ দুটা তাৎপৰ্যপূৰ্ণ। এই ক্ষেত্ৰত 'বৈষ্ণৱ' শব্দটোৱে বিষ্ণুৰ উপাসক ভক্তক বুজাইছে। সকলো দেৱতাৰ উপাসক-সকলৰ 'শীল-শিক্ষা' অৰ্থাৎ চৰিত্ৰ আৰু বিচাৰ একে ধৰণৰ নহয়। উপাসনা-পদ্ধতি আৰু বিচাৰ অনুসৰি চৰিত্ৰও কিছু পৃথক্ হ'ব পাৰে। তত্ত্বপৰ হোৱাৰ লগতে দাৰ্শনিক বিচাৰৰ সম্পৰ্কও আহি পৰে। শংকৰদেৱৰ সমকালীন ব্ৰহ্মপুত্ৰ উপত্যকাৰ শৈৱ আৰু শাক্ত সম্প্ৰদায়ত জনজাতীয় নানা প্ৰভাৱৰ লগতে পশুবলি আৰু মদ্য, মৈথুন্য আদিৰ প্ৰভাৱো কম-বেছি পৰিমাণে আছিল। সেই কাৰণে তত্ত্বপৰ হৈ বৈষ্ণৱ শীল-শিক্ষা ধাৰণ কৰাৰ ওপৰত গুৰুত্ব দিয়া হৈছে। মায়াতৰণৰ আৰু ভক্তিলাভৰ কাৰণে মনক প্ৰস্তুত কৰি তুলিবলৈ এই ব্যৱস্থাসমূহৰ প্ৰয়োজন। অনেকে ভাবে যে— অজামিলৰ দৰে মৰণকালত ভগৱানৰ নাম ল'ব পাৰিলেই হ'ল ; আন সময়ত তীৰ্থ-ব্ৰত, নীতি-নিয়ম, আচাৰ-বিচাৰৰ কি প্ৰয়োজন? পিছে কীৰ্তনত থকা অজামিল উপাখ্যানৰ কথাখিনিতেই অজামিলৰ সকলো কথা সোমাই থকা নাই। বিষ্ণুদূত আৰু যমে যমদূতৰ আগত কোৱা নামৰ মাহাত্ম্যহে তাত প্ৰকাশ কৰা হৈছে। অজামিলৰ আগৰ আৰু পাছৰ জীৱনৰ কাহিনী সেই প্ৰসংগত দিয়া হোৱা নাই। ভাগৱতৰ ষষ্ঠ স্কন্ধত সেই কাহিনী সম্পূৰ্ণ ৰূপে দিয়া হৈছে। এই বিষয়ক শংকৰদেৱৰ পদ-ভাঙনিও আছে (দ্ৰ° পদ ১৪৫—১৫১; ২১৫—২২৪; ২৩১—২৭৭)।

অজামিল পাপী হোৱাৰ আগতে পুণ্যশীল আছিল; অসৎ সংগৰ প্ৰভাৱত পৰি পাপী হ'লেও পূৰ্বৰ পুণ্যৰ ফল স্বৰূপেহে মুখত 'নাৰায়ণ' নাম ওলাইছিল। আগতে ভাল সংস্কাৰ নথকা হ'লে বেশ্যাত জন্মপোৱা পুত্ৰৰ নাম নাৰায়ণ নিদি 'কামিনীমোহন' দিব পাৰিলেহে'তেন। কীৰ্তনৰ একেবাৰে শেষৰ অধ্যায়ত কৈছে— "যাহাৰ আছে পুণ্য অসংখ্যাত। সিসে পাতে কাণ কৃষ্ণ কথাত ॥ ** ২২৫০।"

যমদূতৰ পৰা ৰক্ষা পোৱাৰ পাছতো অজামিল তৎকালেই মুক্তিৰ অধি-কাৰী হোৱা নাছিল। চাৰিজন বিষ্ণুদূতৰ দৰ্শনৰ পাছত অজামিলৰ অনুশোচনা হ'ল (বিষাদযোগ)। অনুশোচনাই তেওঁক দৃঢ় সংকল্পবদ্ধ কৰিলে। এই প্ৰসংগত আছে—

ভৈলোহোঁ বেশ্যাৰ চাৰ দাসতো অধিক।
মই অধমৰ জীৱনক ধিক ধিক ॥ ২৪৬।
মহা অনৰ্থত অৰ্থ বুদ্ধি ভৈল মোৰ।
নিসিজিল কোন মোত পাতক দুৰ্ঘোৰ ॥

সেহি পাপে পৰম মলিন ভৈল বুদ্ধি।
এবে কৃষ্ণ কীৰ্ত্তনে কৰিবো চিত্তশুদ্ধি ॥ ২৪৭
নিশ্চল নিৰ্মল চিত্তে মই সৰ্বক্ষণে।
পাশিলো শৰণ বন্ধু কৃষ্ণৰ চৰণে ॥
প্ৰাণান্তিকো কৃষ্ণবিনে নিচিন্তিবো আন।
হে কৃষ্ণ কৃষ্ণ বাপ কৰা পৰিত্ৰাণ ॥ ২৪৮

*  *  *  *

লোতকে তিতিল মুখ সুখ-শান্তি নাই।
নিজ পাপ সুমৰন্তে মৰ্ম চিৰি যায় ॥ ২৫০
নাহি মনে তুষ্টি উঠি দ্বিজ অজামিল।
কৃষ্ণ কৃষ্ণ বুলি গংগা দ্বাৰক চলিল ॥
গৃহ-পুত্ৰ ভাৰ্যাক কৰিয়া পৰিত্যাগ।
কৃষ্ণচৰণত অতি ভৈল অনুৰাগ ॥ ২৫১
সাধুসংগে অনেক মিলিল বিৰকতি।
ভৈলা ভাগ্যোদয় দ্বিজ মহাশুদ্ধমতি ॥
দিন কতিপয়ে পাইলা গিৰি হেমৱন্ত।
আকাশৰ পৰা গংগা যথাত পৰন্ত। ২৫২
পৰম পৱিত্ৰস্থান বহে গংগা নীৰ।
তৈতে দেখে আছে দিব্য দেৱৰ মন্দিৰ ॥

*  *  *  *

পৰম আমোদ মহা সুশীতল বাতে।
দেখি দ্বিজ অজামিল বঞ্চিলা তথাতে ॥ ২৫৪
জাহ্নবী জলত ৰংগে কৰিলন্ত স্নান।
দেৱ মন্দিৰত বসি ধৰিলন্ত ধ্যান ॥
পুত্ৰ-পত্নী স্নেহকো ছিণ্ডিলা অজামিল।
কৰ্ণ মন বাক্য নয়নকো নিৰোধিল ॥ ২৫৫
গুচিল মনৰ মহা বিষয়ৰ ক্লেশ।
কৃষ্ণৰ চৰণে মন কৰিলা প্ৰৱেশ ॥

*  *  *  *

কৃষ্ণ কৃষ্ণ স্মৰন্তে ওপজে প্ৰেম ৰতি।
কৃষ্ণক নিশ্চয় চিত্তে কৰিলা ভকতি ॥ ২৫৯

কৃষ্ণৰ ৰূপত যেবে মগ্ন ভৈল মন।
দিলা চাৰি পাৰিষদে পুনু দৰিশন ॥

*　　*　　*　　*

দুনাই দ্বিজ অজামিল কৃতাঞ্জলি উঠি।
চাৰি পাৰিষদক নিৰীখি মন তুষ্টি ॥
তাসম্বাৰ ৰূপত লাগিল যেন ধ্যান।
তেখণে ছাড়িলা বিপ্ৰ কৃষ্ণ বুলি প্ৰাণ ॥ ২৬৪ ॥
গংগাত পৰিল সিটো পূৰ্ব কলেৱৰ।
কৃষ্ণৰ সাৰূপ্য গতি পাইলা দ্বিজবৰ ॥

অজামিল উপাখ্যানৰ মূল বক্তব্য হ'ল চিত্ত শুদ্ধিৰ ব্যৱস্থা। সেই কাৰণে কৈছে—

ঋষিসবে বিহি আছে প্ৰায়শ্চিত্ত মত।
যাগ যোগ যজ্ঞ জপ তপ তীৰ্থ ব্ৰত ॥
কৰিবে নপাৰে সবে সিমত মুক্তিক।
হৰি নামে কৰে যেন পৰিত্ৰ বুদ্ধিক ॥ ১৭৬।
যদি শতকোটি বাৰো কৰে প্ৰায়শ্চিত্ত।
তথাপি পাপৰ পথত পৰে চিত্ত ॥
মনৰ মলক কৰ্মে গুচাইতে নপাৰে।
হৰিৰ নামেসে পাপ সমূলে উভাৰে ॥ ১৭৭
আন ধৰ্ম কৰ্ম মানে কৰে মন ৰুদ্ধ।
হোৱে হৰি সংকীৰ্তনে চিত্ত শুদ্ধ ॥ * * ১৭৮

*　　*　　*　　*

মৰন্তে লৈলেক নাম ইটো অজামিল।
পুনৰপি পাতক ইহাত নুপজিল। * * ১৮০

*　　*　　*

যেন চিৰ কাল আছে ঘোৰ অন্ধকাৰ।
নাশ হোৱে প্ৰদীপ জ্বালিলে অন্ধকাৰ ॥ ১৯১
প্ৰদীপ নুমাইলে যেন দুনাই আসি বেঢ়ে।
এতেকে মহন্ত সবে ৰাম নাম নেৰে ॥
নলংঘে পাতক দুনাই নামৰ প্ৰভাৱে।
নাশে অন্ধকাৰ যেন দীপ থাকে যাৱে ॥ ১৯২

তেৰেসে বাসনা গুচে চিত্ত হোৱে শুদ্ধি।
সিহেতু সদাই স্মৰে যাত আছে বুদ্ধি ॥ * * ১৯৩

সংসাৰৰ বন্ধন বা মায়াৰ পৰা মুক্তি লাভৰ কাৰণে চিত্ত বিশুদ্ধ হ'ব লাগিব আৰু চিত্তক বিশুদ্ধ কৰিবৰ কাৰণে গ্ৰহণ কৰা উপায়বোৰৰ ভিতৰত নামেই সৰ্ব-শ্ৰেষ্ঠ ; এই কথাকে অজামিল উপাখ্যানত বুজাবলৈ চেষ্টা কৰা হৈছে। সাধনাৰ প্ৰথম স্তৰত সৰ্বশ্ৰেষ্ঠটো গ্ৰহণ কৰি আপেক্ষিক কম শ্ৰেষ্ঠবোৰ একেবাৰে এৰি দিব লাগে বুলি ধৰি লোৱা উচিত নহয়। আনহাতে নামৰ গুৰুত্ব নুবুজি কেৱল জ্ঞান আৰু কৰ্মত প্ৰবৃত্ত হ'লেও ভক্তি হীন জ্ঞান-কৰ্মৰ পথ যে সুগম নহয়, সেই কথাও কেইবাঠাইতো কোৱা হৈছে। এই প্ৰসংগত ভক্তিৰ প্ৰধান সম্বল ৰূপেহে নামৰ গুৰুত্ব প্ৰকাশ কৰা হৈছে —

জ্ঞানৰ পথত নাহিকে সহায় কৰ্মত বিঘিনি ভয়।
ভকতি পথত ঈশ্বৰ ৰক্ষক জানিবা ৰাজা নিশ্চয় ॥
জ্ঞান কৰ্ম একো অপেক্ষা নকৰি কেৱল ভকতি তাৰে।
ভকতি সহায় নলৈ জ্ঞান-কৰ্মে কৰিতে কিছু নপাৰে ॥ ৭৮ ।

স্থূল বুদ্ধিৰে বিচাৰ কৰিলে এনে সিদ্ধান্তই গ্ৰহণ কৰিব পাৰি যে— জ্ঞান আৰু কৰ্ম ত্যাগ কৰি কেৱল ৰামনাম লৈ থাকিলেই ভক্তি হ'ব আৰু জীৱই গতি পাব। সূক্ষ্ম ভাবে বিচাৰ কৰি চালে এই খিনিত দুটা প্ৰশ্ন মনলৈ আহে। (১) মুক্তিৰ কাৰণে জ্ঞান আৰু কৰ্মৰ সহায় নালাগে সঁচা; কিন্তু ভক্তিৰ বাবে জ্ঞান আৰু কৰ্মৰ প্ৰয়োজন কিবা প্ৰকাৰে হ'ব পাৰেনে নোৱাৰে ? ভোক গুচিবলৈ সুকীয়াকৈ জুই, পানী আৰু চাউল নহ'লেও হয়। কেৱল ভাতেই ভোক গুচাব পাৰিব ; কিন্তু ভাতৰ বাবে জুই, পানী আৰু চাউলৰ সংযোগ এটা সীমাৰ ভিতৰত প্ৰয়োজন বুলি বুজিব লাগিব। ওপৰৰ পদত ভক্তিহীন জ্ঞান আৰু কৰ্মৰ কথাহে কৈছে। ভক্তিৰ বাবে সহায়ক জ্ঞান আৰু কৰ্মৰ কথা কোৱা নাই। ভক্তিৰ সহায়ক ৰূপেও জ্ঞান আৰু কৰ্মৰ প্ৰয়োজন নথকা হ'লে আগতে (২য়স্কন্ধত) এনেপ্ৰসংগত উল্লেখ কৰা 'তত্ৰপৰ হৈ বৈষ্ণৱশীল-শিক্ষা গ্ৰহণ কৰা কথাটো অৰ্থহীন হৈ পৰিলহেঁতেন। (২) ভগৱানৰ চৰণত শৰণ গ্ৰহণ কৰা উত্তমভক্তসকলেও জীৱনকালত ব্যক্তিগত আৰু সামাজিক উভয় ক্ষেত্ৰতে জ্ঞান আৰু কৰ্মৰ পৰা নিজক আঁতৰাই থ'ব পাৰে জানো ? ভক্তিৰ সহায়ক ৰূপত জ্ঞান আৰু কৰ্মকো জীৱনৰ অপৰিহাৰ্য বস্তু বুলি স্বীকাৰ কৰিবই লাগিব। ভক্তিৰ মূল বস্তু আবেগ বা হৃদয়ৰ উপলব্ধিহীন নীৰস জ্ঞান আৰু কৰ্মই জীৱনক যন্ত্ৰবৎ কৰি তুলিব পাৰে আৰু পৰকালৰ চিন্তা বাদ দিলেও ইহকালৰ শান্তিক

পৰাও বঞ্চিত কৰে। প্ৰশান্ত আনন্দ স্বৰূপ ভগৱান সকলো প্ৰাণীৰে আত্মা বা চৈতন্য সত্তা ৰূপে থাকিলেও কেৱল ভক্তইহে তাৰ উপলব্ধি কৰিব পাৰে। কৰ্মই (পাৰ্থিৱ প্ৰয়োজন বা কামনা-সিদ্ধিৰ বাবে কৰা শাৰীৰিক প্ৰচেষ্টাই) এনে উপলব্ধি দিব নোৱাৰে। সেই বাবে কৈছে—

(ক) সমস্তে ভূতৰে যদি তুমি হৃদিগত।
তথাপি কৰ্মীৰ মনে নুহিকা বেকত॥
ভকতেসে খুজি পাৱৈ তুমি অন্তৰ্যামী। **২৫৮(প্ৰহ্লাদচৰিত-কীৰ্তন)

(খ) ভকতি বিহীন জ্ঞান কৰ্ম সবে ব্যৰ্থ।
কহিলো স্বৰূপ বেদান্তৰ তত্ত্ব অৰ্থ॥ ১।৪ (ভাগৱত)

জ্ঞান আৰু ভক্তিৰ সম্পৰ্কও এইদৰে দেখুৱাইছে—

জ্ঞানে গতি কহৈ বেদ ল'য়ো তাৰ পৰিচ্ছেদ
আছে জ্ঞান ভকতিৰ মাজে।
ভকতি কৰন্তে জানা আপুনি উপজৈ জ্ঞান
যোগ চিন্তি মৰৈ মিছা কাজে ॥ ১৯৯ ( একাদশ স্কন্ধ )

সকাম উপাসনা আৰু বেদৰ লগতো ভক্তিৰ সম্বন্ধ এই প্ৰসংগত মন কৰিব লগীয়া। নামঘোষাত মাধৱদেৱে লিখিছে

মাধৱে বোলন্ত শ্ৰুতি স্মৃতি মোৰ আজ্ঞাবাণী জানা নিষ্ঠ
তাক যিটোজনে উলংঘিয়া প্ৰবৰ্তয়।
ভৈল সিটো মোৰ আজ্ঞাচ্ছেদী মোৰ দ্বেষ কৰিলেক আতি
মোৰ ভক্ত হন্তো বৈষ্ণৱ সিটো নোহয়। ৬২৮।

এইখিনিত ভক্ত আৰু বৈষ্ণৱৰ পাৰ্থক্যটো মন কৰিব লগীয়া। আগতে উল্লেখ কৰা উত্তম, মধ্যম আৰু প্ৰাকৃত ভকতসকলক এই ঘোষা ফাঁকিত বৈষ্ণৱৰ শ্ৰেণীতহে ধৰা হৈছে। ভগৱানৰ প্ৰতি ভক্তিমান ব্যক্তি মাত্ৰেই ভক্ত। নিৰ্গুণ স্তৰত শিৱ-বিষ্ণু অভেদ। এই দৃষ্টিত শৈৱ এজনো ভক্ত। বৈদিক পৰম্পৰাৰ লগত সম্পৰ্কৰহিত আচাৰ হীন এজন ব্যক্তিও ভক্ত হ'ব পাৰে; কিন্তু এই সকলক বৈষ্ণৱ বুলিব নোৱাৰি। সেইদৰে ভগৱানৰ লগত ভক্তৰ ব্যক্তিগত সম্পৰ্কটোও ভক্তৰ সম্পৰ্ক; কিন্তু বৈষ্ণৱৰ সম্পৰ্কটো ভগৱানৰ লগত কেৱল ব্যক্তিগত নহয়। সমাজৰ প্ৰতি দায়িত্ববোধ থকা এজন ভক্তহে বৈষ্ণৱ হ'ব পাৰে। গতিকে ভক্তসকল বেদাদি শাস্ত্ৰবিহিত আচৰণৰ অধীন নহয়; কিন্তু বৈষ্ণৱসকলৰ কাৰণে বেদাদিশাস্ত্ৰৰ নিয়ম

পালনীয় বুলি ধৰা হয়। নিমিনৱসিদ্ধ-সংৱাদত ৱেদৰ সহায়েৰে সমাজৰ সাধাৰণ-লোকক ভক্তিমাৰ্গলৈ অনাৰ ব্যৱস্থা তলত দিয়া ধৰণে দিয়া হৈছে—

বেদে যাক বিহি আছে তাকে বোলে কৰ্ম।
বেদে যাক নিষেধিছে সেহিতো অকৰ্ম ॥
বিহিত নাচৰি হয় বিকৰ্ম পাতক।
এহি তিনিবিধ কৈলো তোমাত প্ৰত্যেক ॥ ২০৭
বিকৰ্ম অকৰ্ম কৰ্ম এহিতো ত্ৰিতয়।
বেদৰেসে মত জানা লৌকিক নহয় ॥
যাক বেদে বোলে সিটো ঈশ্বৰ সাক্ষাত।
যিটো ঈশ্বৰত হন্তে হৈয়া আছে জাত ॥ ২০৮

*     *     *     *

যিমত গহন কৰ্ম শুনা পৰিচ্ছেদ।
শিক্ষা দেই মূঢ়ক পৰোক্ষৱাদে বেদ ॥
স্বৰ্গ সুখ আদি লোভ লগাই প্ৰথমত।
প্ৰবৰ্তান্ত অজ্ঞানীক সকাম কৰ্মত ॥ ২১১ ॥
ভুঞ্জিবো বিশিষ্ট ভোগ লভিয়া স্বৰ্গক।
হেনয় কামনা কৰি অৰ্চে ঈশ্বৰক ॥
বাঢ়ে প্ৰীতি বেদৰ শুনিয়া ফল-শ্ৰুতি।
পাছে সেহি কৰ্মে তাৰ সাধিব সুকুতি ॥ ২১২ ।
যেন পিতৃ শিশুক লাড়ুৰ লোভ দিয়ে।
তাক পাইবো বুলি শিশু ঔষধক পিয়ে ॥
পাছে খণ্ড লাড়ুৱে গৰ্ভবো ৰোগ হৰে।
সেহিমতে অজ্ঞানী বেদৰ শিক্ষা ধৰে ॥ ২১৩
পাছে বেদে বোলে এৰা ইসব কামনা।
নিষ্কামে কৰিবা এক কৃষ্ণত অৰ্পণা ॥
সেহি কৰ্মে কৰাই বিষয়ত বিৰকতি।
উপজাইবে মাধৱত নিষ্কাম ভকতি ॥ ২১৪
পৰম অজ্ঞানী হয় যিটো দুষ্ট চিত্ত।
নকৰে ইসব কৰ্ম বেদৰ বিহিত ॥
যাইবে সিটো বিকৰ্ম পাপত অধোগতি।
মৰি মৰি উপজিবে যাতনাক প্ৰতি ॥ ২১৫ ॥

হেন জানি নিয়মিব আপোনাৰ চিত।
কৰিব সাত্ত্বিক কৰ্ম বেদৰ বিহিত॥
ছাড়িয়া কামনা কৰি অৰ্পণা ঈশ্বৰে।
পাইবেক পৰম সিদ্ধি জানা সিটো নৰে॥ ২১৬ ॥

ভাগৱত .১১।৩।৪৩ ৰ পৰা ১১'৩।৪৬ ৰ ভিতৰত বৰ্ণিত এই কথাৰ সামৰণিত কৈছে—

সেহি কৰ্মে কৰে জানা কৰ্ম নিবাৰণ।
ফলশ্ৰুতি মানে হোৱে ৰুচিৰ কাৰণ॥
বেদ মতে কৰ্মযোগ কহিলোঁ নৃপতি।

মন কৰিব লগীয়া যে– 'কৰ্ম' আৰু কৰ্মযোগ একেবস্তু নহয়। কামনা-পূৰণৰ উদ্দেশ্যে কৰা পূজা-সেৱা আদিহে কৰ্ম। বেদৰ বিধান হ'লেও মনৰ কামনা যদি ভগৱানৰ সেৱাৰ অৰ্থে হয়, পাৰ্থিৱভোগৰ অৰ্থে নহয়, তাকে নিষ্কাম কৰ্ম বা কৰ্মযোগ বোলা হয়। সেইবাবে বৈষ্ণৱশীল-শিক্ষাই প্ৰাকৃত ভকতৰ কাৰণে বেদ-বিহিত কৰ্মৰ ব্যৱস্থা দিছে।

**(ঘ) মূৰ্তি আৰু তীৰ্থ :**— বৈদিক ব্যৱস্থাই সকাম কৰ্মৰ পৰা নিষ্কাম কৰ্মযোগৰ পথ দৰ্শোৱাৰ দৰেই মূৰ্তি আৰু তীৰ্থয়ো স্থূল প্ৰতীকৰ সহায়েৰে সূক্ষ্ম চৈতন্যৰ সাধনাত সহায় কৰে; কিন্তু তত্ত্বজ্ঞান বা বিচাৰ-বুদ্ধিৰ অভাৱ হ'লে মূৰ্তি আৰু তীৰ্থ এই দুয়োটাই বাহিৰৰ বস্তু বাবে অসাৰ্থক হৈ থাকে। মূৰ্তি আৰু তীৰ্থক অৰ্থহীন বুলি নিন্দা কৰোঁতাসকলকো সূক্ষ্ম বুদ্ধিযুক্ত বুলি ক'ব নোৱাৰি। এই প্ৰসংগত নিম্নোদ্ধৃত পদ কেইফাকি তাৎপৰ্যপূৰ্ণ।

শৰীৰ শৱক যিটো মই বোলে চিত্তে।
কৰন্ত মমতা যিটো পুত্ৰ পত্নী বিত্তে॥
মাত্ৰ প্ৰতিমাত যাৰ ভৈল দেৱবুদ্ধি।
তীৰ্থ বুলি কেৱল জলত কৰে শুদ্ধি॥ ৩৫১
মহা মহন্তত নাহি ইটো বুদ্ধি চাৰি।
গবুতো অধম জানা সিটো অহংকাৰী॥
সেহিটো পামৰে নপাইলেক তত্ত্বজ্ঞান।
নেৰাইল সংসাৰে যাতনাত যায় প্ৰাণ॥ ৩৫২॥ ( ভাগৱত, দশম উত্তৰাৰ্দ্ধ )

কীৰ্তনৰ পাষণ্ডমৰ্দনতো ( পদ ১৩২/৩৩ ) এই ভাৱৰ আৰু একেমূলৰ পদ-ভাঙনি দিয়া হৈছে। মূল ভাগৱতৰ শ্লোক তলত দিয়া হ'ল—( ১০।৮৪।১৩ )

যস্যাত্মবুদ্ধিঃ কুণপে ত্রিধাতুকে স্বধীঃ কলত্রাদিষু ভৌম ইজ্যধীঃ।
যত্তীৰ্থবুদ্ধিঃ সলিলে ন কৰ্হিচিজ্জনেষু অভিজ্ঞেষু স এৱ গোখৰ ॥

ইয়াত তত্ত্বজ্ঞানহীনজনক অহংকাৰী বুলিছে আৰু তেনেলোকে ভক্তৰ স্বৰূপ উপলব্ধি কৰিব নোৱাৰে বোলা হৈছে। তেওঁলোকে প্রতীক বা জড়বস্তুকে চৰমতত্ত্ব বুলি ভাবে ; কিন্তু তত্ত্বজ্ঞানীজনে স্থূল প্রতীকতে মনক সীমাবদ্ধ কৰি নাৰাখি তাৰ সহায়েৰে সূক্ষ্ম চৈতন্যৰ উপলব্ধি কৰিব পাৰে। এনে উপলব্ধি কেৱল সাধকৰ ব্যক্তিগত শান্তিৰ বাবেই প্রয়োজনীয় নহয়। ই সমাজৰ মানসিক ধৰাতল উন্নত হোৱাতো সহায় কৰে। গতিকে মহাপুৰুষীয়াসকলৰ কাৰণেও এনে বৈষ্ণৱোচিত ব্যৱস্থা অগ্রাহ্য নহয়। সামাজিক চেতনাৰ ক্রমবিকাশৰ ক্ষেত্রত ভক্তিয়ে উপযুক্ত ভূমিকা গ্রহণ কৰিবলৈ হ'লে মূৰ্তি, চিত্র, সংগীত, সাহিত্য প্রভৃতি কলাত্মক আৰু তীৰ্থ, পৰ্ব, মহোৎসৱ প্রভৃতি সামাজিক ব্যৱস্থাৰ লগত সংগতি ৰাখি জীৱনক আগবঢ়াৰ পথ দেখুৱাব লাগিব।

ওপৰৰ শ্লোক আৰু পদৰ প্রসংগ এনে ধৰণৰ। কুৰুক্ষেত্রত বসুদেৱে পতা যজ্ঞানুষ্ঠানৰ সময়ত ব্যাস, নাৰদ, চ্যৱন দেৱল, বিশ্বামিত্র, শতানন্দ, ভৰদ্বাজ, গৌতম প্রভৃতি ঋষিসকলে ভগৱান শ্রীকৃষ্ণ আৰু বলৰামক দেখা কৰিবলৈ যাওঁতে শ্রীকৃষ্ণই তেওঁলোকক সন্মান জনাই কৈছিল— যিসকল যোগেশ্বৰক দেৱতাসকলেও সহজে দেখা নাপায়, সেইসকলে আমাক দেখা দিয়া বাবে আমাৰ জীৱন সফল হৈছে। যিসকলে অত্যন্ত কম পৰিমাণে সাধনা কৰিছে, যিসকলে নিজৰ ইষ্টদেৱক সমস্ত প্রাণীৰে হৃদয়ত নেদেখি কেৱল মূৰ্তি বিশেষতহে দেখে, সেইসকলে আপোনাসকলৰ দৰে সাধুৰ দৰ্শন, স্পৰ্শন, পাদপূজন আদিৰ সুবিধা নাপায়। কেৱল জলময় তীৰ্থই তীৰ্থ নহয়, কেৱল মাটি বা শিলৰ প্রতিমাই দেৱতা নহয়। সন্তসকলেইহে প্রকৃততে তীৰ্থ আৰু দেৱতা। কিয়নো তীৰ্থ আৰু দেৱপ্রতিমাৰ সেৱা বহুকাল কৰিলেহে তাৰ পৰা ফল পোৱা যায় ; কিন্তু সন্তসকলৰ দৰ্শন মাত্রেই ফল লাভ হয়। কীৰ্তনৰ শেষৰ অধ্যায়ত ভাগৱতৰ তাৎপৰ্য ৰূপে শংকৰদেৱে কোৱা উক্তিসমূহৰ ভিতৰত আছে—"যি জনে যায় হৰিৰ নাম সোঁৱৰি। পাছত ফুৰৈ যত দেৱ-দেৱী ॥ সমস্ত তীৰ্থে তাক স্তুতি কৰে। তাৰ বায়ু পাপ সমস্তে হৰে ॥ ২২৫২ ॥" ভাগৱতৰ অন্য প্রসংগতো আছে যে—তীৰ্থই ভক্তসকলক পৱিত্র নকৰে, ভক্তসকলেহে তীৰ্থক পৱিত্র কৰে। অৰ্থাৎ তীৰ্থসমূহ ভক্তসকলৰ মিলনৰ ক্ষেত্র হোৱা

বাবে সাধাৰণলোকে সেই ভক্ত সাধুসকলৰ পৰা ভক্তি আৰু জ্ঞানৰ আঁহি গ্ৰহণ কৰি নিজক পৱিত্ৰ কৰিব পাৰে।

প্ৰকৃততে বেদ-শাস্ত্ৰ, তীৰ্থ-ব্ৰত, যজ্ঞ-হোম আদি অনুষ্ঠান আৰু মূৰ্তি-পূজা পৰ্ব-উৎসৱ প্ৰভৃতি সকলোৱেই সময় আৰু সমাজ-সাপেক্ষ।. সাংস্কৃতিক পৰম্পৰা-হীন ব্যৱস্থাই মানৱমনক স্থিৰ আদৰ্শ দিব নোৱাৰে। আনহাতে বেদ শাস্ত্ৰৰ বিধান বুলি সময় আৰু সমাজ-ব্যবস্থাৰ লগত খাপ্ খুৱাব নোৱৰা কিছুমান নিয়মে ধৰ্ম আৰু ধাৰ্মিক উভয়কে বিকলহে কৰে, সবল কৰিব নোৱাৰে। শংকৰদেৱৰ ধৰ্ম আৰু সামাজিক আদৰ্শ এনেকুৱা বিকল হ'ব পাৰে জানো? এনে স্থলত শংকৰ-দেৱৰ ধৰ্ম আৰু সমাজ-ব্যৱস্থাৰ তৎকালীন মূল্যায়ন আৰু নৱমূল্যায়নৰ আৱশ্যক; কিন্তু এই ক্ষেত্ৰত আমাৰ আলোচকসকলৰ প্ৰচেষ্টা পুতৌলগা স্তৰৰ। উপযুক্ত ঐতি-হাসিক বোধ আৰু সমাজ–চেতনাৰ লগতে নিৰক্ষেপ বিচাৰ-বিশ্লেষণৰ আৱশ্যকতা এই ক্ষেত্ৰত উলাই কৰিব পৰা বিধৰ বস্তু নহয়। বৰ্তমান এই তিনিওটা গুণৰে অভাৱ চকুত পৰে। উদাহৰণ স্বৰূপে পক্ষপাতপূৰ্ণ বিচাৰ ওপৰত উদ্ধৃত পদৰ ক্ষেত্ৰত কেনেকৈ কৰা হয়, তাৰ প্ৰতি দৃষ্টি আকৰ্ষণ কৰা হৈছে।

শৱ তুল্য শৰীৰটোকে 'মই' বুলি যি ভাৱে. অৰ্থাৎ জড়তে আত্মবুদ্ধি কৰে, পুত্ৰ, পত্নী আৰু বিত্তকে মোৰ বুলি যি মোহ গ্ৰস্ত হৈ থাকে; মাটি বা শিলেৰে সজা মূৰ্তিটোকহে যি পূজ্য বুলি বুজে আৰু তীৰ্থ বুলিলে কেৱল স্নান কৰিবলৈ যোৱা পানীখিনিৰ বাহিৰে অন্য ব্যৱস্থাক নুবুজে, সেই জড়বুদ্ধিৰ ব্যক্তি গৰু-গাধৰ তুল্য অহংকেন্দ্ৰী। সেই শ্ৰেণীৰ লোকে সমাজ আৰু সমাজৰ পথপ্ৰদৰ্শক সন্ত-সাধু, ভক্ত-বৈষ্ণৱৰ বা অভিজ্ঞজনৰ মূল্য বুজি নাপায়। তেনেলোকে চৈতন্যক ত্যাগ কৰি জড়ৰ সেৱা কৰে। সৰ্বব্যাপক সূক্ষ্ম ভগৱানৰ সত্তা তেওঁলোকে উপলব্ধি কৰিব নোৱাৰে। এনে বহল অৰ্থ গ্ৰহণ নকৰি ওপৰৰ পদৰ প্ৰথম অংশটো বাদ দি কেৱল মূৰ্তি আৰু তীৰ্থৰ নিন্দা কৰিলে অজ্ঞতা বা অসাধুতাৰেই পৰি-চয় দিয়া হয়। আমি মূৰ্তি আৰু তীৰ্থ যি স্তৰত এৰিব পাৰোঁ, সেই স্তৰত পুত্ৰ-পত্নী-বিত্তৰ প্ৰতি মমতা আৰু নিজ শৰীৰৰ প্ৰতি থকা আত্মবুদ্ধিও ত্যাগ কৰিব লাগে। মই-মোৰ ভাবেই মায়া। এই মায়া ত্যাগ কৰাটো শ্ৰেষ্ঠ শৰণ গ্ৰহণ কৰা উত্তমভক্তৰ বাবেহে সম্ভৱ। সমাজত এই শ্ৰেণীৰ ভক্ত-বৈষ্ণৱ কেইজন হ'ব পাৰে, সেই কথা বিচাৰ নকৰাকৈ সাধাৰণলোকৰ বাবে প্ৰয়োজনীয় ব্যৱস্থাসমূহৰ বিৰোধ কৰিলে সমাজৰ লাভ নহয়। মূৰ্তি পূজা, তীৰ্থ প্ৰভৃতিৰ ব্যৱস্থাত স্বাৰ্থপৰ আৰু সমাজ বিৰোধীলোকে যিবোৰ বিকৃতিৰ সৃষ্টি কৰিছে, সেইবোৰ বিকৃতি দূৰ কৰি সময়োপযোগী নতুন ব্যৱস্থা গঢ় দিয়াটোহে সমাজৰ পক্ষে হিতকৰ হ'ব।

অংগবিধানৰ দৃষ্টিত' শংকৰদেৱে যুগ-প্ৰবৰ্তকৰ দায়িত্ব বহন কৰিলে। তেওঁৰ আগৰ কৱিসকলে মাত্ৰ কাব্য-ৰচনাহে কৰিছিল ; কিন্তু শংকৰদেৱে নিজ-প্ৰতিভা আৰু সাধনাৰে তলত দিয়া কেইশ্ৰেণীৰ সাহিত্য গঢ় দিলে।




**কাব্য** :— পূৰ্বকৱিসকলৰ দৰেই শংকৰদেৱেও প্ৰথমতে কাব্যহে ৰচনা কৰিছিল। তেওঁৰ ৰচনাৱলীৰ বহুত ঠাইত নিজক 'কৱি' বুলি উল্লেখো কৰিছে। জাতি-সূচক হোৱাৰ লগতে বৃত্তিসূচক 'কায়স্থ' শব্দটোৰ প্ৰয়োগো অনেক বাৰ কৰা হৈছে। তথাপি তেওঁৰ ৰচনাৱলীত 'কৃষ্ণৰ কিংকৰ' শব্দটোৱেই নিজৰ পৰিচয়ৰ বাবে বেছি প্ৰয়োগ কৰা দেখা যায়। কৱি আৰু কায়স্থ সামাজিক প্ৰতিষ্ঠাসূচক তথা 'কৃষ্ণৰ কিংকৰ' ভক্তিসূচক শব্দ।

শংকৰদেৱৰ ৰচিত কাব্য আৰু পদভাঙনিৰ মাজত পাৰ্থক্য বৰ বেছি যেন নালাগে। কথাবস্তুৰ গাঁঠনিৰ বাহিৰে উদ্দেশ্যৰ দৃষ্টিৰে চালে এই দুয়োশ্ৰেণীৰ মাজত পাৰ্থক্য বৰ কমেইহে চকুত পৰে। কাহিনী বা কথা-বস্তু পদ-ভাঙনিতো থাকিব পাৰে। এই দৃষ্টিত কাব্যও পদ-ভাঙনিৰ শ্ৰেণীত সোমাই পৰে। সাধাৰণতে বিষয়বস্তুৰ মুকলি অনুবাদ অৰ্থত পদভাঙনি শব্দটোৰ প্ৰয়োগ অসমীয়া ভাষাত কৰা দেখা যায়; কিন্তু শংকৰদেৱৰ কাব্য আৰু ভক্তিতত্ত্ববিষয়ক কাহিনী সকলো-তেই কম-বেছি পৰিমাণে অন্যগ্ৰন্থৰ বিষয়বস্তুৱেও বিবিধ প্ৰসংগত ঠাইপোৱা দেখা যায়। পদভাঙোতাই নিজৰ প্ৰয়োজন সিদ্ধিৰ কাৰণেই এনেধৰণে বস্তু সংগ্ৰহ কৰে আৰু বহুত সময়ত থকা বস্তুকো ত্যাগ কৰে।

ভক্তি-ধৰ্ম প্ৰচাৰেই সকলো সাহিত্যৰ উদ্দেশ্য হ'লেও মানৱীয় চৰিত্ৰ-চিত্ৰণৰ যোগেদি কথাবস্তুক আকৰ্ষণীয় ৰূপ দি মূল লক্ষ্যৰ ফালে আগবঢ়াই নিয়া লক্ষণটো শংকৰদেৱৰ কাব্যত দৃষ্টিগোচৰ হয়। গতিকে সাধাৰণতে ভক্তিৰ ওপৰত গুৰুত্ব আৰোপ কৰি লিখা পদাৱলীতকৈ কাব্যত মানৱচৰিত্ৰৰ সাধাৰণীকৰণৰ দিশটো

কিছু সবল। পোনপটীয়া উপদেশ ইয়াত কম আৰু গৌণ; কিন্তু সাধাৰণ পদ-ভাঙনিত মানৱচৰিত্ৰৰ সাধাৰণীকৰণতকৈ উপদেশহে প্ৰধান বস্তু হৈ পৰে। তাত কথাবস্তুৰ গতি অতি দুৰ্বল আৰু গৌণ। এই দৃষ্টিভংগীৰে চালে হৰিশ্চন্দ্ৰ উপাখ্যান, ৰুক্মিণীহৰণ আৰু উত্তৰাকাণ্ড ৰামায়ণক কাব্যৰ শ্ৰেণীত ঠাই দিব পাৰি। আন কিছু-মানত কাহিনী বা কথাবস্তু থাকিলেও সেইবোৰে ভক্তিতত্ত্বৰ উপদেশক সহায় কৰিবৰ উদ্দেশ্যে কেৱল গৌণ স্থানহে অধিকাৰ কৰিব পাৰিছে। সেইবাবে ভাষা আৰু ৰচনাৰীতিৰ দৃষ্টিত কাব্যগুণসম্পন্ন হ'লেও ধৰ্মৰ উপদেশপ্ৰধান ৰচনাৱলীক কেৱল 'পদভাঙনি' বোলা হৈছে।

হৰিশ্চন্দ্ৰ উপাখ্যান শংকৰদেৱৰ প্ৰথম ৰচনা বুলি কোৱা হয়। তথাপি ইয়াৰ ৰচনাকাল প্ৰথমবাৰ তীৰ্থ ভ্ৰমণৰ পাছতহে হোৱা সম্ভৱ। কাব্যখনত এক-শৰণ ভক্তিভাৱৰ আদৰ্শ দৃঢ়তাৰে দাঙি ধৰা হৈছে। সম্ভৱতঃ ভক্তি ধৰ্মপ্ৰচাৰৰ আগতেই কাব্যৰ মাধ্যমেৰে তেওঁ সামাজিক পৰিৱেশ অনুকূল কৰি তুলিছিল। যি মাৰ্কণ্ডেয়-পুৰাণৰ বিষয় বস্তুৰে দেৱীৰ মাহাত্ম্য প্ৰচাৰ কৰা হয়, সেই মাৰ্কণ্ডেয়পুৰাণৰ কথা বস্তুৰেই বিষ্ণুৰ মাহাত্ম্যপ্ৰচাৰ কৰাটো তেওঁৰ এটা কৌশলো হ'ব পাৰে। এই প্ৰসংগত তলৰ পদ দুফাঁকি তাৎপৰ্যপূৰ্ণ।

পৰম পুৰুষ হৰি তাংক এৰি আগে।
কিবা গুণে গণেশক পূজিবাক লাগে ॥ ২৫
*  *  *  *
বিঘ্নক শংকায়ে নুপূজিবো হৃষীকেশ।
ওকণীক ভয়ে কোনে মুণ্ড আছে কেশ ॥ ২৯

হৰিশ্চন্দ্ৰ ৰজাই ৰাজসূয় যজ্ঞ কৰিবলৈ লওঁতে পুৰোহিত বশিষ্ঠই বিঘ্ন খণ্ডনৰ কাৰণে প্ৰথমতে বিঘ্নেশ গণেশৰ পূজাৰ বিধান দিছিল। তাৰ উত্তৰত হৰি-শ্চন্দ্ৰই এইদৰে কোৱা কথাষাৰে আওপকীয়াকৈ পঞ্চদেৱতাৰ পূজা-ব্যৱস্থা থকা স্মাৰ্ত-বিধানৰেই প্ৰতিবাদ কৰিছে। সেই সময়ৰ সমাজত বিঘ্ন-খণ্ডনৰ উদ্দেশ্যে গণেশ-পূজাৰ প্ৰচলন প্ৰবল ভাবে থকা কথা শংকৰদেৱৰ পত্নীৰ গণেশ-পূজাৰ পৰাও অনুমান কৰিব পাৰি। মাৰ্কণ্ডেয় পুৰাণত হৰিশ্চন্দ্ৰ ৰজাৰ যজ্ঞৰ প্ৰসংগটো নাই। গণেশৰ পূজা নকৰা বাবে তাৰ প্ৰতিশোধ ল'বৰ কাৰণে গণেশে হৰিশ্চন্দ্ৰক বিপ-ৰীত পেলাবলৈ সুযোগ বিচাৰি ফুৰা বুলি কৈ শংকৰদেৱে গণেশৰ দেৱত্বত মান-ৱীয় দুৰ্বলতাৰ চেকা লগাইছে। হৰিশ্চন্দ্ৰ উপাখ্যানৰ মূল মাৰ্কণ্ডেয় পুৰাণৰ কাহিনী হ'লেও হৰিশ্চন্দ্ৰৰ যজ্ঞ প্ৰসংগটো মাৰ্কণ্ডেয় পুৰাণত নাই। শংকৰদেৱে এই প্ৰসং-

গটো আন কোনোবা পুৰাণৰ পৰা আনিছেনে, নিজে সজাইছে, সেই কথা কোৱা টান। ৰুক্মিণীহৰণ আৰু উত্তৰা কাণ্ড ৰামায়ণত আদৰ্শৰ এনে উগ্ৰতা চকুত নপৰে।

ৰুক্মিণীহৰণ কাব্যৰ পৌৰাণিক কথাবস্তুৱেও শংকৰদেৱৰ হাতত পৰি সমকালীন স্থানীয় সমাজৰ লগত সংগতি ৰাখি আগবাঢ়িব পাৰিছে। তাৰ বাবে কথাবস্তুৰ প্ৰধান আধাৰ হৰিবংশ আৰু ভাগৱতত্তকৈ এই কাব্যৰ কথাবস্তুক ভালেখিনি লৌকিক সুৰলৈ নমাই অনা হৈছে। বিশেষকৈ হৰিবংশত শ্ৰীকৃষ্ণৰ সমকালীন ৰাজনৈতিক আৰু আধ্যাত্মিক সংঘাতৰ যি চিত্ৰ অংকন কৰা হৈছে, সেই চিত্ৰ সামান্য ভাবেও এই কাব্যত দাঙি ধৰাৰ চেষ্টা কৰা নাই। হৰিবংশত প্ৰকাশ পোৱা সামাজিক গুৰুত্বৰ ঠাই ৰুক্মিণীহৰণ কাব্যত শ্ৰীকৃষ্ণ, ৰুক্মিণী আৰু ৰুক্মবীৰৰ ব্যক্তিগত চৰিত্ৰই অধিকাৰ কৰিছে। হৰিবংশত ৰুক্মিণীৰ প্ৰথমবাৰ বিবাহ প্ৰচেষ্টা ব্যৰ্থ হোৱা আৰু শ্ৰীকৃষ্ণক কৈশিক, ভীষ্মক প্ৰভৃতি ৰজাসকলে ৰজাপতা কথাৰ বিবৰণ আছে। সেই পৰ্যন্ত যাদৱসকল মথুৰা এৰি দ্বাৰকালৈ যোৱা নাছিল। শ্ৰীকৃষ্ণ আদি যাদৱসকল দ্বাৰকালৈ যোৱাৰ পাছতেই শিশুপালৰ লগত দ্বিতীয়বাৰ ৰুক্মিণীৰ বিয়াৰ ব্যৱস্থা হৈছিল আৰু কৃষ্ণই দেৱেন্দ্ৰৰ মন্দিৰলৈ যোৱা ৰুক্মিণীক হৰণ কৰি আনিছিল (হৰিবংশ বিঃ পঃ ১০৩—১১৭ অ°)। শ্ৰীকৃষ্ণক ৰজাপতা 'কৈশিক'ৰ পৰিবৰ্তে ৰুক্মিণীহৰণ কাব্যত 'কৌশম্বি' শব্দৰ প্ৰয়োগ দেখা গৈছে আৰু ৰজাৰ নামৰ পৰিবৰ্তে ৰাজ্যৰ নাম বোলা হৈছে। ৰজাৰ নাম 'বিশ্বকেতু' বোলা হৈছে। দ্বাৰকাৰপৰা বিন্ধ্যৰ দক্ষিণে থকা বিদৰ্ভলৈ যাওঁতে বাটত কৌশম্বি ৰাজ্য পাব নোৱাৰে। কৌশম্বি ৰাজ্য এলাহাবাদৰ পশ্চিমে গংগাৰ ওচৰত। এইদৰে ঐতিহাসিক, পৌৰাণিক আৰু সামাজিক দিশৰ পৰা ৰুক্মিণীহৰণ সম্বন্ধে আলোচনা কৰিব লগীয়া বহুত কথা আছে যদিও এই প্ৰসংগত সেইটো সম্ভৱ নহয়।

বাল্মীকীয় ৰামায়ণৰ উত্তৰ কাণ্ডৰ মূল কথাৰ আধাৰতেই শংকৰদেৱে উত্তৰা কাণ্ডৰ পদ ৰচিলেও প্ৰাসংগিক কথাবস্তুৰ ক্ষেত্ৰত দুয়োখনৰ মাজত পাৰ্থক্য বহুত। বাল্মীকীয় ৰামায়ণত কুবেৰৰ উৎপত্তি, তপস্যা, বৰপ্ৰাপ্তি; ৰাক্ষসবংশৰ বৰ্ণনা; ৰাৱণৰ জন্ম, তপস্যা, ৰাৱণৰ প্ৰতি অভিশাপ, দেৱতাসকলৰ লগত যুদ্ধ, শিৱৰ আৰাধনা প্ৰভৃতি বহুত পুৰণি কাহিনী কথা-প্ৰসংগত বৰ্ণনাৰ ভিতৰলৈ আহিছে। শংকৰদেৱৰ উত্তৰাকাণ্ডত এইবোৰ কথাই ঠাই পোৱা নাই। জাতিভেদৰ ওপৰত গুৰুত্ব দি ৰচনা কৰা শম্বুক-বধৰ কাহিনীটো এটা পুৰণি প্ৰসংগ হ'লেও সম্ভৱতঃ শূদ্ৰৰ প্ৰতি অবিচাৰৰ প্ৰতিবাদ ৰূপেই ত্যাগ কৰিছে। আনহাতে লৱ-কুশ যুদ্ধৰ কথা অবাল্মীকীয় অনেক ৰামায়ণত থাকিলেও শংকৰদেৱে সেই কাহিনী নিজৰ কাব্যত ঠাই দিয়া নাই। শংকৰদেৱৰ কাব্যত সীতাৰ বনবাস, লৱ-কুশৰ জন্ম, ৰামৰ অশ্বমেধ যজ্ঞ,

ৰামৰ সভাত লৱ-কুশৰ ৰামায়ণ-গান, লৱ-কুশৰ পৰিচয়, সীতাৰ ৰাজসভালৈ আগমন আৰু পাতালগমন, ভৰত আদি ভ্ৰাতৃসকলৰ পুত্ৰসকলক ৰাজ্যদান, ৰামৰ ওচৰলৈ কালৰ আগমন, লক্ষ্মণবৰ্জন, লৱ-কুশৰ ৰাজ্যাভিষেক আৰু ৰামৰ স্বৰ্গযাত্ৰাই বৰ্ণনাৰ বিষয়ৰূপে ঠাই পাইছে। ৰাম, লক্ষ্মণ আৰু সীতাৰ মানসিক সংঘাতত সাধাৰণীকৰণৰ অৱকাশ যথেষ্ট আছে। ৰামৰ প্ৰতি সীতাৰ ক্ৰোধোক্তিত যুক্তিৰ স্পষ্টতা আৰু পত্নীত্বৰ অভিমান দুয়োটাই সীতাৰ চৰিত্ৰত ব্যক্তিত্ব আৰু সতীত্বৰ সমন্বয় ঘটাইছে। কথাবস্তুত অবাল্মীকীয় ৰামায়ণৰ প্ৰভাৱ নাথাকিলেও প্ৰাসংগিক উল্লেখৰ পৰা বুজা যায় যে— ৰাম নো হওঁতেই ৰামায়ণ হোৱা কথাৰ বহল প্ৰচাৰ সেই সময়ত হৈছিল। "ৰাম নতো হন্তে ৰামায়ণ ভৈল গীত। হেন কথা শুনিয়া সমাজ আচৰিত।" কথাবস্তুৰ বৰ্ণনা আৰু উক্তিসমূহৰ বহুততে এনেধৰণৰ আলৌকিকতাৰ প্ৰভাৱ স্পষ্ট হ'লেও ৰামৰ চৰিত্ৰত থকা মানসিক সংঘাতে কথাবস্তুক কাব্যৰ উপযোগী হোৱাত সহায় কৰিছে। ভাগৱতৰ অষ্টম স্কন্ধৰ বিষয়বস্তুৰ আধাৰত ৰচিত অমৃত-মন্থন আৰু বলিছলনকো এই শ্ৰেণীৰ কাব্যৰ শ্ৰেণীলৈ আনিব পাৰি। এই বিষয়ে পাছত আলোচনা কৰা হৈছে।

**তত্ত্বউপদেশবিষয়ক পদ-ভাঙনি :—** এই শ্ৰেণীৰ পদভাঙনিৰ পৰিমাণ অন্য শ্ৰেণীৰ সাহিত্যতকৈ যথেষ্ট বেছি। ভগৱানৰ লীলা, স্তুতি আৰু তত্ত্বজ্ঞানৰ লগতে উপদেশ এই শ্ৰেণীৰ সাহিত্যৰ প্ৰধান উপাদান। কোনো ঠাইত মূলতকৈ বিস্তৃত আৰু কোনো ঠাইত সংক্ষিপ্ত ৰূপে কৰা অনুবাদৰ উপৰিও বহুত ঠাইত অন্যান্য গ্ৰন্থৰ বিষয়বস্তু সন্নিবিষ্ট কৰি এই শ্ৰেণীৰ সাহিত্য গঢ় দিয়া হৈছে বুলি আগতেই কোৱা হৈছে। তথাপি পদভাঙনিৰ ক্ষেত্ৰত ভাগৱত পুৰাণৰ শ্লোকৰ আধাৰেই আন সকলোতকৈ বহুত বেছি। ভাঙনিৰ ক্ষেত্ৰত এটা বিশেষত্ব এয়ে যে— কৰবাত দুই-এটা পদৰ বাহিৰে প্ৰায়ভাগ পদেই স্বতন্ত্ৰ ৰচনাৰ দৰে স্বাভাৱিক গতিশীল বাবে সুখপাঠ্য। ভাষা আৰু ৰচনাৰীতিও কাব্যৰ দৰে ভাৱানুকূল আৰু চমৎকাৰপূৰ্ণ। সেই বাবে পদভাঙনিৰ বহুত অংশই কাব্যধৰ্মী। উদাহৰণ স্বৰূপে আদ্য দশমৰ পদসমূহলৈকে আঙুলিয়াব পাৰি। সামগ্ৰিক ভাবে দশম এখন কাব্য নহয়, কিন্তু তাৰ একো একোটাখণ্ড স্বতন্ত্ৰ ভাবে ল'লে তাত খণ্ডকাব্য বা মুক্তক কাব্যৰ সম্পূৰ্ণ লক্ষণ দেখিবলৈ পোৱা যাব। সংস্কৃতৰ কাব্য-পৰম্পৰাৰ লগত সংগতি ৰক্ষা কৰি বিশ্লেষণ কৰা হোৱা নাই বাবে শংকৰীসাহিত্যৰ কিছুমান দিশ আমাৰ দৃষ্টিগোচৰ হোৱা নাই। যি হওক, শংকৰদেৱৰ পদভাঙনি সম্বন্ধে বিচাৰ-বিশ্লেষণ যথেষ্ট পৰিমাণে হোৱা নাই যদিও তাৰ বহু অংশ কাব্যৰ শ্ৰেণীবদ্ধ কৰি পাঠ্যগ্ৰন্থসমূহতো ৰাখি অহা দেখা গৈছে।

আৰ্থিক জীৱনৰ লগত সম্বন্ধ ৰাখি সাংস্কৃতিক ব্যৱস্থা আৰু কলাত্মক ৰুচি গঢ় দিব নোৱাৰিলে, ধৰ্মই পূৰ্ণাংগ ৰূপ লাভ কৰাটো সম্ভৱ নহয়। কেৱল অনুশাসনেই ধৰ্ম নহয়। প্ৰেম আৰু সুৰুচিৰে হৃদয়-বৃত্তিৰ উৎকৰ্ষ সাধন কৰাটোৱেই ধৰ্মৰ ভক্তিপক্ষ। জ্ঞানৰ উৎকৰ্ষ সাধন নহ'লে সংস্কৃতিৰ বিকাশ হ'ব নোৱাৰে। সংস্কৃতিৰ বিকাশ নহ'লে মানৱতাৰ বিকাশো সম্ভৱ নহয়। গতিকে ভক্তিৰ লগত জ্ঞানৰ সম্পৰ্ক অপৰিহাৰ্য। আৰ্থিক জীৱনৰ লগত জড়িত কৰ্মৰ ত্যাগ কোনো কালেই সম্ভৱ নহয়। এই কৰ্মকে ধৰ্মীয় ৰূপ দিওঁতে সকাম কৰ্ম আৰু নিষ্কাম কৰ্ম এই দুটা শ্ৰেণীৰ কৰ্ম-ব্যৱস্থা গঢ় ল'লে। নিষ্কাম কৰ্মত জ্ঞানৰ প্ৰভাৱ বাঢ়িল। সমাজৰ প্ৰতি সেৱা ভাৱ আৰু চৈতন্যৰ উপলব্ধি নহ'লে নিষ্কাম কৰ্ম সম্ভৱ নহয়। এই সেৱা ভাৱ আৰু সূক্ষ্ম চৈতন্যৰ উপলব্ধিৰ কাৰণে জ্ঞানৰ আৱশ্যক। জ্ঞানাশ্ৰিত এনে ভাৱ আৰু উপলব্ধিৰ ওপৰতেই ভক্তিভাৱক বিকশিত কৰা কলাত্মক সুৰুচিয়ে নিৰ্ভৰ কৰে। শংকৰদেৱে ভক্তিৰ বাবে কলাত্মক সুৰুচিৰ ওপৰত সৰ্বাধিক গুৰুত্ব আৰোপ কৰাৰ লগতে সুকীয়া সুকীয়া স্তৰৰ লোকৰ বাবে প্ৰয়োজনীয় জ্ঞান আৰু কৰ্মপ্ৰধান ব্যৱস্থাসমূহ একেবাৰে ত্যাগ কৰিবলৈ কোৱা নাই। সমাজৰ সকলো স্তৰৰ লোকৰ প্ৰতি চকু ৰাখিছিল কাৰণেহে তেওঁ সমাজ-সংস্কাৰক হ'ব পাৰিছিল। শংকৰদেৱৰ সাধনমাৰ্গৰ বিষয়ে আলোচনা কৰিবৰ সময়ত আমি এই কথা পাহৰি যাব নালাগিব।

**কলা** ঃ— শংকৰদেৱৰ কলাৰ উদ্দেশ্য কি ? এই কথা আগৰ আলোচনা প্ৰসংগত প্ৰকাশ পাইছে। সাহিত্য প্ৰভৃতি কলাৰ আনন্দক 'ব্ৰহ্মানন্দসহোদৰ, বুলি কয়; কিন্তু শংকৰী কলাৰ লক্ষ্য বস্তুটো স্বয়ং ব্ৰহ্মানন্দ। এই ব্ৰহ্মানন্দকে ভক্তসকলে 'ভক্তিৰস' বুলিও কয়। ভক্তিৰসেই ক্ৰিয়াত্মক ৰূপত 'সেৱাৰস' নাম পাইছে। নাম এই কলাৰ সাধ্য আৰু সাধন উভয়াত্মক ৰূপ। এই সম্বন্ধে নামঘোষাৰ শেষভাগত মাধৱদেৱে অতি কম শব্দেৰে আৰু স্পষ্ট ভাবে কৈছে—

হিয়াৰ মাজে নামৰ ভাণ্ডাৰ মুখে বাজ হয়।
ৰাম নামৰ মাৰণা মাৰে পাপ কটকৰ ক্ষয় ॥
পাপবিপক্ষক সংহাৰি হৰি নামে খলখলি হাসে।
সকল সুখৰ উপৰে বসিয়া হৰিৰ নাম প্ৰকাশে ॥
মুকুতিসুখক বশ্য কৰি হৰি নামে আনন্দত নাচে।
পুৰুষে সহিতে সখিত্ব কৰিয়া চলয় হৰিৰ কাছে ॥
আপুন নামৰ মহিমা দেখিয়া হৰিৰ আনন্দ চৰে।
যিটো নাম লয় হৰি তাৰ হয় ইপুনু ৰহস্য ৰবে ॥

হৰিগুণ নাম ভাৱিয়া পুৰুষে ৰহয় হৰিৰ কাষে।
হৰিৰচৰণ হৃদয়ে ধৰিয়া কহয় মাধৱদাসে ॥

কলা মূলতঃ সৌন্দৰ্যবোধজনিত আনন্দ। আনন্দও বোধৰেই এটা অৱস্থা মাত্ৰ। গতিকে বোধ আৰু আনন্দ এই শব্দ দুটাৰ মাজত থকা পাৰ্থক্যৰ বিচাৰ আগতেই কৰিলোৱা উচিত। 'বোধ' সুখাত্মক আৰু দুখাত্মক দুয়ো শ্ৰেণীৰে হ'ব পাৰে; কিন্তু আনন্দ কেৱল সুখাত্মকহে, দুখাত্মক নহয়। আনহাতে দুয়োটাই হৃদয়ৰ বস্তু। দুখৰ কাৰণ স্বৰূপে থকা মনৰ সংস্কাৰ সমূহেই পাপ। মানুহ যিমানেই ব্যক্তিকেন্দ্ৰী (অহংকাৰী) হয়, সিমানেই সি প্ৰকৃতি আৰু সমাজৰ সংঘাতত দুখ উপলব্ধি কৰিব লগীয়া হয়। ব্যক্তিকেন্দ্ৰী লক্ষণটো মস্তিষ্কৰ ওপৰত নিৰ্ভৰশীল জ্ঞানৰ লগত জড়িত বস্তু। গতিকে মনৰ এই বুদ্ধিপ্ৰধান দিশটোৱেই দুখৰ কাৰণ স্বৰূপ পাপ আৰু সুখৰ কাৰণ স্বৰূপ পুণ্য দুয়োটাৰে মূল বস্তু ৰূপে আছে। নাম প্ৰথমতে ইন্দ্ৰিয়গ্ৰাহ্য শব্দৰ স্তৰত থাকে। এই নাম বাহ্য ক্ৰিয়াত্মক। বুদ্ধি বা জ্ঞানৰ স্তৰত নাম ক্ৰিয়াত্মক নামতকৈ সূক্ষ্ম মানসিক স্তৰলৈ উঠে; কিন্তু হৃদয়ত থকা নাম অখণ্ড চৈতন্যৰ উপলব্ধি স্বৰূপ ৰসবোধ। এই স্তৰৰ নাম ভক্তৰ মুখেদি বাহিৰলৈ ওলায় আৰু এই নামে বুদ্ধিৰ স্তৰত থকা দুখৰ কাৰণ স্বৰূপ মানসিক সংস্কাৰ পাপসমূহকো নাশ কৰে। এই দৰে নামৰ সুখাত্মকবোধে দুখাত্মকবোধৰ কাৰণ মানসিক সংস্কাৰক জয় কৰিব পাৰে কাৰণেই নামক সকলো সুখতকৈ শ্ৰেষ্ঠ বোলা হৈছে। এই প্ৰসংগত মনত ৰাখিব লগীয়া যে—অন্য সুখৰ ক্ষেত্ৰত পাপৰ পৰিণাম দুখৰ প্ৰতি থকা ভয় দূৰ নহয়। নামৰ সুখৰ বাহিৰে অন্য সকলো সুখ ইন্দ্ৰিয়জনিত পাৰ্থিৱ স্তৰৰ বস্তু। মুক্তিৰ সুখো নামৰ অধীন। নামৰ সহায়েৰে ৰহস্যময় সত্যৰ উপলব্ধি কৰিব পাৰিলে, মুক্তিৰ গুৰুত্ব নোহোৱা হৈ পৰে। সেই অৱস্থাত জীৱাত্মাপুৰুষৰ লগত মিলি (সাথিত্ব কৰি বা একে স্বভাৱ যুক্ত হৈ) নামৰ আনন্দ বা চৈতন্যৰ উপলব্ধি ৰহস্যময় পৰমসত্তাৰ (হৰিৰ) ওচৰ চাপি যায়।

ভগৱান স্বয়ং আনন্দময় (সচ্চিদানন্দ) সত্তা; কিন্তু নামৰ মাজেদিহে ভগৱানৰ এই আনন্দময় স্বৰূপটো প্ৰকাশ পায় (নিজনামৰ মহিমা দেখি হৰিৰ আনন্দ বাঢ়ি যোৱা বোলা কথাটো এই ভাৱৰে ব্যক্তীকৰণ মাত্ৰ)। হৃদয়ত নামৰ উপলব্ধি কৰা জনে ভক্তিৰ ৰসবোধতে সচ্চিদানন্দময় হৰিক লাভ কৰাতেই শ্ৰেষ্ঠ ৰহস্য নিহিত হৈ আছে। ভক্তসকলৰ দুখহৰণকাৰী হৰিক হৃদয়ত ধ্যান কৰি মাধৱদেৱে কৈছে —হৰিৰ গুণ আৰু নাম ভাবি থকা অৰ্থাৎ হৃদয়ত হৰিক ধ্যান কৰি থকা জন সৎ, চিৎ আনন্দময় হৰিৰ কাষতে থাকে (সামীপ্য মুক্তি লাভ কৰে)।

ঘোষা ফাঁকিত হৰিৰ 'সচ্চিদানন্দময়' বিশেষণটো দিয়া নাই যদিও সত্য আৰু চৈতন্যৰ অবিহনে আনন্দময় সত্তাৰ অস্তিত্ব সম্ভৱ নহয়। গতিকে কলাত সত্যৰ স্থায়িত্ব আৰু উপলব্ধিৰ চৈতন্য অপৰিহাৰ্য বস্তু। সত্য আৰু চৈতন্যৰ গভীৰতা তথা ব্যাপকতাৰ ওপৰতো কলাৰ আনন্দই বহু পৰিমাণে নিৰ্ভৰ কৰে। গ্ৰাহ্য আৰু গ্ৰাহকৰ সম্পৰ্কৰ ফালৰ পৰাও কলাৰ ক্ষেত্ৰত কিছু বিচাৰ কৰিব লগীয়া কথা আছে। কলাকাৰৰ হৃদয়ত যি সত্য আৰু সৌন্দৰ্যৰ উপলব্ধি চৈতন্যৰ ধৰ্ম স্বৰূপ হৈ থাকে, সি যথাক্ৰমে বুদ্ধিগ্ৰাহ্য আৰু ইন্দ্ৰিয়গ্ৰাহ্য বস্তুৰূপেহে বাহিৰত প্ৰকাশ পাব পাৰে। এনেস্থলত কলাকাৰৰ ক্ষেত্ৰত কলা বহিৰ্মুখী ব্যৱস্থা-প্ৰধান; কিন্তু কলাৰ আনন্দ লোকৰ পৰা ল'বলৈ বিচৰা গ্ৰাহকৰ ক্ষেত্ৰত কলা ইন্দ্ৰিয়-গ্ৰাহ্য স্থূল জড় বস্তুৰ পৰা ক্ৰমে বুদ্ধিগ্ৰাহ্য আৰু হৃদয়গ্ৰাহ্য সূক্ষ্ম বস্তুৰূপে পৰিৱৰ্তিত হোৱা এটা অন্তৰ্মুখী ব্যৱস্থা প্ৰধান। কলাকাৰে নিজৰ হৃদয়ৰ পৰা বহিৰ্মুখী ৰূপত দাঙি ধৰা সত্য আৰু সৌন্দৰ্যই গ্ৰাহ্য বা গ্ৰহণীয় কলা। গতিকে কলাকাৰৰ উপলব্ধিক গ্ৰাহ্য আৰু কলামোদী দৰ্শক বা শ্ৰোতাৰ উপলব্ধিক গ্ৰাহক বোলা হৈছে। সফল কলাকাৰ হ'বলৈ হ'লে গ্ৰাহকৰ যোগ্যতা বা গ্ৰাহিকা শক্তিৰ লগত সংগতি ৰাখিহে কলাক ইন্দ্ৰিয়গ্ৰাহ্য সুৰত উপস্থাপন কৰিব লাগিব। যদি "কলা কলাৰ কাৰণে" বুলিয়েই ধৰি লোৱা হয়; তেনেহলে কলাকাৰৰ দায়িত্ব সিমানতে শেষ হ'ব; কিন্তু কলাৰ যেতিয়া বিকাশমুখী প্ৰয়োজন থাকে, তেতিয়া গ্ৰাহকৰ যোগ্যতাৰ লগত সংগতি ৰক্ষা কৰাৰ উপৰিও, মনৰ বিকাশধৰ্মী চেতনা জাগ্ৰত কৰি তোলা দায়িত্বটোও কলাকাৰৰ দায়িত্বৰ ভিতৰলৈ আহে। ধৰ্মগুৰু আৰু সমাজ-সংস্কাৰকৰ দায়িত্ব বহন কৰাৰ কাৰণে শংকৰদেৱৰ কলাও বিকাশমুখী প্ৰয়োজনযুক্ত কলা। এনে স্থলত ব্যক্তি আৰু সমাজ উভয়ৰে ক্ষেত্ৰত বিকাশমুখী চেতনা জগাই তোলা সমাজসচেতন মন এটাৰ প্ৰভাৱে শংকৰীকলাক আদৰ্শনিষ্ঠ ৰূপ দিয়াটো স্বাভাৱিক কথা। আধ্যাত্মিক শান্তি এই কলাৰ লক্ষ্য বস্তু। এই লক্ষ্যত উপনীত হ'বৰ কাৰণে যিমানখিনি ইন্দ্ৰিয়গ্ৰাহ্য উপাদানৰ প্ৰয়োজন, সিমানখিনিহে তেনে উপাদান তেওঁ গ্ৰহণ কৰিছিল। এনে কাৰণত বহুত ক্ষেত্ৰতে "কলা কলাৰ কাৰণে" দৃষ্টিৰে বিচাৰ কৰিলে দেখা যায় যে —বিষয়বস্তুৱে কলাত্মক বিকাশৰ পূৰ্ণাৱস্থা লাভ কৰোঁ-নকৰোঁ অৱস্থাতেই তাক অন্য দিশলৈ ঘূৰাই নিয়া হয়। অৰ্থাৎ কলাৰ আনন্দক আদৰ্শৰ শাসনলৈ নৈ অহা হয়। শৃংগাৰ, বীৰ, বীভৎস প্ৰভৃতি ৰস শংকৰদেৱৰ কলাত পূৰ্ণতাৰ সুৰলৈ উঠিবলৈ নোপোৱাৰ এইটোৱেই

ঘাই কাৰণ। শান্তৰসৰ এটা দিশ 'ভক্তি'ৰ পৰিৱেশ সৃষ্টিৰ বাবেহে শৃংগাৰ প্ৰভৃতি ৰসৰ প্ৰস্তুতি শংকৰী কলাত দেখা যায়। গতিকে শংকৰীকলাৰ আলোচনাৰ সময়ত এই কথা মনত ৰাখিব লাগিব।

**শংকৰীকলাৰ শ্ৰেণী বিভাগ** —সুকুমাৰ কলাসমূহক বহল ভাৱে দুটা শ্ৰেণীত বিভক্ত কৰিব পাৰি। সেইবিলাকৰ উপবিভাগৰ চিত্ৰ তলত দিয়া হ'ল।




গীত, বাদ্য আৰু নৃত্যক সামৰি একেটা শব্দত সংগীত বুলিও কোৱা হয়। এই তিনিটাৰ ভিতৰত কেৱল গীত আৰু বাদ্য হ'লেও সংগীত শব্দৰ প্ৰয়োগ হ'ব পাৰে। অভিনয় কলাত কম-বেছি পৰিমাণে সকলো কলাৰেই সমাৱেশ ঘটিব পাৰে। প্ৰকৃততে অভিনয় কলাটো দৃশ্য আৰু শ্ৰব্য উভয়বিধ কলাৰে মিশ্ৰিত ৰূপ। 'পাঠ্য' শব্দটো ইয়াত সাহিত্য অৰ্থত ব্যৱহাৰ কৰা হৈছে। শ্ৰব্য অৱস্থা নথকা মৌনপাঠো সাহিত্য হ'ব পাৰে।

শংকৰী কলাত এই কেইবিধ কলাই সমান ঠাই পোৱা নাই। সাহিত্য সংগীত আৰু অভিনয়েই শংকৰী কলাৰ সম্পূৰ্ণ প্ৰতিনিধিত্ব কৰে। সংগীতৰ গতিৰ লগতে নৃত্য আৰু বাদ্যয়ো ঠাই পালে। অভিনয়ে অৱশিষ্ট আনবোৰ কলাকো কম-বেছি পৰিমাণে সামৰি ল'লে। গতিকে এই তিনিটা ভাগত বিভক্ত কৰিয়েই আমি শংকৰী কলাৰ বিষয়ে চমু আলোচনা কৰিব পাঁৰো।

**সাহিত্য ঃ—** সাহিত্যৰ শ্ৰেণীবিভাগ শংকৰদেৱৰ ক্ষেত্ৰত ভাষা আৰু অংগ-বিধান এই দুটা দৃষ্টিত হ'ব পাৰে। তৎকালীন লোকভাষা, ব্ৰজাৱলী আৰু সংস্কৃত এই তিনিটা ভাষাত সাহিত্য ৰচনাৰ পৰম্পৰা আগৰে পৰা আছিল যদিও 'ব্ৰজাৱলী' ভাষাত সাহিত্য ৰচনা কৰাটো শংকৰদেৱৰ কাৰণে এটা নতুন আৰু দৃঢ় পদক্ষেপ আছিল।

শংকৰদেৱে ভাগৱতৰ পদভাঙনি কিছু এৰা-ধৰাকৈ হ'লেও কেইবাটাও খণ্ডত কৰিছে। এই বিলাকৰ ভিতৰত প্ৰথম, দ্বিতীয়, দশম আৰু দ্বাদশ স্কন্ধৰ ভাঙনি মূলৰ পৰা বেছি আঁতৰি যোৱা নাই যদিও সেইবোৰ সম্পূৰ্ণ অনুৱাদধৰ্মী নহয়। দশম স্কন্ধৰ পূৰ্বাৰ্দ্ধৰ বাহিৰে উত্তৰাৰ্দ্ধৰ কেৱল চাৰিটা অধ্যায়ৰ (৮২—৮৫) কথা বস্তু লৈ 'কুৰুক্ষেত্ৰ' ৰচনা কৰিছে। দ্বাৰকাবাসীসকলেৰে সৈতে কৃষ্ণ-বলৰামে কুৰুক্ষেত্ৰত নন্দ-যশোদা আৰু গোপীসকলক লগপোৱা, শ্ৰীকৃষ্ণক দৰ্শন কৰিবৰ কাৰণে ঋষি-সকলৰ আগমন আৰু দৈৱকীৰ মৃতপুত্ৰ-দৰ্শনৰ বৰ্ণনাই এই পুথিৰ বিষয়। বিৱৰণত কাব্যধৰ্ম সিঁচৰিত হৈ থাকিলেও কথাবস্তুৰ গাঠনিত কাব্যৰ গতিশীলতাৰ অভাৱ আৰু চৰমপৰিণতি দুৰ্বল কাৰণে ইয়াক কাব্যৰ শ্ৰেণীত ঠাই দিয়া টান।

প্ৰধান ভাবে অষ্টমস্কন্ধ ভাগৱতৰ আধাৰত ৰচিত অমৃতমন্থন-বলিছলন মূলৰ অনুৰূপ বুলিয়েই ক'ব পাৰি। সেইদৰে ষষ্ঠস্কন্ধৰ অজামিল উপাখ্যানৰ কথাও মূলতকৈ বেছি আঁতৰি যোৱা নাই; কিন্তু শংকৰদেৱৰ অজামিল উপাখ্যানৰ আৰম্ভণিতে থকা নৰকৰ বৰ্ণনা মূলভাগৱতৰ পঞ্চম স্কন্ধৰ শেষৰ অধ্যায়ৰ আধাৰত দিয়া হৈছে আৰু অমৃতমন্থন-বলিছলনৰ আৰম্ভণিতে শংকৰদেৱে ইন্দ্ৰৰ প্ৰতি দুৰ্বাসাৰ অভিশাপৰ যি কাহিনী দিছে, সিও ভাগৱতৰ সেই প্ৰসংগত নাই। এই কাহিনী বিষ্ণুপুৰাণৰ (১।৯ অঃ) পৰাহে লোৱা হৈছে। এইদৰে কিছু এৰা-ধৰা কৰিলেও অমৃতমন্থন-বলিছলন আৰু অজামিল উপাখ্যানত যথাক্ৰমে ভগৱানৰ লীলা তথা ভক্তি আৰু নামৰ মাহাত্ম্যহে প্ৰধান বিষয়বস্তু ৰূপে আছে। তাত মানৱচৰিত্ৰৰ সংঘাত আৰু সাধাৰণীকৰণতকৈ কথাবস্তুৰ চমৎকাৰ আৰু উপদেশ, স্তুতি আদিৰ গুৰুত্বহে বেছি। ভক্তসকলৰ বাবে ভক্তি আৰু শান্তৰসৰ উপাদান যথেষ্ট থাকিলেও অমৃতমন্থন-বলিছলনক এই কাৰণেই সম্পূৰ্ণ ৰূপে কাব্যৰ শ্ৰেণীত ঠাই দিবলৈ টান যেন ভাৱ হয়। এই বিষয়ৰ বিস্তৃত আলোচনা এই প্ৰসংগত সম্ভৱ নহয়।

তৃতীয় স্কন্ধৰ বিষয়-বস্তুৰ আধাৰত ৰচনা কৰা অনাদিপাতন আৰু একাদশ স্কন্ধৰ আধাৰত ৰচনা কৰা নিমিনৱসিদ্ধ-সংবাদ দুখন সুকীয়া পুথিৰ দৰে হৈছে। প্ৰথম খনত বামনপুৰাণৰো সহায় লোৱা বুলি কৈছে। দুয়োখনেই দৰ্শন আৰু সাধন-মাৰ্গ বিষয়ক তত্ত্বমূলক গ্ৰন্থ। ভাগৱতৰ অন্যান্য প্ৰসংগত দাৰ্শনিক তথ্য থাকিলেও এই দুখন পুথি অসমৰ সাধাৰণ শ্ৰেণীৰ লোকৰ কাৰণে অত্যন্ত মহত্ত্বপূৰ্ণ বস্তু। ইয়াৰ আগতে অসমৰ লোকভাষাত দৰ্শন বিষয়ক গ্ৰন্থ নাছিল। অসমৰ লোকভাষাত দাৰ্শনিক বিষয়ৰ গ্ৰন্থ ৰচনা কৰি শংকৰদেৱেই প্ৰথমে বাট কাটি দেখুৱালে।

মূল ভাগৱতৰ একাদশ স্কন্ধৰ পৰা নিমিনৱসিদ্ধ-সংবাদৰ প্ৰসংগটো সুকীয়া কৰাৰ উপৰিও আৰু কিছু অংশ শংকৰদেৱৰ একাদশ স্কন্ধত ৱাদ দিয়া হৈছে। সেই

বিলাকৰ ভিতৰত অৱধূতব্ৰাহ্মণ দত্তাত্ৰেয়ৰ প্ৰসংগটো (১১।৭,৮,৯ অঃ) এটা গুৰুত্ব-পূৰ্ণ অংশ। মূলপাঠত শ্ৰীকৃষ্ণৰ বৈকুণ্ঠপ্ৰয়াণৰ পাছত কেৱল ২২টা শ্লোকতেই শ্ৰীকৃষ্ণ বৈকুণ্ঠপ্ৰয়াণৰ সকলো ক্ৰিয়া-প্ৰতিক্ৰিয়াৰ বৰ্ণনা দি সেই স্কন্ধৰ সামৰণি মাৰিছে। যদুবংশ-ধ্বংস আৰু কৃষ্ণ-বলৰামৰ বৈকুণ্ঠপ্ৰয়াণৰ সংবাদ পোৱাৰ পাছত দ্বাৰকাত বসুদেৱ, দৈৱকী, ৰোহিণীৰ প্ৰাণত্যাগ আৰু অন্যান্য তিৰোতাবিলাকেও নিজৰ নিজৰ স্বামীৰ লগত চিতাত উঠি প্ৰাণত্যাগ কৰাৰ বৰ্ণনা দিয়া হৈছে। শ্ৰীকৃষ্ণ স্বশৰীৰে বৈকুণ্ঠগামী হোৱা কাৰণে ৰুক্মিণী প্ৰভৃতি মহিষীসকলে মনতে কৃষ্ণক ধ্যান কৰি অগ্নিত প্ৰৱেশ কৰিলে। শ্ৰীকৃষ্ণই ত্যাগ কৰাৰ পাছত দ্বাৰকা সাগৰত তল গ'ল। অৰ্জুনে যদুবংশৰ বীৰ সকলৰ প্ৰেতকাৰ্য হোৱাৰ পাছত বাচি থকা তিৰোতা, ল'ৰা আৰু বুঢ়াসকলক ইন্দ্ৰপ্ৰস্থলৈ লৈ গ'ল। তাত এই সকলোৰে বস-বাসৰ ব্যৱস্থা কৰি অনিৰুদ্ধৰ পুত্ৰ বজ্ৰক ৰজা পাতিলে। যুধিষ্ঠিৰ আদি বাকীসকল পাণ্ডৱেও শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ-প্ৰয়াণৰ সংবাদ পাই পৰীক্ষিতক ৰাজপদত অভিষিক্ত কৰি হিমালয়ৰ অভিমুখে যাত্ৰা কৰিলে।

শংকৰদেৱৰ একাদশ স্কন্ধৰ ৫৪৪ টা পদৰ ভিতৰত মূল ভাগৱতৰ কথা-বস্তুৰ অন্ত পৰিল। ৫৪৫ ৰপৰা ৫৫২ পদলৈকে শংকৰদেৱে নিজৰ পৰিচয় আৰু উপদেশ দিছে। তাৰ পাছত ৫৫৩ পদৰ পৰা ৮৪৬ পদলৈকে শেষৰ ভাগত অৰ্জুনৰ বিষাদ, উদ্ধৱ-বিদুৰ সংবাদ, মৈত্ৰেয়ৰ আশ্ৰমলৈ বিদুৰৰ গমন আৰু পাণ্ডৱ-সকলৰ বৈৰাগ্যৰ লগতে দ্ৰৌপদীয়ে প্ৰাণত্যাগ কৰি শ্ৰীকৃষ্ণত লীন যোৱাৰ বিবৰণ দাঙি ধৰিছে। কৃষ্ণ-নিৰ্যাণৰ কথা শুনি গোকুলবাসীয়েও প্ৰাণত্যাগ কৰা কথা কৈছে; কিন্তু এই কথাবোৰ ভাগৱতৰ ১।১৪,১৫ অঃ আৰু ৩।১,২,৩,৪ অধ্যায়ৰ পৰাহে দিছে। বিষ্ণুপুৰাণ আৰু মহাভাৰত উভয়তে আভীৰবিলাকৰ হাতত অৰ্জুনৰ পৰাজয়ৰ কাহিনী আছে। একাদশৰ পদত শংকৰদেৱেও এই কাহিনী দিছে। যদুবংশৰ লগতে শ্ৰীকৃষ্ণৰ নিৰ্যাণৰ সংবাদ পাই পাণ্ডৱসকলেও পৰীক্ষিতক ৰজাপাতি বন-গমন কৰিলে বুলি উল্লেখ মাত্ৰ কৰি বিষ্ণুপুৰাণত এই প্ৰসংগৰ সামৰণি মাৰিছে। পাণ্ডৱৰ বৈৰাগ্য আৰু দ্ৰৌপদীৰ প্ৰাণত্যাগৰ বিবৰণ মহাভাৰত আৰু বিষ্ণুপুৰাণ কাৰো লগত সম্পূৰ্ণ ভাবে নিমিলে। শংকৰদেৱৰ একাদশ স্কন্ধত যুধিষ্ঠিৰৰ বৈৰাগ্য সম্বন্ধে এনে দৰে বৰ্ণনা দিছে —

ভ্ৰাতৃ পুত্ৰ ভাৰ্যাক নকৰি সম্ভাষণ। কৃষ্ণক হৃদয়ে ধৰি কৰিলা গমন ॥৭৯৩

* * * * *

নমাতন্ত মাতন্তে দৈভলন্ত যেন জড়। উত্তৰ দিশক লাগি দিলন্ত লৰৰ ॥৭৯৪

* * * *

ভৈল জ্ঞান উদয় ছিণ্ডিল কৰ্মবন্ধ । পাণ্ডোভাইৰ গুচিল চক্ষুৰ যেন অন্ধ ।।*৭১৭

* * * * *

একান্তে পাইলন্ত পাণ্ডো চৰণত ঠাই । জীৱন্তে মুকুত হৈয়া ৰৈল পঞ্চভাই ।।৭১৮
দ্ৰৌপদী দেখন্ত পাণ্ডোপতি এৰিলন্ত । মৰো জীওঁ একো সমিধান নেদিলন্ত ।।
মহাশোকে দ্ৰৌপদী কান্দন্ত আৰ্তৰাৱে । হেনসে বিপত্তি ভৈল কৃষ্ণৰ অভাৱে ।।৭১৯

* * * * *

কৃষ্ণৰ চৰণ মনে ধৰি দৃঢ় ধ্যান । কৃষ্ণ কৃষ্ণ বুলিয়া চাৰিলা সতী প্ৰাণ ।।
কৃষ্ণত গৈলন্ত লীন সিটো মহাসতী । দেখিয়োক ভকতিৰ মহিমা সম্প্ৰতি ।।৮১৭

একাদশ স্কন্ধৰ এই পাছৰ অংশৰ আধাৰ সম্বন্ধে শংকৰদেৱৰ নিজা উক্তিও এই প্ৰসংগত উল্লেখযোগ্য । সামৰণিত লিখিছে —

শুনা সভাসদ ভাগৱত পদ কথা একাদশস্কন্ধ ।
কৃষ্ণে যেন মতি দিলন্ত সম্প্ৰতি বিৰচিলোঁ পদবন্ধ ।।
যিবা প্ৰস্তাৱত আনো শাস্ত্ৰমত দিলো আনি ঠাই ঠাই ।
তাক নিনিন্দিবা বিচাৰি দেখিবা শাস্ত্ৰ পূৰ্বাপৰে চাই ।। ৮৪০ ।।

**ভক্তিপ্ৰদীপ** ঃ— ভক্তিতত্ত্ব বিষয়ক পদভাঙনিসমূহৰ ভিতৰত ভক্তি-প্ৰদীপকো সাধাৰণতে শংকৰদেৱৰ ৰচনা বুলি ধৰি অহা দেখা গৈছে ; কিন্তু কিছুমান কাৰণত এই পুথিখন শংকৰদেৱৰ ৰচনা বুলি মানিবলৈ টান । তাৰে কেইটামান কাৰণ তলত দিয়া হ'ল —

(১) শুনা সভাসদ পাপ কৰিয়া উচ্চাদ ।
গৰুড়পুৰাণ কৃষ্ণ অৰ্জুন সংবাদ ।। * * ৩ ।।
(২) কৃপাময় মহামুনি ব্যাসসুত শুকে ।
ভকতিপ্ৰদীপ শাস্ত্ৰ কৰিলা উৎসুকে ।। * * ৬ ।
(৩) ভকতি প্ৰদীপ কহিলন্ত শুকে সৰ্বশাস্ত্ৰ সাৰতত্ত্ব । * * ৩০৬ ।
(৪) ভকতিপ্ৰদীপ নামে ভাগৱত পদ।
শুনা এক চিত্ত মনে সবে সভাসদ ।। ৭ ।
(৫) মহাদিব্য সভা ময়দানৱে নিৰ্মিলা ।
যুধিষ্ঠিৰ ৰাজা ৰাজসূয় আৰম্ভিলা ।। ৯ ।
(৬) ইটো কৃষ্ণকথা শুনিয়োক সৰ্বজন ।
গীতাত কহিলা এহি কথা নাৰায়ণ ।। * * ৪০
(৭) আপুনি কহিলা কৃষ্ণ বেদান্তৰ তত্ত্ব । * * ৪

এই উদ্ধৃতিসমূহৰ মতে ৰাজসূয় যজ্ঞৰ সময়ত শ্ৰীকৃষ্ণই অৰ্জুনক বেদান্তৰ তত্ত্বস্বৰূপ আৰু সৰ্বশাস্ত্ৰৰ সাৰ এই ভক্তি প্ৰদীপৰ প্ৰতিপাদ্য বিষয়ৰ শিক্ষা দিছিল ; কিন্তু ৰাজসূয় যজ্ঞৰ সময়ত শ্ৰীকৃষ্ণই অৰ্জুনক শিক্ষা দিয়া প্ৰসংগ মহাভাৰত আৰু ভাগৱত ক'তো নাই। ব্যাসৰ পুত্ৰ শুকমুনিয়ে কোৱা ভাগৱতৰ পদ আৰু গীতাত দিয়া নাৰায়ণৰ উপদেশ বুলিও ভক্তিপ্ৰদীপৰ পৰিচয় দিয়া হৈছে। ইয়াৰ পৰা এনে অনুমান কৰিব পাৰি যে— গীতা আৰু ভাগৱতৰ মত সংগ্ৰহ কৰি তাকে নিজৰ সাঁচত সজাই কোনোবাই এই পুথি ৰচনা কৰিলে। আনহাতে ভক্তিপ্ৰদীপৰ বিষয় বস্তু গৰুড় পুৰাণৰ কৃষ্ণ অৰ্জুন-সংবাদ বুলিও কৈছে। গৰুড় পুৰাণ স্মাৰ্ত উপাদান-প্ৰধান পুৰাণহে। বৰ্তমান প্ৰচলিত গৰুড়পুৰাণত কৃষ্ণাৰ্জুন-সংবাদৰূপে বা আন ৰূপতো ভক্তিপ্ৰদীপৰ প্ৰতিপাদ্য বিষয় পোৱা নাযায়।

বিষয়বস্তুৰ ফালৰ পৰাও ভক্তিপ্ৰদীপৰ লেখক শংকৰদেৱ হোৱাত সন্দেহ আছে। এই সম্পৰ্কেও মাত্ৰ দুটা উদাহৰণ তলত দিয়া হৈছে।

(৮) যেবে মোক পাইবা সদাই শুনিবা মহাভাগৱত গীতা ॥ ১২৯

(৯) পদসংখ্যা ২০০ৰপৰা ২১২ লৈকে সুকীয়া সুকীয়া নামৰ পাপ ক্ষয় কৰিব পৰা গুণৰ পৰিমাণ সম্বন্ধে বৰ্ণনা কৰা হৈছে।

এই প্ৰসংগত মন কৰিব লগীয়া যে— ৰাজসূয়যজ্ঞ পাণ্ডৱৰ বনবাসৰ আগতে হৈছিল আৰু গীতাৰ উপদেশ শ্ৰীকৃষ্ণই বনবাসৰ পাছত কুৰুক্ষেত্ৰ-যুদ্ধৰ আৰম্ভণিতে দিয়া বুলি কোৱা হয়। কুৰুক্ষেত্ৰ-যুদ্ধৰ শেষত জন্মহোৱা পৰীক্ষিতক শুকমুনিয়ে ভাগৱতৰ প্ৰতিপাদ্য বিষয় আৰু ভগৱানৰ লীলা বিষয়ক কথা শুনাইছিল। এই দুয়োটা কথা সঁচা হ'লে শ্ৰীকৃষ্ণই ৰাজসূয় যজ্ঞৰ সময়তে অৰ্জুনক সদাই মহাভাগৱত আৰু গীতা শুনিবলৈ উপদেশ দিব নোৱাৰে।

নামৰ পাপনাশক গুণৰ বৰ্ণনা মতে 'কমলানাথ' নাম অনিচ্ছাত স্মৰণ কৰিলে দুই কোটি জন্মৰ পাপ তৎক্ষণাৎ নাশ হয় ; শ্ৰদ্ধাৰে স্মৰণ কৰিলে তাৰ দুগুণ পাপ নাশ হয়। এইদৰে অন্য নামৰ ক্ষেত্ৰতো অনিচ্ছাত এগুণ আৰু শ্ৰদ্ধাত দুগুণ পাপ নাশ হয় বুলিছে। সেইদৰে 'বাসুদেৱ' নাম অনিচ্ছাৰে ল'লে তিনি কোটি জন্মৰ পাপ নাশ হয় ; 'সনাতন' নাম ল'লে চাৰিকোটি জন্মৰ, 'সংকৰ্ষণ' নাম ল'লে পাঁচকোটি জন্মৰ, 'বিভু' নাম ললে ছয়কোটি জন্মৰ পাপ নাশ হয়। পুণ্ডৰীকাক্ষ, ঈশ্বৰ, অনিৰুদ্ধ, প্ৰভু, বিষ্ণু, ভাস্কৰ, মধুসূদন, বিশ্বম্ভৰ, সত্যসন্ধ, পাৰিজাতহৰ, গোবৰ্দ্ধনধৰ, কমলাকান্ত, মাধৱ, নাৰায়ণ, জগন্নাথ, পুৰুষোত্তম, পৰমাত্মা, হৰি আৰু ৰাম নামৰ মাহাত্ম্য যথাক্ৰমে আৰু বেছি বুলিছে। ২৩৭ সংখ্যক পদত

'কৃষ্ণ' নামৰ সৰ্বাধিক মহত্ত্ব দৰ্শাই কৈছে—

'কৃষ্ণ' নাম সমস্ত নামতে শ্ৰেষ্ঠতৰ ।
তুয়া এক শৰণ আমাত যিটো নৰ ॥
কৃষ্ণ কৃষ্ণ মহাকৃষ্ণ বুলিয়া সুমৰে ।
মহাখৰ্ব কোটি জনমৰ পাপ হৰে ॥

নামক লৈ অৰ্থবাদ কৰাজনে নামৰ মাহাত্ম্য নুবুজে কাৰণে তেওঁৰ ক্ষেত্ৰত নামৰ অপৰাধ হয় । সকলো নামৰে শেষ লক্ষ্য একেজন পৰমব্ৰহ্ম । গতিকে সকলো নামৰ শব্দাৰ্থ একে নহ'লেও ভক্তৰ কাৰণে নামৰ মূল্য কম-বেছি হ'ব নোৱাৰে । সাহিত্যৰ স্তৰতহে নামৰ শব্দাৰ্থৰ পৃথক্ মূল্য আছে, ভক্তিৰ স্তৰত সকলো নামৰে নামী একেজনেই । এনে স্থলত নামৰ মূল্য কম-বেছি কৰা বৰ্ণনা নামাপৰাধসূচক । শংকৰদেৱে এনেকুৱা বৰ্ণনা দিব পাৰে যেন নালাগে ।

(১০) শংকৰদেৱ-ৰচিত সকলোপুথিতে তেওঁৰ ভণিতা পোৱা যায় ; কিন্তু এই পুথিখনৰ আৰম্ভণিতে তৃতীয়পদত "ভকতিপ্ৰদীপ পদ মহন্তৰ গতি । কৃষ্ণৰ-কিংকৰ কহে শংকৰে সম্প্ৰতি ॥" বোলাৰ বাহিৰে কোনো অধ্যায়তে 'শংকৰ' শব্দৰ উল্লেখ নাই ; কেৱল কৃষ্ণৰ কিংকৰ শব্দহে পোৱা যায় । উপদেশ নোহোৱাকৈ সামৰণি মৰা কথাটোও শংকৰদেৱৰ আনপুথিতকৈ পৃথক্ লক্ষণসূচক । শংকৰদেৱে নিজে ৰচনা কৰা সকলো পুথিৰ শেষত নাম ল'বলৈ উপদেশ দিয়ে । ভক্তিপ্ৰদীপত পুথিৰ বঢ়া-টুটা দোষ মৰিষণ কৰিবলৈহে কৃষ্ণক প্ৰাৰ্থনা কৰিছে । গৰুড়পুৰাণক 'বেদশিৰোৰত্ন' বোলা কথাটোও এই প্ৰসংগত লক্ষ্য কৰিব লগীয়া (দ্ৰঃ ৩০৮ পদ) ।

**ব্যৱস্থা-গ্ৰন্থ ঃ—** শংকৰদেৱৰ সকলো গ্ৰন্থতে কৃষ্ণদেৱ, ভক্তি আৰু নামৰ মাহাত্ম্য প্ৰকাশ কৰি উপদেশ দিলেও, আচৰণ-পদ্ধতিসহ কাৰ্য-ব্যৱস্থা দিয়া সম্পূৰ্ণ ৰূপে ব্যৱস্থাপ্ৰধান কোনো গ্ৰন্থ ৰচনা কৰা নাই । স্বয়ং ভাগৱত পুৰাণতো এনেকুৱা ব্যৱস্থাৰ পৰিমাণ অতি সামান্য । একাদশস্কন্ধৰ নিমিনৱসিদ্ধ-সংবাদত এনেধৰণৰ কিছু ব্যৱস্থা আছে আৰু শংকৰদেৱেও সেই প্ৰসংগত এই সম্বন্ধে কিছু ব্যৱস্থাৰ উল্লেখ কৰিছে । সংস্কৃত ভাষাত ৰচিত 'ভক্তিৰত্নাকৰ' শংকৰদেৱৰ আনবোৰ গ্ৰন্থতকৈ কিছু পৰিমাণে ব্যৱস্থা প্ৰধান ; তাতো কাৰ্য-ব্যৱস্থাতকৈ বিচাৰ-ব্যৱস্থাইহে প্ৰাধান্য পাইছে । সংস্কৃতত লিখা সেই পুথিখন পঢ়ি অসমৰ সাধাৰণ শ্ৰেণীৰ লোকে নিজৰ কাৰ্য-ব্যৱস্থা গঢ় দি ল'ব বুলি তেওঁ ভৰা নাছিল । কেনেধৰণৰ বিচাৰ-ব্যৱস্থাৰে তেওঁ অসমত মহাপুৰুষীয়া মত প্ৰচাৰ কৰিছে, সেই কথা ভাৰতবৰ্ষৰ আন ঠাইৰ পণ্ডিতসকলে জানিবৰ কাৰণেহে সম্ভৱতঃ শংকৰদেৱে ভক্তিৰত্নাকৰ গ্ৰন্থখন ৰচনা

কৰিছিল। মাধৱদেৱে পদভঙা বিষ্ণুপুৰী সন্ন্যাসীকৃত ভক্তিৰত্নাৱলীয়ে মহাপুৰুষীয়া সমাজত যি স্থান পাইছে, শংকৰদেৱবিৰচিত ভক্তিৰত্নাকৰৰ ৰামচৰণ ঠাকুৰকৃত পদ-ভাঙনিয়ে সম্ভৱতঃ এই কাৰণেই সেই স্থান পোৱা নাই।

স্থান, কাল আৰু সমাজ-ভেদে বিজ্ঞজনে স্থিৰ কৰি দিয়া ব্যৱস্থাহে প্ৰকৃততে সুব্যৱস্থা হোৱা সম্ভৱ। সেইবাবে গুৰুৰ আদেশেই ব্যৱস্থাৰ শেষসীমা ৰূপে বহুত ক্ষেত্ৰত গ্ৰাহ্য হয়। ব্যৱস্থা গ্ৰন্থ চাই সাধাৰণলোকে সমাজত সুব্যৱস্থা প্ৰবৰ্তন কৰিব নোৱাৰে। এই বিলাক কথালৈ চকু ৰাখিয়েই শংকৰদেৱে ক্ৰিয়াপ্ৰধান ব্যৱস্থা-গ্ৰন্থ ৰচনা নকৰিলে। তাৰ পৰিবৰ্তে পাঞ্চৰাত্ৰতন্ত্ৰৰ বিধান অনুসৰি যথা সম্ভৱ পালন কৰিব পৰা কাৰ্য-পদ্ধতিৰ আঁহি দেখুৱাই গ'ল। মহাপুৰুষীয়া ধৰ্মৰ নিত্য-নৈমিত্তিক কাৰ্যসমূহ এনে ব্যৱস্থাৰেই আজিলৈকে চলি আহিছে। শাস্ত্ৰই এইক্ষেত্ৰত বিচাৰৰ দিশটোহে দাঙি ধৰিছে।

ভক্তিৰত্নাৱলীতকৈ ভক্তিৰত্নাকৰৰ বিচাৰক্ষেত্ৰ বহুত বহল। বিবিধ শ্ৰেণীৰ শাস্ত্ৰৰ মত সংগ্ৰহ কৰি শংকৰদেৱে এই গ্ৰন্থ ৰচনা কৰিছিল। তাত আধাৰ গ্ৰন্থ ৰূপে গ্ৰহণ কৰা অনেক শাস্ত্ৰ বৰ্তমান সহজলভ্য নহয়। তদুপৰি ভক্তিৰত্নাকৰৰ পাঠ সম্বন্ধে এতিয়াও মতভেদ আছে। তাৰ সুসম্পাদিত পূৰ্ণাংগ পাঠ এতিয়াও প্ৰকাশ হোৱা নাই। এই সম্বন্ধে এটি চমু আলোচনা তলত দাঙি ধৰা হ'ল।

**ভক্তিৰত্নাকৰ :—** সংস্কৃত ভক্তিৰত্নাকৰৰ প্ৰকাশিত পাঠত থকা ৩৮ টা অধ্যায়ৰ (দত্তবৰুৱা প্ৰকাশিত) ভিতৰৰে ভাগৱত মাহাত্ম্য, যম-নিয়মাদি আচৰণকথন, দশবিধ ভক্তিলক্ষণকথন এই তিনিটা অধ্যায়ৰ ৰামচৰণ ঠাকুৰকৃত পদ-ভাঙনি পোৱা নাই। অপ্ৰকাশিত ভক্তিৰত্নাকৰত (সংস্কৃত) শৰণমাহাত্ম্য, পূজাপ্ৰকাৰ, অৰ্পণ মাহাত্ম্য, 'ভক্তৈৰিভৱমত্ৰাণ্যত্ৰাপ্যনেকধোক্তম্' এই কেইটা সুকীয়া অধ্যায় আছে। মহাপুৰুষীয়া ধৰ্মত প্ৰৱেশৰ প্ৰথম পথটো আনুষ্ঠানিক ভাবে শৰণ গ্ৰহণ কৰাৰ ব্যৱস্থা বুলি ধৰা হয়। চৰিত পুথিত থকা মতে বিষ্ণুপুৰী সন্ন্যাসীৰ ভক্তিৰত্নাৱলী পুথিখন শংকৰদেৱে হাতেৰেই চোৱা নাছিল; কিন্তু 'শৰণ-বিৰচন'ৰ অধ্যায় ওলালতে পুথিখন শিৰত তুলি লৈ 'বিষ্ণুপুৰী মোৰ সংগ' বুলি আনন্দত আপ্লুত হৈ পৰিল বোলা হৈছে। এনে স্থলত শৰণৰ কথা নোহোৱাকৈ ভক্তিৰত্নাকৰ গ্ৰন্থ শংকৰদেৱে ৰচনা কৰিছিল যেন মনে নধৰে। সেই বাবে কমলাবাৰী সত্ৰত থকা ভক্তিৰত্নাকৰ পুথিৰ (শৰণ মাহাত্ম্য থকা) পাঠহে পূৰ্ণাংগ পাঠ হোৱা সম্ভৱ। তথাপি এই সম্পৰ্কত সন্দেহৰ কিছু অৱকাশ আছে। ৰামচৰণৰ সমকালীন গোপালচৰণদ্বিজ আৰু শ্ৰীহৰিয়েও ভক্তিৰত্নাকৰ গ্ৰন্থ ক্ৰমে গদ্য আৰু পদ্য ৰূপত লোক-ভাষালৈ ভাঙিছিল। ৰামচৰণ আৰু গোপালচৰণ দুয়োজনেই যথাক্ৰমে বৰপেটাৰ ওচৰৰ সুন্দৰীদিয়া আৰু বৈকুণ্ঠ-

পুৰত থাকি এই কাম কৰিছিল। শ্ৰীহৰিৰ পুথি কুবুৰাবাহীত পালেও তেওঁৰ কাৰ্য-ক্ষেত্ৰ বৰপেটা অঞ্চলহে আছিল। গতিকে অনুমান কৰিব পাৰি যে—শংকৰদেৱ আৰু মাধৱদেৱৰ পৰলোকপ্ৰাপ্তিৰ পাছৰ সময় ছোৱাত কামৰূপ অঞ্চলত ভক্তিৰত্নাকৰৰ সম্পূৰ্ণ পাঠ পোৱা নগৈছিল।

দৈত্যাৰি ঠাকুৰৰ শংকৰ-মাধৱচৰিতত কীৰ্তন-ঘোষা পুথিখন একে ঠাইতে সম্পূৰ্ণ হৈ নথকা কাৰণে ৰামচৰণে নানা ঠাইৰ পৰা সংগ্ৰহ কৰা বুলি কৈছে। সেইমতে মাধৱদেৱ কোচবিহাৰলৈ যোৱাৰ পাছত ৰামচৰণঠাকুৰে ভাবিলে—

ঠাই ঠাই ঘোষা-কীৰ্তন আছয় কৰোঁ আনি এক থান ॥ ৩।

কতো আছে হাজো দক্ষিণকূলত কতো বৰনগৰত।
কতো বৰপেটা অসম ৰাজ্যত কতোহো কালজাৰত ॥ ৪

বছৰেকমান ফুৰি একথান কৰিলা ঘোষা কীৰ্তন।
মাধৱদেৱক পুনু দেখাইবাক গৈলন্ত ৰামচৰণ ॥ ৫ ॥ (অ° ৭৩)

নিত্য-প্ৰসংগত প্ৰয়োজনীয় কীৰ্তনপুথিখনেই যদি এই দৰে সিচঁৰিত হৈ নানা ঠাইত পৰি থাকে, তেনে অৱস্থাত সাধাৰণ শ্ৰেণীৰ লোকৰ বাবে অপাঠ্য সংস্কৃত ভাষাত ৰচিত 'ভক্তিৰত্নাকৰ' গ্ৰন্থখন সম্পূৰ্ণ ৰূপে ৰামচৰণ ঠাকুৰেও নাপাব পাৰে। কোনোবা ঠাইত সম্পূৰ্ণ পাঠ থকা সত্ত্বেও লিপিকাৰে তাৰ সম্পূৰ্ণ পাঠ লিখিব নোৱৰা (সময়ৰ অভাৱতেই বা আন কাৰণতো) বাবে অনেক ঠাইত অসম্পূৰ্ণ পাঠৰে প্ৰচলন হ'বলৈ ধৰিলে। অসমৰ বিভিন্ন সত্ৰত এই ৰত্নাকৰ পুথিৰ পাঠ আছিল বুলি বংশীগোপাল-দেৱৰ চৰিতৰ পৰা জনা যায়। পশ্চিমদেশৰ পৰা গৌৰাংগ, মুৰাৰি আৰু নাৰায়ণ নামে তিনিজন বৈষ্ণৱ আহি দামোদৰদেৱৰ সত্ৰত আছিল, তেওঁলোকে আনবোৰ সত্ৰলৈ গৈয়ো দেখিলে যে—ইয়াৰ ভক্তসকলে ভাগৱত পুৰাণৰ বাহিৰেও অন্যান্য প্ৰামাণিক ধৰ্মগ্ৰন্থকো ভাগৱত বোলে। সেই সম্পৰ্কত আছে —

গীতা, ৰত্নাৱলী, ৰত্নাকৰ, ৰামায়ণ।
আনো যি পুস্তক মাত্ৰ দেখে যেতিক্ষণ ॥

ঘোষা ভক্তিসাৰ, মোক্ষনিৰ্ণয় কীৰ্তন।
সমস্তকে ভাগৱত বোলে সৰ্বজন ॥ ৭৯১।

সম্ভৱতঃ শংকৰদেৱে আহোমৰাজ্য ত্যাগ কৰাৰ আগতেই ভক্তিৰত্নাকৰ গ্ৰন্থ লিখি সমাপ্ত কৰিছিল। আহোমৰাজ্য ত্যাগ কৰি যোৱাৰ সময়ত এই পুথিৰ সম্পূৰ্ণ পাঠ হয়তো কিবা কাৰণত লৈ যাব পৰা নহ'ল। সেই বাবে ৰামচৰণ ঠাকুৰ,

গোপালদ্বিজ আৰু শ্ৰীহৰিৰ পদ্য আৰু গদ্যভাঙনিও অসম্পূৰ্ণ পাঠৰেই ভাঙনি হৈ থাকিল ; কিন্তু আহোম ৰাজ্যত থাকি যোৱা পাঠ কিবা প্ৰকাৰে পৰবৰ্তী লিপি-কাৰৰ মাধ্যমেৰে কমলাবাৰী সত্ৰত সুৰক্ষিত হৈ আজি পৰ্যন্ত আছে। লিপিকাৰৰ সংস্কৃত ভাষা সম্বন্ধীয় জ্ঞান যথেষ্ট নোহোৱা বাবে পাঠত বৰ্ণাশুদ্ধি প্ৰভৃতি ভুল-ত্ৰুটি হোৱাটো সুকীয়া কথা। আনহাতে অপ্ৰকাশিত যি কেইটা অধ্যায় কমলাবাৰীৰ পাঠত আছে; সেই কেইটা অধ্যায়ৰ পাঠ আৰু আধাৰ গ্ৰন্থৰ নিৰ্দেশ কৰিব পৰা যোগ্যতা থকা অন্যলেখক শংকৰদেৱৰ পাছৰ যুগত উজনি অসমত থকা যেন মনে নধৰে। তেনে পাণ্ডিত্য থাকিলেও ভক্তিৰত্নাকৰত এই অংশ যোগ দিবলৈ তেওঁ নাযায়।

শংকৰদেৱৰ ৰচনাসমূহত ভাগৱতৰ প্ৰভাৱেই সৰ্বাধিক ; কিন্তু ভক্তি-ৰত্নাকৰত ভাগৱতৰ সৰ্বাধিক প্ৰভাৱৰ লগতে আন আন বিভিন্ন শ্ৰেণীৰ গ্ৰন্থৰ শ্লোক সংগ্ৰহৌ এটা চকুত লগা কথা। এই শ্ৰেণীৰ পুথিসমূহৰ ভিতৰত কিছুমান এতিয়াও সহজলভ্য হৈ উঠা নাই। অপ্ৰকাশিত পাঠত 'সাত্বত তন্ত্ৰ'ৰ শ্লোক বহুত আছে। প্ৰকাশিত পাঠত উল্লেখ থকা বিষ্ণুধৰ্মোত্তৰ পুৰাণ, যোগসাৰ আৰু বৈষ্ণৱানন্দলহৰি সহজলভ্য নহয় *। অন্যান্য গ্ৰন্থৰ ভিতৰত নানা পুৰাণ, উপপুৰাণ, নাটক, নীতিগ্ৰন্থ আদিৰ উদ্ধৃতিও পোৱা যায়।

**লঘুগীত ঃ—** সামান্য ভাবে সুৰ লগাই গালেও পূৰ্ণাংগ গীত-ধৰ্মী বুলি ধৰিব নোৱৰা আৰু অবয়ৱতো লঘু অৰ্থত কিছুমান গেয় পদক লঘুগীত বোলা হৈছে। এই লঘুগীত সংখ্যাটো বৰ কম। ভটিমা, গুণমালা, চপয় আৰু তোতয় এই চাৰিবিধৰ ভিতৰত 'তোতয়' মাত্ৰ এটাহে। ভাষাৰ দৃষ্টিত এই চাৰিবিধৰ ভিত-ৰত ভটিমা আৰু চপয়ত ব্ৰজাৱলীৰ প্ৰভাৱ স্পষ্ট। গুণমালা সংস্কৃত-শব্দবহুল পুৰণি লোক-ভাষাত ৰচিত আৰু 'তোতয়' সংস্কৃত ত্ৰোতক ছন্দত ৰচিত বন্দনা বা স্তোত্ৰ। প্ৰকৃততে তোতয়কো সংস্কৃত ভাষাত ৰচিত ভটিমাৰ শ্ৰেণীত ধৰিব পাৰি। ভটিমা দুই শ্ৰেণীৰ। (১) দেৱ ভটিমা (২) ৰাজ ভটিমা। তোতয় সহ দেৱ ভটিমা মুঠ

---

* ১৯৭১ খ্ৰীষ্টাব্দত 'বৈষ্ণৱানন্দলহৰি'ৰ মূলশ্লোক আৰু ১৮ শতিকাৰ আগ ভাগত কৰা পদভাঙনিসহ সম্পাদনা কৰি অধ্যাপিকা শ্ৰীমতীকেশদা মহন্তই প্ৰকাশ কৰে। এই পুথিৰ একমাত্ৰ পাঠ যোৰহাটৰ তেলপানীসত্ৰৰ অধিকাৰ শ্ৰীযুতমোহনচন্দ্ৰ মহন্ত-দেৱৰ পৰা পোৱা হয়। কলিকতাৰ ৰাষ্ট্ৰীয় পুস্তকালয় তথা উত্তৰ-দক্ষিণ আৰু পশ্চিম ভাৰতৰ পণ্ডিতসকলৰ লগত যোগাযোগ কৰিও এই পুথিৰ অন্য পাঠৰ সন্ধান ক'তো পোৱা নগ'ল।

তিনিটা ; নাটৰ অন্তৰ্ভুক্ত ভটিমাসমূহ ইয়াত ধৰা নাই। ৰাজভটিমা দুটা। দুয়োটাতে মহাৰাজ নৰনাৰায়ণৰ প্ৰশংসা কৰা হৈছে।

পদ আৰু ঘোষা দুটা ভাগত সজোৱা গুণমালা ছটা। গুৰু-চৰিতত ভুবুকাত হাতী ভৰোৱা কাহিনী এটা গুণমালাৰ ৰচনা সম্পৰ্কত পোৱা যায়। সেইমতে মহাৰাজ নৰনাৰায়ণে একে ৰাতিতে ভাগৱত পুৰাণৰ ভাঙনি এটা কৰি দিবলৈ ৰাজসভাৰ পণ্ডিতসকলক কোৱাত শংকৰদেৱে পাছ দিনা গুণমালা ৰচনা কৰি ৰজাৰ আগত দিলেহি। ইয়াৰ পৰা গুণমালাৰ বিষয়বস্তু স্পষ্ট হৈ পৰে। সম্পূৰ্ণ ভাগৱতকে ইমান কম কথাৰে প্ৰকাশ কৰা কাৰণে গুণমালাৰ ৰচনাক ভুবুকাত হাতীভৰোৱা বুলি কোৱা হয়।

ৰুক্মিণীহৰণ নাটত ৰুক্মিণী আৰু কৃষ্ণৰ ৰূপ-গুণৰ বৰ্ণনা কৰা দুটা ভটিমা আছে। তাৰে প্ৰথমটোৰ আৰম্ভণিত "পৰি পনু ভাট চপয় কহবাণী" বোলা হৈছে। সেইবাবে এই ভটিমাটো 'চপয়' নামে পৰিচিত হ'ল। সন্ধিয়া প্ৰসংগৰ আগতে ভটিমা,গুণমালা আৰু চপয়-তোতয় পাঠ কৰাৰ প্ৰথা সত্ৰসমূহত আছে। 'গুণমালা-ভটিমা' আৰু 'চপয়-তোতয়' শব্দৰ প্ৰচলনৰ ওপৰত গুৰুত্ব আৰোপ কৰি এই প্ৰসংগত চপয়ক পৃথক্ শ্ৰেণীত ঠাই দিলেও, এই চপয় মূলতে ভটিমা জাতীয় প্ৰশস্তিগীত। কোনো কোনোৱে শ্ৰীকৃষ্ণৰ ৰূপ-গুণ বৰ্ণনা কৰা ৰুক্মিণীহৰণৰ "শুন শুন ৰুকমিণী মাই। কৃষ্ণগুণ কহন নাযায়।" বুলি আৰম্ভ কৰা ভটিমাকো 'চপয়' বোলে। এই দৃষ্টিৰে চালে নাটকীয় কথাবস্তুৰ লগত জড়িত ভটিমা দুয়োটাকে 'চপয়' বোলা হ'ল। নাটকৰ অন্তৰ্গত হ'লেও কথাবস্তুৰ গতিৰ লগত সম্পৰ্কৰহিত ভটিমাক 'চপয়' বোলা নাই। এই প্ৰসংগত 'চপয়' শব্দৰ অৰ্থ কি বিচাৰ কৰা আৱশ্যক।

হিন্দী সাহিত্যত 'ছপ্পয়' আৰু 'চৌপাঈ' নামৰ দুটা ছন্দ মধ্যযুগতো আছিল। দুয়োটাই মাত্ৰাপ্ৰধান ছন্দ। 'ছপ্পয়' ছটা চৰণযুক্ত আৰু 'চৌপাঈ' চাৰিটা চৰণযুক্ত ছন্দ। এই দুটাৰ বাহিৰে শুনাত একে যেন লগা 'চৌপঈ' নামৰো এটা পুৰণি ছন্দ আছে। চৌপঈ ছন্দত ১৫+১৫=৩০ মাত্ৰা। যেনে — "তবকী কহি নপৰত কছু বাত। ইক ইক পলক কলপ সম জাত॥" (নন্দদাস)। প্ৰতিটো দীৰ্ঘস্বৰত দুই মাত্ৰা আৰু হ্ৰস্ব স্বৰত এক মাত্ৰা বুলি ধৰিলে প্ৰতি শাৰীতে ১৫ মাত্ৰাকৈ মুঠ ৩০ মাত্ৰা হয়। 'চোপাঈ' প্ৰতি শাৰীত ১৬ মাত্ৰাকৈ মুঠ ৩২ মাত্ৰাৰ সুকীয়া ছন্দ। যেনে — 'জবতে ৰাম ব্যাহি ঘৰ আএ। নিত নৱ মংগল মোদ বঢ়াএ।" (ৰামচৰিত-মানস, অযোধ্যা কাণ্ড)। 'ছপ্পয়' ছন্দৰ উদাহৰণ তলত দিয়া হ'ল। "যুগল নাম সৌঁ নেম, জপত নিত কুঞ্জবিহাৰী। অৱলোকত নিত ৰহৈ কেলিসুখকে অধিকাৰী।" (নাভাদাসজী)। এই ছন্দত ক্ৰমে ১১+১৩; ১১+১৩; মুঠ ৪৮ মাত্ৰা হয়।

ওপৰত দিয়া চৌপই ছন্দৰ শেষ সদাই গুৰুলঘু (দীৰ্ঘ-হ্ৰস্ব) স্বৰযুক্ত হয়। আগৰ উদাহৰণত যথাক্ৰমে 'বাত' আৰু 'জাত' শব্দ মন কৰিব লগীয়া। অসমীয়া ভাষাত হ্ৰস্বস্বৰৰ দীৰ্ঘ উচ্চাৰণ আৰু দীৰ্ঘস্বৰৰ হ্ৰস্ব উচ্চাৰণো হয়। ভটিমাসমূহত সাধাৰণতে প্ৰতিটো শাৰীৰে অন্তিম বৰ্ণৰ আগৰ বৰ্ণৰ উচ্চাৰণ দীৰ্ঘ হোৱাৰ প্ৰথা চলি আহিছে। লগতে সামান্য ব্যতিক্ৰম দুই এটাৰ বাহিৰে সকলোতে অন্তিমবৰ্ণ হ্ৰস্ব স্বৰযুক্ত বা ব্যঞ্জনান্ত আৰু তাৰ পূৰ্বৰ বৰ্ণ দীৰ্ঘস্বৰ যুক্ত কৰি লিখা হৈছে। অসমীয়া ভাষাত বৰ্ণৰ সংখ্যাৰ ওপৰতহে ছন্দই নিৰ্ভৰ কৰে; কিন্তু ভটিমাসমূহৰ এই অংশত মাত্ৰা-প্ৰধান লক্ষণ দেখা যায়। এই লক্ষণেই ভটিমাসমূহক লঘুগীতাত্মক কৰি তুলিছে। পৃথক্ পৃথক্ ছন্দত ৰচিত সকলো ভটিমাতেই এই লক্ষণ অপৰিহাৰ্য।

এতিয়া মন কৰিব লগীয়া যে— ছপ্পয়, চোপাঈ আৰু চোপঈ ছন্দৰ ভিতৰত কোনটোৰ লগত অসমীয়া 'চপয়'ৰ মিল বেছি? হিন্দীৰ এই ছন্দকেইটা মাত্ৰা প্ৰধান আৰু অসমীয়া ভটিমাসমূহ বৰ্ণপ্ৰধান কাৰণে ছন্দৰ লক্ষণেৰে সমতা-বিষমতাৰ নিৰ্ণয় কৰিব নোৱাৰি। বাক্যৰ লয়ৰ ওপৰত নিৰ্ভৰ কৰি মাত্ৰাবিচাৰ কৰিলেহে অসমীয়া 'চপয়' কাৰ লগত বেছি মিলিব সেই কথা ক'ব পৰা হ'ব। মাত্ৰা আৰু লয় উভয়কে সামৰি বিচাৰ কৰিলে 'চৌপাঈ ছন্দৰ লগত চপয়ৰ মিল বেছি দেখা যায়। অন্তিম বৰ্ণ দুটাৰ দীৰ্ঘ-হ্ৰস্বৰ ক্ৰম চৌপঈ'ৰ লগত বেছি মিলে। 'ছপ্পয়'ৰ লগত মিল দেখা নাযায়। হিন্দী চৌপাই ছন্দৰ সুৰৰ লগত মিলাই অসমীয়া চপয়টো গাব পাৰি। গতিকে এই দুয়োটাৰ মাজত সংগীতৰ দৃষ্টিত থাকিব লগীয়া মাত্ৰাসাম্য আছে।

'চপয়' যিহেতুকে ছন্দৰহে নাম বিষয়সূচক শব্দ নহয়। সেইবাবে ৰুক্মিণী-হৰণ নাটত শ্ৰীকৃষ্ণৰ ৰূপ-গুণ বৰ্ণোৱা ভটিমাটো ৰুক্মিণীৰ বৰ্ণনা থকা ভটিমাৰে একে ছন্দৰ নোহোৱা কাৰণে চপয় নামে পৰিচিত হ'ব নালাগে। শংকৰদেৱে ব্যৱহাৰ কৰা এই চপয় আৰু তাৰ লগত সাদৃশ্য থকা হিন্দীৰ চৌপঈ তথা চৌপাঈ ছন্দৰ মূল বিচাৰি গ'লে প্ৰাকৃত আৰু অপভ্ৰংশ যুগ পাবগৈ লগীয়া হয়। শংকৰ-দেৱৰ ব্ৰজাৱলী ভাষাত প্ৰাকৃত আৰু অপভ্ৰংশ সুৰৰ শব্দ যথেষ্ট পোৱা যায়। গতিকে সেই সুৰৰ ছন্দৰ অনুকৰণত ভটিমাসমূহ ৰচনা কৰাটো অসম্ভৱ নহয়। সেয়ে হ'লে লঘুগীতত সংস্কৃত ভাষা আৰু ছন্দ (তোতয়ত) তথা প্ৰাকৃত-অপভ্ৰংশৰ শব্দ আৰু ছন্দ (ভটিমাত) প্ৰয়োগ কৰি তৎকালীন লোকভাষা আৰু সাহিত্যৰ লগত অতীতৰ এটা ঐতিহাসিক সম্পৰ্কও দেখুৱাই গৈছে। 'গুণমালা' পুথিৰ সংস্কৃতীয়া ছন্দৰ লগতে অনুপ্ৰাস-প্ৰধান ছন্দতো শব্দালংকাৰ প্ৰধান গীতধৰ্মৰ প্ৰতি চকু ৰখা

দেখা গৈছে। সংগীত-চৰ্চা কৰিব নোৱৰা লোককো সংগীতৰ প্ৰতি আকৰ্ষণ কৰিবৰ কাৰণে এই শ্ৰেণীৰ লঘুগীতৰ ব্যৱস্থা কৰা হৈছিলনেকি সেই কথা ভাবি চাবলগীয়া।

**প্ৰবন্ধ-সংগীত :—** এটাৰ লগত আন এটা বান্ধ খাই থকা বা জড়িত বুজাবৰ কাৰণে 'প্ৰবন্ধ' শব্দ ব্যৱহাৰ কৰা হয়। সাহিত্যত প্ৰবন্ধ শব্দই এটা বিষয়ৰ লগত আন এটা বিষয় এইদৰে জড়িত হৈ থকাটোকে বুজায়। গীত বা সংগীতৰ ক্ষেত্ৰতো এনে অৰ্থ হ'ব পাৰে। এটা গীতৰ ভাব যদি স্বয়ং সম্পূৰ্ণ নহৈ অন্য এটা গীতৰ লগত জড়িত হৈ থাকে, তেতিয়া হ'লে সেইদৰে পৰস্পৰ সম্বন্ধযুক্ত গীত-সমূহৰ সমষ্টিক 'প্ৰবন্ধ গীত' বুলি ক'ব পাৰি। শংকৰদেৱৰ ৰচিত 'কীৰ্তন পুথি'কো প্ৰবন্ধগীত-সংকলন বুলিব পাৰি। ইয়াৰ একো একোটা খণ্ডৰ বিষয় একে হ'লেও প্ৰায়ভাগেই কেইবাটাও গীতৰ সমষ্টি ৰাবে একোটা প্ৰবন্ধ·গীতত পৰিণত হৈছে। সম্পূৰ্ণ কীৰ্তন গ্ৰন্থ এনে কিছুমান প্ৰবন্ধ-গীতৰো সংকলন মাত্ৰ। একোটা ঘোষাৰ লগত থকা পদসমূহেৰে একোটা অধ্যায় কীৰ্তনৰ এটা গীত বা এটা কীৰ্তন। এই প্ৰতিটো কীৰ্তনেই ভাৱৰ ফালৰ পৰা সেই একে খণ্ডৰ অন্য কীৰ্তনৰ লগত সম্বন্ধ। যেনে 'চতুৰ্বিংশতিঅৱতাৰ' নামৰ এটা প্ৰবন্ধত চাৰিটা অধ্যায় বা কীৰ্তন একক ৰূপে আছে। মুঠতে সম্পূৰ্ণ কীৰ্তন গ্ৰন্থত এনে ধৰণৰ ২৮ টা প্ৰবন্ধ আছে।

শাস্ত্ৰীয় দৃষ্টিত গীতৰ লক্ষণ ছটা— "সুস্বৰং সৰসং চৈৱ সৰাগংমধুৰাক্ষৰম্।
সালংকাৰং প্ৰমাণংচ ষড়্‌বিধং গীতলক্ষণম্॥

গীতৰ লক্ষ্য বস্তু ৰস। ৰস অনুসৰি স্বৰ প্ৰয়োগ কৰা হয়। শৃংগাৰ আৰু হাস্য ৰসৰ বাবে মধ্যম আৰু পঞ্চম স্বৰ : বীৰ, ৰৌদ্ৰ আৰু অদ্ভুত ৰসৰ বাবে ষড়জ আৰু ঋষভ স্বৰ ; কৰুণ ৰসৰ বাবে গান্ধাৰ আৰু নিষাদ স্বৰ তথা বীভৎস আৰু ভয়ানক ৰসৰ বাবে ধৈৱত স্বৰ উপযোগী। ৰস আৰু স্বৰৰ অনুকূলে ৰাগ আৰু উপযুক্ত বৰ্ণৰ ব্যৱহাৰ কৰা হয়। প্ৰত্যেক স্বৰৰ মন্দ্ৰ, মধ্য আৰু তাৰ (উদাৰা মুদাৰা আৰু তাৰা) এই তিনিটা ভাগ বা স্তৰ থাকে। এই তিনিটা স্তৰৰ সাতোটা স্বৰক ত্ৰিসপ্তক বোলে। এই ত্ৰিসপ্তক ধ্বনিৰ ভিতৰত কোন কোন ধ্বনি কোন কোন ৰাগৰ বাবে উপযোগী তাৰ বিচাৰ সংগীত শাস্ত্ৰত কৰা হৈছে। সেই বিচাৰ মতে নিশ্চিত কৰি দিয়া ধ্বনিসমূহক 'ঠাট' বোলা হয়। গীত সম্বন্ধীয় এইবিলাক কথালৈ চকু ৰাখি কীৰ্তনৰ গায়ন-পদ্ধতি সম্পৰ্কে বিচাৰ কৰা হোৱা নাই। সেই বাবে অনেক ক্ষেত্ৰত কীৰ্তনৰ সংগীত-ধৰ্ম ক্ষতিগ্ৰস্ত হৈছে। তাৰ লগতে কীৰ্তনক কেৱল লোক-গীতৰ স্তৰলৈ ক্ৰমে ক্ৰমে অৱনমিত কৰা হৈছে।

কীৰ্তন কেৱল লোক-সংগীত নহয়। ইয়াৰ উদ্দেশ্য, পাঠ আৰু গায়ন-ব্যৱস্থাত মাৰ্গসংগীতৰ লক্ষণ ভালেখিনি লুকাই আছে। সেইবাবে ইয়াক মাৰ্গ-মিশ্ৰিত লোক সংগীতহে বুলিব পাৰি। বাদ্যসহ সমৱেত সংগীত ৰূপত কীৰ্তনৰ যি প্ৰভাৱ, তাৰ সামাজিক আৰু আধ্যাত্মিক মূল্য উপেক্ষা কৰিব পৰা বিধৰ নহয়। লোক সংগীত আৰু মাৰ্গ-সংগীতৰ এনে অপূৰ্ব মিশ্ৰণ অলপীয়া সাধনাৰ ফল হ'ব নোৱাৰে।

**কীৰ্তন :—** সাংগীতিক মূল্যৰ উপৰিও কীৰ্তনৰ সাহিত্যিক মূল্য অতি গুৰুত্ব পূৰ্ণ। কাব্য আৰু ভক্তিতত্ত্ব উভয়কে কীৰ্তনে একেটা মানসিক স্তৰলৈ তুলিব পাৰিছে। লীলা আৰু তত্ত্বজ্ঞানৰ মাজত ঐক্য স্থাপন কৰি হৃদয় আৰু বুদ্ধিৰ উৎকৰ্ষ সাধনৰ ব্যৱস্থাও ইয়াত মনস্তাত্ত্বিক আধাৰত কৰা হৈছে। লগতে ধৰ্মীয় আদৰ্শ আৰু কলাত্মক ৰুচিৰ সহায়েৰে লোক-সংস্কৃতিক আগবঢ়াৰ প্ৰেৰণা যোগাইছে। এই প্ৰসংগতে কীৰ্তন-ঘোষাৰ বিষয়-বস্তু আৰু তাৰ আধাৰ গ্ৰন্থ সম্বন্ধে এটি চমু আলোচনা দাঙি ধৰাৰ প্ৰয়োজন।

কীৰ্তনৰ বিষয়বস্তুৰ ভিতৰত লীলাৰ পৰিমাণেই সৰ্বাধিক। প্ৰাসংগিক ভাবে লীলাৰ লগতে উপদেশ, তত্ত্বজ্ঞান, প্ৰাৰ্থনা প্ৰভৃতি অন্যান্য বস্তুৱেও ঠাই পাইছে। আন দুই শ্ৰেণীৰ বিষয়বস্তুৰ ভিতৰৰে এক শ্ৰেণীত লীলাহীন প্ৰাৰ্থনা, তত্ত্ব-জ্ঞান আৰু ব্যৱস্থাপ্ৰধান কীৰ্তনসমূহ পৰে। আনটো শ্ৰেণী বিশেষকৈ অন্য কাহিনী আৰু তীৰ্থ-বৰ্ণনা প্ৰধান। তলত কীৰ্তনৰ খণ্ড, বিষয়বস্তু আৰু আধাৰ গ্ৰন্থ সম্বন্ধে এটা চিত্ৰ দাঙি ধৰা হৈছে।

| | খণ্ড | আধাৰগ্ৰন্থ |
|---|---|---|
| লীলা বিষয়ক— | চতুৰ্বিংশতি অৱতাৰ | ভাগৱত আৰু অন্যান্য পুৰাণ |
| | প্ৰহ্লাদ চৰিত | ভাগৱত |
| | গজেন্দ্ৰোপাখ্যান | " |
| | হৰমোহন | " |
| | শিশুলীলা | " |
| | ৰাসক্ৰীড়া | " |
| | কংসবধ | " |
| | গোপী-উদ্ধৱ-সংবাদ | " |
| | কুজীৰ বাঞ্ছাপূৰণ | " |
| | অক্ৰূৰৰ বাঞ্ছা পূৰণ | " |
| | জৰাসন্ধ যুদ্ধ | " |

| | |
|---|---|
| কালযৱন বধ | ” |
| মুচুকুন্দ স্তুতি | ” |
| স্যমন্ত হৰণ | ” |
| নাৰদৰ কৃষ্ণ দৰ্শন | ” |
| বিপ্ৰ-পুত্ৰ আনয়ন | ” |
| দামোদৰ বিপ্ৰ উপাখ্যান | ” |
| দৈৱকীৰ পুত্ৰ আনয়ন | ” |
| লীলামালা | ” |
| শ্ৰীকৃষ্ণৰ বৈকুণ্ঠ প্ৰয়াণ | ” |

**লীলাহীন প্ৰাৰ্থনা, তত্ত্ব আৰু ব্যৱস্থাপ্ৰধান**

| | |
|---|---|
| নামাপৰাধ | পদ্মপুৰাণ |
| পাষণ্ডমৰ্দন | ভাগৱত, বিষ্ণুধৰ্মোত্তৰ আগম, বৃহন্নাৰদীয়পুৰাণ, পদ্মপুৰাণ আৰু সূতসংহিতা |
| ধ্যানবৰ্ণন | ভাগৱতৰ প্ৰভাৱ সামান্য |
| অজামিলোপাখ্যান | ভাগৱত |
| বলিছলন | আধাৰগ্ৰন্থ ভাগৱত নহয় |
| বেদ-স্তুতি | ভাগৱত (শ্ৰীধৰীয় টীকাসহ) |
| তাৎপৰ্য | ” |

**অন্যকাহিনী আৰু তীৰ্থব্যৱস্থা-প্ৰধান**

| | |
|---|---|
| গুৰেষাবৰ্ণন | ব্ৰহ্মপুৰাণ |

চতুৰ্বিংশতি অৱতাৰৰ প্ৰথম দুটা অধ্যায়ত থকা দশাৱতাৰৰ ক্ৰম আৰু বৰ্ণনা ভাগৱতৰ লগত নিমিলে। অগ্নি, মৎস্য, কূৰ্ম, বৰাহ, গৰুড়প্ৰভৃতি স্মাৰ্তবিষয়-প্ৰধান পুৰাণসমূহৰ আৰম্ভণিতে থকা দশাৱতাৰ-বৰ্ণনাৰ লগতহে মিলে। খ্ৰী° ১২ শতিকাৰ জয়দেৱৰ গীতগোৱিন্দ কাব্যতো দশাৱতাৰৰ এই ক্ৰমেই আছে। সম্ভৱতঃ শংকৰ-দেৱে তৎকালীন আৰু পূৰ্বকালীন আদৰ্শতে কীৰ্তনৰ আৰম্ভণিতো দশাৱতাৰৰ বৰ্ণনা দিছিল ; কিন্তু শ্ৰীকৃষ্ণক এই দশাৱতাৰৰ ভিতৰত নধৰি পূৰ্ণপুৰুষোত্তম ৰূপে সকলো অৱতাৰৰ মূল নাৰায়ণ বোলা হৈছে। শংকৰদেৱে প্ৰথমতেই সেই চৈতন্য সত্তা নাৰায়ণক প্ৰণাম কৰিছে, যিজন নৰসমূহৰ হৃদয়ত স্থিত জীৱাত্মা আৰু সৰ্বঅৱতাৰৰ কাৰণ সনাতন ব্ৰহ্ম বা পৰমাত্মা ৰূপে সৰ্বত্ৰ বিদ্যমান। এই বন্দনাতে ব্যক্তি আৰু

সমষ্টি বা দেৱ আৰু ভকতকো 'নাৰায়ণ' শব্দেৰে সামৰি লোৱা দেখা গৈছে। আনহাতে বৈদিক আৰু তান্ত্ৰিক (পাঞ্চৰাত্ৰীয়) উভয় পৰম্পৰা নাৰায়ণ শব্দৰ লগত জড়িত হৈ আছে। সৃষ্টিকৰ্তা ব্ৰহ্মাও এই নাৰায়ণৰ পৰা জন্ম হৈছে কাৰণে, নাৰায়ণকে কাৰণৰো কাৰণ অনাদিকাৰণ বুলিও বুজাইছে।

দশাৱতাৰৰ বৰ্ণনাৰ পাছত দুটা অধ্যায়ত ব্যক্তিৰূপত নৰনাৰায়ণ, নাৰদ, ব্যাস, কপিল, দত্তাত্ৰেয়, ঋষভ, ধন্বন্তৰি প্ৰভৃতি আৰু চৌদ্দজন অৱতাৰৰ চমু পৰিচয় দিছে। এই পৰিচয়বোৰ ভাগৱতৰ কোনো এটা অধ্যায়ৰ অনুৱাদ নহয়। তথাপি ২য় স্কন্ধ ৭ম অধ্যায়ৰ বিষয়বস্তুৰ লগতেই মিল বেছি। ধ্যান-বৰ্ণনত ভাগৱত ৩।১৫ অ° আৰু ৩।২৮ অ°ৰ কিছু প্ৰভাৱ দেখা যায় যদিও সম্পূৰ্ণ বৰ্ণনা কোন গ্ৰন্থৰ আধাৰত দিয়া হৈছে জনা নাযায়। অজামিল–উপাখ্যান আৰু বলিছলনৰ ভাগৱতত থকা কাহিনী অংশ কীৰ্তনত দিয়া হোৱা নাই। গজেন্দ্ৰোপাখ্যানৰো গজেন্দ্ৰৰ পূৰ্বজন্মৰ কাহিনী কীৰ্তনত নাই। গতিকে এই তিনিটা খণ্ডৰ বিষয় বস্তু পূৰ্ণাংগ বুলিব নোৱাৰি। বলিয়ে সুতলপুৰীত হৰিভক্তি প্ৰচাৰ কৰা কথাহে কীৰ্তনত দিয়া হৈছে। লগতে ভক্তৰ ওচৰত ভগৱান কেনেদৰে বশ হৈ থাকে তাকো বুজাবৰ চেষ্টা কৰা হৈছে। বিষ্ণুৰ বিৰোধী দৈত্যসকলৰ ভিতৰৰে প্ৰহ্লাদ আৰু বলিয়ে হৰিভক্তি প্ৰচাৰ কৰি বৈষ্ণৱসকলৰ ভিতৰত শ্ৰেষ্ঠ স্থান পোৱা কথাৰে বিৰোধী-পক্ষৰ প্ৰতিও সন্মান-প্ৰদৰ্শনৰ আঁহি দেখুৱাইছে।*

'নামাপৰাধ'ত শুদ্ধ চৈতন্য স্বৰূপ নাম উপলব্ধিৰ কাৰণে পূৰ্বপ্ৰস্তুতিসমূহৰ বিধান দিছে। চিত্তশুদ্ধি বা নামৰ স্বৰূপ উপলব্ধিৰ স্তৰ পাবলৈ হ'লে আচৰণ শুদ্ধিৰো প্ৰয়োজন হয়। সেইবাবে নামাপৰাধৰ পাছতে পাষণ্ডআচাৰ ত্যাগ কৰিবৰ কাৰণে 'পাষণ্ডমৰ্দন' নামৰ অধ্যায় দিয়া হৈছে। সুৰুচিপূৰ্ণ আদৰ্শৰ কল্পনাই মানুহৰ আচৰণ-শুদ্ধিত সহায় কৰে। হয়তো এই উদ্দেশ্যেই সমাজত এটা সুন্দৰ ভাৱমূৰ্তিৰ প্ৰভাৱ পৰিব পৰাকৈ 'ধ্যানবৰ্ণন'ৰ খণ্ডটো দিয়া হৈছে। ধ্যানকো নামৰ এটা অৱস্থা বুলিব পাৰি। জপ আৰু ধ্যানৰ মাজেদি গঢ় লোৱা ভাৱমূৰ্তিয়েই মহাভাৱ' বা 'অখণ্ড নাম'ত পৰিণত হ'ব পাৰে। এনে অখণ্ডনাম বা চৈতন্যৰ স্বৰূপ সম্বন্ধে অজামিলোপাখ্যানত বহলাই কৈছে; কিন্তু এই নামৰ অধিকাৰী হ'বৰ কাৰণে পূৰ্বপ্ৰস্তুতি সম্পৰ্কে ভাগৱতৰ পদ-ভাঙনিতহে কোৱা হৈছে। কীৰ্তনত ইয়াৰ আগৰ অধ্যায় কেইটাতেই পূৰ্বপ্ৰস্তুতিৰ কথা সোমাই আছে কাৰণে এই সম্বন্ধীয় কাহিনী অংশ বাদ দিয়া হ'ল। গজেন্দ্ৰউপাখ্যান খণ্ডটোত ইন্দ্ৰিয়জনিত সুখৰ ক্ষণভংগুৰতা

---

* কীৰ্তনত দিয়া 'বলিছলন' অংশৰ আধাৰ ভাগৱত নহয়। বিষ্ণুপুৰাণতো বলিৰ কাহিনী নাই। গতিকে এই অংশৰ মূল সম্বন্ধে বিচাৰ কৰিব লগীয়া আছে।

আৰু তাৰ প্ৰতিকূল পৰিস্থিতত চিত্তশুদ্ধিৰ সম্ভাৱনা সম্বন্ধে জনোৱা হৈছে। বিশুদ্ধ পৰিৱেশতো অহংকাৰ আদি চিত্তৰ অশুদ্ধি আৰু অসদাচৰণে ব্যক্তিক পতনমুখী কৰিব পাৰে। 'প্ৰহ্লাদচৰিত'ৰ জয়-বিজয়ৰ কাহিনীও তাৰেই এটা উদাহৰণ। প্ৰহ্লাদৰ সত্যনিষ্ঠা আৰু সবিনয়অৱজ্ঞাৰ আদৰ্শ কুৰিশতিকাৰ মহাত্মাগান্ধীৰ মাজেদিও প্ৰকট হৈ উঠিছে। সেই সময়ৰ কামৰূপৰ লোকভাষাত ৰচিত সাহিত্যত এই আদৰ্শ কিমান মহত্ত্বপূৰ্ণ আছিল, সেইটো আজি আমি উপলব্ধি কৰিব নোৱৰাটো সুকীয়া কথা।

ভাগৱতৰ ২।৯;৩।১৫,১৬; ১০।৮৯; ৭/৩—৯ অধ্যায়ৰ আধাৰত প্ৰহ্লাদ-চৰিতৰ বহু অংশ লিখা হ'লেও, এই খণ্ডৰ বহুত উক্তি হয়তো শংকৰদেৱৰ নিজা অথবা আন কোনোবা গ্ৰন্থৰ পৰা লোৱা। অন্যান্য খণ্ডতো এনে লক্ষণ দেখা যায়। উদাহৰণ স্বৰূপে 'হৰমোহন'ত শিৱই পাৰ্বতীক হৰি নাম ল'বলৈ উপদেশ দিয়া আৰু পাৰ্বতীয়ে হৰি নাম লোৱা কথাৰে হৰমোহনৰ সামৰণি মৰা প্ৰসংগলৈ আঙু-লিয়াব পাৰি। "মহা যোগবলে শুদ্ধ কৰি আছোঁ কায়া। ব্ৰহ্মময় দেখোঁ কি কৰিতে পাৰে মায়া।" শিৱৰ এই গৰ্বোক্তি ভাগৱতত নাই ; কিন্তু কীৰ্তনত আছে। যোগ সাধনাৰে ইন্দ্ৰিয় জয় কৰিলেও চিত্তশুদ্ধি নহ'ব পাৰে। এনে সংকেত হৰ-মোহনৰ কাহিনীত দিয়া হৈছে। আনৰ কথা বাদেই যোগেশ্বৰ শিৱও বিষ্ণুমায়াত মোহগ্ৰস্ত হ'ল। ব্ৰহ্মজ্ঞানী আৰু যোগী উভয়ৰে প্ৰতিনিধি ৰূপে ইয়াত শিৱক উপস্থিত কৰা হৈছে। ঐতিহাসিক দৃষ্টিৰে চালে তৎকালীন কামৰূপৰ শৈৱ আৰু শাক্ত সাধনমাৰ্গতকৈ অধিক পৰিমাণে সামাজিক চেতনাৰ লগত সম্পৰ্ক ৰখা বৈষ্ণৱ সাধনমাৰ্গৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰাটোৱেই এই খণ্ডৰ উদ্দেশ্য ; কিন্তু এই ক্ষেত্ৰতো শিৱ আৰু পাৰ্বতীক যথোচিত সন্মান কৰা হৈছে। পাৰ্বতীক 'জগতৰ মাৱ' বোলা হৈছে।

ভক্তিৰ লগত জ্ঞান আৰু আচৰণৰ সম্পৰ্ক ৰক্ষা কৰি শিশুলীলাৰ পৰা বৈকুণ্ঠপ্ৰয়াণলৈকে ভাগৱতৰ দশম আৰু একাদশ স্কন্ধ (১ম আৰু ৩য় স্কন্ধৰ বিষয় বস্তুসহ) ৰ সহায়ত শ্ৰীকৃষ্ণৰ লীলা পৃথক্ পৃথক্ খণ্ডত বৰ্ণোৱা হৈছে। ভাগৱত পুৰাণৰ আধাৰত ৰচিত হ'লেও 'ৱেদস্তুতি' তত্ত্বজ্ঞান আৰু প্ৰাৰ্থনা-প্ৰধানহে। তাত লীলাৰ বৰ্ণনা নাই। বৈকুণ্ঠ প্ৰয়াণ খণ্ডত কিছু পৰিমাণে সাধনমাৰ্গৰ উপদেশো আছে।

কীৰ্তনত ওৰেখা বৰ্ণনৰ স্থান সম্বন্ধে কিছুমান প্ৰশ্ন মনলৈ আহে। ইয়াত তেনে কেইটামান প্ৰশ্নৰ সম্বন্ধে বিচাৰ চমুকৈ কৰা হৈছে। (১) একদেৱৰ উপাসনা

কৰা মহাপুৰুষীয়া ধৰ্মত বলৰাম, শিৱ, সুভদ্ৰা, গৰুড়, বট বৃক্ষ প্ৰভৃতিক স্তুতি কৰাৰ বিধান মান্য হ'ব নোৱাৰে ; কিন্তু ওৰেষা বৰ্ণনত এই বিধান দিয়া হৈছে। (২) শংকৰদেৱৰ ধৰ্মত মূৰ্তি পূজা নাই ; কিন্তু এই খণ্ডত মূৰ্তি পূজাৰ বিধানেই প্ৰাধান্য লাভ কৰিছে। (৩) মহাপুৰুষীয়া ধৰ্মত তীৰ্থ আৰু ব্ৰত-উপবাসৰ মান্যতা নাই ; কিন্তু ওৰেষা বৰ্ণনত এই বিলাকৰ বৰ্ণনাইহে ঠাই পাইছে। কোনো কোনো আলোচকৰ মতে প্ৰথমবাৰ তীৰ্থৰ পৰা আহিয়েই এই খণ্ডটো লিখিছিল। সেইকাৰণে পাছত তেওঁৰ মত সলনি হ'ল আৰু পাছৰ পুথিবোৰত এই খণ্ডৰ বিপৰীত মত দিয়া হ'ল। গতিকে আগৰ মততকৈ পাছৰ মতহে মানিব লগীয়া। পিছে শংকৰদেৱে মত সলনি কৰি কীৰ্তনৰ এই খণ্ডটো ত্যাগ কৰিবলৈ ক'তো কৈ থৈ যোৱা বোলা কথা চৰিতগ্ৰন্থ বা আন প্ৰসংগতো পোৱা নাযায়। এনে স্থলত এই মতটো বিশ্বাসযোগ্য নহয়। অন্য দেৱতাৰ স্তুতি সম্বন্ধে আগতে আলোচনা কৰা হৈছে। তীৰ্থ আৰু যোগসম্বন্ধে তলত কিছু আলোচনা কৰা হ'ল।

প্ৰথমবাৰ তীৰ্থভ্ৰমণৰ পাছতে ওৰেষাৰ পদ লিখি পাছত তীৰ্থ বিৰোধী মত দিয়া হ'লে বৰদোৱা, গাংমৌ আৰু বেলগুৰিত ধৰ্ম প্ৰচাৰ কৰি থকা কালত অনেক শাস্ত্ৰ ৰচনা কৰাৰ পাছতো কামৰূপৰ পৰা দ্বিতীয় বাৰ তীৰ্থ ভ্ৰমণলৈ বুঢ়া কালত শংকৰদেৱ কিয় গৈছিল ? দ্বিতীয়বাৰৰ তীৰ্থভ্ৰমণে শংকৰদেৱক তীৰ্থ-বিৰোধী নহয় বুলি প্ৰমাণ দিয়ে। আমাৰ অনুমান এনে ধৰণৰ—শংকৰদেৱে দ্বিতীয়বাৰ তীৰ্থভ্ৰমণৰ পাছতহে 'ওৰেষাবৰ্ণন' ৰচনা কৰিছিল। কিয়নো কীৰ্তনৰ একেবাৰে শেষত আনকি শ্ৰীধৰকন্দলিৰ সহস্ৰনাম বৃত্তান্তৰো পাছতহে ওৰেষাখণ্ড ৰখা হৈছে। তদুপৰি এই খণ্ডটোৰ ৰচনা চতুৰ্বিংশতি অৱতাৰকৈ আগতে হোৱাৰ লক্ষণ পাঠৰ আৰম্ভণিত দেখা নাযায়। এই সম্বন্ধে তলৰ কথাকেইটা মনকৰিব লগীয়া।

(১) চতুৰ্বিংশতি অৱতাৰৰ আৰম্ভণি সম্পূৰ্ণ কীৰ্তন-ঘোষাৰ আৰম্ভণি হয়। ঘোষা আৰু পদ উভয়তে থকা তাত্ত্বিক আৰু গাম্ভীৰ্যপূৰ্ণ বন্দনা এই অধ্যায়ৰ দৰে আনবোৰ অধ্যায়ৰ আৰম্ভণিত নাই। ওৰেষাবৰ্ণনৰ আৰম্ভণি এনে গাম্ভীৰ্যপূৰ্ণ আৰু তত্ত্বপ্ৰধান নহয়। তুলনাৰ বাবে দুয়োটাখণ্ডৰে উদ্ধৃতি তলত দিয়া হ'ল।

ওৰেষাৰ ঘোষা— জয় জয় জগন্নাথ প্ৰণামো ৰাম ॥

পদ নমো নমো জগন্নাথ ভকতৰ নিধি।
হৰিক স্মৰণে আৰম্ভৰ হোক সিদ্ধি ॥
ওৰেষাৰ কীৰ্তনক শুনিয়ো লোকাই।
শংকৰে ৰচিলা ব্ৰহ্মপুৰাণক চাই। ১॥(২০১৯ কী.)

চতুৰ্বিংশতি অৱতাৰৰ ঘোষা— জয় হৰি গোবিন্দ নাৰায়ণ ৰাম কেশৱ
হৰি ৰাম ৰাম কেশৱ হৰি ।

পদ — প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন ।
সৰ্ব অৱতাৰৰ কাৰণ নাৰায়ণ ॥
তযু নাভিকমলত ব্ৰহ্মা ভৈল জাত ।
যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত ॥ ১ ॥

(২) কেইবাখনো স্মাৰ্ত বিষয়-প্ৰধান পুৰাণ আৰু গীতগোবিন্দৰ আৰম্ভণিতো দশাৱতাৰৰ বৰ্ণনাই ঠাই পোৱা কথা আগতে উল্লেখ কৰা হৈছে । গীতগোবিন্দৰ পদৰ প্ৰভাৱ শংকৰদেৱৰ কেলিগোপাল নাটৰ ভটিমাত স্পষ্ট ভাবে দেখা যায় । গতিকে গীতকাব্য 'গীতগোবিন্দৰ' নিচিনাকৈ ৰচনা কৰা গীতাত্মক পদাৱলী কীৰ্তনৰ আৰম্ভণিতো যুগৰ আদৰ্শৰ লগত সংগতি ৰাখিয়েই দশাৱতাৰৰ বৰ্ণনাকো শংকৰদেৱে ঠাই দিয়া সম্ভৱ । ওৰেষাবৰ্ণনৰ ওপৰত দিয়া ধৰণৰ আৰম্ভণিৰে কীৰ্তন ৰচনা কৰাটো বিশ্বাস যোগ্য নহয় ।

(৩) শাস্ত্ৰ আৰু গুৰুৰ উপদেশৰ সহায়েৰে ভগৱানৰ স্বৰূপ সম্বন্ধে কিবা এটা ধাৰণা হ'লেও, সেই ধাৰণা অস্পষ্ট, নীৰস আৰু ক্ষণস্থায়ী হোৱাৰেই সম্ভৱনা বেছি । সেই ধাৰণাটো কিছু স্পষ্ট, সৰস আৰু স্থায়ী কৰিবৰ কাৰণে ভক্তিভাৱক অধিক উচ্চ স্থান দিয়া হৈছে । ভক্তিৰ সহায়েৰে জ্ঞান বা ধাৰণাক বুদ্ধিৰ স্তৰৰ পৰা বোধৰ স্তৰলৈ উন্নীত কৰিব পাৰি , কিন্তু ভক্তিৰ এই গুণ বা ক্ষমতা আছে কাৰণেই ভক্তিৰ সাধন নাম মুখেৰে উচ্চাৰণ কৰিয়েই (বোধৰ স্তৰলৈ নোযোৱাকৈ) ভক্তি কৰিছোঁ বুলি গৰ্ব কৰিলে প্ৰকৃততে ভক্তি কৰা নহয় । শংকৰদেৱৰ ধৰ্মত বিশ্বাসী সকলৰো বহুজন-লোকেই ভক্তিক সহজ বস্তু বুলি ভাবি জ্ঞান আৰু কৰ্মক একেবাৰে আওকাণ কৰা দেখা যায় । শংকৰদেৱৰ জীৱনকালতো এনে ঘটনা হোৱাৰ উদাহৰণ গুৰুচৰিতত পোৱা যায় ( একাদশী ব্ৰত নমনা কথাও এই শ্ৰেণীৰ) । ব্যক্তি বিশেষৰ কাৰণে ভক্তিৰ এনে ৰূপ সাৰ্থক হ'লেও, সামাজিক ভাবে ভক্তিৰ এইটো আদৰ্শ হ'ব নোৱাৰে । সামাজিক ৰুচিৰ উৎকৰ্ষ-সাধন আৰু সাংগঠনিক দিশত ভক্তিৰ এনেকুৱা একোটা ৰূপ বাধক হৈ উঠিব পাৰে । এনে স্থলত সমাজ-সংগঠনৰ ফালে চকু ৰখা শংকৰদেৱে ভক্তিৰ লগত আচৰণ আৰু জ্ঞানৰ সামঞ্জস্য ৰাখিবৰ উদ্দেশ্যে ওৰেষাবৰ্ণনৰ পদ ৰচনা কৰাটো অসম্ভৱ নহয় । নামাপৰাধ আৰু পাষণ্ডমৰ্দনৰ পদৰ লগতো ওৰেষাবৰ্ণনৰ আদৰ্শ খাপখায় ।

চিত্ত-শুদ্ধিৰ উদ্দেশ্যে নামৰ লগতে বুদ্ধি আৰু আচৰণ-পক্ষকো মাৰ্জিত আৰু বিকশিত কৰাৰ ব্যৱস্থা ৰূপে তীৰ্থ, পূজা, যোগ আদি আচৰণসমূহ ভক্তি-বিৰুদ্ধ নহয় বুলি কীৰ্তনৰ সুকীয়া সুকীয়া প্ৰসংগত কোৱা হৈছে। এই সম্পৰ্কীয় কেইটামান উদাহৰণ তলত দিয়া হ'ল।

(১) মুচুকুন্দক শ্ৰীকৃষ্ণই ক'লে— যোগক অভ্যাসে যিটো ভকতিক এৰে।
তাহাৰেসে মন দুনাই বিষয়ত পৰে। ১৩৯৩
ক্ষত্ৰিয়ৰ ধৰ্মত থাকিয়া নৃপবৰ।
কৰি আছা ৰধ তুমি জন্তু বহুতৰ ॥ ১৩৯৪
শ্ৰৱণ-কীৰ্ত্তনে মোক কৰিয়া আশ্ৰয়।
তপ কৰি এবে সিটো পাপ কৰা ক্ষয় ॥
আউৰ জন্মত তুমি হৈবা দ্বিজবৰ।
মোক পাইবা আসি ৰাজা ত্যজি কলেৱৰ ॥

(২) বেদস্তুতিত আছে— শৰীৰৰ ছয়চক্ৰ চিন্তে যিটোজন।
তাহাৰ গুচোৱা মৃত্যুভয় নাৰায়ণ ॥ * * ১৬৫৪

(৩) বৈকুণ্ঠপ্ৰয়াণৰ আগতে শ্ৰীকৃষ্ণই উদ্ধৱক দিয়া উপদেশত আছে—
মাধৱে বোলন্ত এহি হোক!
বদৰিকাশ্ৰমক যায়োক ॥
অলকানন্দাক দৰশনে।
এৰিবে সমস্ত পাপ গণে ॥ ১৮৩৬
* * * থাকিবাহা ইন্দ্ৰিয়ক দমি।
হৈবা শান্ত মনক নিয়মি ॥
আমাক স্মৰিবা বাক্য-মনে।
মোৰ ৰূপ চিন্তিবা যতনে ॥
সংসাৰৰ বন্ধে হৈবা হীন।
তেবে চিত্ত মোতে যাইব লীন ॥ ১৮৩৮

সমাজৰ সকলো শ্ৰেণীৰ লোকৰ পৃথক্ পৃথক্ পৰম্পৰা আৰু মানসিক যোগ্যতা সম্বন্ধে বিচাৰ কৰি চালে ওৰেষাবৰ্ণন অপৈণত বুদ্ধিৰ ৰচনা বুলি ধৰিব নোৱাৰি। ওৰেষা বৰ্ণনৰ আন এটা বৈশিষ্ট্য হৈছে— জাতিভেদ আৰু সময়সাপেক্ষ কিছুমান ব্যৱস্থাৰ বা লোকাচাৰৰ অতীত এটা উদাৰ সামাজিকবোধৰ সংকেত। ওৰেষাত জগন্নাথৰ প্ৰসাদ ভক্ষণৰ ক্ষেত্ৰত জাতি বৰ্ণৰ বিচাৰ কৰা নহয়। সাধনাৰ

উচ্চ স্তৰতো সাধকৰ মানসিক প্ৰস্তুতি এইখিনিলৈকে আগবঢ়াৰ প্ৰয়োজন ; কিন্তু সেই বুলি দেশ,কাল, পাত্ৰ নিৰ্বিশেষে জাতিভেদ নোহোৱা কৰাটো সম্ভৱ নহয়। সামাজিকভাৱে আৰ্থিক আৰু মানসিক বিকাশৰ স্তৰৰ লগতে আচৰণ-ভিন্নতাৰ আধাৰত জাতিভেদ গঢ় লৈছিল আৰু সেইবাবে এতিয়াও আছে। কিবা নহয় কিবা প্ৰকাৰে ই থাকিবও। শংকৰদেৱে এই কথা নুবুজাকৈ থকা নাছিল। তথাপি মানুহৰ মাজত থকা এনে সংকীৰ্ণতা যথাসম্ভৱ দূৰ কৰিবৰ কাৰণে জগন্নাথ ক্ষেত্ৰৰ আদৰ্শই বৈষ্ণৱসকলক এখোজ আগবঢ়াৰ বাট দেখুৱাব পাৰিছিল। পুৰীৰ নিৰামিষ সিদ্ধান্ন প্ৰসাদ ৰূপে গ্ৰহণ কৰা ব্যৱস্থা শংকৰদেৱে অসমৰ কাৰণেহে উপযুক্ত বুলি মানি লোৱা নাছিল। অসমৰ ভোজন সামিষ প্ৰধান। তদুপৰি জগন্নাথ ক্ষেত্ৰৰ দৰে স্থানবিশেষৰ ব্যৱস্থা এটা নতুনকৈ গঢ় ল'বলগীয়া এখন সমাজৰ কাৰণে সাৰ্বজনীন ব্যৱস্থাত পৰিণত কৰাটো সহজ কথা নহয়। এনে স্থলত অসিদ্ধ ফলাহাৰ ভোজনৰ সাৰ্বজনীন ব্যৱাস্থত তেওঁ গুৰুত্ব দিলে।

'তাৎপৰ্য' খণ্ডৰ দুটা কীৰ্তনত নামৰ মাহাত্ম্যকেই প্ৰকাশ কৰা হৈছে। তাৰে প্ৰথমটো কীৰ্তনত কৃষ্ণই নামধৰ্ম প্ৰচাৰ কৰা বুলিছে। পঞ্চৰাত্ৰ মত বা নাৰায়ণ ধৰ্মৰ প্ৰসংগত শ্ৰীকৃষ্ণই নাম-প্ৰধান ভক্তিধৰ্মৰ গুৰি ধৰা কথা আগতে উল্লেখ কৰা হৈছে। 'বৈষ্ণৱানন্দলহৰি'ত শ্ৰীকৃষ্ণই অৰ্জুনক নাম ধৰ্মৰ কথা কৈছে। ভাগৱত ষষ্ঠস্কন্ধৰ অজামিল-উপাখ্যানৰ ভাঙনিত শংকৰদেৱে নিজৰ উপদেশ প্ৰসংগতো এই দৰে কৈছে—

শুনা সভাসদ সব মহাভাগৱত। স্বৰ্গ, মৰ্ত্য পাতালতো নাছিল পূৰ্বত ॥
বৈকুণ্ঠৰ শাস্ত্ৰ আক নতু শুনৈ কেৱে। জানিলন্ত অৰ্দ্ধ বয়সত ব্ৰহ্মাদেৱে ॥৩৪
কিনো মহাভাগ্যোদয় লোকৰ কলিত। নামেসমে কৃষ্ণ-সূৰ্য ভৈলন্ত বিদিত॥

দ্বিতীয়টো অধ্যায়ত (কীৰ্তনৰ একেবাৰে শেষৰ অধ্যায়) বাৰও স্কন্ধ ভাগৱতৰ তাৎপৰ্য ৰূপে দেৱৰ ভিতৰত কৃষ্ণ আৰু ধৰ্মৰ ভিতৰত মাত্ৰ নামৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰা হৈছে।

সংক্ষেপতে ক'বলৈ হ'লে কীৰ্তনত কাব্যামোদীৰ বাবে কাব্য, দাৰ্শনিক জ্ঞানমাৰ্গীৰ বাবে তত্ত্বজ্ঞান, ভক্তৰ বাবে কৃষ্ণ-কথা বা লীলা, গায়কৰ কাৰণে গীত আৰু গুৰুৰ পৰা উপদেশ বিচৰাসকলৰ বাবে বিধি ব্যৱস্থা বা উপদেশ সকলো একেলগে থূপ খাই আছে। বাদ্যৰহিত আৰু বাদ্যসহিত উভয় প্ৰকাৰে (লোক আৰু শাস্ত্ৰীয় প্ৰভাৱযুক্ত মিশ্ৰিত) গোৱাৰ ব্যৱস্থা থকা এই পুথিৰ 'কীৰ্তন' নামটো প্ৰকৃততে সাৰ্থক হৈছে। শাস্ত্ৰীয় সংগীতৰ ধ্ৰুৱ পদৰ দৰে বাৰে বাৰে গাই থাকিবৰ

কাৰণে দিয়া ইয়াৰ 'ঘোষা' অংশই কীৰ্তনক সমূহীয়াকৈ গোৱাৰ সুবিধা কৰি দিলে। আনহাতে শংকৰদেৱৰ সময়ত কোচবিহাৰত আৰু শংকৰদেৱৰ বৈকুণ্ঠপ্ৰয়াণৰ প্ৰায় ৫০ বছৰমানৰ পিছত কামৰূপত প্ৰচাৰ হ'বলৈ ধৰা সুকবি নাৰায়ণৰ মনসা-গীত প্ৰভৃতিত যি ওজা-পালি প্ৰথা দেখা যায়, সি ওজা আৰু পালি নামে পৰিচিত কেইজনমান লোকৰ মাজতহে সীমাবদ্ধ আছিল। তদুপৰি ওজাপালি কেৱল মাৰ্গীয় প্ৰভাৱযুক্ত লোকগীতেই নহয়, লোকনৃত্যও +। ওজাপালিত গায়ক আৰু শ্ৰোতা সুকীয়া শ্ৰেণীৰ লোক ; কিন্তু কীৰ্তনত গায়ক আৰু শ্ৰোতাৰ মাজত থকা পাৰ্থক্য বাঞ্ছিত নহয়। ইয়াত এজন ওজাৰ বাহিৰে সকলোৱেই পালিৰূপে অংশ গ্ৰহণ কৰিব পাৰে।

কীৰ্তনৰ পৃথক্ পৃথক্ অধ্যায়ৰ বিষয় বস্তুৰ সহায়েৰে নৱধা ভক্তিৰ আদৰ্শ দাঙি ধৰা হৈছে। সেই বাবে সুকীয়া ৰুচিৰ লোকৰ কাৰণে কীৰ্তনৰ বিষয়বস্তুৰ উপলব্ধিও সুকীয়া সুকীয়া স্তৰত হ'ব পাৰে। আনহাতে কাব্য আৰু অন্য ভাঙনি গ্ৰন্থৰ নিচিনাকৈ সাধাৰণ লয়ত পাঠ কৰাৰ বিবিধ প্ৰথা আৰু বাদ্যসহ তাৰ গীতাত্মক ৰূপ এই সকলোৱে কীৰ্তনক বিভিন্ন ৰুচি আৰু যোগ্যতাৰ লোকৰ বাবে আকৰ্ষণীয় বস্তু কৰি তুলিলে। ল'ৰা-বুঢ়া পুৰুষ-মহিলা আৰু শিক্ষিত-অশিক্ষিত সকলো শ্ৰেণীৰ লোকৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব পৰা কীৰ্তনৰ সমান জনপ্ৰিয় আন এখন গ্ৰন্থ অসমীয়া সাহিত্যত আজিও ৰচনা হোৱা নাই। যুক্তি আৰু ভক্তিৰ আৱেগৰ ফালৰ পৰা মাধৱদেৱৰ নামঘোষাই এক বিশিষ্টস্থান অধিকাৰ কৰিলেও সাধাৰণলোকৰ বাবে বোধগম্য অংশ নামঘোষাত আপেক্ষিক ভাবে বৰ কম। শংকৰ-

---

+ মনসা-সাহিত্যক শাক্ত সাহিত্যৰ শ্ৰেণীত ঠাই দিলেও প্ৰাকশংকৰী যুগতে ব্ৰহ্মপুত্ৰ উপত্যকাত ইয়াৰ প্ৰচলন নাছিল। বৰ্তমান উত্তৰ বংগৰ কমতাৰাজ্যত বিশ্বসিংহৰ দিনতহে (খ্ৰী° ১৬ শতিকাৰ ২য়—৩য় দশকত) মনকৰ আৰু দুৰ্গাবৰে মনসা-কাব্যৰ ৰচনা কৰিছিল। কামৰূপ অঞ্চলত মৰীয়াসকলেই প্ৰথমতে মনসাগীতৰ প্ৰচলন কৰে বুলি কথিত আছে। মৰীয়াসকল খ্ৰী° ১৫৩৩ চনৰ তুৰ্বকৰ আক্ৰমণত বন্দী হৈ থাকি যোৱা মানুহ। ইছলামধৰ্মী মৰীয়াসকলৰ পৰা প্ৰচাৰ হোৱা আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাহিৰৰ পৰা অহা এটা কাহিনীৰ আধাৰত সাহিত্য গঢ় লৈ এটা নতুন সম্প্ৰদায় সৃষ্টি কৰিবলৈ যথেষ্ট সময়ৰ প্ৰয়োজন হয়।

সুকবিনাৰায়ণৰ পদাৱলী দৰঙীৰজা ধৰ্মনাৰায়ণৰ ( খ্ৰী° ১৬১৫—৩৭ ) আগতে কামৰূপত প্ৰচলিত নাছিল।

দেৱৰ সাধনমাৰ্গৰ চাৰিবস্তুৰ ভিতৰত থকা 'নাম'ৰ প্ৰতিনিধিত্ব এই সম্প্ৰদায়ৰ প্ৰধান গ্ৰন্থ সমূহৰ ভিতৰত কীৰ্ত্তনেই কৰি আহিছে। মাৰ্গ-সংগীতৰ ক্ষেত্ৰত থকা জটিলতাৰ অভাৱ সত্ত্বেও কীৰ্ত্তন গোৱা বিবিধ শ্ৰেণীৰ সুৰৰ ভিতৰত এটাও লোকগীতৰ দৰে চঞ্চল আৰু লঘুৰুচিৰ পৰিচায়ক নহয়। এই সুৰবোৰৰ ভিতৰত স্থানীয় জনগোষ্ঠীৰ প্ৰভাৱ ক'ত কেনেদৰে আছে, সেই সম্বন্ধেও বিচাৰ কৰিব লগীয়া আছে; কিন্তু এই ক্ষেত্ৰত কোনো ধৰণৰ প্ৰয়াস আমাৰ দৃষ্টিগোচৰ হোৱা নাই।

**শাস্ত্ৰীয় সংগীত ঃ—** শাস্ত্ৰৰ অনুশাসন মানি শাস্ত্ৰবিহিত বৈজ্ঞানিক ব্যৱস্থাৰে যি সংগীত গোৱা হয়, সেয়ে শাস্ত্ৰীয় সংগীত নামে পৰিচিত হয়। সামান্য মতভেদৰ ওপৰত নিৰ্ভৰ কৰি শাস্ত্ৰীয় সংগীতৰো পৃথক্ পৃথক্ ধাৰা বা সম্প্ৰদায় গঢ় লয়। ব্ৰহ্মপুত্ৰ উপত্যকাত এনে শাস্ত্ৰীয় সংগীতৰ চৰ্চা কেতিয়াৰ পৰা কেনেদৰে হৈছিল, সেই বিষয়ে বিতং বিবৰণ পোৱা নাযায়। কোচৰজা বিশ্বসিংহৰ সময়ত বাহুবল শিকদাৰ সংগীত বিদ্যাত পটু আছিল বুলি দুৰ্গাবৰ কায়স্থৰ ৰচনাত পোৱা যায়। গতিকে খ্ৰী° ১৬ শতিকাৰ আগছোৱাতে শাস্ত্ৰীয়-সংগীতৰ চৰ্চাও সেই অঞ্চলত হৈছিল বুলি অনুমান কৰিব পাৰি; কিন্তু শাস্ত্ৰীয় আহিত গীত গোৱা আৰু ৰচনা কৰাৰ পৰম্পৰা শংকৰদেৱৰ পৰাহে চলি আহিছে। মনসা-কাব্যৰ গীতসমূহৰ লগত শাস্ত্ৰীয় ৰাগৰ নাম থাকিলেও, সেইবোৰ প্ৰাক্শংকৰী যুগৰ বস্তু নহয় কাৰণে তাৰ শাস্ত্ৰীয় লক্ষণ সম্বন্ধে বিচাৰ কৰিলেও, সেই বিচাৰে শংকৰদেৱৰ আদৰ্শক প্ৰভাৱিত কৰাৰ সম্ভাৱনা সমূলি নাই। গতিকে এই ক্ষেত্ৰতো শংকৰদেৱকেই পথপ্ৰদৰ্শক ৰূপে মানিব লগীয়া হয়। লগতে ধৰ্মসাধনাৰ লগত শাস্ত্ৰীয়সংগীতৰ সম্বন্ধ কেনে হ'ব পাৰে, সেইটোও এটা বিচাৰৰ বিষয় হৈ পৰে।

স্থূল ইন্দ্ৰিয়গ্ৰাহ্য কিছুমান লক্ষণৰ সহায়েৰেই সূক্ষ্ম কিছুমান বস্তুৰো স্বৰূপ উপলব্ধি হ'ব পাৰে। সেইবাবে ইন্দ্ৰিয়জনিত ক্ৰিয়াই সকলো ধৰণৰ সাধনাৰ প্ৰথম স্তৰ। সংগীতকো এই দৃষ্টিৰে ইন্দ্ৰিয়জনিত ক্ৰিয়া বা সাধনাৰ প্ৰথম স্তৰ ৰূপে ধৰিব পাৰি। ইন্দ্ৰিয়ক অনুশাসনত ৰাখিব নোৱাৰিলে অৰ্থাৎ সেই স্তৰৰ সাধনা নহ'লে শাস্ত্ৰীয় সংগীত গাব নোৱাৰি। মাৰ্গমিশ্ৰিত প্ৰবন্ধসংগীত গাবৰ কাৰণে যি পৰিমাণৰ অনুশীলনৰ প্ৰয়োজন হয়, শাস্ত্ৰীয়সংগীতৰ কাৰণে তাতোকৈ বহুত বেছি অনুশীলন আৰু অনুশাসনৰ প্ৰয়োজন হয়। শ্ৰেষ্ঠ সংগীতসাধকে নিজৰ কলাৰে ইন্দ্ৰিয় আৰু মনৰ ক্ৰিয়াৰ মাজেদিয়েই যেন হৃদয়খনকে বাহিৰত দাঙি ধৰে। ভক্তিমূলক সংগীতৰ গায়কেও ইন্দ্ৰিয়জনিত ক্ৰিয়াৰে (শব্দেৰে) ভক্তিৰ সূক্ষ্ম উপলব্ধি বাহিৰত সাকাৰ (ইন্দ্ৰিয়গ্ৰাহ) কৰি তুলিব পাৰে। শংকৰদেৱে এই উদ্দেশ্যেৰেই বৰগীত ৰচনা কৰি নিজে গাইছিল আৰু আনকো গাবলৈ শিকাইছিল।

বৰগীতৰ আলোচনা সংগীত আৰু সাহিত্য এই দুটা পৃথক্ দৃষ্টিৰে কৰিব লগীয়া আছে। লগতে ভাষাবিষয়ক তৃতীয় পক্ষ এটাও আলোচ্য বিষয় হৈ পৰে। সাধনমাৰ্গত উপযোগিতা তাৰ চুতুৰ্থ পক্ষ।

**বৰগীত** ঃ— 'বৰগীত' শব্দৰ 'বৰ' অংশটো সংস্কৃতৰ 'ৱৰ' বা শ্ৰেষ্ঠত্বসূচক শব্দ। এই শ্ৰেষ্ঠতাৰ দিশো দুটা। এটা হ'ল আধ্যাত্মিক উৎকৰ্ষ সাধনৰ শ্ৰেষ্ঠ মাধ্যম অৰ্থত ই 'ৱৰ' বা শ্ৰেষ্ঠ। আনটো দিশ হ'ল সাধনা নোহোৱাকৈ গাব পৰা লোক-গীততকৈ ই সুকীয়া। গতিকে সাধনালব্ধ এই গীতসমূহ আন সাধাৰণ শ্ৰেণীৰ গীততকৈ শ্ৰেষ্ঠ। সাধনাৰ ক্ষেত্ৰত বিধি-নিষেধ আদি নানা প্ৰকাৰৰ শাস্ত্ৰীয় প্ৰভাৱ আহি পৰে। এনে প্ৰভাৱৰ বা বিধি-বিধানৰ পৰিমাণ অনুসৰি কোনোবা শ্ৰেণীৰ গীত কম পৰি-মাণে আৰু কোনোবা শ্ৰেণীৰ গীত বেছি পৰিমাণে শাস্ত্ৰীয় হ'ব পাৰে। সমাজৰ পৰিবৰ্তন আৰু সভ্যতা-সংস্কৃতিৰ বিকাশৰ লগে লগে শাস্ত্ৰৰ বিধি-বিধান সমূহো কিছু পৰিমাণে সলনি হৈ যাব পাৰে। এনে ধৰণৰ সাল সলনিৰ কাৰণেই শাস্ত্ৰীয় গীতৰ মাজতো মতভেদ বা সম্প্ৰদায় ভেদ হোৱা দেখা যায়। এই সম্প্ৰদায়-ভেদত দুটা কথালৈ চকু ৰখা হয়। তাৰে এটা হ'ল সৌন্দৰ্যবোধৰ সূক্ষ্ম স্তৰ বা কলাৰ বিকশিত ৰূপ, আনটো তাৰ বাবে প্ৰয়োজনীয় সূক্ষ্ম বিশ্লেষণাত্মক বা বৈজ্ঞানিক প্ৰয়োগ। নতুন বৈজ্ঞানিক প্ৰয়োগৰ পৰা বিৰত হোৱা সম্প্ৰদায়বোৰে কলাক বিক-শিত ৰূপ দিয়াৰ পৰা নিজক বঞ্চিত কৰে। মাধৱদেৱৰ সময়ৰ পৰা এতিয়ালৈকে চাৰিশ বছৰ ধৰি বৈজ্ঞানিক প্ৰয়োগৰ ক্ষেত্ৰত নতুন প্ৰচেষ্টাৰ কথাই নাই, পুৰণি প্ৰয়োগৰো সূত্ৰ হেৰাই যোৱা বাবে বৰগীতৰ স্তৰ অৱনমিত হৈ আহিছে। বৈজ্ঞানিক প্ৰয়োগৰ সহায়েৰে লোকগীতেই ক্ৰমশঃ শাস্ত্ৰীয়গীতৰ পথেদি আগবাঢ়ি যোৱাটো কলাত্মক বিকাশৰ স্বাভাৱিক ৰীতি। বৰগীতৰ ক্ষেত্ৰত ইয়াৰ বিপৰীত গতিটো প্ৰকৃততে এটা দুখলগা কথা। ই অসমীয়া সমাজৰ বিশেষকৈ সত্ৰসমূহৰ কলাত্মক ৰুচিবোধৰ অভাৱৰ পৰিচয় দিছে।

বৰ্ত্তমান বৰগীত শাস্ত্ৰীয় সংগীতৰ স্তৰৰ পৰা লোকসংগীতৰ স্তৰলৈ নামি আহিছে। তাল আৰু ৰাগৰ ক্ষেত্ৰত বৰগীতে শাস্ত্ৰীয় পৰম্পৰা যথেষ্টে পৰিমাণে ৰাখি আহিলেও স্বৰানুশাসনৰ ব্যৱস্থা লোপ পোৱা কাৰণে কলাত্মক বিকাশৰ দৃষ্টিত ই অশাস্ত্ৰীয় ৰূপ ধাৰণ কৰিছে। এনে স্থলত বৰগীতক আজি পূৰ্ণাংগ শাস্ত্ৰীয় গীতৰ উদাহৰণ স্বৰূপে দাঙি ধৰিব নোৱৰা অৱস্থাৰ সৃষ্টি হৈছে। স্বৰক অনুশাসনত ৰাখিবৰ কাৰণে বীণা প্ৰভৃতি তন্ত্ৰীবাদ্যৰ প্ৰয়োগ বৰ্তমান বৰগীতত কৰা দেখা নাযায়; কিন্তু চৰিতপুথিত ৰামৰায়ৰ জীয়েক (শংকৰদেৱৰ ভতিজাক) ভুৱনেশ্বৰী

আৰু ভাস্কৰ্যবিগ্ৰহই যথাক্ৰমে সাৰংগী আৰু ৰবাব বাদ্য ব্যৱহাৰ কৰা কথা পোৱা যায়। এই দুয়োটাই বীণা জাতীয় বাদ্য। স্বৰ-অনুশাসক এই জাতীয় বাদ্যৰ প্ৰয়োগ নোহোৱাৰ লগে লগেই কণ্ঠসাধনাৰ প্ৰয়োজনো নোহোৱা হৈ আহিল। তথাপি দুই-এশ বছৰ মানলৈকে কোনো কোনো সত্ৰত সাৰংগী বা সেই জাতীয় বাদ্যৰ প্ৰচলন থকাৰ কথা জৰাজীৰ্ণ অৱস্থাত পোৱা সাৰংগীয়ে সোঁৱৰাই দিয়ে।

সাধনমাৰ্গত অপৰিহাৰ্য প্ৰয়োগ আৰু জনপ্ৰিয়তাও বৰগীতৰ স্তৰ অৱনমিত হোৱাৰ এটা ঘাই কাৰণ। সত্ৰসমূহত চাৰিপ্ৰসংগৰ ব্যৱস্থা আছে। চাৰিপ্ৰসংগ পূৰা নহ'লেও দুপৰীয়া আৰু ৰাতিৰ প্ৰসংগ থাকিবই। প্ৰতি প্ৰসংগতে বৰগীত গোৱাটো অপৰিহাৰ্য কথা বাবে যথেষ্ট সংখ্যক বৰগীত গোৱা লোকৰ প্ৰয়োজন হৈ পৰিল; কিন্তু শাস্ত্ৰীয়মৰ্য্যাদা ৰক্ষা কৰি বৰগীত গাব পৰা সিমান সংখ্যক গায়ক গঢ় দিয়াৰ ব্যৱস্থা কৰিব পৰা নহ'ল। গতিকে বৰগীত গোৱাৰ পৰম্পৰা যথাক্ৰমে নিম্নগামী হৈ আহিল। শাস্ত্ৰীয় জ্ঞানৰ অভাৱত যান্ত্ৰিক অনুকৰণৰ ওপৰতেই গয়াকসকলে বেছি পৰিমাণে নিৰ্ভৰ কৰিবলৈ ধৰিলে। এই অনুকৰণে ৰাগ আৰু তাল ৰাখিব পাৰিলেও ভাৱানুকূল স্বৰ আৰু গতি ৰক্ষা কৰিব নোৱাৰিলে। তাল ৰাখিব পাৰিলেই শব্দৰ গতি ৰক্ষা পৰা বুলি ধৰা হ'ল আৰু শব্দৰ অৰ্থ নজনা বাবে বহুত ক্ষেত্ৰত গীতৰ মাজেদি আৱেগ প্ৰকাশ কৰিব নোৱৰা হৈ আহিল। অনেক সময়ত বাদ্যৰ প্ৰাচুৰ্যই ভাৱৰ মাধুৰ্যক ফুটাই তোলাত বাধাহে সৃষ্টি কৰে। এনে ৰূপত উপস্থাপন কৰা বৰগীতক যি কোনো এজন সংগীতজ্ঞ বা সংগীতপ্ৰেমী লোকে অশাস্ত্ৰীয় বুলি ভবাটোৱেই স্বাভাৱিক। বৰ্তমান হিন্দুস্থানী সংগীতৰ দৃষ্টিৰে বিচাৰ কৰা লোক-সকলে এই কাৰণেই বৰগীতক অশাস্ত্ৰীয় অথবা অৰ্দ্ধশাস্ত্ৰীয় বুলি ক'ব খোজে।

বৰগীতৰ স্বৰূপনিৰ্ণয় কৰিবৰ কাৰণে হিন্দুস্থানী সংগীতৰ জ্ঞানেই যথেষ্ট নহয়। পাঁচশবছৰৰ আগতে প্ৰচলিত ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ আহিঁত বৰগীত গোৱা হৈছিল। সেইবাবে তৎকালীন ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ অবিকৃত পৰম্পৰা কৰ'বাত আছেনেকি? সেই সম্বন্ধীয় বিচাৰৰ প্ৰয়োজন আছে। উত্তৰ, দক্ষিণ আৰু পশ্চিম ভাৰতৰ মন্দিৰ বা তেনেধৰণৰ আন কিবা ধৰ্মীয় পৰম্পৰাত তৎকালীন সংগীতৰ আহিঁ কিবা প্ৰকাৰে সুৰক্ষিত থাকিবও পাৰে। আধুনিক সংগীত বিদ্যালয় আৰু আকাশবাণীৰ দ্বাৰা স্বীকৃত আৰু প্ৰচাৰিত গীতৰ আহিঁ এই ক্ষেত্ৰত নিৰ্ভৰ যোগ্য নহয়। বৰ্তমান প্ৰচলিত সংগীত বিদ্যালয় আৰু গুৰু-পৰম্পৰা ইতিমধ্যে বহু পৰি-বৰ্তনৰ দেওনা পাৰ হৈহে এই অৱস্থাত উপনীত হৈছেহি। এই প্ৰসংগত ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ ইতিহাস সম্বন্ধেও কিছু বিচাৰ কৰিব লগীয়া আছে।

**শাস্ত্ৰীয় সংগীত আৰু বৰগীত ঃ—** প্ৰাচীন শাস্ত্ৰীয় সংগীতৰ পণ্ডিত-সকল কেইবাটাও সম্প্ৰদায়ত বিভক্ত আছিল সেইবোৰৰ ভিতৰত ব্ৰহ্ম মত আৰু ভৰত মতেই প্ৰধান। ৰাগৰ ক্ষেত্ৰত ব্ৰহ্ম মতৰ লগত কল্লিনাথৰ মত আৰু ভৰত মতৰ লগত হনুমন্তী মতৰ মিল বেছি। ব্ৰহ্ম মতৰ আন এটা নাম সোমেশ্বৰ মত। এই চাৰিওটাৰ বাহিৰেও এটা মত ইন্দ্ৰপ্ৰস্থ মত নামে পৰিচিত। মূল ৰাগ সম্বন্ধে এই সম্প্ৰদায়বোৰৰ মাজত থকা পাৰ্থক্যৰ উদাহৰণ তলত দিয়া হ'ল।

ব্ৰহ্মমতৰ মূলৰাগ— শ্ৰী, বসন্ত, পঞ্চম, ভৈৰৱ, মেঘ, নটনাৰায়ণ (কোনো-কোনোৰ মতে নৰনাৰায়ণ)।

ভৰত মতৰ মূল ৰাগ— শ্ৰী, ভৈৰৱ, মেঘ, দীপক, হিন্দোল, মালকোশ (কোনো-কোনোৰ মতে পঞ্চম আৰু দীপক একে)।

কল্লিনাথৰ মূল ৰাগ, পুত্ৰ আৰু পুত্ৰবধূৰাগ ব্ৰহ্ম মতৰ লগত মিলে; কিন্তু ৰাগিণী-বোৰ নিমিলে। হনুমন্তী মতৰ মূল পুত্ৰৰাগ আৰু পুত্ৰবধূৰাগ ভৰত মতৰ লগত মিলে; কিন্তু ৰাগিণীবোৰ নিমিলে। ইন্দ্ৰপ্ৰস্থ মতটো মূলৰাগৰ ক্ষেত্ৰত ভৰত মতৰ বেছি ওচৰ। 'মালকোশ'ৰাগৰ পৰিবৰ্তে ইয়াত 'কৈশিক'ৰাগ মূল ৰাগ বুলি ধৰা হৈছে। এইদৰে ভাৰতবৰ্ষত শাস্ত্ৰীয় গীতৰ পৃথক্ পৃথক্ পৰম্পৰা গঢ় লৈছিল যদিও খ্ৰী° ১৩ শতিকামানৰ পৰা ভাৰতীয় শাস্ত্ৰীয় সংগীতত ডাঙৰ পৰিবৰ্তন আৰম্ভ হ'ল। তুৰ্কীস্থান, ইৰাণ প্ৰভৃতি দেশৰ পৰা অহা নতুন সংগীতৰ লগত ভাৰতীয় সংগীতৰ মিশ্ৰণ হ'বলৈ ধৰিলে। ১৩ শতিকাৰ অমীৰ খুসৰূ আৰু ১৫ শতিকাৰ জৌনপুৰৰ নবাব হুচেইন শাহ শৰ্কীয়ে ভাৰতীয় সংগীতৰ ইতিহাসত যুগান্তৰ আনিছিল। এই বিলাকৰ পৰা ভাৰতীয় শাস্ত্ৰীয় সংগীতত অভাৰতীয় প্ৰভাৱ যথেষ্ট পৰিমাণে পৰি-ছিল। উত্তৰ ভাৰতৰ সংগীততকৈ দক্ষিণ ভাৰতৰ সংগীতত এনে ধৰণৰ বিদেশী প্ৰভাৱ কম আছিল। অৱশেষত ভাৰতীয় শাস্ত্ৰীয় সংগীতৰ উত্তৰ ভাৰতীয় আৰু দক্ষিণ ভাৰতীয় দুটা প্ৰধান সম্প্ৰদায় যথাক্ৰমে হিন্দুস্থানী আৰু কৰ্ণাটকী নামে পৰিচিত হ'ল। তলত দিয়া মূল ৰাগসমূহৰ পাৰ্থক্যই দুয়োটা ধাৰাৰ পাৰ্থক্যৰ পৰিচয়ো দাঙি ধৰিব।

| হিন্দুস্থানী দহৰাগ | কৰ্ণাটকী দহৰাগ |
|---|---|
| কল্যাণ | মেচ কল্যাণী |
| ভৈৰৱ | নট ভৈৰৱ |
| ভৈৰৱী | শংকৰাভৰণ |
| তোড়ী | কৰ্ণাটকী তোড়ী |

| | |
|---|---|
| আসাবৰী | হৰিকাম্ভোজী |
| পূৰ্বী | মালৱ গৌড় |
| মাৰৱা | কামবৰ্দ্ধনী |
| বিলাৱল | গমনশ্রম |
| খমাজ | খৰহৰ্যাপ্রিয়া |
| কাফী | পন্তু ৱৰালী |

আগতে উল্লেখ কৰা ব্রহ্ম মত আৰু ভৰত মতৰ ছয়ৰাগৰ লগত এই নতুন ৰাগৰ সম্বন্ধ বহুত আঁতৰ হোৱা দেখা গ'ল। তথাপি প্রাচীন ৰাগ-পদ্ধতি মুছলমান শাসকসকলৰ দিনতো চলি আছিল ; কিন্তু ১৮১৩ খ্রী°ত পাটনাৰ সংগীতজ্ঞ মোহম্মদ ৰাজাই পূৰ্বোক্ত সম্প্রদায়বোৰ ভুল আৰু অবৈজ্ঞানিক বুলি সমালোচনা কৰি নতুন মত প্রচাৰ কৰিলে। তেওঁ 'নগমাতে আসফী' নামৰ গ্রন্থত 'বিলাৱল' ঠাটৰ শুদ্ধতা প্রতিপাদন কৰি দেখুৱালে। ইয়াৰ আগতে বিলাৱল ঠাট কোনেও শুদ্ধ বুলি মনা নাছিল। মোহম্মদ ৰজায়ো ভৰত মতৰ ছয়ৰাগৰ ভিতৰত পাঁচটাহে মূল ৰাগ ৰূপে মানিছিল। ষষ্ঠ ৰাগটো দীপকৰ পৰিবৰ্তে 'নট' আছিল। প্রতিটো ৰাগৰ পৰা ছটাকৈ ৰাগিণী সহ ছয় ৰাগ-ছত্তিশৰাগিণীৰ সিদ্ধান্তও মান্য আছিল।

মোহম্মদ ৰাজাৰ পাছত পণ্ডিত বিষ্ণুনাৰায়ণ ভাতখণ্ডেই (খ্রীঃ ১৮৬৩-১৯৩৬) ছয়ৰাগ-ছত্তিশৰাগিণীৰ সিদ্ধান্ত ত্যাগ কৰিলে আৰু তাৰ পৰিৱৰ্তে 'ঠাটৰাগ পদ্ধতি' প্রবৰ্তন কৰিলে। কৰ্ণাটকী সংগীতৰ পণ্ডিত ৱেংকটমুখীৰ ৭২টা ঠাটৰ কেৱল ১০ টা ঠাটতে ভাতখণ্ডেই নিজা পদ্ধতিৰে সকলো ৰাগ সামৰি ল'লে। বৰ্তমান হিন্দুস্থানী সংগীতত এই ভাতখণ্ডে-পদ্ধতিয়েই চলি আছে।

কিছুমান ৰাগৰ নাম স্থানবাচক আৰু জাতিবাচকো হ'ব পাৰে। গৌড়ী, ভূপালী, ভাটিয়ালী, কানাড়া, গান্ধাৰ, সিন্ধুৰা নাম স্থানবাচক আৰু জাতিবাচক হোৱাই সম্ভৱ। 'অহিৰ' জাতিবাচক শব্দ। কৰ্ণাটকী দহৰাগৰ ভিতৰৰ পন্তুবৰালী ৰাগৰ 'ৱৰালী' অংশই বৰাড়ী ৰাগৰ লগতো সম্পৰ্ক ৰাখিব পাৰেনেকি বিচাৰ কৰি চাব লগীয়া। এই সম্পৰ্কত বহুত কথাই বিচাৰ কৰি চাব লগীয়া আছে যদিও দুটা কথা বিশেষ ভাবে মন কৰিব লগীয়া। (১) শংকৰদেৱৰ বৰগীত আৰু বৰগীতৰ আৰ্হিৰ নাটৰ গীতবোৰৰ ৰাগ আৰু গায়ন-পদ্ধতি দক্ষিণ ভাৰতীয় কৰ্ণাটকী সংগীত পদ্ধতিৰ লগতো কিছু পৰিমাণে জড়িত হ'ব পাৰে।+ গতিকে খ্রী°১৪/১৫ শতিকা

---

+ বৰগীতৰ 'কৌ' ৰাগ (কহু ?) কোন পৰম্পৰাৰ ৰাগ জনা নাযায়। আহিৰ উত্তৰ আৰু পশ্চিম ভাৰতৰ এটা গো পালক উপজাতি। ভাটিয়া' গুজৰাত নিবাসী এটা ব্যৱসায়ী সম্প্রদায়।

মানৰ কৰ্ণাটকী সংগীত আৰু তৎকালীন অন্যান্য সংগীত গ্ৰন্থৰ সিদ্ধান্তৰ আধাৰত মহাপুৰুষীয়া গীত-বাদ্য আৰু নৃত্য এই কেউটা বস্তুৰ বিচাৰ কৰিব লাগে। এই সম্বন্ধে তন্ন তন্ন বিচাৰ কৰাৰ পাছত তাত কিছুমান স্থানীয় বৈশিষ্ট্যও দৃষ্টিগোচৰ হ'ব পাৰে। (২) ভাৰতীয় সংগীত শাস্ত্ৰৰ ইতিহাস সম্বন্ধে যি সংক্ষিপ্ত বিচাৰ দাঙি ধৰা হ'ল, তাৰপৰা বুজা যায় যে—ভাতখণ্ডেৰ সংগীত-পদ্ধতিটো প্ৰাচীন সংগীত শাস্ত্ৰৰ পদ্ধতিতকৈ সংক্ষিপ্ত আৰু সৰলীকৃত ৰূপহে। সম্ভৱতঃ এই কাৰণেই স্বৰৰ উত্থান-পতন আৰু জটিলতা কিছুমান বৰগীতত আৰু নাটৰ গীতত যি পৰিমাণে পৰিলক্ষিত হয়, সেই পৰিমাণে হিন্দুস্থানী সংগীতত নহয়। উদাহৰণ স্বৰূপে নাটৰ গীত হ'লেও "কেশৱহে হামাকোৰি ৰাখহু প্ৰাণ" (ৰুক্মিণীহৰণৰ) আৰু "বহুৰি গয়ো ৰী গোপাল প্ৰাণ নাহোৰি" (কেলি গোপাল) ধ্ৰুৱপদৰ গীত দুটা বৰগীতৰ দৰে নাম-প্ৰসংগৰ আৱৰ্ত্তণিত গাওঁতে ৰাগৰ গতিত স্বৰৰ উত্থান-পতনৰ বক্ৰতা যিমান বেছি, সিমান বেছি বক্ৰতা আৰু গাম্ভীৰ্য হিন্দুস্থানী সংগীতৰ পদ্ধতিৰে গোৱা সূৰ, তুলসী আৰু মীৰাৰ ভজনত বা তেনে জাতীয় অন্য সংগীতত পৰিলক্ষিত নহয়; কিন্তু শংকৰদেৱৰ এই শ্ৰেণীৰ গীতবোৰ তাল মানৰ লগতে ভাৱানুকূল স্বৰ-সংগতিৰে গোৱা শুনিবলৈ পোৱা নাযায়। সেই বাবে বৰগীত বুলিলে আৱেগহীন একপ্ৰকাৰৰ যান্ত্ৰিক বস্তু যেন ধাৰণাহে শ্ৰোতাৰ মনত হ'বলৈ ধৰিছে। আনহাতে একশ্ৰেণীৰ লোকে হিন্দুস্থানী সংগীত অথবা লোকগীতৰ লঘু সুৰত সভা-সমিতি আৰু আকাশ-বাণীৰ কাৰ্যক্ৰমত বৰগীতক বিকৃত ৰূপত প্ৰচাৰ কৰিবলৈ লৈছে। এনেকুৱা সাধনাৰ অভাৱ আৰু দায়িত্বহীন মনোভাবে এটা গৌৰৱোজ্জ্বল জাতীয়সম্পদ নষ্ট হ'বলৈ এৰি দিছে। 'সংগীত নাটক একাদেমি'ৰ অসমশাখা ডেৰকুৰি বছৰ মানৰ আগতে এই ক্ষেত্ৰত যি প্ৰশংসনীয় পদক্ষেপেৰে আগবাঢ়িছিল, গৱেষণাবিমুখ লঘুৰুচিৰ অসমীয়া সমাজসচেতন সাংস্কৃতিক নেতাসকলে সেই প্ৰচেষ্টা সফল হোৱাত আশানুৰূপ সহাৰি নজনালে।

ভক্তিমূলক সংগীত ৰূপে বৰগীতৰ প্ৰধান বৈশিষ্ট্যটো এনে ধৰণৰ— সাহিত্য ৰূপে শৃংগাৰ ৰসাত্মক গীত একোটাও বৰগীতৰ ৰাগৰ স্বকীয় গাম্ভীৰ্যই কেনেধৰণৰ সাত্ত্বিকতাপূৰ্ণ শান্তৰসৰ পৱিত্ৰ ভাৱব্যঞ্জক কৰি তুলিব পাৰে, সেই কথাৰ উপলব্ধি বৰগীতৰ লগত নিবিড় সম্বন্ধ নথকা লোকে কৰিব নোৱাৰে। এই দৃষ্টিত বৰগীত আৰু নাটকৰ গীত উভয়েই একে পৰ্যায়ৰ। এই দুয়োবিধৰ মাজত পাৰ্থক্য মাত্ৰ ইমানেই যে—বৰগীতৰ তাল ধৰাবন্ধা নহয়, পৃথক্ পৃথক্ তালত গোৱা হয়। সেই বাবে শাস্ত্ৰীয়ৰ কেউটা অৱস্থা ইয়াত থাকে; কিন্তু নাটৰ গীতসমূহ নাটকীয় কথা-বস্তুৰ লগত জড়িত কাৰণে নাটকীয় ক্ৰিয়াৰ লগতে সময়ৰ সীমাৰেও বান্ধখাই থাকে।

গতিকে শাস্ত্ৰীয় গীতৰ সকলো সুৰ নাটকৰ গীতসমূহত নাথাকে আৰু ইয়াৰ তালো সেইবাবে নিৰ্দিষ্ট কৰি থোৱা আছে।

বিষয়বস্তুৰ দৃষ্টিৰে বিচাৰ কৰিলে বৰগীতসমূহক প্ৰাৰ্থনা-প্ৰধান, উপদেশ-প্ৰধান আৰু লীলা-প্ৰধান এই তিনিটা শ্ৰেণীত বিভক্ত কৰিব পাৰি। কেইটামান গীতত একাধিক বিষয়ৰ সংমিশ্ৰণ ঘটিছে। লীলাবিষয়ক গীতৰ ভিতৰত কৃষ্ণলীলাই প্ৰধান স্থান পাইছে। ৰামলীলা সম্বন্ধীয় শংকৰদেৱৰ বৰগীত এটাহে পোৱা যায়। মাধৱদেৱৰ চাৰিটামান গীত ৰামসম্বন্ধীয়। 'কথা-গুৰুচৰিত'ৰ মতে শংকৰদেৱে ৰচনা কৰা গীত-সমূহ বৰপেটাৰ কমলা গায়নে আঁওৰাবলৈ নিওঁতে জুয়ে পুৰিলে। তেতিয়া তেওঁ মাধৱদেৱক গীত ৰচিবলৈ ক'লে। মানুহৰ মুখত বৈ যোৱা ৩৫ টাহে গীত বৰ্তমান শংকৰদেৱৰ নামত পোৱা যায়। মাধৱদেৱৰ ভণিতা থকা গীত (অপ্ৰকাশিত পুথিত থকাও সামৰি ল'লে) ১৫৭টা পোৱা গৈছে। তদুপৰি মাধৱদেৱৰ নামত প্ৰচলিত সকলো গীত মাধৱদেৱৰ ৰচনা নহ'লেও, তাৰ ভিতৰৰ দুই-চাৰিটা গীত মাধৱ-দেৱৰ ৰচনা হ'বও পাৰে। লোকপ্ৰচলিত কথা মতে 'বাৰ কুৰি বৰগীত, তেৰকুৰি ফকৰা'। ইয়াত 'বাৰ' বহুসূচক শব্দ নহৈ 'দ্বাদশ' সূচক হোৱাই সম্ভৱ। সেয়েহ'লে শংকৰদেৱ-ৰচিত প্ৰাপ্ত ৩৫টা আৰু মাধৱদেৱ-ৰচিত ১৫৭ টা একেলগ কৰিলে মুঠতে ১৯২টা বৰগীত হয়। বাকীবোৰৰ দুই-চাৰিটা মৌখিক ভাবে প্ৰচলিত বিলাকৰ ভিতৰতো থাকিব পাৰে। x কিছুমান হয়তো সম্পূৰ্ণ লোপ পাইছে।

শংকৰদেৱৰ ৰচিত নাটৰ গীতবোৰৰ ভিতৰত কথাবস্তুৰ প্ৰাসংগিক গীত-সমূহৰ শ্ৰেণী বিভাগ কৰিব নোৱাৰি; কিন্তু নান্দীশ্লোকৰ পাছতে থকা ৰুক্মিণীহৰণ আৰু ৰামবিজয় নাটৰ সুহাই ৰাগৰ গীত; ৰুক্মিণীহৰণ, ৰামবিজয়, পাৰিজাত হৰণ আৰু কালিদমন নাটৰ কল্যাণ খৰমানৰ গীত তথা সুকীয়া সুকীয়া নাটৰ কৃষ্ণ-প্ৰৱেশৰ গীতবোৰৰ একোটা বিশেষ আকৰ্ষণ আছে। আকাশবাণীৰ কাৰ্য-সূচীত এই নাটক-বোৰৰ কেতিয়াবা সংক্ষিপ্তৰূপ প্ৰচাৰ হ'লেও-সময়ৰ অভাৱত কোনো গীত যথা বিধি গোৱাটো সম্ভৱ নহয়। পূৰ্ণাংগ বৰগীত আৰু নাটৰ গীতৰ প্ৰচাৰ-ব্যৱস্থা থকাহ'লে

---

x শিৱসাগৰ জিলাৰ সোণাৰিত থকা থুকুবিল সত্ৰৰ অধিকাৰ শ্ৰীযুত ডিম্বেশ্বৰ মহন্তদেৱৰ পৰা পোৱা সাঁচিপতীয়া পুথিত মাধৱদেৱৰ ১৫৭ টা বৰগীত আছে; কিন্তু সেই পুথিত শংকৰদেৱৰ ২৮টা বৰগীতহে দিয়া হৈছে। 'পটভূমিসহিত অসমকে বৰগীত' নামৰ হিন্দী কিতাপত প্ৰকাশিত,অপ্ৰকাশিত আৰু মৌখিক তিনিও বিধ গীত সম্বন্ধে কিছু বিচাৰ কৰা হৈছে। এই প্ৰসংগত বহুত আলোচনা সম্ভৱ নহয়। ইচ্ছুক পাঠকে উল্লিখিত হিন্দীকিতাপখন চাব পাৰে।

ভাল আছিল ; কিন্তু বিশুদ্ধ আৰু মানবিশিষ্ট নহ'লে তাৰ অন্তাৰত বিকৃত গীত প্ৰচাৰ হোৱাতকৈ প্ৰচাৰ সমূলি নোহোৱাও ভাল।

শংকৰদেৱ আৰু মাধৱদেৱ-বিৰচিত এই মুক্তক গীতসমূহক বৰগীত বুলি সেই সময়তেই বোধ হয় কোৱা নহৈছিল। গীত শব্দৰ আগত শ্ৰেষ্ঠতাসূচক 'বৰ' শব্দটো প্ৰয়োগ কৰি সমকালীন অন্যান্য গীততকৈ ইয়াক সুকীয়া কৰি দেখুৱাইছে। সমকালীন এই গীতবোৰনো কি কি হ'ব পাৰে, সেইটোও এটা বিচাৰৰ বিষয়। এই দৃষ্টিত বিচাৰ কৰিলে দেখা যায় যে— যি কোনো শ্ৰেণীৰ লোকগীততকৈ শাস্ত্ৰীয় গীত বাবে বৰগীত শ্ৰেষ্ঠ। খ্ৰী° ১৭ শতিকাৰ ২য়/৩য় দশকমানত প্ৰচলিত হ'বলৈ ধৰা মনসাগীত বা ওজাপালিৰ গীততো শাস্ত্ৰীয় ৰাগ ব্যৱহাৰ কৰা হৈছিল। গতিকে এই দুই শ্ৰেণীৰ শাস্ত্ৰীয় গীতৰ মাজত শ্ৰেষ্ঠ বুজাবৰ কাৰণেও 'বৰ'শব্দ প্ৰয়োগ কৰিব পাৰে। আনকি বৰগীতৰ সম্পূৰ্ণ আঁহি ৰক্ষা কৰি ৰচনা কৰা আৰু গোৱা অন্য লেখকৰ গীতকো বৰগীত বোলা নহয়। সেই বাবে ভৱানীপুৰীয়া গোপালআতা, পুৰুষোত্তম ঠাকুৰ প্ৰভৃতি পৰৱৰ্তী ধৰ্মগুৰুসকলৰ ৰচনা এই শ্ৰেণীৰ গীততকৈ পাৰ্থক্য দেখুৱাবৰ কাৰণেও কেৱল শংকৰদেৱ আৰু মাধৱদেৱৰ গীতকহে 'বৰগীত' বোলা পৰম্পৰা গঢ় ল'লে। গতিকে 'বৰগীত' শব্দটো কেৱল শাস্ত্ৰীয়গীত অৰ্থত ব্যৱহাৰ কৰা নহয়; শংকৰদেৱ আৰু মাধৱদেৱৰ ৰচনা মুক্তকগীত অৰ্থতহে ব্যৱহাৰ কৰা হয়। সেই বাবে বৰগীতক আঁহিপ্ৰধান নুবুলি ব্যক্তিপ্ৰধান বুলি ক'ব লাগিব। এই সকলো কথালৈ চাই ১৭ শতিকাৰ আগভাগৰ পৰাহে 'বৰগীত' শব্দৰ প্ৰচলন আৰম্ভ হোৱা যেন লাগে।

**অংকীয়া নাট ঃ—** অভিনয়ৰ উদ্দেশ্যে ৰচিত শংকৰী সাহিত্যক অংকীয়া-নাট বোলা হয়। শংকৰদেৱে এই শ্ৰেণীৰ সাহিত্যক নাটক, নাট আৰু লীলা-যাত্ৰা বুলি প্ৰসংগ অনুসৰি নিজে কৈছে। যেনে (১) "ওঁহি সভামধ্যে কালিদমন নাম লীলাযাত্ৰা কৌতুকে কৰব।" (২) "কেলিগোপাল নামেদং নাটকং মুক্তি সাধকম্ ।" (৩) "ৰুক্মিণীহৰণ নাম নাটকং মুক্তিসাধকম্ " (৪) "শ্ৰীপাৰিজাতহৰণ যাত্ৰাং" বুলিছে, কিন্তু ভটিমাত পাৰিজাত হৰণক 'নাটক' বুলিছে— "সোহি কৃষ্ণক নাটক উপাম। পাৰিজাতহৰণ আছে নাম।" মুক্তিমংগল ভটিমাত ইয়াকে 'নাট' বুলিও কৈছে— "কৰাৱত নাট ওহি বহুছন্দে। কৃষ্ণক ভকতি কৰিতে প্ৰবন্ধে ॥" (৫) ৰাম-বিজয় নাটকৰ সুহাই গীতৰ পাছৰ শ্লোকত "শ্ৰীৰামবিজয়ন্নাম নাটকং মুক্তিসাধকম্" বুলিছে ; কিন্তু সেই নাটকৰে মুক্তিমংগল ভটিমাত আৰু সামৰণিৰ বাক্যত 'নাট' শব্দও প্ৰয়োগ কৰা হৈছে। "ৰামকবিজয় যো কৰাৱলি নাট। মিলহু তাহেক বৈকুণ্ঠক বাট।" আৰু ৰামবিজয় নাম নাটোঽয়ং সম্পূৰ্ণম্ শ্ৰীকৃষ্ণপাদপ্ৰসাদতঃ।"

কোনো কোনো ঠাইত নাট, নাটক, লীলা আৰু যাত্ৰা শব্দৰ দৰে 'লীলা-বিহাৰ' শব্দও সূত্ৰৰ উক্তিত পোৱা যায়। 'নৃত্য' শব্দও অংকীয়ানাটত পোৱা যায়; কিন্তু শংকৰদেৱৰ পৰৱৰ্তী মাধৱদেৱ প্ৰভৃতি অন্যান্য নাট্যকাৰৰ নিজা উক্তিত 'ঝুমুৰা' শব্দৰ প্ৰয়োগ পোৱা নাযায়। শংকৰদেৱৰ কোনো নাটকেই ঝুমুৰা' নহয়। অৰ্জুনভঞ্জন'ৰ বাহিৰে মাধৱদেৱৰ বাকীবোৰ নাটককহে ঝুমুৰা বোলা প্ৰথা চলিল। সম্ভৱতঃ পাছৰ যুগত কেৱল নাচ-গানৰ প্ৰাধান্য থকা মাধৱদেৱৰ সবু নাটবোৰক ঝুমুৰা বোলা হ'ল। উত্তৰ ভাৰতত 'ঝুমুৰ' শব্দৰ প্ৰচলিত অৰ্থ ফাগুৱাৰ নাচৰ লগত গোৱা এবিধ গীত, সেই গীতৰ লগত হোৱা এবিধ নাচ, মুৰ্তপিন্ধা এবিধ গহনা, মণ্ডলাকাৰে থিয় হোৱা স্ত্ৰী-পুৰুষ, নাও আদিও হয়। সংগীতৰ এটা তালৰ নামো ঝুমুৰা।

শংকৰদেৱৰ বৈকুণ্ঠপ্ৰয়াণৰ ৫০/৬০ বছৰমানৰ পাছত ৰচিত দৈত্যাৰি-ঠাকুৰৰ শংকৰদেৱ-মাধৱদেৱৰ চৰিত পুথিত ৰামবিজয় বা সীতাস্বয়ম্বৰ ৰচনাৰ প্ৰসংগত নাটক শব্দৰ পৰিবৰ্তে 'অংক' শব্দটো প্ৰয়োগ কৰা হৈছে। সত্ৰীয়া সমাজত আজি কালিও 'নাট' আৰু 'অংক' শব্দ একে অৰ্থত প্ৰয়োগ কৰা দেখা যায়। 'অংক' বিশেষ্য শব্দটোৰ পৰা 'অংকীয়া' বিশেষণ শব্দৰ ব্যৱহাৰ কোন সময়ৰ পৰা হ'বলৈ ধৰিলে, সেই কথা স্পষ্টভাবে কোৱা টান। এই 'অংকীয়া নাট' শব্দটোৱে মহা-পুৰুষীয়া নাট্যপৰম্পৰাত এটা যুগ-পৰিবৰ্তনৰো সংকেত দিয়ে। পাছৰ যুগত ৰচিত নাটসমূহতকৈ শংকৰ-মাধৱ আৰু তেওঁলোকৰ সামান্য পৰৱৰ্তী নাট্যকাৰসকলৰ নাটৰ পাৰ্থক্য দেখুৱাবৰ কাৰণে এনে এটা বিশেষণৰ প্ৰয়োজন হৈ পৰিল। পাছৰ যুগৰ নাট্যকাৰসকলে পূৰ্ববৰ্তীসকলৰ ৰচনাকৌশলকে যথাসম্ভৱ গ্ৰহণ বা অনুকৰণ কৰি-ছিল যদিও উদ্দেশ্য, ভাষা আৰু কলাত্মক মাধুৰ্য ৰক্ষা কৰিব পৰা নাছিল। শংকৰ-দেৱেই অংকীয়া নাটৰ স্ৰষ্টা হ'লেও, মাধৱদেৱৰ শিশুলীলা-প্ৰধান নাটবোৰৰ এটা স্বকীয় বৈশিষ্ট্য দেখা যায়; কিন্তু এই দুজনৰ পাছৰ নাট্যকাৰসকলৰ ৰচনাত শংকৰ-মাধৱৰ ভক্তিৰ গাম্ভীৰ্য, কলাৰ সৌন্দৰ্য আৰু ভাষাৰ আকৰ্ষণো নোহোৱা হৈ আহিল। ব্ৰজাৱলী ভাষাৰ পৰিবৰ্তে যথা ক্ৰমে পৌৰাণিক গ্ৰন্থাৱলীৰ পদ-ভাঙনিৰ আৰু বংগ-ভাষাৰ গ্ৰন্থাৱলীৰ প্ৰভাৱ বাঢ়ি আহিবলৈ ধৰিলে। এই প্ৰসংগত খ্ৰীঃ ১৭ শতিকাৰ সমাপ্তিৰ লগে লগে অসমৰ সংস্কৃতি আৰু সাহিত্যৰ ক্ষেত্ৰত বংগৰ প্ৰভাৱ আৰু ৰাজকীয় পৃষ্ঠপোষকতা সম্বন্ধীয় ঐতিহাসিক তথ্যও মন কৰিব লগীয়া। যিটো কাৰ-ণতেই হওক বংগীয় সাহিত্য আৰু ভাষাৰ প্ৰভাৱ বাঢ়ি অহা এই নতুন শ্ৰেণীৰ নাটবোৰক বুঢ়ালোকে বঙলুৱা নাট বুলিও কৈছিল। পাছলৈ এনেকুৱা বঙলুৱা

প্ৰভাৱৰ প্ৰতিক্ৰিয়া ৰূপেই হওক বা আন কিবা কাৰণতেই হওক, ঠায়ে ঠায়ে পুৰাণি ভাষাৰ গীতসহ নতুন ভাষাৰ কথাৰেও দুই-এখন নাটৰ ভাওনা হ'বলৈ ধৰিলে। এনেধৰণৰ নাট মাতৃভাষাৰ নাট নামেও পৰিচিত হৈছিল। বৰ্তমান বহুত ঠাইতে পৌৰাণিক কাহিনীৰ অৱলম্বনত ৰচিত ৰংগমঞ্চৰ নাটকৰ আগে-পাছে সূত্ৰ আৰু কল্যাণ-খৰমানৰ গীত যোগ দি ভাওনা কৰা প্ৰথা প্ৰবল ভাবে চলিব ধৰিছে। এই শ্ৰেণীৰ ভাওনাই শংকৰদেৱ-মাধৱদেৱৰ সময়ৰ পৰা চলিঅহা বিশিষ্ট নাট্য-পৰম্পৰাৰ সমাপ্তি ঘটাই আনিছে।

এই পৰ্যন্ত কৰা আলোচনাৰ পৰা এই কথা ক'ব পৰা হ'ল যে— শংকৰী নাট্যপৰম্পৰাত 'অংক' শব্দটো পাছত সোমালেও তাৰ বিশেষণ ৰূপ অংকীয়া শব্দই এই নাট্যপৰম্পৰাক উচ্চাংগ আৰু লৌকিক (বিশেষ ভাবে ভক্তি-প্ৰধান আৰু মনোৰঞ্জন প্ৰধান) এই দুটা ভাগত বিভক্ত কৰিলে। এনে স্থলত 'অংক' শব্দটো কি অৰ্থত এই নাট্যপৰম্পৰাত সোমাইছিলহি, সেই সম্বন্ধেও বিচাৰ কৰি চোৱাৰ প্ৰয়োজন আছে।

অংক বুলিলে আমি সাধাৰণতে একোখন পূৰ্ণাংগ নাটকৰ একোটা বিশেষ খণ্ড বুলি বুজোঁ। নাটকীয়া কথা-বস্তুৰ এটা বিশেষ গতিৰ পৰিবৰ্তনৰ সূচনা অংক-পৰিবৰ্তনৰ সহায়েৰে কৰা হয়। সংস্কৃত সাহিত্যৰ নাট্যপৰম্পৰাত নাটকৰ বাহিৰেও আৰু ৯ বিধ ৰূপকৰ কথা পোৱা যায়। এই বিলাকৰ ভিতৰত নাটকেই শ্ৰেষ্ঠ। পাছলৈ এই সকলো শ্ৰেণীৰ ৰূপককে সাধাৰণ ভাষাত নাটক বোলা হ'ল। আনকি ৰূপকসমূহতকৈ তলখাপৰ ওঠৰবিধ উপৰূপককো নাটকৰ ভিতৰতে ধৰা হ'ল। ৯ বিধ অন্য ৰূপকৰ ভিতৰত 'অংক নামেও এবিধ ৰূপক আছে। তাৰ লক্ষণমতে কথাবস্তু ইতিহাস বা পুৰাণপ্ৰসিদ্ধ হ'ব লাগে ; অংক মাত্ৰ এটাহে থাকে। বাক্‌যুদ্ধ থাকিলেও অন্য যুদ্ধ প্ৰদৰ্শন কৰা নহয়। তিৰোতাৰ শোক, বিলাপ আদিয়ে বিশেষ-স্থান অধিকাৰ কৰা এই ৰূপক কৰুণৰসপ্ৰধান। সংস্কৃত সাহিত্যতো এই শ্ৰেণীৰ ৰূপক বেছি পোৱা নাযায়। 'শৰ্মিষ্ঠা-যযাতি' আৰু 'উন্মত্তৰাঘৱ' নামৰ দুখনহে অংক সংস্কৃত সাহিত্যৰ ইতিহাসত পোৱা গৈছে। শংকৰদেৱৰ নাটকৰ লক্ষণ এই 'অংক' ৰূপকৰ লক্ষণৰ লগত নিমিলে। শংকৰদেৱৰ নাটকত অংক-বিভাজন কৰা হোৱা নাই। সেই কাৰণেই এটা অংকৰ বুলি অনেকে ধৰি লয় আৰু এটা অংকৰ কাৰণেই 'অংকীয়া' নাম দিয়া হ'ল বুলিও কয়।

ভৰতৰ নাট্যশাস্ত্ৰত 'অংক' শব্দৰ সুকীয়া এটা ব্যাখ্যাও আছে।

অংক ইতি ৰূঢ়ি শব্দো ভাবৈৰসৈশ্চ ৰোহয়ত্যৰ্থান্।
নানা বিধানযুক্তো যস্মাত্তস্মাত্তবেদংকঃ ॥ (নাট্যশাস্ত্ৰ ২০।১৪)

অৰ্থাৎ 'অংক' এটা বৃঢ়ি শব্দ (এটা বস্তু বা তাৰ বুজাবৰ কাৰণে আগৰ পৰা চলি অহা শব্দ। ইয়াৰ মূল বিশ্লেষণ কৰিব নোৱাৰি। নিজেই মূল শব্দ)। ভাৱ আৰু ৰসৰ সহায়েৰে কাব্যৰ অৰ্থক যি উৎকৃষ্ট ৰূপ দিয়ে আৰু য'ত অনেক আৱশ্যকীয় বিধানৰ সহায়েৰে শৃংখলা ৰক্ষা কৰা হয়, সেয়ে অংক। আমাৰ বিচাৰ মতে শংকৰ-দেৱ আৰু তেওঁৰ পৰৱৰ্তী অন্যান্য নাট্যকাৰসকলে ব্ৰজাৱলী ভাষাত ৰচনা কৰা নাট-সমূহক এনে বৃঢ়ি অৰ্থতহে অংক বোলা হৈছিল। নাট বা নাটক শব্দও এইক্ষেত্ৰত শাস্ত্ৰীয় অৰ্থত ব্যৱহাৰ কৰা নহৈছিল। মাত্ৰ অভিনয়ৰ উদ্দেশ্যে ৰচিত সাহিত্যকে নাটক বা নাট বোলা হৈছিল। লক্ষণৰ ফালৰ পৰাও সংস্কৃত নাটকৰ লগত অংকীয়া নাট বা মহাপুৰুষীয়া অংকৰ মিল বৰ কম বা নাই বুলিও ক'ব পাৰি। উদাহৰণ স্বৰূপে সংস্কৃত নাটকৰ নিষেধবোৰ শংকৰদেৱৰ অংকত নিষেধৰূপে ধৰি লোৱা নাই। যেনে—

> দূৰাহ্বানং বধো যুদ্ধং ৰাজ্যদেশাদি বিপ্লবঃ।
> বিবাহোভোজনং শাপোৎসগৌ মৃত্যু ৰতং তথা ॥ (সাহিত্যদৰ্পণ ৬।১৬)

এই শ্লোক মতে নিষিদ্ধ হোবা দূৰাহ্বান, যুদ্ধ, বধ, বিবাহ, ভোজন, অভিশাপ, মৃত্যু প্ৰভৃতি অংকীয়া নাটত নিষিদ্ধ নহয়। ৰামবিজয় আৰু ৰুক্মিণীহৰণত যুদ্ধ আৰু বিবা-হেই প্ৰধান বস্তু হৈ পৰিছে। ৰামবিজয়ত তাড়কা ৰাক্ষসীবধ আৰু কেলি গোপালত শংখচূৰ বধ ; পত্নীপ্ৰসাদ আৰু ভোজনবিহাৰত ভোজন দেখুৱাইছে। সংস্কৃত নাটৰ লগত অংকীয়া নাটৰ সাদৃশ্যতকৈ বৈসাদৃশ্যই বেছি যদিও শ্লোক সূত্ৰ আৰু ভৰত বাক্যই (অংকীয়া নাটৰ মুক্তিমংগল ভটিমাই) এই দুয়োটাৰ মাজত সাদৃশ্য থকা যেন দেখুৱায়। অংকীয়া নাটৰ ৰচনা-কৌশলৰ আলোচনা-প্ৰসংগত এই বিষয়েও কিছু বিচাৰ কৰা হ'ব। অংকীয়া নাটৰ ৰচনা-ৰীতিত তলত দিয়া বস্তু কেইটা কম-বেছি পৰিমাণে দেখিবলৈ পোৱা যায়।

(১) **শ্লোক** ঃ— (ক) নান্দী বা দেৱবন্দনা আৰু নাটকৰ বিষয়বস্তুৰ সূচনা কৰা। (খ) নাটকৰ মাজত থকা প্ৰাসংগিক (গ) সমাপ্তিসূচক। পত্নীপ্ৰসাদ আৰু কেলিগোপাল নাটত সমাপ্তিৰ শ্লোক নাই। মাধৱদেৱৰ সৰু সৰু নাটবোৰতো এই তিনিও শ্ৰেণীৰ গীত পোৱা নাযায়।

(২) **গীত** ঃ— শাস্ত্ৰীয়গীতৰ প্ৰসংগত এই বিষয়ে আলোচনা কৰা হৈছে। নাটৰ শ্ৰেণী অনুসৰি গীতৰ শ্ৰেণী আৰু সংখ্যা কম বেছি হয়।

(৩) **ভটিমা** ঃ— এই সম্বন্ধেও লঘুগীতৰ প্ৰসংগত আলোচনা কৰা হৈছে।

(৪) **সূত্ৰ** ঃ— (ক) সংস্কৃত নাটকৰ দৰে কথাবস্তুৰ ইংগিত দিয়েই সূত্ৰ আঁতৰি নগৈ অভিনয়ৰ ঠাইত উপস্থিত থাকি অভিনেতাসকলক নিৰ্দেশ দিয়ে আৰু দৰ্শকক

উপদেশ দিয়ে। (খ) গায়কসকলক গীতৰ ক্ষেত্ৰত সহায় কৰে আৰু নেতৃত্বও দিয়ে। (গ) প্ৰাসংগিক শ্লোকগোৱাৰ উপৰিও সামৰণিত শ্লোক আৰু মুক্তিমংগল ভটিমা গাই নাটকৰ সমাপ্তি ঘোষণাও কৰে।

(৫) **পাত্ৰসমূহৰ অভিনয়** ঃ— নাটক বুলি কোৱা হয় যদিও প্ৰকৃততে বস্তুটো অভিনয় প্ৰধান নহয়। আংগিক, বাচিক আৰু আহাৰ্য অংশ অভিনয়ৰ অনুকূল বহু পৰিমাণে হ'লেও সাত্ত্বিক অংশ ৰ কম। সূত্ৰৰ মৌখিক বৰ্ণনা আৰু পাত্ৰৰ প্ৰতি থকা নিৰ্দেশে অভিনয়ৰ স্বাভাৱিকতাত বাধা সৃষ্টি কৰে। তদুপৰি নৃত্ত, নৃত্য আৰু গীতৰ বহুলতাই অভিনয়ক গৌণ ৰূপ দিয়ে। অভিনয়ৰ প্ৰকৃত সম্বন্ধটো নাট্যৰ লগতহে। 'দশৰূপক'ত নৃত্ত, নৃত্য আৰু নাট্যৰ প্ৰভেদ এইদৰে স্পষ্ট কৰি দেখুৱাইছে— নৃত্ত তাল আৰু লয়ৰ আশ্ৰিত বস্তু নৃত্য ভাৱাশ্ৰিত আৰু নাট্যৰসৰ ওপৰত আশ্ৰিত বস্তু (অন্যভাৱাশ্ৰয় নৃত্যম্, নৃত্তং তাললয়াশ্ৰয়ম্। অৱস্থানুকৃতিৰ্নাট্যম্, দশধৈৱ ৰসাশ্ৰয়ম্। দ॰ ৰূ॰ প্ৰঃ প্ৰ॰ ৯, ৭)। অংগসঞ্চালন বা গাত্ৰবিক্ষেপণ অৰ্থত নৃৎধাতুৰ প্ৰয়োগ হৈছিল। নট্‌ধাতুৰ প্ৰয়োগ অভিনয় অৰ্থত হৈছিল। যোৱা-ৰোৱা, উঠা-বহা, হহাঁ, কন্দা আদি অনুকৃতি, নৃত্যৰ বিভিন্ন অৱ-ভংগিমা, মুদ্ৰা-যুক্ত সংকেত এই সকলো আংগিক অভিনয়ৰ ভিতৰত পৰে। অংকীয়া নাটৰ ব্যৱস্থাত ৰসাশ্ৰয়ী নাট্যৰ স্বভাৱানুকূল অনুকৃতিতকৈ তাল আৰু লয়ৰ লগত জড়িত নৃত্তৰ সম্বন্ধহে বেছি। গীতৰ তাল আৰু লয়ৰ লগত খোজ মিলাই প্ৰৱেশ কৰা, যুদ্ধ কৰা আদি কাৰ্য বাস্তৱৰ অনুৰূপ বা অনুকৰণ নহয়, নৃত্তহে। আকৌ ভাৱাশ্ৰিত নৃত্য আৰু গীতৰ সহায়েৰেহে হৰ্ষ-বিষাদ আদি মনোবিকাৰসমূহো প্ৰকাশ কৰা হয়। এনে স্থলত নাট্যপ্ৰধান অভিনয়ৰ ক্ষেত্ৰত অভিনেতা আৰু দৰ্শক উভয় পক্ষই যিদৰে নাটকৰ পাত্ৰৰ মানসিক স্থিতিৰ লগত নিজৰ মানসিক স্থিতিটো মিলাই দি তন্ময় হোৱাৰ প্ৰয়োজন, সেইদৰে অংকীয়া নাটত তন্ময় হোৱাত গুৰুত্ব আৰোপ কৰা নহয়। ৰসবোধ এই তন্ময়তাৰেই নামান্তৰ মাত্ৰ। সেই সময়ত দৰ্শকৰ বুদ্ধি বা বিচাৰ-পক্ষ তল পেলাই আৱেগ সকলোতকৈ ওপৰলৈ উঠে। অংকীয়া নাটত মূল আঠ বিধ ৰসৰ ক্ষেত্ৰত আৱেগক এইদৰে শীৰ্ষস্থানত উপনীত হ'বলৈ দিয়া নাযায়। অৱস্থাভেদে ভক্তি বাৎসল্য প্ৰভৃতি সুকীয়া সুকীয়া নামেৰে পৰিচিত হোৱা শান্ত ৰসৰ স্তৰলৈ উঠিবৰ কাৰণে বুদ্ধি বা বিচাৰ-পক্ষক তলপেলাবৰ প্ৰয়োজন নাই। বুদ্ধিক বিবেকৰ স্তৰত উপনীত কৰিব পাৰিলেহে শান্ত ৰস অধিক গভীৰ আৰু ব্যাপক হ'ব পাৰে। সেইবাবে অন্যান্য ৰসৰ কাৰণে প্ৰয়োজনীয় তন্ময় অৱস্থা পোৱাৰ আগতেই সূত্ৰধাৰৰ উপদেশ বা নিৰ্দেশৰ সহায়েৰে ভাৱৰ গতি সলনি কৰা হয়; কিন্তু নাটকৰ সমাপ্তি শান্তৰসৰ এটা পবিত্ৰ পৰিৱেশতহে ঘটোৱা হয়।

ভগৱানৰ লীলাই নাটসমূহৰ মূল উপাদান বা বিষয়-বস্তু হ'লেও লীলা বহুমুখী। মাধৱদেৱৰ প্ৰায় সকলো নাটৰে সমাপ্তি বাৎসল্যলীলাজনিত শান্তৰসত ঘটোৱা দেখা গৈছে। ৰাসঝুমুৰাত শৃংগাৰজনিত শান্তৰসেৰে নাটৰ সামাপ্তি ঘটোৱা হৈছে। শংকৰদেৱৰ নাটসমূহৰ ভিতৰত পত্নী-প্ৰসাদ আৰু কালিদমনৰ যথাক্ৰমে ৰাগ শ্যাম আৰু কল্যাণৰ গীতত সমাপ্তি ঘটোৱা হৈছে। এই দুয়োটাতে শ্ৰীকৃষ্ণৰ অলৌকিক সৌন্দৰ্যই প্ৰাধান্য লাভ কৰিছে। গতিকে দুয়োটাতে অদ্ভুতৰসৰ মূলভাৱ কৌতূহলৰ পৰা শান্তৰসৰ ফালে মন আকৃষ্ট কৰা হৈছে। বাকী চাৰিওখনতে (কেলিগোপাল, ৰুক্মিণীহৰণ, পাৰিজাতহৰণ আৰু ৰামবিজয়) শৃংগাৰসৰ মূলভাৱ 'ৰতি'ক উপৰতি বা নিৰ্বেদলৈ নিয়া হৈছে। গীতৰ পাছত থকা মুক্তিমংগল ভটিমা আৰু শ্লোককেইটাই শান্তৰসৰ অনুকূল মন্তব্য দি নাটকৰ সমাপ্তি ঘোষণা কৰিছে। এইবিলাক কথা বিচাৰ কৰি চালে দেখা যায় যে— সংস্কৃত সাহিত্যৰ নাট্যপৰম্পৰাৰ অনুকূলে অংকীয়ানাটে শৃংগাৰ আৰু বীৰৰসৰ দৰে পূৰ্ণাংগ বা শ্ৰেষ্ঠ ৰসৰ উপলক্ষিত গুৰুত্ব আৰোপ নকৰি ভৰতমুনিৰ সময়ত গ্ৰাহ্য নোহোৱা শান্তৰসৰ ওপৰতহে গুৰুত্ব আৰোপ কৰিছে। গতিকে সংস্কৃত নাটকৰ বিচাৰ-পদ্ধতিৰেই অংকীয়া নাটৰ বিচাৰ কৰিলে নাটকৰ উদ্দেশ্য আৰু ৰচনা-কৌশল সম্বন্ধে শুদ্ধ সিদ্ধান্তত উপনীত হ'ব পৰা নহ'ব। দৃশ্যকাব্য অৰ্থত অংকীয়া নাটসমূহ নাটকৰ শ্ৰেণীভুক্ত হ'লেও কলাৰ দৃষ্টিত ই নাট্যকলাতকৈ বেছি পৰিমাণে উপদেশকলাহে হৈছে। কিয়নো ইয়াত অভিনয় আৰু অভিনেতাতকৈ সূত্ৰধাৰ আৰু সূত্ৰধাৰৰ উপদেশহে প্ৰধান বস্তু হৈ পৰিছে। উপদেশ দিওঁতাৰ কথাৰ উদাহৰণ স্বৰূপেহে আংগিক, বাচিক আৰু আহাৰ্য অভিনয়ৰ সহায় লোৱা হৈছে। ইয়াত সাত্ত্বিক অভিনয়ৰ সুবিধা বহুত কম। নৃত্য-গীতৰ প্ৰচুৰতাই বহু পৰিমাণে গীতিনাট্যৰ ফালে টানিলেও অভিনয়ৰ স্বাভাৱিক গতিক উদ্দেশ্যধৰ্মী উপদেশে নাট্যধৰ্মীৰ পৰিবৰ্তে উপদেশধৰ্মী কৰি তুলিছে।

মঞ্চৰ অভাৱ আৰু ত্ৰুটিপূৰ্ণ নাটকীয় নিৰ্দেশেও অংকীয়া নাটকৰ ৰচনা-ৰীতিক নাট্য কলা বা অভিনয় কলাৰ পৰা আঁতৰাই নিয়াৰ প্ৰমাণ দিয়ে। মঞ্চ-হীন মুকলি ঠাইত, কেউফালে দৰ্শকৰ মাজত অংকীয়া নাটৰ অভিনয় হয়। এনে স্থলত বিবিধ শ্ৰেণীৰ দৃশ্য-পটৰ ব্যৱহাৰ সম্ভৱ নহয়। সেইবাবে বহুত সময়ত এই নাটক দৃশ্য-ধৰ্মী নহৈ শ্ৰব্যধৰ্মী হৈ পৰে। যেনে— দাৰুকে অনা ৰথত উঠি শ্ৰীকৃষ্ণ কুণ্ডিললৈ যোৱা, সত্যভামাসহ শ্ৰীকৃষ্ণ গৰুড়পক্ষীত উঠি অমৰাৱতীলৈ যোৱা আৰু কালীয়হ্ৰদত নামি শ্ৰীকৃষ্ণই জল-কেলি কৰা দৃশ্য মঞ্চহীন অভিনয়ত অসম্ভৱ কথা। সেইদৰে কালিদমনত কালিৰ আকৃতি সম্বন্ধেও ত্ৰুটী পূৰ্ণ নিৰ্দেশ চকুত পৰে।

এঠাইত আছে— "হাজাৰেক ফণা তুলি কৃষ্ণক চাই ফোফাই কোপে চক্ষু আৰকত, জিহ্বায়ে কোৱাৰি চেলেকয়, নাকে-মুখে বিষবহ্নি বৰষয়।" ইয়াৰ পাছৰ অন্য প্ৰসংগত কালিয়ে কৃষ্ণক "জানুপাৰি, কৰ যোৰি তুতি আৰম্ভল।" বুলিছে। এতিয়া প্ৰশ্ন হয়, কালি সৰ্পৰ আকৃতি কেনেকুৱা হ'ব ?

সংস্কৃত নাটকৰ বিষয়ে শংকৰদেৱে নাজানিছিল বুলি ক'ব নোৱাৰি। 'ভক্তিৰত্নাকৰত' 'প্ৰবোধচন্দ্ৰোদয়' নামৰ প্ৰতীক নাটকৰ উদ্ধৃতিও তেওঁ দিছে। ৰাম-বিজয় নাটত মূল ৰামায়ণত নথকা অথচ মহাবীৰচৰিত আৰু মহানাটক বা হনুমন্না-টকৰ লগত মিল থকা কথাই শংকৰদেৱে সেইবিলাক নাটক অধ্যয়ন কৰাৰো ইংগিত দিয়ে। বাৰ বছৰ দিন ভাৰত ভ্ৰমণ কৰা শংকৰদেৱৰ কাৰণে সংস্কৃত নাট্য পৰম্পৰা সম্বন্ধীয় জ্ঞানৰ অভাৱ বিশ্বাসযোগ্য কথা নহয়। সমসাময়িক সামাজিক পৰিৱেশ বা জনসাধাৰণৰ যোগ্যতালৈ চকু ৰাখিহে মঞ্চ নোহোৱা নাটৰ প্ৰয়োজন উপলব্ধি কৰিলে। কৃষ্ণলীলাৰ চমৎকাৰ প্ৰদৰ্শন আৰু তাৰ আধাৰত ভক্তিৰ উপ-দেশ দিয়াটোহে শংকৰদেৱৰ নাটৰ মূল লক্ষ্য। নাট্যকলা এইক্ষেত্ৰত গৌণ প্ৰয়ো-জনৰ শ্ৰেণীলৈ নামি আহিছে। ৰুচি আৰু যোগ্যতা ভেদে সুকীয়া সুকীয়া স্তৰৰ লোকে বুজিবৰ কাৰণেহে এনে ব্যৱস্থা কৰা হৈছে আৰু অভিনয়ৰ গুৰুত্ব কমাই শ্লোক, ভটিমা, গীত আৰু সূত্ৰধাৰৰ নিৰ্দেশ োৰ পৰিবৰ্তে বঢ়োৱা হৈছে। গতিকে আধুনিক ৰুচি, যোগ্যতা আৰু সাজ-সৰঞ্জামৰ দৃষ্টিৰে এই শ্ৰেণীৰ নাটৰ বিচাৰ কৰিব নালাগিব। নাটকীয় বিষয়-বস্তুৰ কলাত্মক মূল্যাই নাট্যামোদীৰ ৰুচি আৰু যোগ্যতাৰ ওপৰতহে বেছিকৈ নিৰ্ভৰ কৰে। কেৱল বাস্তৱধৰ্মী অভিনয়ে কলাত্মক মূল্যৰ চৰমসীমা চুবগৈ নোৱাৰে। এনে স্থলত আদৰ্শমুখী কলাই অভিনয়তকৈ নাট্যামোদীজনৰ বিচাৰ আৰু আৱেগৰ ওপৰতহে বেছি নিৰ্ভৰ কৰে। অংকীয়া নাটৰ বিচাৰ এই দৃষ্টিৰেও কৰি চাব পাৰি।

**পূৰ্বৰংগ :**— সংস্কৃত নাট্য শাস্ত্ৰতো পূৰ্বৰংগৰ বিধান আছে ;+ অংকীয়া নাট প্ৰদৰ্শনৰ আগতেও পূৰ্বৰংগ ৰূপে গায়ন-বায়ন বা জোৰাগোৱাৰ ব্যৱস্থা কৰা হ'ল ; কিন্তু এই ব্যৱস্থাটো নাট্য শাস্ত্ৰৰ পূৰ্বৰংগৰ অনুকৰণ মাত্ৰ নহয়। দুয়োটাৰ মূলতে ধৰ্মীয় অনুষ্ঠানৰ সম্বন্ধ আছে। ধৰ্মীয় অনুষ্ঠানো আকৌ লোক-ৰুচি উন্নয়নৰ প্ৰতি দৃষ্টি ৰাখি মাজে মাজে স্থান আৰু সমাজভেদে পৰিবৰ্তিত ৰূপ ল'বলৈ বাধ্য

+ শংকৰী কলাত পূৰ্বৰংগ বাদ্য প্ৰধান-বস্তু। ইয়াত গীত অংশ অতি কম, নৃত্য অংশ গীততকৈ বেছি। এই সম্পৰ্কে 'দৃশ্য-কলা'ৰ প্ৰসংগতো কিছু আলোচনা কৰা হৈছে।

হয়। বহুত সময়ত অমাৰ্জিত স্তৰৰ লোকনৃত্য, লোকগীত আৰু লোকানুষ্ঠানকো ধৰ্মীয় অনুষ্ঠানৰ লগত জড়িত কৰি মাৰ্জিত স্তৰলৈ তোলা হয়। নাট্যশাস্ত্ৰৰ সামাজিক পটভূমি আৰু অংকীয়া নাটৰ সামাজিক পটভূমিৰ মাজত থকা প্ৰায় ১৮শ বছৰৰ দূৰত্বই নাট্য আৰু পূৰ্বৰংগৰ স্বৰূপ সলনি কৰাটো স্বাভাৱিক কথা। এই প্ৰসংগত আৰু এটা কথা মন কৰিব লগীয়া যে— সকলো শাস্ত্ৰীয় অনুষ্ঠানৰ মূলতে একোটা বা তাতোধিক লৌকিক ৰূপ লুকাই থাকিব পাৰে। কোনো কোনো ক্ষেত্ৰত মূল লৌকিক ৰূপটো ক্ষীণভাবে পাছত বহু কাললৈ জীয়াই থাকিও শেষত একে বাৰে লোপ পায় অথবা অন্যৰূপত বিকসিত হোৱাৰ সুযোগ লয়।+

নাট্যকলাৰ জন্মৰ ক্ষেত্ৰত ব্ৰহ্মা, শিৱ আৰু ইন্দ্ৰৰ সম্বন্ধ আছিল। নাট্যবেদ শব্দই বেদৰ অধিকাৰী অৰ্থত ব্ৰহ্মাৰ লগত থকা সম্পৰ্কৰ সূচনা কৰে। শিৱ নটৰাজ ৰূপে নাট্যৰ লগত জড়িত হৈ পৰিল। দেৱতাৰ জয় আৰু দৈত্যৰ পৰাজয় দেখুৱাই কৰা 'ইন্দ্ৰধ্বজ' নামৰ এটা উৎসৱৰ লগত জৰ্জৰদণ্ডৰ সম্বন্ধ আছে। নাট্যশাস্ত্ৰৰ মতে পূৰ্বৰংগত এই জৰ্জৰদণ্ডক অভিৱাদন কৰা প্ৰথা আছিল। সংস্কৃত নাটকৰ পূৰ্বৰংগত ইন্দ্ৰদেৱতাৰ যি বিশিষ্ট স্থান আছিল, সেই স্থান শংকৰদেৱৰ নাটত উপেন্দ্ৰ বিষ্ণুৱে লাভ কৰিলে। লোকগীত আৰু লোকৰুচিক মাৰ্জিত কৰাৰ উদাহৰণ স্বৰূপে গায়ন-বায়নত থকা 'ধেমালি' শব্দটো তাৎপৰ্যপূৰ্ণ। খেল, কেলি বা কৌতুক অৰ্থত বৰ্তমান অসমীয়া ভাষাত ব্যৱহৃত 'ধেমালি' শব্দটোত যৌনচঞ্চলতাৰ ধ্বনি আছিল। মাধৱকন্দলিৰ ৰামায়ণত উৎপাত আৰু হুলস্থূল অৰ্থত 'ধেমালি' শব্দটোৰ প্ৰয়োগ কৰা হৈছে (৪৫৩২ পদ)। বৃন্দাবন প্ৰভৃতি উত্তৰ ভাৰতৰ কিছুমান ঠাইত 'ধমাৰ' বা 'ধমাল' শব্দই ফাগুন মাহত হোৱা ৰং-তামচা, বা সেই জাতীয় গীতৰ এটা ভাগ, সংগীতৰ এটা তাল, উপদ্ৰৱ, খেল-ধেমালি প্ৰভৃতি কেইবাটাও অৰ্থ প্ৰকাশ কৰি আহিছে যদিও সেইবোৰত ডেকা তেজৰ গোন্ধ ভালকৈয়ে পোৱা যায়। 'ধমাৰী' শব্দই ফাগুৱাৰ খেল-ধেমালিকো বুজায়। পুৰণি ব্ৰজভাষাৰৰ সাহিত্যতো এনে অৰ্থতে ধমাৰী, ধমাল প্ৰভৃতি শব্দৰ প্ৰয়োগ দেখা যায়। উত্তৰ ভাৰতৰ ফাগুৱাত বিহুগীত আৰু বিহুনাচৰ নিচিনা যৌন আৱেদনপূৰ্ণ নৃত্যগীতৰ অনুষ্ঠান হয়। বংগৰ কবি চণ্ডীদাসৰ ৰাধা-কৃষ্ণৰ প্ৰেম-কাহিনীতো যৌনজীৱনৰ যিবোৰ লৌকিক চিত্ৰ দাঙি ধৰা হৈছে, সেইবোৰক ৰাধাৰ 'ধমাৰমূৰ্তি' বোলা হৈছে।★ মহাপুৰুষীয়া সাধন-

---

+ শংকৰী সংস্কৃতিৰ অধ্যয়ন শীৰ্ষক শ্ৰীভৱপ্ৰসাদ চলিহা-সম্পাদিত পুথিৰ 'পূৰ্বৰংগ আৰু ধেমালি'নামৰ প্ৰবন্ধত এই বিষয়ে কিছু বহলাই আলোচনা কৰা হৈছে।

★ ড° শশীভূষণ দাশগুপ্তৰ 'শ্ৰীৰাধাৰ ক্ৰমবিকাশ' দ্ৰষ্টব্য।

মাৰ্গত শক্তিৰ স্থান নথকা সত্ত্বেও লোকৰুচি মাৰ্জিত কৰিবৰ উদ্দেশ্যে সংযত ভাৱে কেলিগোপাল আৰু ৰাসঝুমুৰা নাটত ৰাধাক স্থান দিয়াৰ নিচিনাকৈ ধমাৰ বা ধেমালিকো পূৰ্ব্বৰংগত মাৰ্জিত ৰূপ দিয়াৰ চেষ্টা লুকাই থাকিব পাৰে। নাটসমূহত (ৰুক্মিণীহৰণ আৰু ৰামবিজয়ত জাকৰুৱা ৰজা, কেলিগোপালৰ শংখচূৰ) কিছুমান এনেধৰণৰ লঘুচৰিত্ৰক ঠাই দিয়াৰ মূলতেও এনে উদ্দেশ্য থাকিব পাৰেনেকি বিচাৰ কৰি চাব লগীয়া। অংকীয়া নাটৰ পাছৰ যুগৰ নাটবোৰত এনেধৰণৰ লঘুৰুচিৰ যৌন চিত্ৰৰ প্ৰভাৱ কমি আহিল ; কিন্তু আন ধৰণৰ বিকৃতি প্ৰদৰ্শন কৰি দৰ্শকক আনন্দ দিয়া বহুৱা ওলোৱা প্ৰথা চলিছিল।

**অংকীয়া নাট আৰু লোকনাট্য ঃ—** সংস্কৃত সাহিত্যৰ শাস্ত্ৰীয় পৰম্পৰাতেই যে অংকীয়ানাট গঢ় লোৱা নাই, এনে এটা সিদ্ধান্ত আমি ওপৰত কৰি অহা আলোচনাৰ ভিত্তিত গ্ৰহণ কৰাৰ লগতে আন দুটা প্ৰশ্ন আমাৰ সমুখত উপস্থিত হয়। (১) অংকীয়ানাট শংকৰদেৱৰ একেবাৰে মৌলিক সৃষ্টিনেকি ? (২) যদি মৌলিক সৃষ্টি নহয় তেনেহ'লে ইয়াৰ মূল কি ? এই দুয়োটা প্ৰশ্নৰ উত্তৰ এনেধৰণৰ হোৱাটোহে শুদ্ধ যেন ধাৰণা হয়—

শংকৰীনাট্যকলাৰ পটভূমিত ভাৰতবৰ্ষৰ বিভিন্ন অঞ্চলত প্ৰচলিত লোকনাট্য, লোকগীত আৰু লোকনৃত্যৰ প্ৰভাৱ আছে ; কিন্তু তাৰ কোনো এটাৰেই বিকশিত ৰূপ অংকীয়া নাট নহয়। ই সম্ভৱতঃ বহুত বস্তুৰ সমন্বয়ত গঢ় লোৱা এটা নতুন ৰূপ। গীত আৰু নৃত্যৰ সমন্বয়ত নতুন ধৰণৰ লোকনাট্য গঢ়লোৱাটো অসম্ভৱ নহয়। এনেধৰণে সৃষ্টিহোৱা লোকনাট্যই বিকশিত ৰূপ লওঁতে মাজে সময়ে শাস্ত্ৰীয় নাট্য পদ্ধতিৰ পৰাও কিছু উপাদান গ্ৰহণ কৰিব পাৰে। শাস্ত্ৰীয় নাট্য পদ্ধতিৰ পৰা লোৱা উপাদানসমূহ বিচাৰি উলিওৱাটো বেছি টান কথা নহয় যেন লাগিলেও প্ৰকৃততে নাটক প্ৰভৃতি দহবিধ ৰূপক আৰু ১৮ বিধ উপৰূপক সহ মুঠ ২৮ বিধ দৃশ্যকাব্যৰ লক্ষণৰ লগত মিলাই চাই এটা সিদ্ধান্তত উপনীত হোৱাটো তেনেই সহজ কথাও নহয়। আনহাতে উপৰূপকসমূহ শাস্ত্ৰীয় স্বীকৃতি প্ৰাপ্ত বস্তু হ'লেও সেইবিলাকে লোকনাট্যৰ স্বভাৱ বহুপৰিমাণে ভিতৰুৱাকৈ সংৰক্ষণ কৰি থকাটো অসম্ভৱ নহয়। এইবিষয়ৰ বিস্তৃত আলোচনা গৱেষণাধৰ্মী এখন স্বতন্ত্ৰ গ্ৰন্থৰ বিষয় হৈ পৰে। এই প্ৰসংগত শংকৰদেৱৰ নাটকৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰাৰ সম্ভাৱনা থকা সমকালীন আৰু সামান্য পূৰ্ব্বকালীন কেইবিধমান ভাৰতীয় লোকনাট্যৰ বিষয়েহে পাঠকসকলৰ দৃষ্টি আকৰ্ষণ কৰিব খোজা হৈছে।

ভাৰতবৰ্ষৰ বিভিন্ন ক্ষেত্ৰত বিবিধ শ্ৰেণীৰ লোকনাট্যৰ প্ৰচলন আছে। অংকীয়া নাটৰ দুই-এটা লক্ষণ সেই বিলাকৰ লগত মিলিলেও সেইবিলাকৰ

অধিকাংশই শংকৰদেৱৰ পাছৰ যুগত গঢ়লোৱা কাৰণে সেইবিলাকৰ প্ৰভাৱ শংকৰ-দেৱৰ ওপৰত থাকিব নোৱাৰে ; কিন্তু কিছুমান লোকনাট্য শংকৰদেৱৰ সমকালীন হ'লেও সেই বিলাকৰ সামাজিক পটভূমি শংকৰদেৱতকৈ পুৰণি হ'ব পাৰে আৰু তেনে পটভূমিত অবিকশিত ৰূপে থকা লোকনাট্যকো শংকৰদেৱে নিজৰ বিচাৰ ক্ষেত্ৰলৈ আনিব পাৰে। গুজৰাতৰ ভৱাই, মহাৰাষ্ট্ৰৰ ললিত আৰু বৃন্দাবনৰ ৰাস-লীলা এই স্তৰৰ লোকনাট্য। অন্ধ্ৰৰ যক্ষগানৰ ক্ষেত্ৰতো এই কথা খাটে। কেৰলৰ 'কথাকলিৰ' প্ৰচলিত ৰূপ খ্ৰী° ১৭ শতিকাৰ শেষভাগত গঢ় লোৱা যদিও তাৰ পটভূমি ১৩ শতিকাৰ পৰাই গঢ় লৈ আহিছিল। অপভ্ৰংশ যুগৰে পৰা সাহিত্য সৃষ্টি হোৱা গুজৰাতৰ 'ৰাসো' বা 'ৰাসক'ৰ লগত বৃন্দাবনৰ ৰাসলীলাৰ সম্পৰ্ক আছে।

তাঞ্জোৰ ( তমিলনাদুৰ) অঞ্চলৰ ভাগৱতমেল, মিথিলাৰ বিদাপত, কীৰ্ত-নীয়া আৰু বংগৰ যাত্ৰা এইবিলাকতকৈ পুৰণি বস্তু। যক্ষগানৰ পৰম্পৰাও পুৰণি; কিন্তু তাৰ বাবে লিখিত নাট্যৰূপ 'সুগ্ৰীৱবিজয়' (লেখক কন্দুকুৰু ৰুদ্ৰকৱি) খ্ৰীঃ ১৬ শতিকাৰ আগৰ ব্যাপ্তি নহয় , তমিল আৰু কন্নড়ৰ ভাষা-ক্ষেত্ৰতো অনেক যক্ষগান ৰচিত হৈছিল। এই শ্ৰেণীৰ সকলো লোক-নাট্যৰ লগত অংকীয়া নাটৰ তুলনা কৰি চোৱাটো এই প্ৰসংগত আমাৰ মুখ্য আলোচ্য বিষয় নহয়। আনহাতে শংকৰ-দেৱতকৈ পুৰণি আৰু একে আদৰ্শৰ হ'লেও সেইবিলাকৰ প্ৰভাৱ শংকৰদেৱৰ ওপৰত কি পৰিমাণে পৰিছে, সেই কথাও নিশ্চত ভাবে ক'ব নোৱাৰি। এনে-স্থলত অংকীয়া নাটৰ ভাৰতীয় পটভূমি সম্বন্ধে এটি সামান্য পৰিচয় দাঙি ধৰিবৰ কাৰণেহে তলত কেইবিধমান লোকনাট্যৰ অতি সংক্ষিপ্ত বিবৰণ দিয়া হৈছে ; কিন্তু অংকীয়া নাটৰ লগত সাদৃশ্য নথকা দিশবোৰ এনে বিবৰণৰ পৰা বাদ দিয়া হৈছে।

**ৰাস ঃ—** গুজৰাত আৰু সৌৰাষ্ট্ৰৰ গোপ-জীৱনৰ লগত জড়িত গীতাত্মক অভিনয়। 'ৰাসো' সাহিত্যৰ পৰাই ইয়াৰ বিকাশসাধন হৈছে। ৰাসো বৰ্ণনা প্ৰধান ধৰ্মীয় সাহিত্য আছিল। প্ৰথমতে ৰাসো সাহিত্যতো গেয় তত্ত্ব আছিল। পাছত ৰাসো কাহিনী প্ৰধান হৈ আহিল আৰু তেতিয়া গীতাত্মক সৰু সৰু পদ্য ৰচনাৰে 'ৰাস'ৰ সৃষ্টি কৰা হ'ল। বৈয়াকৰণিক হেমচন্দ্ৰৰ মতে 'হল্লীসক' আৰু 'ৰাসক' একেটাই। ই গোপসকলৰ এবিধ ক্ৰীড়া। লাস্যনৃত্য-প্ৰধান এই ৰাসত গান, বাদ্য আৰু নৃত্যৰ সমন্বয় হৈছে। খ্ৰীঃ ১৫ শতিকাৰ প্ৰথম ভাগত জন্ম লাভ কৰা প্ৰসিদ্ধ ভক্ত নৰসীমেহতাৰ সময়ত এই ৰাস প্ৰচলিত আছিল। সেই সময়ৰ গুজৰাত আৰু

সৌৰাষ্ট্ৰৰ গীত-নৃত্যাত্মক সাহিত্যৰ ভিতৰত গৰবা আৰু গৰবীও উল্লেখযোগ্য। নৰসী মেহতা, মীৰাবাঈ, ভালণ প্ৰভৃতি কৱিসকলেও গৰবী ৰচনা কৰিছিল। অসাধাৰণ ঘটনাৰ বিশেষ বৰ্ণনবোৰ ৰাসত কৰা হৈছিল। বাহ্য দৃশ্যৰ বৰ্ণনাই গৰবাত ঠাই পাইছিল; অন্তৰৰ ভাৱ প্ৰকাশকৰিবলৈ গৰবী ৰচনা কৰা হৈছিল। দেশী ৰাগত ৰচনা কৰা গৰবীসমূহ কলা আৰু কোমলতা-প্ৰধান গীত।

ব্ৰজভূমিৰ ৰাসলীলাৰ পৰম্পৰা যথেষ্ট প্ৰাচীন হ'লেও ইয়াৰ প্ৰচলিত আৰু বিকসিত ৰূপটো খ্ৰীঃ ১৬ শতিকাৰ সূৰদাস প্ৰভৃতি কৃষ্ণভক্ত কৱিসকলৰ কাব্য-কৃতিৰ আগতে গঢ় লোৱা নাছিল। এই ৰাসৰ অভিনেতাসকলক ৰাসধাৰী বোলা হয়। অভিনয়ৰ পৃষ্ঠভূমিত এখন পৰ্দা থাকে; তাক 'পিছৱঈ' বোলে। গায়ক আৰু বাদকো ৰংগস্থলীতেই থাকে। এই লীলা হাস্যমিশ্ৰিত শৃংগাৰ-প্ৰধান। অভিনয়পক্ষটো গৌণ সংৱাদ-প্ৰধান এই লীলাৰ আৰম্ভণি আৰু সামৰণিত ৰাধা-কৃষ্ণৰ আৰতী কৰা হয়।

প্ৰায় ৫০০ বছৰ প্ৰাচীন গুজৰাতী 'ভৱাঈ' ধৰ্মৰ লগত জড়িত অনুষ্ঠান। ইয়াত প্ৰথমতে দেৱীৰ পূজা হয়। তাৰ পাছত গণেশ আৰু আন ভাৱৰীয়া ওলায়। তিৰোতাৰ ভাও (ৱেশ) পুৰুষে দিয়ে। মহাৰাষ্ট্ৰৰ মধ্যকালীন অভিনয় ললিততো গণপতিৰ গুৰুত্ব দেখা যায়।

**ভাগৱত মেলঃ—** খ্ৰীঃ ১১ শতিকমানৰ পৰা প্ৰচলিত ভাগৱত মেলৰ বিষয়বস্তু ধৰ্মসম্বন্ধীয় আৰু ইয়াৰ অভিনয়ো মন্দিৰৰ সমুখতে হয়। তদুপৰি পুৰুষেহে এই শ্ৰেণীৰ অভিনয়ত অংশ গ্ৰহণ কৰে। মুখ্য পাত্ৰৰ অভিনয় বিশেষ পৰিয়ালৰ লোকেহে কৰিব পাৰে। সেইবাবে পুৰুষানুক্ৰমিক ভাৱৰীয়াৰ পৰম্পৰা চলি আছে। লয়াত্মকতা এই শ্ৰেণীৰ অভিনয়ৰ মুখ্য বৈশিষ্ট্য। নৃত্য, অভিনয় আৰু সাজ পাৰ-বেশভূষাৰ ক্ষেত্ৰত ই কথকলিৰ লগত কিছু মিলে। বাঁহী, ভায়লিন আৰু মৃদংগ ইয়াৰ প্ৰধান বাদ্য। ধৰ্মজীৱী ভাগৱত-ব্ৰাহ্মণ আচাৰ্যসকলে এই নাট্য অভিনয় আৰম্ভ কৰিছিল কাৰণেই ইয়াৰ নাম ভাগৱতমেল, বিধিনাটকম্ বা বিধি ভাগৱতমেল হ'বলৈ পালে।

**কথকলিৰ পটভূমিঃ—** দেৱ-দেৱীৰ পূজা-উপাসনা আৰু ব্ৰত-উপৱাসৰ লগত প্ৰাচীন কেৰলৰ কলাৰ যি সম্পৰ্ক সিয়েই ক্ৰমবিকাশৰ পথেদি আগ বাঢ়ি পাছলৈ এক প্ৰকাৰৰ ধৰ্মীয় কলাৰ সৃষ্টি কৰিলে। প্ৰথমতে কালী গোসানীৰ বাবে কৰা পূজাত কালীৰ শত্ৰু দাৰুক বধৰ কথাৰে 'দাৰুকবধ' অভিনয় কৰিছিল। ইয়াৰ পাছত উত্তৰ ভাৰতৰ পৰা যথেষ্ট সংখ্যক লোক যোৱাৰ ফলত 'কুটিয়াট্টম' নামৰ অভিনয়-প্ৰথাত সংস্কৃত নাটকৰ প্ৰভাৱ পৰিবলৈ ধৰিলে। লগতে সাত্বিক

অভিনয়ৰ লক্ষণো বাঢ়ি আহিল। তথাপি খ্ৰী° ১২ শতিকাপৰ্যন্ত গাঁৱৰ সৰু সৰু মন্দিৰত 'দাৰুকবধ' চলি আছিল। তাৰ পাছত ১৩ শতিকাৰ পৰা জয়দেৱৰ গীত-গোবিন্দৰ প্ৰভাৱে কেৰলত নতুন এটা যুগৰ সৃষ্টি কৰিলে। ১৭ শতিকাৰ শেষ ভাগত সংস্কৃত ভাষাত ৰচিত 'কৃষ্ণগীতি' নামৰ কাব্যৰ কথাৰে অভিনয় কৰা হ'ল। ইয়াৰ নাম হ'ল 'কৃষ্ণনাট্টম'। পাছলৈ 'কৃষ্ণনাট্টম'ৰ কিছু শুধৰণি হ'ল আৰু কৃষ্ণনাট্টমৰ পৰিবৰ্তে 'ৰামনাট্টম'ৰ প্ৰচলন হ'বলৈ ধৰিলে। ইয়াত কৃষ্ণনাট্টমৰ কেৱল সংস্কৃত শ্লোকৰ পৰিবৰ্তে শ্লোক আৰু গীত উভয়কে গোৱাৰ ব্যৱস্থা কৰা হ'ল। কথকলি এই ৰামনাট্টমৰহে পৰিবৰ্তিত ৰূপ। মন কৰিব লগীয়া যে-এই দুয়োটাই ৰাজকীয় পৃষ্ঠপোষকতা লাভ কৰিছিল। লগতে লোকনাট্যৰ স্তৰৰ পৰা শাস্ত্ৰীয় আহি গ্ৰহণ কৰি এক বিশিষ্ট নাট্যকলা ৰূপে স্বীকৃতি লাভ কৰিবলৈ সমৰ্থ হৈছিল। ইয়াত সাত্ত্বিক অভিনয়ৰ অংশ যথেষ্ট পৰিমাণে দেখা যায়।

নাটক ৰসাশ্ৰয়ী কাব্য; কিন্তু কথকলি ভাষাশ্ৰয়ী। নাটক পণ্ডিত বা অভিজ্ঞজনৰ বাবে; কিন্তু কথকলি বিভিন্নৰুচিৰ লোকৰ বাবে। কথকলিত ৰস-পূৰ্ণ ঘটনাসমূহো ৰসাভাসৰ স্তৰত বৈ যোৱা দেখা যায়। নাটক আৰু কথকলিৰ মাজত থকা এই পাৰ্থক্যই নাটক আৰু অংকীয়া নাটকৰ পাৰ্থক্যলৈ মনত পেলায়। অংকীয়ানাট আৰু কথকলি উভয়তে সংস্কৃত নাটকৰ ক্ষেত্ৰত থকা দূৰাহ্বান, যুদ্ধ, বধ ভোজন, ৰতি আদিৰ নিষেধ মানি লোৱা নাই। ভাওনাৰ নাটৰ দৰেই বধ নথকা কথকলি বৰ কম।

**যাত্ৰাঃ—** বড়ু চণ্ডীদাসৰ শ্ৰীকৃষ্ণকীৰ্তনক যাত্ৰাধৰ্মী কাব্য বুলি ধৰা হয়। গীতাত্মক সংলাপৰ সহায়েৰে ইয়াত কথাবস্তু আগবাঢ়ি যায়। মাজে মাজে কৱিয়ে সূত্ৰধাৰৰ ভূমিকা লৈ সংস্কৃত শ্লোকেৰে অৱস্থাৰ বৰ্ণনা দাঙি ধৰে। মূলতঃ ইয়াত অভিনয়ৰ অংশ অতি ক্ষীণ। ইয়াৰ ৰচনা-কাল খ্ৰী° ১৫/১৬ শতিকা মান বুলি ধৰা হয়। বৃন্দাবনদাসৰ 'চৈতন্যভাগৱত'ত চৈতন্যদেৱৰ সময়ত 'অংকবন্ধন'ত নাট প্ৰবৰ্তন কৰা আৰু চৈতন্যদেৱে তাত লক্ষ্মী তথা ৰুক্মিণীৰ ভাও দিয়া কথা আছে; কিন্তু এই শ্ৰেণীৰ অভিনয়ৰ কাৰণে ৰচিত নাটক পোৱা নাযায়। সম্ভৱতঃ কোনোবা পৰ্ব বা উৎসৱৰ সময়ত আৰু তীৰ্থযাত্ৰাৰ সময়ত ভক্তসকলে গোৱা কাহিনীপ্ৰধান গীতত থকা সংলাপ আৰু তাৰ আনুসংগিক অংগ-ভংগিমাৰ মিশ্ৰণত কিছু নাটকীয়তা প্ৰকাশ পাইছিল। কৃষ্ণলীলাকে প্ৰধান সম্বল ৰূপে লৈ ভক্তি-আন্দোলন গঢ় দিয়া বংগদেশীয় পৰৱৰ্তী ভক্তসকলে ইয়াকে পাছত যাত্ৰা-নাটকৰ স্তৰলৈ তুলিলে। খ্ৰীঃ ১৮ শতিকাত 'বিদ্যাসুন্দৰ যাত্ৰা' নামৰ প্ৰথম যাত্ৰা নাটক ৰচনা কৰা হয়। সংগীত-

প্ৰধান এই শ্ৰেণীৰ নাটক মৃদংগ (খোল) সহিত সামূহিক ভাৱে গোৱা গীতৰ ওপৰত অধিক নিৰ্ভৰশীল। এই অভিনয়ো মুকলি মঞ্চত হয়।

পঞ্চৰাত্ৰৰ সাধনমাৰ্গত ইষ্ট দেৱতাৰ বিগ্ৰহ লৈ শোভাযাত্ৰা কৰা বিধান আছে। ৰথযাত্ৰা, ৰাসযাত্ৰা, ঝুলনযাত্ৰা আৰু ফল্গু-যাত্ৰা আদি যাত্ৰা-উৎসৱ তাৰেই বিকশিত ৰূপ। নাট্যৰূপ তাৰ পাছৰ বিকসিত স্তৰ।

**কীৰ্তনীয়া ঃ—** মিথিলাৰ ধৰ্মীয় গীত-নাট্য কীৰ্তনীয়াই দৰভংগাৰ ৰাজকীয় পৃষ্ঠপোষকতা লাভ কৰিছিল। ইয়াত কৃষ্ণ আৰু শিৱসম্বন্ধীয় লীলাই কথাবস্তু ৰূপে ঠাই পাইছিল। গীতৰ প্ৰথম শাৰীক 'ধুৱ' বোলা হৈছিল। দৈত্যাৰি ঠাকুৰ-কৃত 'শংকৰ-মাধৱচৰিত'ত (৫৩/৫০) থকা 'কীৰ্তনীয়া দল' মিথিলাৰ কীৰ্তনীয়াতকৈ সম্ভৱতঃ পৃথক্ আছিল। তান্তীকুছিৰ এই কীৰ্তনীয়া ব্যৱস্থাত ওজা-পালিৰ পদ্ধতিহে আছিল; কিন্তু এই ওজা-পালি সুকবি নাৰায়ণৰ ৰচনা মনসাগীতৰ ওজাপালিৰ পূৰ্বৰ ওজা-পালি। মাধৱদেৱৰ জীৱন-কালতে সুকবিনাৰায়ণৰ ওজা-পালিগীত কামৰূপত প্ৰচলিত হোৱা নাছিল। মনকৰ আৰু দুৰ্গাবৰৰ গীত অৱশ্যে সেই সময়ত প্ৰচলিত হ'ব পাৰে। তদুপৰি মনসাবিষয়ক গীত নহ'লেও অন্য পৌৰাণিক কথাবস্তুৰ গীত ওজা-পালি পদ্ধতিৰে গোৱাটো অসম্ভৱ নহয়। লগতে এনে গীতত সামান্য ভাবে হ'লেও নাটকীয় অংগ-ভংগি কিছু থাকিব পাৰে। ব্যাহগোৱাও এনে এটা শ্ৰেণীৰ কীৰ্তনীয়া হ'ব পাৰে। অংকীয়ানাটত এই স্তৰৰ কীৰ্তনীয়াৰ প্ৰভাৱ থকা যেন মনে নধৰে। কিয়নো অংকীয়া নাট নাট্যকলাৰ দৃষ্টিত কীৰ্তনীয়াতকৈ বহুত আগবঢ়া স্তৰৰ বস্তু।

**মিথিলাৰ নাট্যপৰম্পৰা ঃ—** খ্ৰী° ১৪ শতিকাৰ পৰা মিথিলাত এটা নাট্যপৰম্পৰা আৰম্ভ হৈছিল। জ্যোতিৰীশ্বৰ কৱিশেখৰ, বিদ্যাপতি আৰু উমাপতি উপাধ্যায়ৰ যথাক্ৰমে ধূৰ্তসমাগম, গোৰক্ষবিজয় আৰু পাৰিজাতহৰণ প্ৰাক্শংকৰী যুগৰ নাটক। 'ধূৰ্তসমাগম'ত সংস্কৃত আৰু প্ৰাকৃত ভাষাৰ লগতে মৈথিলী ভাষাৰ গীতে ঠাই পাইছে। গোৰক্ষবিজয়তো বহু সংখ্যক মৈথিলীগীত দিয়া হৈছে। পাৰিজাতহৰণৰ গীতবোৰো মৈথিলী ভাষাৰ। ১৭ শতিকামানৰ পৰা কেৱল মৈথিলী ভাষাতেই সম্পূৰ্ণ নাটক ৰচনা কৰা হ'ল। এইবোৰ নাটতো সংলাপতকৈ গীতৰ প্ৰাধান্য দেখা যায়। এইদৰে সংস্কৃত নাটকৰ শাস্ত্ৰীয় পৰম্পৰাৰ পৰিবৰ্তন ঘটি লোক-নাট্য গঢ়লোৱাত সহায় কৰিলে। মিথিলাৰ পৰা এই আদৰ্শ নেপাললৈকো গ'ল। নেৱাৰী আৰু মৈথিলীভাষাৰ গীত থকা এই শ্ৰেণীৰ বহুত নাটক নেপালৰ ৰাজকীয় গ্ৰন্থাগাৰত আছে বুলি জনা যায়।

প্ৰাক্‌শংকৰী যুগৰ মৈথিলীনাটক 'ধূৰ্তসমাগম' আৰু 'গোৰক্ষ-বিজয়' উভয়ৰে বিষয়-বস্তু পৌৰাণিক নহয়। 'পাৰিজাত হৰণ'ৰ কথাবস্তু মূলতে পৌৰাণিক হ'লেও তাৰ উদ্দেশ্যটো ধৰ্মীয় আদৰ্শ-প্ৰধান নহয়। স্বৰ্গৰ পৰা পাৰিজাত আনি সত্যভামাক দিয়াৰ পাছত অৰ্থাৎ নাটকৰ সমাপ্তিৰ সময়ত নাৰদে মুখৰ কথাত হ'লেও শ্ৰীকৃষ্ণক সত্যভামাৰ পৰা দান ৰূপে লৈ হ্যালোৱা কৰা প্ৰসংগই ঠাই পাইছে। আনহাতে নাটকখনৰ প্ৰথমগীততে মহিষমৰ্দিনী দেৱীৰ স্তুতিহে কৰা হৈছে। গতিকে কথা-বস্তু বৈষ্ণৱপুৰাণৰ পৰা গ্ৰহণ কৰিলেও নাট্যকাৰৰ উদ্দেশ্যটোত বৈষ্ণৱ আদৰ্শ ৰক্ষা কৰা হোৱা নাই। মৈথিলী ভাষাৰ গীতেও নাটকখনত কেৱল মিথিলাৰ সাধাৰণ শ্ৰেণীৰ লোকৰ মনোৰঞ্জনৰ ফালে চকু ৰখা বুলিহে বুজায়। এইদৰে বিচাৰ কৰি চালে দেখা যায় যে—শংকৰদেৱৰ পাৰিজাতহৰণ নাট আৰু উমাপতিৰ পাৰিজাতহৰণ নাটকৰ মাজত উদ্দেশ্য আৰু ৰচনা-ৰীতি সম্বন্ধীয় পাৰ্থক্য বহুত আছে। দুয়োখন নাটকৰ তুলনাত্মক অধ্যয়ন নকৰা লোকে এই সম্বন্ধে স্পষ্ট ধাৰণা কৰিব নোৱাৰে। এনেস্থলত শংকৰদেৱৰ অংকীয়া নাটৰ ওপৰত আদৰ্শগত আৰু ৰচনাকৌশল সম্বন্ধীয় পোনপটীয়া প্ৰভাৱ মৈথিলী নাটকৰো অতি সামান্যহে হোৱা সম্ভৱ।

'**বিদাপত**' নামে পৰিচিত আন এবিধ মৈথিলী লোকনাট্যৰ লগতো অসমৰ অংকীয়া নাটৰ কিছু সাদৃশ্য আছে। 'বিদাপত' শব্দটো বিদ্যাপতিৰ অপভ্ৰংশ ৰূপ। বিদ্যাপতি-ৰচিত নাটকৰ অভিনয় প্ৰথমতে হৈছিল কাৰণেই এই নাট্য-পৰম্পৰা বিদাপত নামে জনাজাত হ'ল। এই শ্ৰেণীৰ নাটৰ আৰম্ভণিতে থকা দেৱীবন্দনাটো বিদ্যাপতি ৰচিত হোৱাৰ প্ৰথা এতিয়াও আছে। ইয়াৰ অভিনয়-স্থানক ৰংগস্থলী বুলি কোৱা হয়। নাট প্ৰদৰ্শনৰ আগতে ভগৱানৰ নৃত্যলীলা মংগলপ্ৰদ বুলি ধৰা হয়। লঘু আনন্দদায়ক বিদূষকৰ স্থান এই শ্ৰেণীৰ লোকনাট্যত চকুত লগা বিধৰ।

**সংগীতক-পৰম্পৰা** :— বিদ্যাপতিয়ে 'গোৰক্ষ-বিজয়'ক সংগীতক বুলিছে। খ্ৰী° ৪।৫ শতিকামানতকৈ আগৰে 'সংগীতক'ৰ উল্লেখ প্ৰাচীন সংস্কৃত সাহিত্যত পোৱা যায়। ৭ম শতিকাৰ কাদম্বৰীতো সংগীতকৰ উল্লেখ আছে। কালিদাসৰ মালৱিকাগ্নিমিত্ৰ প্ৰভৃতিতো এনে উল্লেখ পোৱা যায়। খ্ৰী° ১৫ শতিকাত ৰচনা কৰা 'সংগীত দামোদৰ'ত শুভংকৰে 'সংগীতক'ৰ লক্ষণ পৰ্যন্ত দিছে। সেই-মতে— তালৱাদ্যানুগং গীতং নটীভিৰ্যত্ৰ গীয়তে।

নৃত্যস্যানুগতংৰংগে তৎ সংগীতকমুচ্যতে ॥

ড° কৃষ্ণনাৰায়ণপ্ৰসাদ 'মাগধ'জীয়ে উমাপতি ওজাৰ ৰচনা পাৰিজাতহৰণ, মাধৱদেৱৰ অৰ্জুন ভঞ্জন, দ্বিজভূষণৰ অজামিল-উপাখ্যান আৰু গোপাল আতাৰ

জন্মযাত্ৰা আদিও সংগীতক পৰম্পৰাৰ সময়ানুকূল বিকশিত ৰূপ বুলি কৈছে ।+ সেইমতে মৈথিলী ভাষাৰ গোৰক্ষবিজয়, পাৰিজাতহৰণ প্ৰভৃতি আৰু অসমৰ অংকীয়া নাট উভয় শ্ৰেণীৰে মূল উৎস সংগীতক । এই কাৰণেই এই দুই শ্ৰেণীৰ নাটকৰ মাজত অনেক সাদৃশ্য দেখা যায় । সাদৃশ্যৰ কাৰণ শংকৰদেৱৰ ওপৰত উমাপতি আৰু বিদ্যাপতিৰ প্ৰভাৱ নহয় ।

শংকৰদেৱৰ নাটসমূহক তিনিটা শ্ৰেণীত ভাগ কৰিব পাৰি । পাৰিজাত-হৰণ, ৰুক্মিণীহৰণ আৰু ৰামবিজয়ক কথাবস্তুৰ দৃষ্টিত পূৰ্ণাংগ পৰ্যায়ৰ নাট বুলিব পাৰি । ৰাস বা কেলিগোপাল আৰু কালিদমন দ্বিতীয় পৰ্যায়ৰ নাট ; কিন্তু 'পত্নী-প্ৰসাদ' মাধৱদেৱৰ সবু নাটবোৰৰ জোখৰহে বস্তু । মাধৱদেৱৰ অৰ্জুনভঞ্জন বা দধিমথন শংকৰদেৱৰ কেলিগোপালৰ স্তৰৰ নাট । শংকৰদেৱৰ পৰৱৰ্তী মাধৱদেৱ, ৰামচৰণ ঠাকুৰ, দৈত্যাৰি ঠাকুৰ আৰু গোপাল আতাৰ নাটসমূহ পাৰিজাত হৰণ, ৰামবিজয় ৰুক্মিণীহৰণৰ জোখৰ নাট নহয় । গতিকে দ্বিতীয় আৰু তৃতীয় স্তৰৰ অংকীয়া নাট-বোৰ সংগীতকৰ আহিত গঢ় ল'লেও শংকৰদেৱৰ প্ৰথম স্তৰৰ নাট তিনিখনে বাকীবোৰতকৈ বহু পৰিমাণে এটা বিকশিত ৰূপ লাভ কৰিছে । সেইবাবে এই শ্ৰেণীৰ নাটক সংগীতকৰ স্তৰৰ পৰা ওপৰলৈ উঠাৰ ক্ৰমটো এনেদৰে হ'ব পাৰে । (১) ৰাজকীয় পৃষ্ঠপোষকতাত ৰাজভৱন বা তেনে কোনো ঠাইত থকা গীত-নৃত্য আৰু লঘু অভিনয়ৰ ব্যৱস্থা (২) ৰাজভৱন আৰু ৰাজকীয় প্ৰভাৱৰ পৰা মুক্ত লোকনাট্য বা ধৰ্মীয় নাট্যৰ স্তৰলৈ ৰূপান্তৰিত হোৱা অৱস্থা । এই দৃষ্টিত পত্নীপ্ৰসাদ আৰু তাতকৈ বিকশিত কালিদমন তথা কেলিগোপাল নাটকক এই দ্বিতীয় স্তৰৰ সংগীতক বুলিব পাৰি (৩) ইয়াৰ পাছত বিবিধ শাস্ত্ৰীয় আৰু লোকনাট্যৰ উপাদান গ্ৰহণ কৰি শংকৰদেৱে ৰুক্মিণীহৰণ, ৰামবিজয় আৰু পাৰিজাতহৰণ নাট ৰচনা কৰা সম্ভৱ ।

অংকীয়া নাট নৃত্য আৰু গীত প্ৰধান হ'লেও কথোপকথন আৰু সূত্ৰধাৰৰ উক্তিসমূহত ব্ৰজাৱলী গদ্যৰ প্ৰয়োগ এটা চকুত লগা কথা । এই ব্ৰজাৱলী গদ্যই পাছৰ অসমীয়া গদ্যৰ বাবে পথপ্ৰদৰ্শন কৰিলে । বৰগীতৰ বাহিৰেও নাটৰ গীত, সংলাপ আৰু ভটিমাত ব্যৱহৃত ব্ৰজাৱলী ভাষা-শৈলীৰ সম্বন্ধে পাছত আলোচনা কৰা হৈছে ।

---

+ এই সম্বন্ধে ড° প্ৰসাদে 'শংকৰদেৱ ঃ সাহিত্যকাৰ আৰু বিচাৰক' গ্ৰন্থত বিস্তৃত ভাৱে আলোচনা কৰিছে । এই প্ৰসংগত সেই আলোচনাৰ সাৰাংশ মাত্ৰ দাঙি ধৰা হৈছে ।

শংকৰদেৱৰ অংকীয়া নাটৰ আন এটা বৈশিষ্ট্য মুখাৰ প্ৰচলনতো দেখা যায়। অন্যান্য শাস্ত্ৰীয় আৰু লোকনাট্যত এনে ধৰণৰ মুখা প্ৰচলন ক'ত ক'ত আছে, সেই বিষয়ে কিছু বিচাৰ কৰা আৱশ্যক। বিহাৰ, বংগ আৰু উৰিষ্যা ৰাজ্যৰ সংযোগ স্থলত থকা ময়ুৰভঞ্জ, পুৰুলিয়া চৰাইকিল্লা অঞ্চলত ৰামকথাৰ অভিনয় কৰোঁতে মুখা পিন্ধা প্ৰথা আছে। ব্ৰহ্মপুত্ৰ উপত্যকাৰ একেবাৰে পূৰ্বাঞ্চলত (বৰ্তমান অৰুণাচলত) থকা খামতিসকলৰ মাজত প্ৰচলিত বৌদ্ধজাতকৰ লোক-নাট্যতো মুখাৰ ব্যৱহাৰ দেখা যায়। শংকৰদেৱৰ সম্পৰ্ক অৰুণাচলৰ এই অঞ্চল-টোৰ লগত ঘটা নাছিল। আনহাতে উৰিষ্যা-বিহাৰ আৰু বংগৰ লগত তীৰ্থভ্ৰমণ, কালত সম্পৰ্ক স্থাপন হ'ব পাৰে। গতিকে বৌদ্ধজাতকৰ কাহিনীৰ লগত জড়িত মুখাতকৈ ৰামকথাৰ লগত জড়িত মুখাৰ প্ৰভাৱ শংকৰদেৱৰ ওপৰত পৰাৰ সম্ভা-ৱনা বেছি। আনহাতে খ্ৰী° ১৮ শতিকামানতহে খামতিসকল উত্তৰ ব্ৰহ্মৰ পৰা আহি বৰ্তমানৰ অৰুণাচলত সোমাইছিল।

ভাৰতবৰ্ষৰ বাহিৰত উত্তৰে তিব্বত, দক্ষিণে লংকা আৰু সুদূৰ দক্ষিণ-পূবৰ যৱদ্বীপ, বালি দ্বীপ আৰু কম্বোডিয়া উপদ্বীপত হোৱা ৰামায়ণ-মহাভাৰতৰ অভিনয়বোৰতো মুখাৰ প্ৰচলন যথেষ্ট দেখা যায়। ৰামায়ণ-মহাভাৰতৰ কাহিনী ভাৰতৰ পৰা দক্ষিণ পূব এচিয়ালৈ যোৱাৰ লগতে ছোটনাগপুৰৰ (ওপৰত উল্লেখ কৰা ময়ুৰভঞ্জ আদি) পূৰ্বাঞ্চলৰ পৰা মুখাৰ প্ৰচলনো যাব পাৰে; কিন্তু দক্ষিণ পূব এচিয়াৰ পৰা ছোটনাগপুৰলৈ মুখাৰ আহি অহাৰ সম্ভাৱনা বৰ কম। নাইবা তিব্বত, ছোটনাগপুৰ, লংকা, আৰু দক্ষিণপূবএচিয়া সকলোতেই মুখাৰ প্ৰচলন তথা উৎপত্তি স্বতন্ত্ৰভাবে হৈছিল; কিন্তু মুখাৰ প্ৰচলন থকা এই সকলো ঠাইতে বৌদ্ধধৰ্মৰ প্ৰচলন থকালৈ চাই তিব্বত, লংকা, দক্ষিণপূব এচিয়া আৰু খামতিসকলৰ বৌদ্ধজাতকৰ লগত জড়িত হৈ পৰা মুখা-প্ৰথাৰ মূল ছোটনাগপুৰৰ মুখা প্ৰথাও হ'ব পাৰে। বৌদ্ধধৰ্মৰ উৎপত্তি আৰু কেন্দ্ৰস্থল দক্ষিণ বিহাৰ ছোটনাগপুৰৰ গাত গা লাগি থকা অঞ্চল।

মুখাই অভিনয়ত স্থূল চমৎকাৰৰ উদ্দেশ্য সিদ্ধি কৰিব পাৰিলেও, উচ্চ স্তৰৰ শাস্ত্ৰীয় অভিনয়ৰ সাত্ত্বিক অংশটোত বাধা সৃষ্টি কৰে। সেইবাবে মুখ ঢকা মুখাৰ ব্যৱহাৰে উন্নত স্তৰৰ নাট্যকলাত বেছি সমাদৰ লাভ কৰিব নোৱাৰিলে। অংকীয়া নাটৰ ভাওনাতো সাত্ত্বিক অভিনয়ৰ ওপৰত বেছি গুৰুত্ব আৰোপ কৰা যেন দেখা নাযায়। সেইবাবে ভাওনাৰ কিছুমান ক্ষেত্ৰত মুখাৰ প্ৰচলন এতিয়াও আছে।

**অংকীয়া নাটৰ বৈশিষ্ট্য ঃ—** কলাৰ ফালৰ পৰা অংকীয়া নাটৰ কলা লোকনাট্য আৰু শাস্ত্ৰীয় নাট্যৰ সমন্বয়াত্মক 'ধৰ্মীয় কলা'ৰ শ্ৰেণীৰ বস্তু। কলাৰ স্বৰূপ গভীৰ উপলব্ধিৰ আনন্দতহে প্ৰকট হৈ উঠে। এই আনন্দকে ৰস বুলিও কয়। এনে ধৰণৰ আনন্দ বা ৰসবোধ শান্তিৰ সক্ৰিয় পৰিণতিটোৰ নাম। আনন্দটোক শান্তিৰ এটা সবল অৱস্থা বুলিও ক'ব পাৰি। শান্তিপূৰ্ণ পৰিৱেশৰ অভাৱত আনন্দৰ ফুল ফুলিব নোৱাৰে। শান্তিযুক্ত বা শান্তিপূৰ্ণ অৰ্থতেই 'শান্ত' বিশেষণ শব্দৰ প্ৰয়োগ হয়। গতিকে 'শান্তৰস'ৰ অৰ্থ হ'ল— শান্তিপূৰ্ণ অৱস্থাত লাভ কৰা আনন্দ। এই আনন্দটোৰ ব্যাপ্তি আৰু গভীৰতা ব্যক্তিভেদে বহুত কম-বেছি হ'ব পাৰে। স্থিৰ নিগুৰ্ণ পৰম সত্যৰ উপলব্ধিও বা ব্ৰহ্মানন্দও ইয়াৰ সীমাৰ ভিতৰলৈ আহিব পাৰে। সেই বাবে শৃংগাৰ, বীৰ, অদ্ভুত প্ৰভৃতি চিত্তৰ চঞ্চলতাৰ ওপৰত নিৰ্ভৰশীল সকলো ৰসকে ধৰ্মীয় নাট্যকলাত শান্তৰসৰ সহায়ক ৰূপেহে গ্ৰহণ কৰা হৈছে।

অংকীয়া নাটৰ শ্লোক, সংলাপ, গীত, নৃত্য আৰু নৃত্তৰ উপৰিও সূত্ৰধাৰৰ উক্তিসমূহে পাৰস্পৰিক সহযোগিতাৰে শান্তৰসৰ পৰিৱেশ সৃষ্টি কৰে। প্ৰকৃততে অংকীয়া নাটত অভিনয় অংশ বৰ কম। যোৱা, যুদ্ধ কৰা, হহাঁ, কন্দা আদি সকলো অভিনয়যোগ্য কাৰ্যও 'তাললয়াশ্ৰয়' নৃত্যৰ যোগেদিহে প্ৰদৰ্শন কৰা হয়। ভাৱাশ্ৰিত অংগভংগিমা (মুদ্ৰা) যুক্ত নৃত্যৰ পৰিমাণো অংকীয়া নাটত বৰ কম। মুঠতে অন্যান্য ৰসপুষ্ট নাটকৰ কাৰণে যিবোৰ ব্যৱস্থাৰ ওপৰত অধিক গুৰুত্ব দিয়াৰ প্ৰয়োজন হয়, অংকীয়া নাটত সেইবিলাকৰ ওপৰত অধিক গুৰুত্ব দিয়া নহয়। শান্তৰস বুদ্ধিবিমুখ আৰু অব্যাৱহাৰিক বোধ নহয়। ইয়াত কলামোদীয়ে আত্মবিভোৰ হৈ নিজৰ বৌদ্ধিক অস্তিত্ব বিলোপ কৰিব নালাগে। তাৰ বিপৰীতে ক্ষণিক ৰসবোধতকৈ স্থায়ী সত্যৰ উপলব্ধিত আৰু তদনকূল নৈতিক দায়িত্বপালনৰ লগত ই জড়িত হৈ পৰে। সূত্ৰধাৰে নৈতিক দায়িত্বপালনৰ কাৰণে দৰ্শকক সচেতন কৰি দিয়ে। বীৰ, শৃংগাৰ, কৰুণ আদি ৰসৰ মূল ভাৱটোহে স্থায়ী। তাৰ ৰসাৱস্থাটো স্থায়ী হ'ব নোৱাৰে। স্থায়ী ভাৱৰ লগত জড়িত বাস্তৱ ৰূপটো সকলো ৰসৰ ক্ষেত্ৰত বাঞ্ছনীয়ও নহয়। কৰুণ ৰসৰ স্থায়ীভাৱ শোক, ৰৌদ্ৰৰসৰ স্থায়ী ভাৱ ক্ৰোধ আৰু বীভৎস ৰসৰ স্থায়ী ভাৱ ঘৃণাক একেৰাহে জাগ্ৰত কৰি ৰাখিব নোৱাৰি। কাব্যত স্থায়ীভাৱে যিটো অৱস্থাত ৰস নাম পায়, বাস্তৱজীৱনত সেইটো-অৱস্থাত স্থায়ী ভাৱ উপনীত হ'লে সি জীৱনৰ বাবে বিপৰ্যয়তো পৰিণত হ'ব-গৈ পাৰে। আত্মীয় স্বজনৰ মৃত্যুত কৰুণৰসৰ স্থায়ীভাৱ শোক সক্ৰিয় হৈ উঠে;

কিন্তু সেই শোকেই করুণ ৰস নহয়। কাব্য বা নাটকৰ করুণৰসে মনত আনন্দ দিয়ে। গতিকে কলাত 'ৰস'টো বাস্তৱধৰ্মী বস্তু নহয়। আন্ধাৰৰ মাজত বিজুলী-পোহৰৰ দৰে কলাত্মক ৰস বা জীৱনৰ ব্যক্তিনিৰপেক্ষ উপলব্ধিটো এটা অস্থায়ী বস্তু। ইয়াৰ উৎপত্তি-স্থানো ব্যক্তিৰ পৰিধিৰ বাহিৰত। সূৰ্যৰ পোহৰেৰে উদ্ভাসিত হোৱা চন্দ্ৰই জোনাকৰ জাল মেলি দিয়াৰ দৰে কলাৰ ৰসবোধেও অন্যজীৱনৰ বাস্তৱক অৱাস্তৱ স্তৰতহে কলামোদীৰ সমুখত দাঙি ধৰে; ব্ৰহ্মানন্দ-ধৰ্মী শান্তৰসৰ পুষ্টি সাধনৰ কাৰণে কলাত্মক ৰস বা ব্যক্তিনিৰপেক্ষ বোধৰ উপৰিও ব্যক্তিসাপেক্ষ প্ৰচেষ্টাৰ প্ৰয়োজন আছে। এই ৰসৰ উৎস বাহিৰত নহয়, ব্যক্তিৰ হৃদয়তহে। আলম্বন-উদ্দীপন আদি গৌণ ভাৱবোৰহে বাহিৰত থাকে। স্থায়ী ভাৱ 'শম' বা 'নিৰ্বেদ'ৰ পৰা বিকশিত শান্তিটো ইয়াত আত্মাৰ ধৰ্ম আনন্দৰ প্ৰেৰক ৰূপে থাকে।

আনন্দ যেনেকৈ চৈতন্যৰ ধৰ্ম, সেইদৰে সি সত্যৰ লগতো জড়িত ৰহস্য-মুখী। শংকৰী কলাৰ শান্ত ৰসাত্মক স্বৰূপটো ৰহস্যমুখী সত্য আৰু চৈতন্যৰ উপলব্ধি। এই উপলব্ধি স্থায়ী আৰু বিকাশমুখী হোৱাৰ ওপৰতো গুৰুত্ব আৰোপ কৰা হৈছে; কিন্তু তাৰ বাবে নৈতিক, আৰোগিক উভয় দিশতে মানৱতাক আগবঢ়াই নিয়াৰ প্ৰচেষ্টাও চলি থাকিব লাগিব। অংকীয়া নাটসমূহ নাট্য ৰস-প্ৰধান নহয়; কিন্তু নাট্যানুষ্ঠানৰ লগত অন্য নৈতিক আৰু আৰোগিক পক্ষও জড়িত বাবে সি এক প্ৰকাৰৰ সাংস্কৃতিক ব্যৱস্থালৈ ৰূপান্তৰিত হৈছিল।

অংকীয়া নাট শংকৰী কলাৰ ভিতৰত সৰ্বাধিক জনপ্ৰিয় আৰু পৰিপুষ্ট কলা। ইয়াত কাব্য গীত, নৃত্য, বাদ্য, মূৰ্তি, চিত্ৰ আৰু বাস্তু এই কেউবিধ কলাৰে প্ৰয়োগ কম-বেছি পৰিমাণে হ'ব পাৰে। ওপৰে ওপৰে দেখাত মুকলি ঠাইত দৰ্শকৰ মাজত হোৱা অভিনয়ৰ কাৰণে বাস্তু কলাৰ প্ৰয়োজন নাই। প্ৰকৃততে কথাটো তেনে নহয়; সকলো ধৰণৰ উপলব্ধিৰ ক্ষেত্ৰত পৰিৱেশৰ প্ৰভাৱ অস্বীকাৰ কৰিব নোৱাৰি। শান্তৰসৰ ক্ষেত্ৰত আন ৰসতকৈয়ো পৰিৱেশৰ প্ৰাধান্য আৰু বেছি।+ পৌৰাণিক আখ্যানজড়িত মূৰ্তি আৰু চিত্ৰেৰে সুসজ্জিত গহীন এটা নামঘৰত শান্তৰসৰ পৰিৱেশ যেনেকৈ গঢ় লৈ উঠে, তেনেকৈ কেৱল মুকলি ঘৰ এটাত গঢ় লৈ উঠাটো সম্ভৱ নহয়। শংকৰী দৃশ্যকলাৰ প্ৰসংগত এই সম্পৰ্কে চমু আলোচনা কৰা হ'ব। শ্ৰব্যকলাৰ প্ৰধান উপাদান ভাষাৰ সম্বন্ধেও সুকীয়াকৈ পিছত আলোচনা কৰা হৈছে। কেইটামান শ্লোকৰ বাহিৰে অংকীয়া নাটৰ বাকী সকলো স্তৰতে ব্ৰজাৱলী

+ দ্ৰঃ 'নামঘোষা-তত্ত্বদৰ্শন'ৰ শান্তৰস আৰু 'সাহিত্যদৰ্পণ'ৰ ৩।২৪৫—৪৯।

ভাষা প্ৰয়োগো মন কৰিব লগীয়া কথা। শান্তৰসৰ কাৰণে প্ৰয়োজনীয় গহীন পৰিৱেশ সৃষ্টিত সংস্কৃত ভাষাৰ যি মূল্য, সেই মূল্য ব্ৰজাৱলী ভাষাৰ হ'ব নোৱাৰে; কিন্তু ব্ৰজাৱলী ভাষাই সাধাৰণ গদ্য লোক-ভাষাৰ লঘুতা আৰু সংস্কৃতৰ অবোধ্যতা বহু পৰিমাণে হ্ৰাস কৰি এটা সমন্বয়ধৰ্মী গাম্ভীৰ্য আৰু মাধুৰ্যও ৰক্ষা কৰিছে। এইদৰে দৃশ্য কলা আৰু শ্ৰব্য কলা উভয় দিশতে অংকীয়ানাট আৰু তাৰ অভিনয়-বিধান সম্বন্ধে বিচাৰ কৰি চালে বহুত বৈশিষ্ট্য দৃষ্টিগোচৰ হয়। এই ক্ষেত্ৰত আমাৰ আলোচনা এতিয়াও বহুত পাছ পৰা অৱস্থাতে আছে। সাধনালব্ধ যোগ্যতাৰ অভাৱেই ইয়াৰ মাই কাৰণ।

**শংকৰী সাহিত্যৰ ভাষা ঃ—** শংকৰদেৱে কোন শ্ৰেণীৰ সাহিত্যত কি ভাষা ব্যৱহাৰ কৰিছে, সেই কথাৰ উল্লেখ কৰা হৈছে। তেওঁ ব্যৱহাৰ কৰা ভাষা তিনিটাৰ ভিতৰত সংস্কৃতৰ স্থান তৃতীয়, ব্ৰজাৱলীৰ দ্বিতীয় আৰু স্থানীয় লোকভাষাৰ (পুৰণি অসমীয়া বা কামৰূপী ভাষা) স্থান প্ৰথম। এই ভাষাৰ যোগেদি তেওঁ জনসাধাৰণৰ মাজলৈ কিমান সোমাব পাৰিছিল, তাৰ ভাল উদাহৰণ তেওঁৰ ৰচনা-ৱলীত ব্যৱহৃত পটন্তৰ আৰু জতুৱা খণ্ডবাক্যবোৰে দাঙি ধৰে। এই প্ৰসংগত দুটা কথা মন কৰিব লগীয়া। (১) শংকৰদেৱৰ আগৰে পৰা সেই পটন্তৰ আৰু জতুৱা প্ৰয়োগবোৰ যদি আছিল, তেনেহ'লে অসমীয়া ভাষাই শংকৰদেৱতকৈ কেইবাশও বছৰৰ আগতেই স্বকীয় বৈশিষ্ট্যৰ অধিকাৰী হৈছিল বুলি সহজে অনুমান কৰিব পাৰি। তথাপি হৰিবৰ বিপ্ৰ আৰু মাধৱকন্দলিৰ ৰচনাত এনে পটন্তৰ আৰু জতুৱা প্ৰয়োগ কম হোৱাটো স্বাভাৱিক। (২) যদি শংকৰদেৱৰ আগতে অসমীয়া ভাষাত এনে প্ৰয়োগ বৰ কম আছিল আৰু বহুত প্ৰয়োগ শংকৰদেৱৰ ৰচনাৰ জনপ্ৰিয়তাৰ কাৰণে হ'বলৈ পালে, তেনে হ'লে সেই কথাই সমাজত শংকৰদেৱৰ ব্যক্তিত্বৰ কেনে প্ৰভাৱ তাৰেই পৰিচয় দিয়ে। যেইটোৱেই হওক, তলত এই শ্ৰেণীৰ কেইবা শও প্ৰয়োগৰ ভিতৰত কিছুমান উদাহৰণ স্বৰূপে দাঙি ধৰা হ'ল। লগত পদ সংখ্যা দিয়া হৈছে।

**হৰিচন্দ্ৰ উপাখ্যানৰ পৰা -**

(১) এৰিও নেৰন্ত যেন কৃপণৰ ধন। ৩৬।

(২) জলন্ত বহ্নিক বান্ধে বস্ত্ৰৰ আঞ্চলে। * * ৭৫।

(৩) আকাশী স্বৰগ মাথাত পৰিল, মুখত মাত হৰিল।
মহাশোক শেল হিয়াত পৰিল থিয়য়ে যেন মৰিল ॥ ১০৯।

(৪) তিলৰ কুশৰ ব্ৰাহ্মণ ইহাৰ ৰাজ্যত কমন ফল।
খাইবে বিধ্বংসিবে একোকে নজানে বান্দৰৰ নাৰিকল ॥ * * ১১৩।

(৫) নুশুনিয়া বোল নাহি মাতবোল কাণ্ড পৰি গৈল জীণ। * * ১১৬।
(৬) কোনে জানু পাৱে আসি পৰৱ প্ৰান্ধত। * * ২০৪।
(৭) গোৰ কটা গছ যেন পৰিল নিঢলে। ৩০৫।
(৮) হৃদয়ৰ মাংস কাটি কোনে লৈয়া যায়। * * ৩১৮।
(৯) তয়ো হেন জান বিশ্বামিত্ৰ ঢোঁৱাসাপ। * * ৩২৫।
(১০) কদলি বৃক্ষক যেন বতাসে উপাৰে ॥ ৩৯২

## কীৰ্তন-ঘোষাৰ পৰা—

(১১) নাৰদৰ বাণী শিলৰ ৰেখা। বৃহন্নাৰদী বিচাৰি দেখা ॥ ৮৪।
(১২) নাৰদে দিলন্ত তিনি কতপা। আৰু নমানস কোননো লপা ॥ * * ৮৪
(১৩) হৰি বুলি মৰৈ মাত্ৰ নভৈল একোৰে পায়, যেন ভৈল শোভৰ ঔষধি ॥৬২৪

## ৰুক্মিণীহৰণৰ পৰা—

(১৪) মুঠিতে লুকাইল যেন হৰৰ ডম্বৰু। ২৩
(১৫) মাধৱৰ নামে যিটো জুইতো নেদেই খেৰ। ৪৭
(১৬) মিছা বাদে দ্বেষ নকৰস নাকে খুৰে। ৫৫
(১৭ মোহোৰ কৰ্ম্মেসে উপজিলা ধূমকেতু। * * ৮৭
(১৮) দুখ দেখি লুকাই পেটতে হাত-ভৰি ॥ ১৩৪।
(১৯ শুনি যেন জোকৰ মুখত দিল চূণ। * * ২০৬
(২০) কাচক চাহন্তে যেন মাণিক হেৰায়। ৩০৫
২১) নসহে পৰাণ আতি পোৰে মোৰ পেট ॥ ৩১৬ ॥
(২২) হেন কি জানস কাকে ভৰ্চিলে অপৱিত্ৰ হোৱে দৌল ॥ ৩৪৯
(২৩) আনৰ জৰত কোন আনে পিয়ে পানী। ৪৪৮

## ভাগৱত অমৃতমন্থন-বলিছলনৰ পৰা—

(২৪) আপদৰ বুজি ভাৱ ছাগৰো পথালি পাৱ আত কিছু নকৰিবা লাজ।
থাকিয়া দুখক সহি শত্ৰুৰ কান্ধত বহি সাধিয়োক আপোনাৰ কাজ ॥ ৫০
(২৫) অমৃতৰ কথাত জিহ্বাৰ পৰে পানী। ১২৫
(২৬) দুৰ্জ্জনজনৰ হেনয় চৰিত্ৰ পাৱে ধৰি উঠে কান্ধে। ৫৪৮
(২৭) সাগৰক তৰিলোঁ গোখোজে যাওঁ তল। * * ৫৯৬।
(২৮) মহাছোটে বৰাহে দেখন্ত ধোৱাঁকুই ॥ * * ৯৮২।
(২৯) মৰন্তাক নলাগে আষুধি। ১০৮৬
(৩০) নুবুজি ধৰ্ম্মৰ সূক্ষ্ম গতি। ১১৫৫

**দশমস্কন্ধ ভাগৱতৰ পৰা—**

(৩১) হাতত হেৰায় * * ৪৪/৪১০

(৩২) দান্তেশ্বৰ তুলিধৰি * * ১১৪।

(৩৩) চিৰকালে প্ৰাণী একত্ৰে নযাই বিষম দৈৱৰ গতি ॥ ১২১ ॥

(৩৪) অমৃত-সাগৰ পাই কোনে খাৰ খায়। * * ১২৯১

(৩৫) কাংস পৰি জিম গৈল সমাজ নিজম। * * ১৯৭৯

(৩৬ পৰম উন্মত্ত ইটো মুণ্ডে ফুৰৈ বুলি। * * ১৮৪০

**উত্তৰাকাণ্ড ৰামায়ণৰ পৰা—**

(৩৭) চুমাতে কামোৰ যেন ওলগতে কিল। ৩৬৩

(৩৮) প্ৰত্যেক ভৰিত যেন বুধিৰ বজায়। * * ৩২৮

(৩৯) আৰে সবে পৰিল দুষ্টৰ মুখে ছাই। ৩৪৭

(৪০) ফাট দিয়া বসুমতী পাতালে লুকও। ৩৮০

**প্ৰাক্ শংকৰী সাহিত্যৰ ভাষা :—** প্ৰায়বোৰ পুথিতেই এনেধৰণৰ পটন্তৰ আৰু জতুৱা খণ্ডবাক্য বহুত আছে যদিও ইয়াত কেইখনমানৰ পৰা কেইটা-মানহে দিয়া হৈছে। সাধাৰণতে তত্ত্ব আৰু ব্যৱস্থাপ্ৰধান অংশবোৰত এনে ধৰণৰ প্ৰয়োগ কম। কাব্য বা কাব্য-ধৰ্মী বৰ্ণনাতহে এনে প্ৰয়োগ বেছি হোৱাটো স্বাভাৱিক। মাধৱকন্দলিৰ ৰামায়ণতো কাব্য কাৰণে এনে ধৰণৰ প্ৰয়োগ যথেষ্ট দেখা যায়। শংকৰদেৱতকৈ পূৰ্বকালীন কৱি ৰূপে মাধৱকন্দলিৰ এনে প্ৰয়োগৰ পৰা তৎকালীন লোক-ভাষাৰ সুৰ সম্বন্ধে এটা ধাৰণা হয়। মাধৱকন্দলি আৰু শংকৰদেৱ দুয়োজনেই লোক জীৱনৰ লগত ভাল সম্বন্ধ ৰাখিব পাৰিছিল। সেই কাৰণে তেওঁ-লোকৰ নিমিত্তে উপযোগী ভাষাৰ প্ৰয়োগো কৰিব জানিছিল। শংকৰদেৱৰ ভাষাৰ বৈশিষ্ট্য বুজিবৰ কাৰণে এই প্ৰসংগত মাধৱকন্দলিৰ ভাষাৰ লগত কিছু তুলনাত্মক বিচাৰৰ আৱশ্যক।

মাধৱকন্দলিৰ ভাষাত অপভ্ৰংশ আৰু উত্তৰ ভাৰতীয় ভাষাক্ষেত্ৰৰ পোন-পটীয়া প্ৰভাৱ ঠায়ে ঠায়ে দেখা যায়। উদাহৰণ স্বৰূপে 'ঠঠাৰী' শব্দটো হিন্দীত আজিকালিও 'কহাঁৰ' অৰ্থত (ঠঠেৰা) সাধাৰণ ভাবে প্ৰচলিত হৈ আছে। বৈদিক যুগৰ শিল্পৰ দেৱতা 'ত্বষ্টৃ'ৰ লগত এই শব্দৰ সম্পৰ্ক থাকিলেও প্ৰাকৃত আৰু অপভ্ৰংশৰ মাজেদি সৰ্বাক আহি লোক ভাষাত ঠঠেৰা আৰু ঠঠাৰী ৰূপ গ্ৰহণ কৰিছে। লোকভাষাৰ সুৰত হিন্দীতহে এই ৰূপ দুটা এতিয়ালৈকে প্ৰচলিত হৈ আছে। গতিকে হিন্দী ভাষাক্ষেত্ৰৰ লগত মাধৱকন্দলিৰ সম্পৰ্কৰ কথা এনে ধৰণৰ

শব্দ প্ৰয়োগৰ পৰা অনুমান কৰিব পৰা যায়। কোনো কোনো প্ৰসংগত 'ভাতী-মৰা মানুহ' অৰ্থতো ঠঠাৰী শব্দৰ প্ৰয়োগ কৰিছে (নিশ্বাস ফোকাৰে যেন ঠঠাৰীৰ ভাতী)।

হিন্দী আৰু অসমীয়াত একে ভাৱত প্ৰয়োগ হোৱা খণ্ডবাক্যৰ মধ্যৱৰ্তী ৰূপ একোটাও মাধৱকন্দলিৰ ভাষাত পোৱা যায়। যেনে— অন্ধেলীৰ লাঠি (মাধৱ-কন্দলি), অন্ধেকী লাঠী (হিন্দী), কণাৰ লাখুটি (অসমীয়া)। মাধৱকন্দলিৰ 'লাহাৰি নসহা' বাক্যাংশ কি অৰ্থত প্ৰয়োগ হৈছে ; সেইটোও বিচাৰ্য। লাহাৰি-নসহে (পদ ৪৪০৭) আৰু লাহাৰি নসয় (পদ ১৭৩৪) আদি প্ৰয়োগত 'লাহাৰি' শব্দ হয়তো হিন্দীৰ 'লোহাৰি'ৰ পৰা আহিছে। বৰ্তমান হিন্দীত 'লোহালেনা' প্ৰয়োগ এনে অৰ্থত হয়। মাগধী ভাষাক্ষেত্ৰত প্ৰয়োগ হোৱা 'ল'ৰ ঠাইত শৌৰসেনী ভাষাক্ষেত্ৰত (উত্তৰ ভাৰতীয় হিন্দী ক্ষেত্ৰত) 'ৰ' হয়। গতিকে অসমীয়া 'লি'তদ্ধিত প্ৰত্যয়ৰ ঠাইত 'ৰি'তদ্ধিত প্ৰত্যয়ৰ প্ৰয়োগ হ'ব পাৰে। মাধৱকন্দলি আৰু শংকৰ-দেৱৰ ভাষাত শৌৰসেনী প্ৰাকৃত আৰু অপভ্ৰংশৰ পোনপটীয়া প্ৰভাৱ বহুত ঠাইত দেখা যায়। হৰিবৰ বিপ্ৰৰ ৰচনাতো এনে লক্ষণ স্পষ্ট হৈ আছে। এইদৰে শব্দ আৰু প্ৰত্যয়ৰ বিচাৰ কৰি চালে লোহাৰি শব্দই লাহাৰি হ'ব পাৰে। এই ক্ষেত্ৰত 'লোহা'শব্দটো অস্ত্ৰ, যুদ্ধ, কঠোৰ, দৃঢ় আদি ভাৱ-সূচক হয়। লোহাৰি বা লোহালি তাৰ বিশেষ্য ৰূপ হ'লে কঠোৰতা দৃঢ়তা আদি অৰ্থ সূচক হ'ব পাৰে। মাধৱকন্দলিৰ 'লাহাৰি' শব্দ এই অৰ্থত খাপ খায়।

শংকৰদেৱৰ সাহিত্যত নথকা ধৌলিহৰ আৰু ওৱাৰি শব্দ দুটাও মাধৱ-কন্দলিৰ সময়ৰ বিশেষ প্ৰয়োগ। হৰিবৰ বিপ্ৰৰ বব্ৰুবাহন-যুদ্ধতো 'উৱাৰি' শব্দ (পদ সং ৩৬৯) পোৱা যায়। মাধৱকন্দলিৰ অযোধ্যাকাণ্ডত ধৌলিহৰ (১৫০৩), ধৱলিঘৰ (১৬৬০) আৰু ধৱলিওৱৰ (১৮১১) শব্দ পোৱা যায়। অট্টালিকা অৰ্থত প্ৰয়োগ হোৱা এই শব্দৰ মূলঅৰ্থ 'ধৱলঘৰ' (চূণ দি বগা কৰা ঘৰ) হ'ব পাৰে। চূণ দি বগা কৰা হয় বাবে অট্টালিকাক 'সৌধ' বুলিও কয়। সুধা (চূণ) যুক্ত বাবে 'সৌধ' হোৱাৰ দৰে ধৱল বৰ্ণৰ ঘৰ 'ধৌলিহৰ' হ'ব পাৰেনেকি বিচাৰ কৰিব লগীয়া। সেয়ে হ'লেও হৰিবৰ বিপ্ৰৰ ৰচনাত থকা উৱাৰি শব্দ ঘৰৰ পৰ্যায়বাচী হৈ কেনেকৈ অকল শৰীয়াকৈ থাকিল, সেইটোও বিচাৰ কৰিব লগীয়া কথা। এই শ্ৰেণীৰ শব্দবোৰে তৎকালীন ভাষা যে প্ৰাকৃত আৰু অপভ্ৰংশৰ বেছি ওচৰ চাপি আছিল, তাৰেই ইংগিত দিয়ে। শংকৰদেৱৰ ৰচনাকাল মাধৱকন্দলি আৰু হৰিবৰ বিপ্ৰ দুয়োজন কবিতকৈ পাছত পৰে। সেই বাবে তেওঁৰ ৰচনা, দৰ্শন আৰু ব্যৱস্থা

সমজাতীয় ৰচনসমূহৰ ভাষাত এই শ্ৰেণীৰ জটিলতা নাই ; কিন্তু তৎকালীন উত্তৰ ভাৰতীয় বা হিন্দীক্ষেত্ৰৰ ভাষাৰ প্ৰভাৱ মাজে সময়ে দেখা যায় । যেনে— ১) ইন্দ্ৰক খাপিলা ছলে বলিক 'নিকালি' ।' ২) সুখে দুখে মুখে 'যোনো ছাৰে' ৰাম নাম । ৩) নিতে কৰে 'ওৱাচিল বাংকী, [কোনো কোনো পাঠত ওৱাৰিচ বাংকী আছে] । এই শব্দবোৰৰ ভিতৰত 'নিকালি' শব্দটোৰ গ্ৰাম্য আৰু ৰজনুৱা উভয় শ্ৰেণীৰ প্ৰচলন থাকিলেও সাহিত্যিক প্ৰয়োগ প্ৰায়ে পোৱা নাযায় । ই কেৱল উত্তৰভাৰতৰ প্ৰচলিত শব্দ । 'যোনো' শব্দটো অন্য প্ৰসংগত 'যেন' অৰ্থত প্ৰচলন হোৱা দেখা যায় ; কিন্তু 'ছাৰে' (ছাড়ে) শব্দৰ লগত সেই অৰ্থ 'যেন' হ'লে— 'যেন এৰে বা ত্যাগ কৰে' ভাৱহে প্ৰকাশ হ'ব । তেতিয়া "সুখে-দুখে সকলো সময়তে যেন মুখে ৰাম নাম নলয়"—এনে প্ৰাৰ্থনা কৰা বুজাব । প্ৰকৃততে খোৱা ফাঁকিৰ উদ্দেশ্য এইটো নহয় । 'সুখে-দুখে কোনো সময়তে যেন মুখে নাম নেৰে'— এনে অৰ্থহে খোৱা ফাঁকিৰ দ্বাৰা প্ৰকাশ কৰা হৈছে । এই অৰ্থত মূল শব্দটো যোনো নহয় 'জ্যো ন' হে আছিল । 'জ্যোঁ ন ছাড়ে,' এই অংশটো তৎকালীন উত্তৰ ভাৰতীয় ভাষাৰ প্ৰয়োগ; তাৰ অৰ্থ হ'ল— যেন নেৰে । উত্তৰভাৰতীয় ভাষাৰ লগত সম্বন্ধ নথকা কোনোবা লিপিকাৰে জ্যোঁ ন ছাড়ে>যো ন ছাৰে>যোনো ছাৰে ৰূপ দিলে ।

বলিছলনত (কী° ৬৩৫) থকা 'ওৱাচিল বাংকী' শব্দটোৰ দুটা অংশ । ৱাচিল আৰু ৱাৰিস এই দুয়োটা আৰবী ভাষাৰ শব্দ । বাংকী বা ৱাঁকী দেশী শব্দ । 'ৱাসিল'ৰ অৰ্থ 'ৱসুল' (উচল) কৰা, আদায় কৰা বা পোৱাওঁতা । ৱাৰিস>ওৱাৰিচ'ৰ অৰ্থ ৰক্ষক, খবৰ ৰাখোঁতা আৰু উত্তৰাধিকাৰী হয় । বাঁকী>'ৱাংকী'ৰ অৰ্থ ভূমিকৰ, ৰাজস্ব, ভাৰীয়ে ভাৰ নমাই ভাগৰ মৰা ঠাই, নাও ৰখা ঠাই, হাবিত চিকাৰৰ বাবে চিকাৰীয়ে জোপ লোৱা ঠাই আদি বহুত হয় । 'ৱাঁক>বাংকি' হ'লে বক্ৰতাও বুজায় ; কিন্তু এই প্ৰসংগত ৱাঁকী, বাংকি দুয়োটা ৰূপেই ৰজাক দিব লগীয়া কৰ অৰ্থত ব্যৱহাৰ কৰিছে । 'নিতে কৰে ওৱাচিল বাংকি'ৰ অৰ্থ 'সদাই ৰজাক দিব লগীয়া কৰ আদায় কৰে ।' তথাপি ইয়াত 'কৰ' বা 'বাঁকী' শব্দটো অভিধা অৰ্থত দিয়া নাই । ৰজাই প্ৰজাৰপৰা মানুহ লগাই কৰ আদায় কৰাৰ দৰে বলিৰজাই নিজৰ প্ৰজা দৈত্যবোৰৰ পৰা মানুহ লগাই হৰিভক্তি কৰা আৰু নাম-কীৰ্তন কৰাৰ হিচাবহে আদায় কৰিছিল । কোনো কোনো পাঠত 'ওৱাৰিচ' শব্দ থাকিলেও সেই পাঠ এইখিনিত খাপ নাখায় ।

তৎকালীন আৰু বৰ্তমান উত্তৰ ভাৰতীয় ভাষাত প্ৰচলিত, কিন্তু অসমৰ লোকভাষাত অপ্ৰচলিত শব্দৰ পৰিমাণ শংকৰদেৱৰ ভাষাত বৰ কম । এই দৃষ্টিত

শংকৰদেৱৰ ভাষা তেওঁৰ পূৰ্বকালীন হৰিবৰবিপ্ৰ আৰু মাধৱকন্দলীতকৈ বেছি আগবঢ়া। শংকৰদেৱৰ ভাষাত প্ৰয়োগ নোহোৱা, কিন্তু হৰিবৰ বিপ্ৰ আৰু মাধৱকন্দলিৰ ভাষাত প্ৰয়োগ হোৱা উত্তৰ ভাৰতীয় ভাষাৰ কিছুমান শব্দ তলত দিয়া হ'ল।+

(ক)—হৰিবৰবিপ্ৰৰ ৰচনাৰ পৰা—

নিয়ৰ<সং নিকট=ওচৰ [পু০হি০], (ব০যু—৮৮); সুহাৱে=শোভাকৰে [অপ০, পু০হি০], (ব° যু° ১১৮); সুছাৱে=সুখদিয়ে, সুখ>সুহ [অপ°], (ব° যু° ১৬১); অৰ্কালিলোঁ=বুজিপালোঁ, বোধ হ'ল [সং আকলন], (তা° যু° ১১); বড়াবড়া=ডাঙৰ ডাঙৰ [হি°], (ব° যু° ৪১৮); সূনা=শূন্য [পু° হি° সূন, হি° সূনা], (ব° যু° ৪৭৫); ডাহিন<দক্ষিণ=সোঁহাতে, সোঁ কাল [হি°>পুৰণি অসমীয়া 'দাইনা'] (ল° যু° ১১৩); ডাটি=দৃঢ়ভাৱে [হি° ডট্‌কৰ], (ল° যু° ২১৫, ২২৫ ৩০১); ভাৰী=গধুৰ ডাঙৰ [হি°], (ল° যু° ১৬৯); ঝাটে=সোনকালে [সং ঝটিতি >হি° ঝট্], (ল° যু° ১৮২, ২৪৩, ৪২৫); অংক=প্ৰিয়বিয়োগৰ দুখ, ভয়, কষ্টময় জীৱন, [সং>হি°], (ল° যু° ৬৪, ৭৯); চাবুক=কোবাবৰ বাবে ব্যৱহাৰ কৰা চামৰাৰ স'জুলি [ফা°], (ল° যু° ১০৫); খেতকৰে=ক্ষতি বা বিবুদ্ধাচৰণ কৰে [হিং° যুদ্ধকৰে অৰ্থত জতুৱাখণ্ড বাক্য], (ল° যু° ৫৫৪)।

মাধৱকন্দলিৰ ৰচনাৰ পৰা—

আউৰ=আৰু [হি° ঔৰ], পু°অ° আৰৰ], (মা°ৰা°১৫৫৭,১৫১৪)আউৰে আউৰক=এজনে আনজনক [হি° ঔৰ ঔৰকো] ১৬৩৮); কমৰ=কংকাল [হি°] (১৬৭৫); ডাহিন [হি০] (১৬৩৭); বিহৰিল=ফাটিলে, বেয়া হ'ল, নিমিলা হ'ল [হি০ 'বিহৰ' ধাতু], (১৫৮৮,২২৬৩); ফাৰিয়া=ফালি [হি০ 'ফাড়্' ধাতু> ফাড়কৰ[, (১৬৬০); মোড় তোড় ফোড়=ভাঁজ কৰা, ভঙা আৰু ফুটোৱা বা নষ্ট কৰা অৰ্থত ব্যৱহাৰ কৰা ধাতু শব্দ [হি০], (১৬৭৬); ভিখ=ভিক্ষা [হি° ভীখ] (২৬৯০); বাহুৰিয়া=ঘূৰি, উলটি [অপ°>হি°], (১৭৭২,২১২৪); বিছাই= মেলি, পাৰি [হি° 'বিছ' ধাতু>বিছানা; বিছনা শব্দৰ মূল], (২০২৫); ধসমসি= নষ্ট হোৱা বা বাহি যোৱা অৰ্থত [হি° ধসমস], (২১৩৬,৪৩৫৮); উছলিলা= ওপৰলৈ উঠিল, জপিয়ালে আদি অৰ্থত [হি০ উছল<সং উৎ+চল=উচ্ছল],

+ কোন ভাষাৰ শব্দ বুজিবৰ কাৰণে দিয়া সংকেত—সংস্কৃত>সং, অপভ্ৰংশ> অপ°, পুৰণি হিন্দী>পু° হি°, হিন্দী>হি°, ফাৰচী>ফা°; পুথিৰ নাম—মাধৱ-কন্দলিৰ ৰামায়ণ>মা° ৰা°, বভ্ৰুবাহনযুদ্ধ>ব° যু°, তাম্ৰধ্বজ যুদ্ধ>তা° যু°, লৱ-কুশ যুদ্ধ>ল° যু°; সবুৰন্ধনীৰ ভিতৰৰ সংখ্যা পদ-সংখ্যা; বৰবন্ধনীৰ ভিতৰৰ নামটো সেই ভাষাত প্ৰচলিত বুজনৰ বাবে দিয়া হৈছে।

(২১৬৩) ; চুটি=এৰি, মেলি [ হি॰ 'ছুট্' ধাতু ], ( ২১৯৫,৪৫৩০) ; বাৰি= আঘাত কৰি, প্ৰহাৰ কৰি ['ফা' ৱাৰ ধাতু]. (৪৩৬৩) ; বৈলখ=বিলাপ কৰা, দুখী হোৱা, জানিবলৈ পোৱা [সং বিলক্ষণ>হি॰ বিলখনা], (৪৪৭৮); গোৰা= তেজাল বগা, গৌৰ বৰ্ণ [সং গৌৰ>হি॰ গোৰা], (৩৫২২) ; ৰণ্ড ভণ্ড—লণ্ড ভণ্ড [হি॰ 'ৰৌঁদ্-ভঁড্' ধাতু গৰ্ছাক-ফেনৌক নষ্ট কৰা অৰ্থত], (৪৩৪২) ; ধেমালি =খেল, তামচা অৰ্থত [হি॰ ধমাৰ, ধমাৰি, ধেমাৰি ধামাৰি], ( ৪৫৩২ ) ; মন্যু— ক্ৰোধ, উৎসাহ, দীনতা, শোক [সং>হি॰], (২২০৬) ; সুহায়ন—শোভন, সুখদ [হি॰ সুহাৱন<অপ॰ সুহাঅন], (১৭৫৮) ; আটাল=পকাঘৰ বা পকাবেৰ, দুৰ্গৰ বুৰুজ [সং অট্টাল>হি॰ আটাল], (৪৩৫৪) ; জনিলি—জন্মদিলি [সং জন ধাতু] ১৬০২, ১৭৭৯) ; চীৰ=বস্ত্ৰ [সং চীৰ>হি॰চীৰ], (১৬৯৫) ; এইবিলাকৰ উপৰিও নিকল আৰু নিকাল হিন্দী ধাতুৰ প্ৰয়োগ বহুত ঠাইত (২০৮৪, ৪৫৩০, ৩৫২৮ আদি) পোৱা যায়। সৈহৰী (২২৪৮) শব্দটো সম্ভৱতঃ 'নৈহৰী' বা 'নৈহৰ' শব্দৰ পৰা বিকৃত ৰূপ লৈছে। হিন্দীত তিৰোতামানুহৰ মাকৰ ঘৰক নৈহৰ বোলা হয়। কৈকেয়ীৰ মাকৰ ঘৰৰ প্ৰসংগত এই শব্দৰ প্ৰয়োগ কৰা হৈছে।

পৰিতোল (২৫০৭), পবুজাইল (২৫৪৬), চূন্দেবাস (১৫৭৮), কোণ্ড (২০৭৬), চিয়ালি (২১২১ উতোভন ( উৎসাহ, ওপৰলৈ তোলা ? ৪৩৮৮ ) প্ৰভৃতি কিছুমান এনে শব্দৰ প্ৰয়োগ মাধৱকন্দলিয়ে কৰিছে, যিবোৰৰ প্ৰয়োগ শংকৰদেৱৰ সাহিত্যত দেখা নাযায়। এইবোৰ উদাহৰণৰ পৰা শংকৰদেৱ আৰু প্ৰাক্‌শংকৰী কৱিসকলৰ মাজত ভাষাৰ পাৰ্থক্য স্পষ্ট হৈ পৰে। প্ৰাক্‌শংকৰী কৱিসকলৰ ভাষাত উত্তৰ-ভাৰতীয় (বৰ্তমান হিন্দীভাষা-ক্ষেত্ৰৰ) ভাষাৰ প্ৰভাৱৰ পৰা বুজা যায় যে—সেই সময়ত উত্তৰ ভাৰতৰ ভাষা আৰু সাহিত্যৰ লগত এই কৱিসকলৰ কিবা প্ৰকাৰৰ সম্পৰ্ক নিশ্চয় আছিল। যথেষ্ট সংখ্যক উত্তৰ ভাৰ-তীয় লোক ব্ৰহ্মপুত্ৰ উপত্যকাত বসবাস কৰিবলৈ লোৱাটোৱেই ইয়াৰ ঘাই কাৰণ হ'ব পাৰে। অসমীয়া ভাষাক সাহিত্যিক ৰূপ দিয়াত এই শ্ৰেণীৰ লোকৰ পৰোক্ষ অৱদান থাকিলেও তেওঁলোকৰ মাজত প্ৰচলিত বহুত শব্দ লাহে লাহে পাছলৈ নচলা হৈ যাবলৈ ধৰিলে।

**ব্ৰজাৱলী ভাষা ঃ—** প্ৰাক্‌শংকৰী কৱিসকলৰ সময়ৰ দৰেই শংকৰ-দেৱৰ সময়তো উত্তৰ ভাৰতৰ পৰা অহা লোকৰ ভাষা-সাহিত্যৰ প্ৰভাৱ পৰিছিল ; কিন্তু সময়ৰ পৰিবৰ্তনৰ লগে লগে উত্তৰ ভাৰত আৰু ব্ৰহ্মপুত্ৰ উপত্যকা উভয়তে ভাষা আৰু সাহিত্যৰো পৰিবৰ্তন স্বাভাৱিকতে ঘটিছিল। শংকৰদেৱে এই পৰি-

বৰ্তনৰ লগত সংগতি ৰাখি এটা ভাষাৰ ঠাইত দুটা ভাষাৰ প্ৰয়োগ নিজৰ সাহিত্যত কৰিলে। দ্বিতীয়টো সম্পূৰ্ণ ভাৱে কথিত লোক-ভাষা নহয়; ব্ৰহ্মপুত্ৰ উপত্যকাত স্থায়ী ভাবে বসতি কৰা লোক আৰু নৱাগত লোক এই দুয়োটা শ্ৰেণীৰ কাৰণে বোধগম্য ই এটা পৃথক্ শৈলীহে। কেৱল গীত আৰু অভিনয়ৰ দৰে প্ৰচাৰধৰ্মী তথা লোকৰঞ্জন-প্ৰধান সাহিত্যৰ ক্ষেত্ৰতহে এই ভাষা-শৈলীৰ প্ৰয়োগ কৰা হৈছিল। আনহাতে এই ভাষা-শৈলীয়ে উত্তৰ ভাৰতৰ লোকনাট্য আৰু শাস্ত্ৰীয়গীতৰ লগত ব্ৰহ্মপুত্ৰ উপত্যকাৰ নাট্যকলা আৰু সংগীতকলাৰ সাদৃশ্য ৰক্ষাত সহায় কৰিছিল। প্ৰাক্‌শংকৰী যুগত ব্ৰহ্মপুত্ৰ উপত্যকাৰ কৱিসকলে উত্তৰ ভাৰতীয় ভাষাৰ যিবোৰ শব্দ ব্যৱহাৰ কৰিছিল, সেইবোৰ শব্দৰ লগতে আৰু সেই ধৰণৰ শব্দ অধিক প্ৰয়োগ কৰি স্থানীয় লোকভাষাৰ বাক্যগঠন পদ্ধতিৰ পৰিবৰ্তন নকৰাকৈয়ে এই নতুন শৈলীৰ প্ৰচলন কৰা হ'ল। বৃন্দাবন-মথুৰা আদি ব্ৰজভূমিৰ সাহিত্যিক ভাষা আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ পৰা ব্ৰজভূমি পৰ্যন্ত বিস্তৃত মধ্যবৰ্তী অঞ্চলৰ সাহিত্যিক তথা লোক-ভাষাৰ শব্দ আৰু প্ৰত্যয় এই নতুন ভাষা-শৈলীত বহু পৰিমাণে গ্ৰহণ কৰা হ'ল। লগতে এই কেউটা ভাষাৰ পূৰ্বৰ ৰূপ অপভ্ৰংশ-প্ৰাকৃতৰ শব্দও কিছুপৰিমাণে সোমাই পৰিল। শৌৰসেনী ভাষাক্ষেত্ৰৰ ব্ৰজভাষা বা ব্ৰজবোলী, অৰ্ধমাগধী ভাষাক্ষেত্ৰৰ অৱধী আৰু মাগধী ভাষাক্ষেত্ৰৰ ভোজপুৰী ভাষাৰ প্ৰভাৱ এই ভাষা শৈলীত যথেষ্ট দেখা যায়। উত্তৰ বিহাৰৰ মৈথিলী সাহিত্যতো ব্ৰজ, অৱধী আৰু ভোজপুৰী ক্ষেত্ৰৰ ভাষাই প্ৰভাৱ বিস্তাৰ কৰিছিল। সেই কাৰণে শংকৰদেৱৰ ব্ৰজাৱলী শৈলী আৰু মৈথিলীৰ মাজতো ভালেখিনি মিল দেখা যায়। এই মিল দেখা কাৰণেই অনেক আলোচকে শংকৰদেৱৰ 'ব্ৰজাৱলী'ৰ আধাৰ মৈথিলী বুলি কৈ আহিছে। আনহাতে 'ব্ৰজাৱলী'ৰ পৰিবৰ্তে 'ব্ৰজবুলি' নাম দি ব্ৰজমণ্ডলৰ বোলী বা ভাষাৰ লগত ঐক্য স্থাপন কৰা ভ্ৰমাত্মক ধাৰণাৰ সৃষ্টি কৰিছে। মূলতঃ ব্ৰজবোলী বা ব্ৰজভাষা আৰু ব্ৰজাৱলী একাৰ্থক শব্দ নহয়।

'ব্ৰজাৱলীটো' ব্ৰজভূমিলৈ যোৱা বা ব্ৰজন কৰা তীৰ্থযাত্ৰীসকলে ব্যৱহাৰ কৰা ভাষা-শৈলীৰ নাম। ইয়াত ব্ৰজভাষাৰ শব্দ আৰু প্ৰত্যয়ৰ কিছু প্ৰয়োগ কৰা হৈছে যদিও তাকে 'ব্ৰজবোলী' বা 'ব্ৰজভূমিৰ বোলী' বুলি ক'ব নোৱাৰি। তদুপৰি মৈথিলী ভাষাকে তাৰ আধাৰ বোলাটো আৰু বিসংগতিপূৰ্ণ কথা। শ্ৰীকৃষ্ণৰ 'ব্ৰজলীলা যিটো ভাষাৰ বিষয়-বস্তু, তাকে 'ব্ৰজবুলি' বোলা হয়— এনে যুক্তিও গ্ৰহণযোগ্য নহয়। বৰ্ণনীয় বিষয়ৰ নামেৰেই ভাষাৰ নাম হ'ব নোৱাৰে। শংকৰদেৱৰ ব্ৰজাৱলী-শৈলীত ৰচিত বহুত বৰগীত, ভটিমা আৰু নাটৰ বিষয় শ্ৰীকৃষ্ণৰ ব্ৰজলীলাৰ লগত সম্বন্ধহীন।

অসমত 'ব্ৰজবুলি' শব্দৰ প্ৰচলন আগতে নাছিল। খ্ৰীঃ ১৯ শতিকাৰ পৰা বংগত এই শব্দটোৰ প্ৰচলন আৰম্ভ হ'ল আৰু কলিকতাত শিক্ষা গ্ৰহণ কৰিবলৈ যোৱা অসমীয়া পণ্ডিতসকলেও অসমত আগৰে পৰা প্ৰচলিত 'ব্ৰজাৱলী' শব্দটো এৰি 'ব্ৰজবুলি' শব্দ ব্যৱহাৰ কৰিবলৈ ধৰিলে। বংগৰ পণ্ডিত ড° সুকুমাৰ সেনৰ মতে অসমত প্ৰচলিত 'ব্ৰজাৱলী' শব্দৰ বিকৃত ৰূপটোহে 'ব্ৰজবুলি' নামে চলিবলৈ ধৰিলে।+

সেই সময়ত ভাৰতবৰ্ষৰ সকলো অঞ্চলতে উচ্চস্তৰৰ লোকৰ কাৰণে সংস্কৃত ভাষাই সাংস্কৃতিক মাধ্যম ৰূপে কাম কৰি আছিল যদিও, উত্তৰ ভাৰতত তুৰ্ক আৰু মোগল শাসনে সংস্কৃতৰ ঠাইত পাৰ্চীভাষা প্ৰয়োগ কৰিবলৈ লৈছিল; কিন্তু সংস্কৃত আৰু পাৰ্চী দুয়োটা ভাষা সাধাৰণ শ্ৰেণীৰ লোকৰ বাবে বোধগম্য নাছিল। এনে স্থলত আন এটা মাধ্যমৰ প্ৰয়োজন সমাজ-সচেতন লোকসকলে উপলব্ধি কৰিছিল। মহাৰাষ্ট্ৰ, গুজৰাত আৰু পঞ্জাবৰ পৰা ব্ৰহ্মপুত্ৰ উপত্যকা আৰু উৰিষ্যা পৰ্যন্ত এই গোটেই উত্তৰ, পূব আৰু পশ্চিম ভাৰতত এনে প্ৰয়োজন সিদ্ধিৰ উদ্দেশ্যে বৈষ্ণৱ গুৰু-সকলে শৌৰসেনী ভাষাক্ষেত্ৰৰ প্ৰচলিত ভাষাকে প্ৰধান অৱলম্বনৰূপে গ্ৰহণ কৰিলে। দক্ষিণ ভাৰতৰ কুমাৰিকা পৰ্যন্ত মঠমন্দিৰতো সাধুসন্ন্যাসীসকলে এই ভাষাকে জন-সংযোগী ভাষা ৰূপে ব্যৱহাৰ কৰিছিল আৰু তাক গোসাঁই ভাষা বুলিছিল। খ্ৰীঃ ১৩ শতিকাত মহাৰাষ্ট্ৰৰ নামদেৱে দিল্লীৰ আশে-পাশে প্ৰচলিত শৌৰসেনীমূলৰ ভাষা খড়ীবোলী হিন্দীত পদ ৰচনা কৰিছিল। চুফীমতাৱলম্বী অমীৰখুসৰূৱে খ্ৰী° ১২/১৩ শতিকাতে খড়ীবোলীত পদ ৰচনা কৰিছিল। খ্ৰী° ১৪৩০ চনৰ সামান্য আগে-পাছে ৰচনা কৰা নাথপন্থীসকলৰ গদ্য পুথিও পোৱা গৈছে। এইদৰে দিল্লী অঞ্চলৰ খড়ীবোলী আৰু মথুৰা অঞ্চলৰ ব্ৰজবোলীৰ ধৰ্মীয় সাহিত্য আঞ্চলিকতাৰ সীমা অতিক্ৰম কৰি এটা বহল আদৰ্শৰ বাহক হৈ পৰিছিল।

শৌৰসেনী ভাষাক্ষেত্ৰৰ ভাষা বা বোলীয়ে এনে বিকশিত ৰূপ লাভ কৰাৰ প্ৰধান কাৰণ তিনিটা। (১) দিল্লী অঞ্চলৰ ভৌগোলিক স্থিতিৰ ৰাজ-নৈতিক গুৰুত্বই এই অঞ্চলটোক সম্ৰাটসকলৰ প্ৰশাসনীয় কেন্দ্ৰ কৰি ৰাখিছে। প্ৰশাসনীয় গুৰুত্বৰ লগতে আৰ্থিক-সামাজিক গুৰুত্বও বাঢ়ে আৰু ভাষা-সাহিত্যৰ

---

+ চৰ্যাপদ আৰু নাথপন্থৰ ভাষা সম্বন্ধে আগতে আলোচনা কৰা হৈছে। ব্ৰজাৱলীও সেই শ্ৰেণীৰ ভাষা। এই সম্পৰ্কত বিশ্বভাৰতী পত্ৰিকা (হিন্দী) অক্টোবৰ-ডিচেম্বৰ ১৯৭২ আৰু জানুৱাৰী-মাৰ্চ ১৯৭৩ এই দুয়োটা সংখ্যাত বহলাই আলোচনা কৰা হৈছে। 'পটভূমিসহ অসমকে বৰগীত' নামৰ হিন্দী কিতাপত ব্ৰজাৱলী ভাষাৰ ব্যাকৰণ সম্বন্ধেও বহল বিচাৰ কৰা হৈছে।

প্ৰচাৰত সুবিধা ঘটে। খড়ীবোলীৰ পৰা উৰ্দু ভাষাৰ উৎপত্তি আৰু বিকাশো এই ভিত্তিতেই হ'বলৈ পালে। প্ৰকৃততে উৰ্দুও এটা শৈলীহে। বৰ্তমান হিন্দী আৰু উৰ্দু নামে পৰিচিত দুয়োটা ভাষাই খড়ীবোলীৰ দুটা পৃথক্ ভাৱে বিকশিত শৈলী।

(২) শৌৰসেনী প্ৰাকৃত আৰু অপভ্ৰংশ সংস্কৃতৰ বেছি ওচৰ সম্পৰ্কীয় লোকভাষা। মহাৰাষ্ট্ৰী, মাগধী, অৰ্ধমাগধী প্ৰভৃতি প্ৰাকৃত আৰু অপভ্ৰংশ শৌৰসেনী ভাষাক্ষেত্ৰৰ পৰা আঁতৰি গৈ নতুনকৈ গঢ় লৈছে আৰু সেইবিলাকত অন্য জন-গোষ্ঠীৰ প্ৰভাৱ বেছি পৰিমাণে পৰিছে। সেইবাবে অন্যান্য প্ৰাকৃত আৰু অপভ্ৰংশৰ মাজত সংযোগ ৰক্ষা কৰাৰ ক্ষেত্ৰত দিল্লী-মথুৰা (শূৰসেন ৰাজ্য) অঞ্চলৰ ভাষা খড়ী-বোলী আৰু ব্ৰজবোলীৰ সুবিধা বেছি। চৰ্যাপদ, নাথপন্থী সাহিত্য আৰু ব্ৰজাৱলী-শৈলীত ব্ৰজভাষাৰ প্ৰভাৱ বা শৌৰসেনী লক্ষণ বেছি হোৱাৰ ইও এটা থাই কাৰণ।

(৩) সগুণ লীলাবাদী বৈষ্ণৱসকলৰ কাৰণে শ্ৰীকৃষ্ণৰ জন্মস্থান মথুৰা আৰু লীলাভূমি ব্ৰজমণ্ডল তথা শ্ৰীৰামচন্দ্ৰৰ জন্মস্থান অযোধ্যাৰ গুৰুত্ব আনসকলো তীৰ্থতকৈ বেছি হৈ পৰিল। সেই বাবে শৌৰসেনী ভাষা-ক্ষেত্ৰৰ খড়ীবোলী আৰু ব্ৰজবোলীৰ দৰেই সেই ক্ষেত্ৰৰ গাতে লাগি থকা অৰ্ধমাগধী ভাষাক্ষেত্ৰৰ সাহিত্যিক লোকভাষা 'অৱধী'ৰো (অৱধ=অযোধ্যা) গুৰুত্ব বাঢ়িল। গতিকে ৰাজকীয় স্তৰত খড়ীবোলী আৰু ধৰ্মীয় স্তৰত ব্ৰজ আৰু অৱধী বোলীৰ জনপ্ৰিয়তাই আঞ্চলিকতাৰ সীমা অতিক্ৰম কৰাৰ সুযোগ লাভ কৰিলে।

গুজৰাতী ভাষা আৰু ৰাজস্থানী উপভাষাসমূহো শৌৰসেনী অপভ্ৰংশৰ উত্তৰাধিকাৰী ভাষা। সেইবাবে কবীৰ, সূৰদাস আদি উত্তৰ ভাৰতীয় ভক্ত কবি-সকলৰ ভাষা আৰু ৰাজস্থানী-গুজৰাতী মিশ্ৰিত মীৰাবাঈৰ ভাষা তথা নৰসী মেহতাৰ গুজৰাতী ভাষাৰ মাজত ভালেখিনি সাদৃশ্য দৃষ্টি গোচৰ হয়। সেই সাদৃশ্য শৌৰসেনী প্ৰভাৱৰ কাৰণেই পূব ভাৰতৰ মিথিলা, নেপাল, বংগ আৰু উৰিষ্যাৰ বৈষ্ণৱ-সাহিত্যৰ ক্ষেত্ৰতো পৰিলক্ষিত হয়। পূব ভাৰতৰ এই তিনিওটা ভাষাৰ লগত ব্ৰজধামৰ ভাষা ব্ৰজবোলীৰ যেনে সম্পৰ্ক, অসমৰ ব্ৰজাৱলীৰ সম্পৰ্ক তদ্ৰূপ বুলি ক'ব নোৱাৰি। অসমৰ ব্ৰজাৱলীত মিথিলা আৰু বংগৰ মাজেদি সৰ্বাক অহা ব্ৰজভাষাৰ প্ৰভাৱৰ পৰিবৰ্তে পোনপটীয়া প্ৰভাৱহে বেছি যেন দেখা যায়। ধৰ্মীয় আদৰ্শৰ ক্ষেত্ৰতো মিথিলা আৰু বংগৰ লগত শংকৰদেৱৰ আদৰ্শ একে নহয়। মিথিলাৰ ৰাধা আৰু গৌড়ীয় বৈষ্ণৱৰ ৰাধা পৰকীয়া নায়িকা। ব্ৰজভূমিত বল্লভসম্প্ৰদায়ৰ ৰাধা স্বকীয়া নায়িকা কিন্তু শংকৰদেৱৰ ৰাধা নায়িকাৰ স্তৰলৈ উঠা নাই। গতিকে নেপাল, বংগ আৰু উৰিষ্যাৰ দৰে শংকৰদেৱৰ 'ব্ৰজাৱলী' মিথিলাৰ আঁহতে গঢ় লোৱা নাই।

শংকৰদেৱে স্বকীয় আদৰ্শঅহে এই ভাষা-শৈলী গঢ় দিছিল। এই আদৰ্শ আছিল ভাৰতীয়তাৰ আদৰ্শ। হিন্দীভাষী ক্ষেত্ৰক কেন্দ্ৰ কৰি এই আদৰ্শ গঢ় লৈ উঠিছিল কাৰণে, লগতে 'হিন্দী' শব্দটো বহুত ক্ষেত্ৰত 'ভাৰতীয়' অৰ্থসূচক হোৱা কাৰণে হিন্দী সাহিত্যৰ আলোচকসকলেও ব্ৰজাৱলী শৈলীৰ এই ৰচনাৱলীক হিন্দীসাহিত্যৰ ভিতৰত সামৰি লৈ গৌৰৱবোধ কৰে। সংস্কৃত ভাষাৰ বাহিৰেও শৌৰসেনী ভাষাক্ষেত্ৰত গঢ় লোৱা এটা সৰ্বভাৰতীয় লোকভাষাৰ পৰম্পৰা খ্ৰীঃ পূঃ যুগৰে পৰা চলি আহিছে। ব্ৰজাৱলী ভাষাও শংকৰদেৱৰ ৰচনাত এই পটভূমিতেই গঢ় লৈ উঠিছিল।

**দৃশ্য কলা ঃ—** নাট্যকলাৰ প্ৰসংগত দৃশ্যকলাৰ আলোচনাও কিছু পৰিমাণে কৰা হৈছে। পূৰ্বৰংগ বাদ্যপ্ৰধান হ'লেও লগত নৃত্ত অংশ যথেষ্ট আছে। ঘোষাধেমালীত গীত আৰু শাস্ত্ৰীয় হস্তভংগিমায়ো ঠাই পাইছে। ৰাগধেমালিত শাস্ত্ৰীয় ৰাগৰ প্ৰভাৱ লক্ষ্য কৰিব লগীয়া। এইদৰে বাদ্যপ্ৰধান পূৰ্বৰংগত শ্ৰব্যৰ লগতে দৃশ্যয়ো ঠাই পাইছে। অসমীয়া ভাষাত নৃত্য আৰু নৃত্ত উভয়কে নাচ বোলা হয়। ভাওনাৰ নাট্য অংশও নৃত্ত আৰু নৃত্য উভয় শ্ৰেণীৰে নাচ-প্ৰধান। নাচৰ ভিতৰত সূত্ৰ আৰু কৃষ্ণৰ নাচ বিশেষ গুৰুত্বপূৰ্ণ। এই দুয়োটা নাচেই সম্পূৰ্ণ নৃত্য হয়নে নহয়, অথবা কোন অংশ নৃত্ত আৰু কোন অংশ নৃত্য সেইবিষয়ে বিশদ আলোচনা হোৱা আৱশ্যক; কিন্তু এই প্ৰসংগত তেনে আলোচনা সম্ভৱ নহয়। বৰ্তমান সময়ত এই নাচসমূহ কিমান অবিকৃত হৈ আছে সিও সুকীয়া বিচাৰৰ কথা। শাস্ত্ৰীয় বিচাৰৰ লগত সম্পৰ্ক ৰক্ষা কৰিব নোৱৰা লোকৰ ক্ষেত্ৰত নৃত্যৰ ভাৱানুকূল হস্তভংগিমা বিকৃত হোৱাটো স্বাভাৱিক কথা। গতিকে নৃত্যৰ ঠায়ো নৃত্তই অধিকাৰ কৰাৰ সম্ভাৱনা যথেষ্ট দেখা যায়। এনেস্থলত শংকৰী নৃত্যকলা সম্বন্ধে বিচাৰ কৰি এটা নিৰ্ভুল সিদ্ধান্তত উপনীত হোৱাটো অতি কঠিন কাম। শাস্ত্ৰীয় অংশৰ বাহিৰে বাকী অংশবোৰত থকা উপাদানসমূহৰ কোনোখিনি ক'ৰ পৰা গ্ৰহণ কৰা হৈছে, সেই সম্বন্ধে বিচাৰ কৰিবৰ কাৰণেও বিবিধ স্তৰৰ লোকনাট্য আৰু লোকনৃত্য-পৰম্পৰাৰ বিষয়ে গভীৰ অধ্যয়নৰ প্ৰয়োজন।

উপযুক্ত সামাজিক আৰু প্ৰাকৃতিক পৰিৱেশ নথকা কাৰণে ব্ৰহ্মপুত্ৰ উপত্যকাত চিত্ৰকলাৰ যথেষ্ট বিকাশ আৰু প্ৰচাৰ হোৱা নাছিল। সেইবাবে চিত্ৰকলাৰ সহায়েৰেও এনে স্তৰৰ নৃত্যৰ বিষয়ে জানিবৰ উপায় নাই। খ্ৰীঃ ১৩ শতিকাৰ পৰা ১৭ শতিকাৰ শেষলৈকে মূৰ্তিকলাৰ অভাৱৰ কাৰণে কোনো মূৰ্তিৰ যোগেদিও ১৬।১৭ শতিকাৰ নৃত্যভংগিমাৰ শুদ্ধ ৰূপ দেখা পোৱাৰ সম্ভাৱনা নাই।

এইবিলাক কথা বিচাৰ কৰি চোৱাৰ পাছত কেৱল পৰম্পৰা আৰু অনুমানৰ বাহিৰে অন্য সবল প্ৰমাণৰ আশা কৰিব পৰা নাযায়।

**বাস্তু, মূৰ্তি আৰু চিত্ৰকলা ঃ—** অংকীয়া নাটৰ প্ৰসংগত বাস্তুকলা সম্বন্ধে সামান্য উল্লেখ কৰা হৈছে। ৰজাঘৰীয়া সবল পৃষ্ঠপোষকতা ন'হলে বাস্তু-কলাক স্থায়ী ৰূপ দিয়াটো সম্ভৱ নহয়। খ্ৰী° ১৬ শতিকাৰ কামাখ্যা মন্দিৰতকৈ পুৰণি বাস্তুকলাৰ ভগ্নাৱশেষ ব্ৰহ্মপুত্ৰ উপত্যকাৰ ঠায়ে ঠায়ে পোৱা যায় যদিও সেইবোৰ খ্ৰী° ১৩ শতিকাৰ আগৰ বস্তু। খ্ৰী° ১৩ শতিকাৰ পৰা ৰাজনৈতিক সুস্থিৰতাৰ অভাৱত বাস্তুকলাই বিকাশ লাভ কৰাটো সম্ভৱ হৈ উঠা নাছিল। কামাখ্যামন্দিৰৰ বাস্তুকলাও শংকৰদেৱৰ বৈকুণ্ঠপ্ৰয়াণৰ পাছৰ হোৱাই বেছি সম্ভৱ। গতিকে শংকৰদেৱৰ সমকালীন ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাস্তুকলা সম্বন্ধে আমি ভাল দৰে স্পষ্ট এটা চিত্ৰ দাঙি ধৰিব নোৱাৰোঁ।

মহাপুৰুষীয়া বাস্তু কলাৰ স্পষ্ট নিদৰ্শন নামঘৰসমূহ শিল-ইটা আদি স্থায়ী বস্তুৰে সজাটো সম্ভৱ নাছিল। গতিকে শংকৰদেৱৰ সময়ত সজা কীৰ্তনঘৰৰ আহিঁ আজি পাবলৈ নাই। তথাপি চলি অহা পৰম্পৰাই তৎকালীন কলাৰ এটা ধৰণা আমাক দিব পাৰে। এই নামঘৰসমূহ অন্যান্য মন্দিৰৰ পৰিবৰ্তে ধৰ্ম-মন্দিৰ ৰূপেই ব্যৱহৃত হ'লেও ইয়াৰ সামাজিক প্ৰয়োজন আৰু ব্যৱস্থাপদ্ধতি বহুত পৃথক্। ইয়াত পাৰ্থিববস্তুৰ স্থায়িত্বতকৈ কলাত্মক সংস্কাৰৰ স্থায়িত্বৰ ওপৰতহে বেছি গুৰুত্ব দিয়া হৈছিল। দৈত্যাৰি ঠাকুৰৰ চৰিতত মাধৱদেৱে বৰপেটাত এটা ধুনীয়া নামঘৰ সজোৱা আৰু তাত ভাওনা যাত্ৰা কৰা কথা পোৱা যায় (দ্ৰ অং ৬৫)। এই প্ৰসংগত আছে—

নটুৱা পাতিয়া নাট কৰিলা বিস্তৰ।  
নাট দেখি লোকৰ আনন্দ বহুতৰ॥ ৬৫।১২  
কৰিলা ঝুমুৰা দধিমথন তাহিত। +  
নানা ৰসে কৰিলন্ত আৰ নানা গীত॥  
পাতিলা গোসাঁইৰ ঘৰ মহামনোৰম।  
কামৰূপে আনঘৰ নাই তাক সম॥ ১৩  
দেখন্তে লোকৰ মনে আনন্দ পৰম।  
চাৰে নৰনাৰী সবে ঘৰ নিৰুপম  
দশোদিশে লোক সবে চাহিবে আসিলা।  
গৃহৰ কথাক সিটো ৰাজায়ে শুনিলা ॥১৪

+ ইয়াত 'দধিমথন' শব্দ ঝুমুৰাৰ বিশেষণ বা নাম নহয়। দধিমথন আৰু ঝুমুৰা (ৰাসঝুমুৰা) হোৱাহে সম্ভৱ।

*    *    *    *

এক কালে ৰাম যাত্ৰা কৰাইবাক প্ৰতি ।
সবে তান্তিকুছিয়া লোকৰ ভৈল মতি ॥২৬
মাধৱদেৱৰ আগে বুলিলেক লোক ।
বাপ ৰামবিজয় যাত্ৰা কৰিয়োক ।

*    *    *

বুলিলন্ত পাছত সুন্দৰ নটুৱাক ॥
দিব্য কৰি ৰামৰ প্ৰতিমা সাজিয়োক ॥ ২৯

*    *    *    *

কতো সকলক দিলা ৰথ সাজিবাক ॥
কহাক নানান চো সাজিবাক দিলা ।
ৰাম-যাত্ৰাৰ গীত আপুনি কৰিলা ॥ ৩১ ॥ ইত্যাদি ।

উদ্ধৃত ১৩ সংখ্যক পদত গোসাঁইঘৰ (নামঘৰ)ৰ যি পৰিচয় দিয়া হ'ল, তাৰ পৰা বুজা যায় যে—সেই ঘৰ নিশ্চয় কলাপূৰ্ণ আছিল। সত্ৰ আৰু গাঁৱৰ পুৰণি নামঘৰবোৰৰ বহুতেতে পুৰণি কলাত্মক পৰম্পৰাৰ পৰিচয় পোৱা যায়; কিন্তু তাত মূৰ্তি আৰু চিত্ৰহে কলাৰ প্ৰধান লক্ষণ ৰূপে দেখা যায়, বাস্তু কলাৰ বেছি লক্ষণ নাই। পশ্চিম অংশ অৰ্ধবৃত্তাকাৰ টুপভঙা আৰু দুফালে বাৰান্দা দুটাই আন ঘৰতকৈ নামঘৰৰ পাৰ্থক্য দেখুৱায়। পৃথক্ মণিকূটঘৰ শংকৰদেৱৰ সময়তে সজা হৈছিলনে নহৈছিল নিশ্চত ভাবে কোৱা টান। মাধৱদেৱৰ আজ্ঞাপৰ ভৱানীপুৰীয়া গোপাল আতা, বদুলাআতা প্ৰভৃতি জনদিয়েক পৰৱৰ্তী গুৰুৰ পৰম্পৰা ৰক্ষা কৰি অহা সত্ৰসমূহত একেধৰণৰ মণিকূট দেখা নাযায়। পুৰুষোত্তম ঠাকুৰৰ পৰম্পৰাৰ সত্ৰসমূহতহে নামঘৰ-মণিকূটৰ ব্যৱস্থা সাধাৰণতে প্ৰচলিত আহিছে দেখা যায়। + বৰদোৱা থানত এনে মণিকূটৰ অভাৱ আন এটা চকুত লগা কথা।

ডাঙৰ ডাঙৰ খুটাৰে গহীন আৰু পৌৰাণিক কাহিনী-ব্যঞ্জিত মূৰ্তি তথা চিত্ৰেৰে অলংকৃত নামঘৰে এটা সাত্ত্বিক পৰিৱেশ সৃষ্টি কৰি আহিছে। গতিকে এই প্ৰসংগতে নামঘৰ আৰু ভাওনাত ব্যৱহৃত মূৰ্তি তথা চিত্ৰ সম্বন্ধে কিছু আলোচনা কৰা আৱশ্যক।

---

+ ভৱানীপুৰীয়া গোপালৰ পৰম্পৰাৰ অনিৰুদ্ধদেৱৰ পৰা বঢ়া সত্ৰত উত্তৰ মুৱা নামঘৰ দেখা যায়। লক্ষীমপুৰ জিলাৰ প্ৰাচীন ভূঞা বংশৰ অনিৰুদ্ধই গোপাল আতাৰ পৰা ধৰ্ম গ্ৰহণ কৰিলেও সত্ৰীয়া ব্যৱস্থাত স্বকীয় প্ৰাচীন পৰম্পৰাও বহুত ক্ষেত্ৰতে ৰক্ষা কৰি আহিল যেন অনুমান হয়।

**নামঘৰৰ মূৰ্তি ঃ—** অভিনয়ৰ লগত সম্বন্ধ থকা মূৰ্তি আৰু চিত্ৰ বাদ দিলেও নামঘৰৰ কেইটামান বস্তু বিশেষ ভাবে চকুত লগা বিধৰ। এইবোৰৰ ভিতৰত সিংহাসনৰ স্থান প্ৰথম। এই সিংহাসনখন ৰাজসিংহাসনৰ অনুৰূপ নহয়। কেউফালে একেধৰণৰ এই বস্তুটোৰ মূল আহি ক'ৰ পৰা লোৱা হৈছে, সেই বিষয়ে বিতং বিবৰণ দিয়াটো টান কথা। তিনিখাপ, পাঁচ খাপ বা সাতখাপ থকা সিংহমূৰ্তিযুক্ত আসনকে সিংহাসন * বোলা হৈছে যদিও হস্তীযুক্ত এই সিংহমূৰ্তিটো প্ৰকৃত সিংহৰ অনুৰূপ নহয়। আকৃতিত হাতীতকৈ ডাঙৰ সিংহ নামে পৰিচিত এই জন্তুটো মূলতে এটা কাল্পনিক বস্তু। এই বস্তুটোত 'বল' যিদৰে ব্যঞ্জিত হৈছে, সেই দৰে স্বাভাৱিকতা ব্যঞ্জিত হোৱা নাই। মুখাকৃতি সিংহতকৈ কিছু বেছি পৰিমাণে ঘোঁৰাৰ লগতহে মিলে। কেশৰ আৰু কাণো প্ৰতীকাত্মকহে স্বাভাৱিক নহয়। দেহৰ অন্যান্য অংগসমূহৰ গঠনো প্ৰতীক ধৰ্মী।

নামঘৰৰ সিংহাসনত থকা মূৰ্তিৰ লগত পুৰীৰ জগন্নাথ মন্দিৰত থকা সিংহ মূৰ্তিৰ ভালেখিনি সাদৃশ্য দৃষ্টি গোচৰ হয়; কিন্তু পুৰীৰ সেই সিংহটোতকৈ নামঘৰৰ সিংহ অধিক প্ৰতীকধৰ্মী। পুৰীৰ সিংহ কিছু পৰিমাণে তমিল প্ৰদেশৰ মন্দিৰ সমূহৰ তোৰণ বা প্ৰৱেশ দ্বাৰৰ ওপৰত থকা শৰভৰ দ্বাৰা প্ৰভাৱিত যেন ধাৰণা হয়।



* ভাগৱতস্থাপন কৰা আসনৰূপে সিংহাসন'ৰ ব্যৱহাৰ শংকৰদেৱৰ সময়ত সম্ভৱতঃ হোৱা নাছিল। এনে ৰাজকীয় আড়ম্বৰপূৰ্ণ আসনৰ উল্লেখ চৰিত গ্ৰন্থতো নাই। সত্ৰসমূহৰ ওপৰত ৰাজকীয় প্ৰভাৱৰো সংকেত এই সিংহাসনে দিব পাৰে।

কোনো কোনো আলোচকে এই 'সিংহটো'ৰ আহিৰ ওপৰত তাইসকলৰ যোগেদি অহা শ্যামদেশীয় প্ৰভাৱ থকা বুলি অনুমান কৰে। আসনত থকা টঙ্কা কেইচটা খুৱাবৰ কাৰণে সিংহৰ পিঠিত ৰখা কাঠ দুচটাৰ ঠাইত পাখিৰ কল্পনা ৰূপায়িত কৰা দুই এখন সিংহাসন কোনোবা ঠাইত দেখিবলৈ পোৱা গ'লেও সেই দুখন পাখি এই সিংহৰ অপৰিহাৰ্য বস্তু নহয়। গুৱাহাটীৰ এম্পাৰিয়াত থকা সিংহাসনৰ পাখিলগা সিংহ এই শ্ৰেণীৰ বিশেষ নমুনা। এই নমুনা চাই বহুজনে তাৰ লগত চীন দেশৰ কাল্পনিক জীৱ দ্ৰেগনৰ প্ৰভাৱ থকা বুলি ক'বলৈ বিচাৰে। এই ক্ষেত্ৰত আমাৰ ধাৰণা কিছু পৃথক্।

মানুহৰ দৰে দুটা ভৰিৰ ওপৰত নিৰ্ভৰ কৰি সৰু হাটী এটাৰ ওপৰত থকা সিংহ মূৰ্তি এটা গুৱাহাটীৰ সংগ্ৰহালয়ত দেখা যায়। তাৰ নিৰ্মাণ কাল খ্ৰী° অষ্টম-নৱম শতিকা মান বুলি ধৰা হৈছে। ইয়াৰ প্ৰাপ্তি স্থানো গুৱাহাটী। খ্ৰী° ৮।৯ শতিকাৰ সকলো মূৰ্তিকলাৰ আদৰ্শ ভাৰতীয় আছিল। খ্ৰী° ৭ ম শতিকাৰ দক্ষিণ ভাৰতৰ পল্লৱ ৰজাসকলৰ শাসন-কালত নিৰ্মিত মন্দিৰসমূহতো এনে আহিৰ মূৰ্তি দেখিবলৈ পোৱা যায়। তামিলনাদুৰ কাঞ্চী প্ৰভৃতি স্থানত থকা ভয়ানকতাব্যঞ্জক 'শৰভ আৰু অসমত 'সিংহ' নামে পৰিচিত এই জন্তুটোৰ মূৰ্তিয়ে স্থান-কালভেদে কিছু পৃথক্ ৰূপ ধাৰণ কৰিলেও দুয়োটাই কলাত্মক দিশত একে বস্তু যেন ধাৰণা হয়। +

গুপ্তযুগৰ শেষৰ ফালৰ পৰাই দক্ষিণ পূৱ এচিয়াৰ দ্বীপ-উপদ্বীপ সমূহতো ভাৰতীয় সভ্যতা-সংস্কৃতিৰ প্ৰভাৱ যথেষ্ট পৰিমাণে পৰিবলৈ ধৰিছিল। ভাৰতীয় আহিৰ প্ৰভাৱ থকা অনেক উৎকৃষ্ট কলাৰ উদাহৰণ আজিলৈকে সেই দেশবোৰত সুৰক্ষিত হৈ আছে। এনে স্থলত দক্ষিণ-পূব এচিয়াৰ লগত কিবা সাদৃশ্য থাকিলেও সিংহাসনত ব্যৱহাৰ কৰা 'সিংহ'মূৰ্তিৰ আহি মূলতঃ দক্ষিণ ভাৰতীয়হে হোৱা সম্ভৱ। হাতীৰ ওপৰত থকা দক্ষিণ ভাৰতীয় সিংহমূৰ্তিৰ এটি চিত্ৰ ওপৰত দিয়া হৈছে।

সিংহাসনৰ খাপবোৰৰ বিষয়েও দেশী-বিদেশী নানা প্ৰকাৰৰ প্ৰভাৱৰ কল্পনা কৰা হয়। আমি এই সম্পৰ্কে বহল আলোচনা কৰিব খোজা নাই ; কিন্তু

---

+ দক্ষিণ ভাৰতৰ মন্দিৰত থকা শৰভৰ মুখৰ আহি মধ্যকালীন কামৰূপৰ মূৰ্তিকলাতো কিছু দেখা যায়। গুৱাহাটীৰ ৰিজাৰ্ভ বেংকৰ প্ৰৱেশ-পথত থোৱা সূৰ্য আৰু বিষ্ণু-মূৰ্তিৰ শীৰ্ষভাগত থকা মুখাকৃতিটো সম্পূৰ্ণ দক্ষিণ ভাৰতীয় আহিৰ উদাহৰণ ৰূপে ল'ব পাৰি।

তিনিখাপ, পাচঁখাপ আৰু সাতখাপৰ নানা প্ৰতীক ধৰ্মী কল্পনাৰ মূলতেও আমাৰ দেশীয় আদৰ্শ থাকিব পাৰে। উদাহৰণ স্বৰূপে খ্ৰী° ১১ শতিকাত নিৰ্মিত বুলি ধৰা ডিব্ৰুগড় জিলাৰ লবুৰা মৌজাত পোৱা গাম্ভীৰ্যপূৰ্ণ পিতলৰ বিষ্ণুমূৰ্তিটোলৈ আঙুলিয়াব পাৰি। খৰম পিন্ধি থকা এই বিষ্ণু পাঁচখপীয়া ভেঁটি এটাৰ ওপৰত থিয় হৈ আছে। ভাগৱত স্থাপন কৰা আমহী ঘৰটোও সাধাৰণতে মন্দিৰৰ আহিতে সজা হয়। বৈকুণ্ঠত জয়-বিজয় আদি পাৰিষদৰ দৰে মণিকুটৰ মুখতো গৰুড়পক্ষী আৰু হনুমানৰ মূৰ্তি অনেক সত্ৰীয়া নামঘৰত দেখা যায়। হনুমানৰ আকৃতি প্ৰায় একে ধৰণৰ। গৰুড় পক্ষীৰ আকৃতি সম্বন্ধে বিচাৰ কৰিব লগীয়া আছে। দশাৱতাৰৰ ভিতৰত মৎস্য, কূৰ্ম, বৰাহ আৰু নৃসিংহৰ মূৰ্তি সম্বন্ধেও একে লগতে বিচাৰ কৰা হ'ব। এইবিলাকৰ উপৰিও খুটা, গছা, ঠগি, কৰ্ষণি আদিত নানা বিধৰ মূৰ্তি আৰু চিত্ৰ দেখিবলৈ পোৱা যায়। কাছ আৰু পদ্মফুলৰ প্ৰতীকাত্মক চিত্ৰও নামঘৰসমূহত বা সত্ৰীয়া শিল্পত যথেষ্ট পৰিমাণে দেখা যায়: কিন্তু এই সকলো বস্তুৰে আহি' কেৱল শংকৰী যুগৰ বুলি ক'ব নোৱাৰি। অধিকাংশই প্ৰাক্‌শংকৰী যুগৰ নানা ঠাইৰ পৰা সংগৃহীত শিল্প-কলাৰ পৰিচয় দিয়ে। খ্ৰী° ৫ম শতিকাৰ পৰা খ্ৰী° ১৩শ শতিকাৰ ভিতৰত গঢ় লোৱা ব্ৰহ্মপুত্ৰ উপত্যকাৰ শিল্প-কলাৰ লগত তুলনা কৰি চালেই এই বিষয়ে জানিব পৰা যাব। লগতে ভাৰতবৰ্ষৰ অন্যান্য অঞ্চলৰ লগত থকা সম্পৰ্কও বহু পৰিমাণে দৃষ্টিগোচৰ হ'ব।

দক্ষিণ ভাৰতৰ মূৰ্তি আৰু চিত্ৰৰ লগতো শংকৰী যুগৰ মূৰ্তি আৰু চিত্ৰৰ সাদৃশ্য যথেষ্ট দেখা যায়। এই শ্ৰেণীৰ দুটামান উদাহৰণ তলত দাঙি ধৰা হ'ল।

(১) শংকৰদেৱৰ কালিদমন নাটত কালি সৰ্পৰ সহস্ৰ ফণা আৰু কৰযোৰ কৰি আঠু লৈ স্তুতি কৰা কথা আছে। ভাগৱতৰ মূলত (১০।১৬।৫৫ কেৱল 'কৃষ্ণং-প্ৰাহ কৃতাঞ্জলি' বোলা হৈছে। আঠুকঢ়া অংশটো শংকৰদেৱৰ নাটত নতুনকৈ জোৰা দিয়া হ'ল। কালিয় সৰ্পাকৃতি হ'লে আঠুকঢ়া আৰু কৃতাঞ্জলি হোৱা দুয়োটাই অসম্ভৱ কল্পনা। এনে কল্পনাৰ এটা মূৰ্তি মাদ্ৰাচ-সংগ্ৰহালয়ত আছে। সেই মূৰ্তিৰ ফণাৰ মাজভাগত মানুহৰ মুখ এখনো দিয়া হৈছে। কালিদমন নাটৰ ভাওনাৰ বাবে কৰা মুখাবোৰতো এনেকুৱা মানুহৰ মুখ সজা প্ৰথা আছে।

(২) পাখিৰ বাহিৰে সকলো অংগ মানুহৰ নিচিনা আৰু ঠোঁট নথকা গৰুড় পক্ষীৰ মূৰ্তি মাদ্ৰাচ-সংগ্ৰহালয়ত আছে। নামঘৰ সমূহত থকা গৰুড় পক্ষীৰ মূৰ্তি-বোৰ ইয়াৰ অনুৰূপ; কিন্তু অসমৰ বহু সংখ্যক মূৰ্তিতে ঠোঁট আছে আৰু হাত-ভৰিত চৰাইৰ নিচিনা নখ আছে। ঝাঁসীজিলাৰ দেৱগড় মন্দিৰৰ গজেন্দ্ৰৰ মূৰ্তিত

থকা গৰুড় পক্ষীও কেৱল পক্ষযুক্ত অর্থতহে পক্ষী। অসমৰ দৰে ঠোঁট আৰু নখযুক্ত নহয়।

(৩) মাদ্রাচ-সংগ্রহালয়ত থকা নৰসিংহৰ মুখখন প্রকৃত সিংহৰ অনুৰূপ বুলিব পাৰি; কিন্তু অসমৰ নৰসিংহৰ মুখ আগতে বর্ণিত শৰভৰ পৰিৱর্তিত ৰূপ ঘোঁৰা মুখীয়াহে। নৰসিংহৰ বাহিৰে মৎস্য, কূর্ম আৰু বৰাহ চতুর্ভুজ অৰ্দ্ধ'নৰ ৰূপত দক্ষিণ-ভাৰত আৰু অসমতো পোৱা যায়। মৎস্য আৰু কূর্মৰ তলছোৱা যথাক্রমে মাছ আৰু কাছ ৰূপত থাকিলেও ওপৰছোৱা সম্পূর্ণ চতুর্ভুজ বিষ্ণু। বৰাহৰ তলছোৱা ডিঙি-লৈকে বিষ্ণু, কেৱল মুখাকৃতিহে বৰাহৰূপী।

(৪) বিল্বমংগল বা লীলাশুক-ৰচিত কৃষ্ণকর্ণামৃতত থকা 'বালগোপাল'ৰ স্তুতিৰ অনুৰূপ ভৰিৰ বুঢ়া আঙুলি চুপি থকা বালগোপালৰ মূর্তি মাদ্রাচ-সংগ্রহা-লয়ত দেখা যায়। ভাগৱতৰ ৩।৩৩।৪ শ্লোকতো বালগোপালৰ এই ৰূপৰ উল্লেখ আছে। মাধৱদেৱৰ "চিন্তহু বালগোপাল" শীর্ষক বৰগীততো এই মূৰ্তিৰ বর্ণনা দিয়া হৈছে।

(৫) অন্যান্য সামগ্রীৰ ভিতৰত দক্ষিণ ভাৰতৰ মন্দিৰত থকা দৰা, বিষ্ণুৰ হাতত নাল লগা চক্র, কাঠৰ গছা আৰু খুটাত থকা চৰাই, ঘোঁৰা, লতা-ফুল আদি বহুত বস্তু আমাৰ নামঘৰৰ বস্তুৰ লগত মিলে। পদ্মৰ প্রতীকটো উড়িষ্যা, দক্ষিণ ভাৰত আৰু অসমত একে ধৰণৰ।

কিছুমান বস্তুৰ ক্ষেত্রত দক্ষিণ ভাৰতৰ সাদৃশ্যৰ অভাৱ; কিন্তু নেপাল প্রভৃতি উত্তৰৰ পার্বত্য অঞ্চলৰ প্রভাৱ দৃষ্টিগোচৰ হয়। উদাহৰণ স্বৰূপে শিৰো-ভূষণৰ কথা মন কৰিব লগীয়া। দক্ষিণ ভাৰতৰ মূৰ্তিবোৰত শিৰোভূষণ টুপীৰ দৰে; কিন্তু অসমত এনে ধৰণৰ শিৰোভূষণতকৈ পর্বতশৃংগৰ শাৰীৰ অনুকৰণত গঢ় দিয়া কিৰীটিৰ প্রচলন বেছি দেখা যায়। তিব্বত আৰু নেপালৰ কলাত এই শ্রেণীৰ কিৰীটিহে দেখা যায়। গতিকে মাটিকঠালৰ পাতৰ দৰে জোঙা আৰু আগটো ওলমি থকা কিৰীটিৰ আঁহি নেপাল প্রভৃতি উত্তৰ-পশ্চিম দিশৰ দেশ-সমূহৰ পৰাই আহিব পাৰে। কৈলাস আৰু মানস সৰোবৰলৈ যোৱাৰ বাটত তিব্বত নেপাল আৰু ভাৰতৰ সীমামূৰীয়া অঞ্চলত আমাৰ সিংহাসনৰ দৰে কেইবাথপুৰীয়া বেদীৰ ওপৰত স্থাপিত মূর্তি আৰু বাইচকলৰ চকাৰ সমান পৰিধিৰ তাল দেখি-বলৈ পোৱা যায়। বর্তমান ভোটান ৰাজ্যৰ বাসিন্দাসকলেই কেৱল ভুটীয়া নহয়। কাশ্মীৰৰ পূবৰ পৰা অসমৰ উত্তৰলৈকে হিমালয় অঞ্চলৰ উত্তৰে থকা তিব্বত দেশকো ভোট দেশ বোলা হয়। ভোটদেশবাসী সকলোলোককে ভুটীয়াও বোলা

হয়। গতিকে 'ভোৰতাল' শব্দৰ মূলে 'ভোটতাল' শব্দও' তিব্বত দেশীয় তাল' অৰ্থতহে গ্ৰহণ কৰা হৈছিল।

**ভাৰতীয় কলাৰ দৃষ্টিত অসমৰ কলা :—** নামঘৰৰ কলা কেৱল মহাপুৰুষীয়া কলা বুলি ক'ব নোৱাৰি। শংকৰদেৱৰ মহাপুৰুষীয়া ধৰ্মৰ আদৰ্শৰ লগত সংগতি ৰাখি ভাৰতবৰ্ষৰ বিভিন্ন অঞ্চলৰ আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰাক্ বৈষ্ণৱ যুগৰ কলাৰ আধাৰত নামঘৰৰ কলাক মাত্ৰ নতুন গঢ় দিয়া হৈছে। গতিকে ইয়াৰ উৎস সম্বন্ধে গভীৰ আৰু বিস্তৃত ভাবে বিচাৰ-বিশ্লেষণ কৰিব লগীয়া আছে। এই ক্ষেত্ৰত অসমৰ গৱেষকসকলৰ মাজত আজি পৰ্যন্ত সক্ৰিয়তাৰ পৰিচয় কোনো-জনেই দিব পৰা নাই। আমাৰ বোধেৰে তলত দিয়া ধৰণে বিভিন্ন দিশত নামঘৰৰ দৃশ্য-কলাৰ বিচাৰ-বিশ্লেষণ কৰিব লগীয়া আছে।

নামঘৰৰ কলা (ক) মূৰ্তি




দশমশতিকাৰ পাছত গঢ়লোৱা ভাৰতৰ পাঁচোটা প্ৰধান কেন্দ্ৰৰ কোন- টোৰ লগত কিমানখিনি উপাদানৰ সাদৃশ্য নামঘৰৰ কলাত দেখা যায়, সেই বিষয়েও আলোচনা হোৱা নাই। তাৰ পূৰ্বৰ ভাৰতীয় আৰু অভাৰতীয় কলাৰ লগত তুলনা কৰাটো দূৰৰে কথা। শংকৰদেৱৰ বৈশিষ্ট্য যদি কিবা আছে তেনে হ'লে এই শ্ৰেণীৰ বিচাৰৰ পাছতহে সেইটো স্থিৰ কৰিব পৰা হ'ব। শংকৰ-দেৱৰ পাছতো শংকৰী ধৰ্ম আৰু কলাৰ বিবিধ ক্ষেত্ৰত ভাৰতীয় নতুন কলাৰ প্ৰভাৱ পৰাটো অসম্ভৱ নহয়। আনহাতে ব্ৰহ্মপুত্ৰ উপত্যকাৰ পূব অংশত সামান্য ভাবে হ'লেও আহোমসকলৰ যোগেদি অহা দক্ষিণপূব এচিয়াৰ প্ৰভাৱ পৰিব পাৰে।

(খ) চিত্ৰ

ভূষণদ্বিজ, দৈত্যাৰি ঠাকুৰ, বৈকুণ্ঠদ্বিজ আৰু ৰামানন্দদ্বিজৰ চৰিতত শংকৰদেৱে কোনো চিত্ৰ অংকন কৰা কথাৰ উল্লেখো নাই ; কিন্তু ৰামচৰণ ঠাকুৰৰ গুৰুচৰিত, কথা-গুৰুচৰিত, বৰদোৱাচৰিত আদিত সাত বৈকুণ্ঠৰ চিত্ৰ অংকন কৰি চিহ্নযাত্ৰা ভাওনা পতাৰ বৰ্ণনা দিছে। তান্তীকুছিৰ তাঁতীৰ হতুৱাই বৃন্দাবনৰ চিত্ৰ অংকন কৰা 'বৃন্দাবনী বস্ত্ৰ'ৰ কাহিনীও সৃষ্টি হ'ল। এই কাহিনীবোৰে শংকৰদেৱক চিত্ৰ শিল্পী ৰূপেও পৰিচিত কৰিলে ; কিন্তু ইয়াৰ মূলত সত্যতাৰ পৰিমাণে কিমান লুকাই আছে জনা টান। আদ্যদশমৰ কথাবস্তুৰ চিত্ৰসম্বলিত 'চিত্ৰভাগৱত'ৰ চিত্ৰত শংকৰদেৱৰ পোনপটীয়া প্ৰভাৱ কিমান সেইটোও বিচাৰ্য। এই শ্ৰেণীৰ সকলো কথা বিচাৰ কৰি চাবৰ কাৰণে মূৰ্তি কলাৰ দৰেই চিত্ৰ-কলাৰো ভাৰতীয় পটভূমি সম্বন্ধে আলোচনা কৰাৰ প্ৰয়োজন হয়। শিল্পৰ দৃষ্টিত চিত্ৰসমূহক প্ৰধান ভাবে তিনিটা শ্ৰেণীত বিভক্ত কৰিব পাৰি।

(১) ইলোৰা-অজন্তা আদিৰ আঁহিত গঢ়লোৱা ভিত্তি চিত্ৰ। খ্ৰীঃ অষ্টম শতিকামানৰ পাছত এই শ্ৰেণীৰ শিল্পকলাৰ প্ৰচেষ্টা হ্ৰাস পাই আহিল।

(২) ইলোৰা-অজন্তাৰ বৃহদাকাৰ চিত্ৰৰ পাছত গ্ৰন্থসমূহত লঘুচিত্ৰৰ প্ৰাচুৰ্য দেখা গ'ল। ইয়াত পূৰ্বৰ চিত্ৰ-শিল্পত থকা গাম্ভীৰ্য আৰু সৌন্দৰ্য ৰক্ষা পৰা নাই। তালপত্ৰ আৰু ভূৰ্জপত্ৰৰ দৰে লঘু সামগ্ৰীৰ আধাৰত এই শ্ৰেণীৰ চিত্ৰ অংকিত হৈছিল। খ্ৰীঃ দশম শতিকমানৰ পৰা অপভ্ৰংশ ভাষাৰ সাহিত্যসমূহত এই চিত্ৰসমূহে ঠাই পাই আহিছে কাৰণে এই চিত্ৰশৈলীক অপভ্ৰংশ চিত্ৰশৈলীও বোলা হয়।

(৩) বস্ত্ৰ চিত্ৰসমূহৰো এটা নিজা শৈলী আছে। কাপোৰত বহা মানৱ-চিত্ৰ আৰু লতা-ফুল-গছ প্ৰভৃতিতো বিবিধ চিত্ৰ-শৈলীৰ প্ৰভাৱ থাকিব পাৰে। শংকৰদেৱৰ জীৱনচৰিতত থকা বৃন্দাবনী বস্ত্ৰৰ কাহিনী সত্য হওক বা নহওক সেইটো সুকীয়া কথা ; কিন্তু কাপোৰত তেনে কথাবস্তুৰ চিত্ৰ অংকন কৰা প্ৰথা নাথাকিলে এই শ্ৰেণীৰ কল্পিত কাহিনী গঢ় ল'ব নোৱাৰে। সিংহাসন আৰু ঠগা আদিত পুথি ঢকা কাপোৰ বা গোসাঁই কাপোৰবোৰত যি শ্ৰেণীৰ চিত্ৰ-শিল্পৰ প্ৰয়োগ হৈ আহিছে, তাৰো একোটা স্বকীয় ধাৰা আছে। গামোছা প্ৰভৃতি অন্যান্য বস্ত্ৰশিল্পৰ ক্ষেত্ৰতো এই কথা খাটে। এনে দৃষ্টিৰে আমাৰ চিত্ৰ বিদ্যাৰ অধ্যয়ন হোৱা যেন লগা নাই।

এই তিনিও বিধ চিত্ৰৰ সম্বন্ধে আলোচনা কৰাটো এইখিনিত প্ৰাসংগিক হ'লেও, সেইটো সূক্ষ্ম ভাবে বহল আলোচনাৰ বিষয়। গতিকে এই ক্ষেত্ৰত উল্লেখ

মাত্ৰহে সম্ভৱ ; কিন্তু অপভ্ৰংশ শৈলীৰ পুৰণিপুথিত থকা চিত্ৰসমূহৰ ক্ষেত্ৰতো আমাৰ যথেষ্ট আলোচনা হোৱা নাই। তলত অপভ্ৰংশ শৈলীৰ এটা সামান্য পৰিচয় দাঙি ধৰা হৈছে।

অপভ্ৰংশ শৈলী

(ক) পূৰ্বী শৈলী বা পাল শৈলী — (খ) পশ্চিমী শৈলী বা জৈন শৈলী

(ক) পাল ৰজাসকলৰ শাসনকালত (খ্ৰী° ৮ শতিকাৰ শেষ ভাগৰ পৰা ১১ শতিকাৰ প্ৰথম পাদলৈকে) ভাৰতৰ পূৰ্বাঞ্চলত এই শৈলীৰ বিকাশ হৈছিল। তিব্বত আৰু নেপালৰ পুথিতো এই শৈলীৰ চিত্ৰই ঠাই পাইছিল। মহাযান বৌদ্ধ মতৰ বিষয়বস্তুৱে এই শৈলীত বিশেষ স্থান লাভ কৰিছিল। এই শৈলীৰ চিত্ৰত প্ৰচুৰ বক্ৰৰেখা থাকিলেও চিত্ৰত সৰলতা বা স্বাভাৱিকতা বেছি।

(খ) পশ্চিমী বা জৈন শৈলীৰ চিত্ৰসমূহ সৰল বিধৰ নহয়। চকু দীঘল হৈ কাণৰ ওচৰ পোৱা, পেটটো বেছি সৰু আৰু নাক বৰ জোঙা হোৱা আদি কিছুমান বিশেষ লক্ষণ এই চিত্ৰসমূহত দেখা যায়। খ্ৰী° ১৩৫০ চনৰ পৰা ১৪৫০ চনৰ ভিতৰত এই শ্ৰেণীৰ চিত্ৰকলাৰ অধিক উৎকৰ্ষ সাধন হোৱা দেখা যায়। জৈন শৈলীৰ চিত্ৰ কাগজতো আঁকিবলৈ লোৱা হৈছিল। ভাৰতীয় সংগীত-শাস্ত্ৰত বৰ্ণিত ৰাগ-ৰাগিণীৰ চিত্ৰ, কৃষ্ণলীলা আৰু ৰীতি-গ্ৰন্থৰ (সাহিত্যিক অলংকাৰ গ্ৰন্থৰ) বিষয়বস্তুৱে এই শৈলীৰ চিত্ৰত বিশেষ স্থান লাভ কৰিছিল। এই শৈলীৰ বিকাশ কাৰ্যটো গুজৰাতৰ পৰা আৰম্ভ হৈছিল। ইয়াৰ পৰা পাছত ৰাজস্থানী চিত্ৰশৈলী গঢ় লৈছিল আৰু ১৬/১৭ শতিকাত ই মোগল শৈলীৰ লগত মিলি গ'ল।

খ্ৰী° ১৬ শতিকাৰ পৰা বিকশিত হ'বলৈ ধৰা মোগল শৈলীৰ চিত্ৰৰ লগত শংকৰদেৱৰ সমকালীন চিত্ৰকলাৰ সম্বন্ধ যে বেছি হ'ব নোৱাৰে, সেই কথা সহজেই ধৰিব পাৰি ; কিন্তু শংকৰদেৱৰ পাছৰ যুগত মোগল চিত্ৰশৈলীৰ প্ৰভাৱ ব্ৰহ্মপুত্ৰ উপত্যকাৰ চিত্ৰ-কলাত পৰাটো অসম্ভৱ নহয়। এই প্ৰসংগত এটা কথা মন কৰিব লগীয়া যে— মোগল কলাত বস্তুৰ আকৃতি স্বাভাৱিকতাৰ ফালে বহুখিনি আগবাঢ়ি গৈছিল। ৰাজস্থানী আৰু পাহাড়ী + চিত্ৰকলাও এই দিশত শংকৰ-

---

+ পাহাড়ী চিত্ৰশৈলীও ৰাজস্থানী চিত্ৰশৈলীৰে এটা পৃথক্ ধাৰা। কাংগড়া অঞ্চলত ইয়াৰ প্ৰচাৰ বেছি কাৰণে ইয়াক কাংগড়া শৈলী বা হিমাচল শৈলী বুলিও কোৱা হয়। হিমালয়ৰ যি অঞ্চলৰ মাজেদি শতদ্ৰু, বিপাশা আৰু ইৰাৱতী নদী বৈ গৈছে, মহাভাৰতত ত্ৰিগৰ্ত নামে পৰিচিত সেই অঞ্চলেই আজি-কালি কাংগড়া নামে জনাজাত। হিমাচল চিত্ৰ শৈলীৰ ৰচনাকাল ১৭ শতিকাৰ পৰা ১৯ শতিকাৰ মাজ ভাগলৈকে।

দেৱৰ সমকালীন ব্ৰহ্মপুত্ৰ উপত্যকাৰ চিত্ৰকলাতকৈ বেছি বস্তুধৰ্মী আছিল। চিত্ৰ-ভাগৱত আৰু নামঘৰৰ দৃশ্যকলাৰ লগত জড়িত ব্ৰহ্মপুত্ৰ উপত্যকাৰ চিত্ৰকলাত ৰাজস্থানী, পাহাড়ী আৰু মোগলশৈলীৰ কলাতকৈ অপভ্ৰংশ-শৈলীৰ চিত্ৰকলাৰহে প্ৰভাৱ বেছি যেন মনে ধৰে। এই ক্ষেত্ৰত গৱেষণাধৰ্মী আলোচনাৰ অভাৱ পৰিলক্ষিত হয়।

## সমাজ-সংগঠন

(ক) **সংগঠনৰ স্বৰূপ** ঃ— সমাজ এটা গতিশীল ব্যৱস্থাৰ নাম। ব্যৱস্থাৰ সংযোজন, বিভাজন, ত্যাগ আদি নানা প্ৰকাৰৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া সমাজত ঘটি থাকে কাৰণে ই পৰিবৰ্তনশীল। 'সংগঠন' শব্দটোও এই পৰিবৰ্তনৰ সূচক। এই প্ৰসংগত সংগঠন শব্দটোৱে কোনবোৰ ব্যৱস্থাৰ সংযোজন, কোনবোৰ ব্যৱস্থাৰ বিভাজন আৰু কোনবোৰ ব্যৱস্থাৰ ত্যাগ বুজাইছে, সেইটো আলোচ্য বিষয় হ'ব পাৰে। লগতে কোনটো লক্ষ্যত উপনীত হ'বৰ কাৰণে এনে ব্যৱস্থাৰ আশ্ৰয় লোৱা হৈছে, সেইটোও বিচাৰৰ বিষয়।

ব্যৱস্থাৰ আঁৰত এটা সমষ্টিগত ভাৱ লুকাই আছে। সমষ্টিগত ব্যৱস্থাৰ পৰম্পৰাই সমাজৰ পৰম্পৰা। গতিকে ব্যক্তিৰ সমষ্টিয়েই সমাজ নহয়। ব্যক্তিসমূহৰ জন্ম-মৃত্যুৰ সীমাৰে সমাজক সীমাবদ্ধ কৰিব নোৱাৰি সমাজৰ স্বৰূপটো সমূহীয়া চিন্তাৰ লগতে কালব্যাপ্তিৰ লগতো জড়িত হৈ আছে। সামূহিক চিন্তাটো ব্যক্তিগত জীৱনদৰ্শনৰ লগত জড়িত হোৱাৰ দৰেই ঐতিহাসিক পৰিবৰ্তনৰ লগতো জড়িত। 'ঐতিহাসিক পৰিবৰ্তন' শব্দটোৱেও আকৌ ভূ-প্ৰকৃতিৰ ওপৰত নিৰ্ভৰ কৰি গঢ় লোৱা আৰ্থিক জীৱনৰ লগত সম্বন্ধ স্থাপন কৰে। এনে স্থলত জীৱন-দৰ্শন কেৱল ৰহস্যৱাদীয়েই হ'ব নোৱাৰে, বস্তুবাদী দিশটোৰ গুৰুত্বও তাত যথেষ্ট বেছি। সমাজৰ সংগঠন বা উদ্দেশ্যজনিত পৰিবৰ্তনৰ ক্ষেত্ৰত এই সকলো কথাৰ প্ৰতি চকু ৰাখিব লগীয়া হয়। শংকৰদেৱৰ সমাজ-সংগঠনৰ বিষয়ে বিচাৰ কৰিবলৈ যাওঁতেও এই কথা মন কৰিব লাগিব। তেওঁৰ লক্ষ্য আৰু ব্যৱস্থাও দৰ্শন আৰু ইতিহাস সাপেক্ষ।

(খ) **ব্যক্তি আৰু সমাজ**ঃ— ব্যক্তিহীন সমাজৰ অস্তিত্ব অসম্ভৱ যদিও এটা কথা মন কৰিবলগীয়া যে — ইতিহাসে চুকি নোপোৱা সুদূৰ অতীততহে ব্যক্তিৰ প্ৰয়োজনে পৰিয়ালৰ সংকীৰ্ণ গণ্ডীত সমাজ-সৃষ্টিৰ পাতনি মেলিছিল। তাৰ পাছত পৰিয়াল কিছুমানৰ সমষ্টি ৰূপত এখোখন সৰু সমাজ আৰু সৰু সমাজ

কিছুমানৰ সমষ্টিত একোখন বহল সমাজ গঢ় লোৱাৰ ক্ৰম বা ইতিহাস আৰম্ভ হ'ল। এই ক্ৰমবদ্ধ গতিত ব্যক্তিৰ প্ৰয়োজনৰ সমষ্টিত সমাজ গঢ়ি উঠাতকৈ সমাজৰ প্ৰয়োজনৰ অংশ ৰূপেহে ব্যক্তিৰ ব্যক্তিত্ব গঢ় ল'বলৈ ধৰিলে। ইতিহাসৰ গতিৰ পৰিবৰ্তনে আজি আমাৰ সমুখত এনে এটা অৱস্থাহে সৃষ্টি কৰিছে, যিটো অৱস্থাত ব্যক্তিৰ সমষ্টিত সমাজৰ সৃষ্টি হৈছে বুলি ক'ব নোৱাৰি; সমাজৰ একোটা ক্ষুদ্ৰ অংশকহে ব্যক্তি বুলিব পাৰি। অৰ্থাৎ সমাজৰ অখণ্ড ধাৰাটোতহে ব্যক্তিৰ সৃষ্টি, বিকাশ আৰু লয় হৈছে। কোনো ব্যক্তিয়ে বা ব্যক্তি-সমষ্টিয়ে সমাজৰ স্বাভাৱিক গতিৰ লগত সংগতি নৰখাকৈ নতুন সামাজিক ব্যৱস্থাৰ প্ৰবৰ্তন কৰোঁ বুলি কৰিব নোৱাৰে। ঐতিহাসিক ক্ৰমপৰিবৰ্তনৰ স্বাভাৱিক গতি সম্বন্ধীয় সূক্ষ্ম ধাৰণা বা বোধ এই ক্ষেত্ৰত অতি প্ৰয়োজনীয় বস্তু। এই বোধেই ব্যক্তিৰ ব্যক্তিত্বৰ সৰ্বপ্ৰধান উপাদান। এই বোধকে সমাজ-চেতনা বা সমাজ-দৰ্শন বুলিও ক'ব পাৰি। ব্যক্তিগত জীৱন-দৰ্শন এই সমাজ-দশনৰ একোটা অংশ বা দিশ। ব্যক্তিৰ জীৱন-দৰ্শন এনেস্থলত সম্পূৰ্ণ স্বকীয় হ'ব নোৱাৰে। আনহাতে কোনোবা অত্যন্ত সবল ব্যক্তিত্বৰ অধিকাৰীজনে স্বকীয় জীৱন-দৰ্শন এটা নিজৰ বাবে গঢ় দি ল'লেও জনসাধাৰণৰ ক্ষেত্ৰত তাৰ প্ৰয়োগ সম্ভৱ নহয়। সেইবাবে কোনো কোনো ক্ষেত্ৰত সমাজ-সংগঠকসকলৰ ব্যক্তিগত সাধনা আৰু সমাজৰ বাবে দিয়া ব্যৱস্থাৰ মাজত পাৰ্থক্য দৃষ্টিগোচৰ হ'ব পাৰে। এই কাৰণেই মহাপুৰুষসকলৰ আচৰণতকৈ উপদেশৰ ওপৰতহে বেছি গুৰুত্ব দিয়া যায়। শংকৰদেৱৰ ব্যক্তিগত জীৱন-দৰ্শনৰ অনুকূল আচৰণ আৰু তেওঁৰ উপদেশ বা ব্যৱস্থাৰ মাজতো এনে পাৰ্থক্য দেখিবলৈ পোৱাটো অসম্ভৱ নহয়। এনেধৰণৰ পাৰ্থক্য প্ৰকৃততে বিসংগতিৰ পৰিচয় নহয়। ব্যৱস্থাদাতা সংগঠকৰ দায়িত্ববোধ আৰু বুদ্ধিমত্তাৰহে পৰিচায়ক। সামাজিক যোগ্যতা, ৰুচি আৰু প্ৰয়োজনলৈ চাই ব্যৱস্থাৰ পৰিবৰ্তন ঘটোৱাটো স্বাভাৱিক কথা। কোনো ঐতিহাসিক ব্যৱস্থা ৰবৰ-ষ্টাম্পৰ দৰে হ'ব নোৱাৰে। ধৰ্মও ঐতিহাসিক আৰু দাৰ্শনিক বিচাৰধাৰাৰ এটা দিশ মাত্ৰ। সমাজ আৰু ব্যক্তি উভয়ৰে প্ৰয়োজনীয় সমৃদ্ধি আৰু শান্তিয়েই ধৰ্মৰো লক্ষ্য-বস্তু। সমাজৰ ঐতিহাসিক পৰিবৰ্তনৰ লগত জড়িত আৰ্থিক জীৱন বা সমৃদ্ধিৰ উপৰিও অপাৰ্থিৱ মানসিক প্ৰয়োজনৰ অস্তিত্ব অস্বীকাৰ কৰিব নোৱাৰি। এনে প্ৰয়োজন-সিদ্ধিৰ কাৰণেই দৰ্শন আৰু কলাৰ সৃষ্টি হৈছে। এই প্ৰয়োজন সিদ্ধিৰে এটা নাম শান্তি। শান্তিৰ ক্ষেত্ৰত ব্যক্তি আৰু সমাজৰ মাজত থকা পাৰ্থক্য ক্ৰমে লোপ পাই আহে। ব্যক্তিক সমাজমুখী আদৰ্শত আগবঢ়াই নিওঁতে সামাজিক অনুশাসনতকৈ কলাত্মক অনুপ্ৰেৰণাৰ ওপৰত বেছি নিৰ্ভৰ কৰাটোৱেই শংকৰদেৱৰ সমাজমুখী ব্যৱস্থাৰ সৰ্বপ্ৰধান বিশেষত্ব।

ব্যক্তিগত প্ৰচেষ্টাৰ অভাৱত সামাজিক বিকাশ সম্ভৱ নহয় ; আকৌ ব্যক্তিগত প্ৰচেষ্টাও অনুকূল সামাজিক পৰিৱেশৰ অভাৱত সফল হৈ উঠিব নোৱাৰে। সেইবাবে শংকৰদেৱে এই দুয়োটাৰ পাৰস্পৰিক সহযোগিতাৰ প্ৰতি চকু ৰাখিব লগীয়া হৈছিল। ব্যক্তিৰ আধ্যাত্মিক সাধনাক যথা সম্ভৱ সামূহিক ব্যৱস্থাৰ লগত জড়িত কৰা আৰু কলাত্মক মাধ্যমেৰে জনপ্ৰিয় ৰূপ দি অবিকশিত সমাজক বিকাশৰ পথলৈ আকৰ্ষণ কৰাৰ প্ৰচেষ্টা এই ক্ষেত্ৰত লক্ষ্য কৰিবলগীয়া।

গ) **ব্যৱস্থা** ঃ— শংকৰদেৱৰ সমাজ-ব্যৱস্থাৰ বিস্তৃত আলোচনা এখন স্বতন্ত্ৰ গ্ৰন্থৰ বিষয় হ'ব পাৰে। আমি এই প্ৰসংগত এটা সংক্ষিপ্ত ৰূপৰেখাহে দাঙি ধৰাৰ চেষ্টা কৰিছোঁ। কিছুমান বিষয়ৰ কেৱল নামোল্লেখ কৰা হৈছে আৰু কিছুমান বিষয়ৰ দিগ্দৰ্শনৰ কাৰণে সামান্য ব্যাখ্যা দিয়া হৈছে। সংক্ষেপতে বিষয়সমূহৰ পাৰস্পৰিক সম্বন্ধ বুজিবৰ সুবিধাৰ কাৰণে তলত এটা চিত্ৰ দিয়া হ'ল।




(১)

জীৱনৰ অপৰিহাৰ্য আৰ্থিক প্ৰয়োজন-সিদ্ধিৰ কাৰণে সভ্য জগতৰ মানুহে কৃষি, শিল্প আৰু বাণিজ্যৰ আশ্ৰয় লয়। এই সকলো আৰ্থিক ব্যৱস্থাৰ লগত সম্বন্ধ ৰাখি সেইবিলাকক আগবঢ়াই নিবৰ কাৰণে এটা বুদ্ধিজীৱী শ্ৰেণীৰো সৃষ্টি হয়। ব্যক্তি আৰু সমাজ উভয়ৰে আৰ্থিক, নৈতিক আৰু আধ্যাত্মিক বিকাশৰ কাৰণে এনে এটা বুদ্ধিজীৱী শ্ৰেণীৰ আৱশ্যকতা অস্বীকাৰ

কৰিব নোৱাৰি। সমৃদ্ধিৰ কাৰণে প্ৰয়োজনীয় নতুন কলাকৌশলৰ আবিষ্কাৰ আৰু শান্তিৰ কাৰণে প্ৰয়োজনীয় দাৰ্শনিক তথা কলাত্মক বস্তুৰ সৃষ্টিত এই শ্ৰেণীৰ লোকেই আগ ভাগ লয়। নৈতিক জীৱনক আগবঢ়াই নিবৰ কাৰণে প্ৰয়োজনীয় সামাজিক শৃংখলাৰ দায়িত্বও এই শ্ৰেণীৰ লোকৰ হাতলৈ যায়। গতিকে সংখ্যালঘু হ'লেও সমাজত এই বুদ্ধিজীৱী শ্ৰেণীটোৰ গুৰুত্ব লক্ষ্য কৰিব লগীয়া। শাসক, ধৰ্মগুৰু আৰু কলাকাৰসকলৰো এটা অংশ এই বুদ্ধিজীৱী শ্ৰেণীৰ ভিতৰত পৰে। শংকৰদেৱো এই বুদ্ধিজীৱী শ্ৰেণীৰ লোক। তেওঁ শ্ৰম-জীৱী শ্ৰেণীৰ কৃষক, শিল্পী বা বণিক নহয়। সমাজ-সংগঠনৰ ক্ষেত্ৰতো তেওঁ কৃষি, শিল্প আৰু বাণিজ্যৰ পৰিবৰ্তনত হাত দিয়া নাই। তেওঁ নিজ ইচ্ছা মতে ত্যাগ কৰি যোৱা প্ৰশাসনীয় ব্যৱস্থাৰ লগতহে কৃষি, শিল্প আৰু বাণিজ্যৰ উন্নয়নৰ সম্বন্ধ আছিল। জনহিতকৰ কামৰ প্ৰসংগত যদি কৰবাত কেতিয়াবা এনে কামত সামান্যভাৱে লিপ্ত হৈছিল, সেইটো তেওঁৰ বাবে গৌণ কথাহে আছিল।

(২)

সমাজৰ নৈতিক আৰু কলাত্মক জীৱনৰ লগত তেওঁ বেছি পৰিমাণে জড়িত আছিল। বুদ্ধিজীৱী শংকৰদেৱে সমাজদৰ্শনৰ এটা ঐতিহাসিক পৰম্পৰাৰ আধাৰত তৎকালীন সমাজৰ বাবে উপযোগী বুলি বিবেচনা কৰা এটা নতুন দৰ্শন গঢ় দি লৈছিল; কিন্তু এই দৰ্শনৰ উপাদানবোৰ পুৰণি পৰম্পৰাৰ পৰা গ্ৰহণ কৰা হৈছে, তাৰ অনুপাত আৰু গাঠনিটোহে নতুন। সেই বাবে সাংখ্য, বেদান্ত, যোগ প্ৰভৃতি দৰ্শন আৰু ভাগৱত প্ৰভৃতি পুৰাণৰ উপাদানবোৰৰ ব্যাখ্যা বাদ দি শংকৰদেৱক সুকীয়াকৈ চাব নোৱাৰি। সমাজচেতনাৰ ইতিহাসত সময়ে যিবোৰ অনৈতিকহাসিক উপাদান আদৰ্শবাদী কলাৰ মাধ্যমেৰে ভৰাই দিছিল, সেইবোৰ বাদ দি তেওঁ নিজৰ কলাক যথাৰ্থবাদী ৰূপ দিয়াৰ চেষ্টা কৰা নাই। এনে যথাৰ্থবাদী প্ৰচেষ্টা সেই যুগৰ লক্ষণত নাই। তেওঁ যুগধৰ্মৰ অতীত ব্যক্তি নহয়। যুগধৰ্মক আওকাণ কৰিবলৈ যোৱা হ'লে তেওঁ বিফল মনোৰথেই হ'ল-হেঁতেন। তথাপি ধৰ্মীয় ব্যৱস্থাৰ লগত জড়িত সামাজিক অনুশাসনৰ ক্ষেত্ৰত শংকৰদেৱে কিছু বিপ্লৱী চিন্তাৰ পৰিচয় দিছিল। এই বিপ্লৱী চিন্তাও যুগধৰ্মৰ আহ্বানৰেই ফল আছিল। সমগ্ৰ ভাৰত জুৰি সেই সময়ত এনে বিপ্লৱী চিন্তাৰ জোৱাৰ উঠিছিল।

ভাৰতবৰ্ষৰ বাহিৰৰ দেশৰ লগত শংকৰদেৱৰ পোনপটীয়া সম্পৰ্ক নাছিল। তাৰ কাৰণ দুটা। এটা হ'ল এই যে— ইছলামধৰ্মীসকলৰ আগতে ভাৰতলৈ

আহি স্থায়ী ভাৱে থাকিবলৈ লোৱা সকলো বিদেশীলোক সংস্কৃতি আৰু ধৰ্মৰ ক্ষেত্ৰতো ভাৰতীয় হৈ পৰিছিল। ইছলামধৰ্মীসকলৰ ক্ষেত্ৰত এই ব্যতিক্ৰম ঘটিল যদিও ৰাজনৈতিক ক্ষমতাৰে ইছলামধৰ্মীসকল সবল আছিল কাৰণে ভাৰতীয় ধৰ্মগুৰু আৰু সামাজিক বিধি ব্যৱস্থা নিৰ্মাণ কৰোঁতাসকলে নৱাগতসকলক নিজৰ ব্যৱস্থাৰ মাজলৈ অনাৰ সাহস কৰিব নোৱাৰিলে। উদাৰতা আৰু দূৰদৰ্শিতাৰ অভাৱত নিজৰ অংগচ্ছেদ কৰি হ'লেও অন্ধবিশ্বাসী পৱিত্ৰতা ৰক্ষা কৰা নীতি অৱলম্বন কৰি থাকিল। সেই বাবে বানপানী বঢ়াদি ভাৰতবাসীৰ মাজত ইছলাম ধৰ্মীৰ সংখ্যা ক্ৰমে বাঢ়ি গ'ল। খ্ৰী' ৮।৯ শতিকাৰ পৰা ১৫ শতিকালৈকে ৬।৭শ বছৰীয়া ভাৰতৰ ইতিহাসত এই ক্ৰিয়াৰ প্ৰতিক্ৰিয়াও-বৰ কমহে দেখা গৈছিল। এই দিশত শংকৰদেৱৰ কিছু উদাৰ আছিল যদিও, তাক ব্যৱহাৰিক ৰূপ দিব পৰা নাছিল। সেই সময়ৰ ব্ৰহ্মপুত্ৰ উপত্যকাত অতি সংখ্যালঘু ইছলাম ধৰ্মীৰ কাৰণে কাম কৰিবলৈ যোৱা হ'লে সংখ্যা-গৰিষ্ঠসকলৰ ক্ষেত্ৰত আৰু বেছি বাধাৰ সৃষ্টি হ'লহেঁতেন। তথাপি কাৰ্যক্ষেত্ৰত সম্ভৱ নহ'লেও ভৱিষ্যতৰ কাৰণে আদৰ্শৰ ক্ষেত্ৰত তেওঁ এই ব্যৱস্থা দি গৈছে —

স্ত্ৰী-শূদ্ৰগণ অধম যৱন আনো যত পাপী নৰে।
হুয়া তত্ত্বপৰ বৈষ্ণৱজনৰ যদি শীল শিক্ষা ধৰে ॥ ৬০২
ইসবো মায়াক তৰি অনায়াসে পাৱয় হৰি ভকতি।
বৈষ্ণৱসবৰ মহিমা বিস্তৰ কি কৈবো তাক সম্প্ৰতি ॥ ××৬০৩
(ভাগৱত-২য় স্কন্ধ)

শংকৰদেৱৰ আদৰ্শত কাম কৰা মাধৱদেৱেও লিখিছে—

গাৰো ভোট যৱনে হৰিৰ নাম লয়।
হেনয় হৰিৰ নাম সজ্জনে নিশ্চয় ॥ ৪৮২ (নামঘোষা)

পৰিৱেশৰ প্ৰতিকূলতা আৰু সময়ৰ অভাৱত নিজে কাৰ্যকৰী কৰিব নোৱৰা একোটা কথা ভৱিষ্যৎ-পুৰুষৰ কাৰণে নিজৰ বাণীৰূপে সাহিত্যত থৈ গৈছে। মন কৰিব লগীয়া যে—সংস্কৃত সাহিত্যত 'যৱন' শব্দটো, গ্ৰীক আৰু পাৰস্যৰ লোকক বুজাবৰ কাৰণে ব্যৱহাৰ হৈছিল ; কিন্তু ব্ৰহ্মপুত্ৰ উপত্যকাৰ সাহিত্যত আৰৱ আৰু পাৰস্যৰ পৰা অহালোকৰ অৰ্থত ইছলাম ধৰ্মীসকলক বুজোৱা হ'ল। পুৰণি অসমৰ সাহিত্যত মুছলমান বা ইছলাম শব্দ পোৱা নাযায়।

ইউৰোপীয় বিদেশীৰ প্ৰশ্ন শংকৰদেৱৰ মনলৈ অহা নাছিল। ইয়াৰ কাৰণ হ'ল— তেওঁৰ জীৱন-কালৰ ভিতৰতে পশ্চিম ভাৰতত ইউৰোপীয় বিদে-

শীয়ে সামৰিক ঘাটি স্থাপন কৰিছিল যদিও তাৰ উপযুক্ত প্ৰতিক্ৰিয়া তৎকালীন ভাৰতৰ ৰাজনীতি আৰু সমাজনীতিত হোৱা নাছিল। গতিকে শংকৰদেৱৰ কাৰণেও এইটো সমস্যা সৃষ্টিয়েই হোৱা নাছিল।+ ধৰ্মীয় আৰু সাংস্কৃতিক ক্ষেত্ৰৰ নেতাসকলৰ কথা বাদেই পশ্চিম-সাগৰৰ লগত জড়িত দক্ষিণ ভাৰতীয় শাসক আৰু দক্ষিণ ভাৰতকো নিজৰাজ্যৰ সীমাৰ ভিতৰত ৰাখিবলৈ সদাই সচেষ্ট তুৰ্ক আৰু পাঠান শাসকসকলেও এই ক্ষেত্ৰত দূৰদৰ্শিতা আৰু সচেতনতাৰ পৰিচয় দিয়া নাছিল। এই সকলো কথালৈ চকু দিলে দেখা যায় যে— মধ্যযুগৰ আৰ্থিক ৰাজনৈতিক আৰু সাংস্কৃতিক চেতনাটো প্ৰকৃততে পূৰ্ণাংগ ঐতিহাসিক দায়িত্বসম্পন্ন আৰু বৈজ্ঞানিক আধাৰত গঢ় লোৱা বিধৰ সবল নাছিল। ভাৰতীয় নৱজাগৰণৰ এই পটভূমিত সুদূৰ পূব ভাৰতৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ শংকৰদেৱৰ কাৰণে সক্ৰিয় ব্যৱস্থা গ্ৰহণৰ কোনো উপায় নোহোৱাটোৱেই স্বাভাৱিক আছিল।

ভাৰতৰ বাহিৰৰ কোনো দেশৰ ৰাজনীতি আৰু সমাজ-সংস্কৃতিৰ লগত শংকৰদেৱৰ একো সম্পৰ্ক নাছিল। সেই বাবে ভাৰতীয়তাই তেওঁৰ সামাজিক আৰু সাংস্কৃতিক আদৰ্শৰ শেষ সীমা আছিল। প্ৰাদেশিক বা আঞ্চলিক ভাষাত সাহিত্য সৃষ্টি কৰিলেও সামাজিক আদৰ্শত আঞ্চলিক সংকীৰ্ণতাতকৈ বহল ভাৰতীয়তাইহে বেছি গুৰুত্ব লাভ কৰিছিল।

শংকৰদেৱৰ সমাজ-সংগঠনৰ দৃষ্টিত আঞ্চলিক সমাজক উন্নত আৰু অনুন্নত এই দুটা স্তৰত বিভক্ত কৰিব পাৰি। 'উন্নত' শব্দটো এই ক্ষেত্ৰত ভাৰতীয় সমাজ-সংস্কৃতিৰ নেতৃত্ব ল'ব পৰা বৈদিক বা পৌৰাণিক ধৰ্ম আগৰে পৰা মানি অহা লোকসকলক বুজাবৰ কাৰণে ব্যৱহাৰ কৰা হৈছে। আৰ্থিক অৱস্থা বা ৰাজনৈতিক ক্ষমতাৰ মানদণ্ডেৰে এই বিচাৰ কৰা হোৱা নাই। নতুনকৈ ভাৰতীয় সমাজ-সংস্কৃতি গ্ৰহণ কৰা বা কৰিব লগীয়া অৱস্থালৈ অহাসকলক এই প্ৰসংগত

---

+ খ্ৰী° ১৪৯৮ চনত পৰ্তুগালী নাৱিক ৰাস্কোদি গামা কালিকট বন্দৰত নামিছিলহি। খ্ৰী° ১৫০৩ চনত পৰ্তুগালীসকলে কোচিনত এটা দুৰ্গও স্থাপন কৰিলে। এই সম্পৰ্কত মুছলমান সামুদ্ৰিকসকলে বিৰোধ কৰিছিল। গুজৰাত সেই সময়ত ভাৰতীয় সামুদ্ৰিক বাণিজ্যৰ প্ৰধান ক্ষেত্ৰ আছিল। গুজৰাতৰ চুলতান মহম্মদ বেগড়ায়ো পৰ্তুগালীসকলৰ লগত যুজিছিল (খ্ৰী° ১৫০৭ চন)। প্ৰথমবাৰ পৰাস্ত হোৱাৰ পিছত পৰ্তুগীজ বেপাৰীসকলে দ্বিতীয়বাৰ 'দিউ'ৰ যুদ্ধত জয় লাভ কৰি পশ্চিম সমুদ্ৰত একাধিপত্য স্থাপন কৰিলে। খ্ৰী ১৫১০ চনত 'গোৱা' বীজাপুৰৰ শাসকৰ পৰা কাঢ়ি ল'লে আৰু ভাৰতস্থ পৰ্তুগালী অঞ্চলৰ ৰাজধানী পাতি ল'লে।

অনুন্নত বোলা হৈছে। এই দুয়োটা শ্ৰেণীৰ মাজত বিধি-ব্যৱস্থাৰ পাৰ্থক্য থকাটো স্বাভাৱিক। সাংস্কৃতিক সংযোজনৰ লগতে ব্যৱস্থাগত বিভাজনৰ প্ৰয়োজনো এই-খিনিতে আহি পৰে। প্ৰকৃততে এইটো ভেদভাৱ প্ৰণোদিত ব্যৱস্থা নহয়, মানসিক প্ৰস্তুতিৰ কাৰণেও এনে ব্যৱস্থাৰ প্ৰয়োজন। নতুন ব্যৱস্থাত খাপ খুৱাই ল'বৰ কাৰণে সকলোকে কিছু সময় লাগে। বহুত শাখা-প্ৰশাখাত বিভক্ত বিভিন্ন জনগোষ্ঠীৰ লোকসকলক এটা সামাজিক স্তৰলৈ তোলাৰ আদৰ্শটো একে পুৰুষতে বাস্তৱত পৰিণত হ'ব পৰা বস্তু নহয়। তাৰ বাবে উত্তৰ পুৰুষৰো চেষ্টাৰ প্ৰয়োজন। ওপ-ৰত উল্লেখ কৰা পদত বৈষ্ণৱ শীল-শিক্ষা গ্ৰহণ কৰা কথাটো এই বাবেই দিয়া হৈছে। আনহাতে কৈবৰ্ত আদি অনুন্নত শ্ৰেণীৰ লোককো উৎসাহিত কৰি লিখিছে—

আনো থানে কিছু মাত্ৰ হৈবেক ভকত।
ভজিবে প্ৰচুৰ প্ৰজা দ্ৰাবিড় দেশত ॥
কৃষ্ণৰ চৰণে ধৰি সুদৃঢ় বিশ্বাসে।
কৰি কৃষ্ণ-কীৰ্তন তৰিবে অপ্ৰয়াসে ॥ নিমিনৱসিদ্ধ ৩৯৩
(ভাগৱত মূল ১১।৫।৩৯-৪০)

ব্ৰাহ্মণ ক্ষত্ৰিয় বৈশ্য ইটো তিনি জাতি।
নুশুনিবে হৰি ভকতিক কাণ পাতি ॥ ১১০ দ্বাদশ স্কন্ধ।
শূদ্ৰসব অনেক কৈৱৰ্ত আদি কৰি।
অন্ত্যজ পৰ্যন্তে ভজিবেক মহা হৰি ॥
অপ্ৰয়াসে লভিবে ঈশ্বৰ মহা জ্ঞান।
এতেকে কলিত শূদ্ৰ কৈৱৰ্ত প্ৰধান ॥ ১১১ ॥
(মূ· ভা· ১২।৩।২৫)

এই উক্তি দুটাত যথাক্ৰমে দক্ষিণ ভাৰত আৰু অন্য ঠাইৰ শূদ্ৰ-কৈৱৰ্ত আদি লোকক প্ৰশংসা কৰিছে। মধ্যযুগৰ বৈষ্ণৱ আন্দোলন দ্ৰাবিড়লোক-প্ৰধান তামিল প্ৰদেশৰ পৰা আৰম্ভ হৈছিল। গতিকে এই আন্দোলনত বৈদিক পৰম্পৰাৰ লগত স্থানীয় দ্ৰাবিড় পৰম্পৰাৰ সমন্বয় ঘটিছিল। শংকৰদেৱৰ স্থানীয় সমাজতো বৈদিক-পৌৰাণিক পৰম্পৰাৰ লগতে স্থানীয় ব্যৱস্থাৰ সমন্বয় ঘটোৱাৰ প্ৰয়োজন হৈছিল। সেইবাবে ভাগৱত প্ৰভৃতি গ্ৰন্থসমূহৰ ভাঙনিতো ঠায়ে ঠায়ে মূলৰ পৰা আঁতৰি গৈ নিজৰ মত দাঙি ধৰিছে। ভাগৱতৰ ১২।৩।২৫ পদত শূদ্ৰ-কৈৱৰ্ত প্ৰভৃতি লোকসকল ভক্ত হ'ব এনে কথা কোৱা হোৱা নাই; 'সকলো মানুহেই শূদ্ৰৰ দৰে দুষ্ট হ'ব আৰু শূদ্ৰাদি প্ৰজাৰহে প্ৰতিপত্তি বাঢ়িব।' এনে অৰ্থত থকা শ্লোকৰ ভাৱ-পৰিৱৰ্তন কৰিছে ওপৰত দিয়া ধৰণে পদ ৰচা হৈছে।

সামাজিক সাম্যৰ কাৰণে পাছপৰি থকা লোকক আগবাঢ়িবলৈ ব্যৱস্থা দিয়াৰ লগতে আগ বাঢ়ি থকাসকলক বৈ দিবলৈ বা পাছ হুঁহকি যাবলৈ ক'ব নোৱাৰি। সেই বাবে ব্ৰাহ্মণ-কায়স্থ প্ৰভৃতি লোকৰ পৰম্পৰাগত কিছুমান আচাৰ-নীতিৰ বিৰোধ তেওঁ কৰা নাছিল। শংকৰদেৱৰ নতুন আদৰ্শ গ্ৰহণ কৰিবৰ কাৰণে যি দৰে ব্ৰাহ্মণ-কায়স্থভিন্ন অন্যলোকে উপনয়নআদি সংস্কাৰ কৰাৰ আৰু গায়ত্ৰী জপকৰাৰ প্ৰয়োজন নাই, সেই দৰে ব্ৰাহ্মণ-কায়স্থয়ো এই ব্যৱস্থাসমূহ ত্যাগ কৰাৰ প্ৰয়োজন নাই। কিছুমান পৰম্পৰাগত আচৰণ ক্ষেত্ৰবিশেষে আগবঢ়াত সহায় কৰাৰ দৰে কেতিয়াবা হেঙাৰ স্বৰূপো হৈ পৰে। অন্ধবিশ্বাসত গুৰুত্ব বঢ়াই যোৱা পৰম্পৰাই ব্যক্তি আৰু সমাজ উভয়কে পাছলৈ টানে। আৰ্থিক আৰু মানসিক স্তৰৰ ওপৰতেই মানুহৰ জীৱনৰ প্ৰকৃত মানদণ্ডই নিৰ্ভৰ কৰে। আৰ্থিক স্তৰৰ পৰিবৰ্তন সহজেই হ'ব পাৰে। মানসিক স্তৰৰ পৰিবৰ্তন আৰ্থিক পৰিবৰ্তনতকৈ কিছু ধীৰ গতিত হয়। সেই বাবে সমাজ-সংগঠনৰ ক্ষেত্ৰত মানসিক ৰুচি-সাম্যৰ প্ৰতিহে শংকৰদেৱে বেছি চকু ৰাখিছিল আৰু তাৰ কাৰণেই ধৰ্মীয় ব্যৱস্থাক কলাত্মক ৰূপ দিয়া হৈছিল। জাতি-সম্প্ৰদায় আদি পৰম্পৰা-প্ৰধান সামাজিক স্তৰে এই ক্ষেত্ৰত কাকো বাধাগ্ৰস্ত কৰিব নোৱাৰে।

সুৰুচি গঢ় দিবলৈ যাওঁতে কুৰুচিপূৰ্ণ কিছুমান আচৰণ আৰু ব্যৱস্থা ত্যাগ কৰাবো প্ৰয়োজন হয়। ব্ৰহ্মপুত্ৰ উপত্যকাত প্ৰচলিত তৎকালীন শাক্ত আৰু শৈৱ সম্প্ৰদায়ৰ কিছুমান বিধি-ব্যৱস্থা এনে কাৰণতেই শংকৰদেৱৰ ধৰ্ম গ্ৰহণকাৰীৰ কাৰণে ত্যাজ্য আছিল। তান্ত্ৰিক বিধিমতে পঞ্চতত্ত্বৰ প্ৰয়োগ শংকৰদেৱৰ ধৰ্ম আৰু সমাজ-ব্যৱস্থাত নিষিদ্ধ আছিল; কিন্তু পৰ্যাপ্ত পৰিমাণৰ দুগ্ধজাত দ্ৰব্যৰ অভাৱৰ কাৰণে সমাজত প্ৰায় অপৰিহাৰ্য ৰূপে ব্যৱহাৰ হোৱা খাদ্য সামগ্ৰী মৎস্য নিষিদ্ধ কৰা নাছিল। তথাপি তাক 'প্ৰসাদ'ৰ স্তৰলৈ নিয়া নহৈছিল। এই দৰে নিৰামিষ-ভোজীলোকৰ কাৰণে দেৱতাৰ প্ৰসাদ আৰু সাধাৰণ ভোজ্য পদাৰ্থৰ মাজত পাৰ্থক্য ৰক্ষা কৰা হৈছিল। এই ক্ষেত্ৰত পুষ্টি আৰু ৰুচি দুয়োটাৰে প্ৰতি লক্ষ্য ৰখা হৈছিল। মাহ, কল আদি কৃষিজাত খাদ্য সামগ্ৰীৰ অপৰিহাৰ্য প্ৰয়োগে ৰুচি আৰু পুষ্টিৰ লগতে অৰ্থনৈতিক দিশৰ লগত সম্বন্ধ স্থাপন কৰে। কলাৰ লগত সম্বন্ধিত সামগ্ৰীসমূহকো অৰ্থনৈতিক দিশেৰে চাব পাৰি।

**সত্ৰ আৰু নামঘৰ** ঃ— নৈতিক আৰু সামাজিক সংগঠনৰ দিশত সত্ৰ আৰু নামঘৰৰ ব্যৱস্থা গুৰুত্বপূৰ্ণ। সত্ৰ-ব্যৱস্থাত প্ৰাচীন ভাৰতীয় আশ্ৰম আৰু উত্তৰ-মধ্যযুগৰ মঠ বা আখৰাৰ প্ৰভাৱ থাকিব পাৰে। ভাৰতবৰ্ষৰ অন্যান্য দেৱ-প্ৰতিষ্ঠাৰ

সমূহৰ ক্ষেত্ৰতো কম-বেছি পৰিমাণে একেধৰণৰ ব্যৱস্থা গ্ৰহণ কৰা হৈছিল ; কিন্তু ৰাজকীয় পৃষ্ঠপোষকতাত চলা মন্দিৰ-ব্যৱস্থাতকৈ সত্ৰব্যৱস্থা অধিক সমাজমুখী। ধৰ্মগুৰুজনেই সত্ৰীয়া ব্যৱস্থাৰ মুখিয়াল ব্যক্তি হ'লেও এটা সমূহীয়া প্ৰচেষ্টাৰেহে সম্পূৰ্ণ সত্ৰানুষ্ঠান পৰিচালিত হয়। 'সত্ৰ' শব্দটোৰ অনেক অৰ্থ আছে যদিও এই ক্ষেত্ৰত 'সমাজ' অৰ্থই বেছি উপযোগী যেন লাগে। সত্ৰ শব্দৰ আন এটা অৰ্থই অনুষ্ঠানৰ কালব্যাপ্তিক বুজায়। তথাপি সমাজ অৰ্থতহে সত্ৰ শব্দৰ প্ৰচলন হোৱাটো বেছি সম্ভৱ।

প্ৰাচীন কালৰ আশ্ৰমসমূহ বৰ্তমান প্ৰচলিত বিশ্ববিদ্যালয়সমূহৰ দৰে শিক্ষা আৰু গৱেষণাৰ কেন্দ্ৰও আছিল। তত্ত্বদৰ্শী ঋষিসকলেই আছিল গৱেষক। বিদ্যালয় গ্ৰন্থালয় আৰু চিকিৎসালয় এই তিনিটা বস্তু আশ্ৰম আৰু বিশ্ববিদ্যালয় উভয়তে থাকে। আশ্ৰমত এই তিনিওটাৰ বাহিৰেও চতুৰ্থ বস্তু দেৱালয়ৰ স্থান গুৰুত্বপূৰ্ণ। বিশ্ববিদ্যালয়সমূহতকৈ আশ্ৰমসমূহৰ ওপৰত ৰাজকীয় প্ৰভাৱ কম আছিল। নিৰা-পত্তা ব্যৱস্থাত ৰাজকীয় প্ৰভাৱ থকাটো সুকীয়া কথা।

উত্তৰ ভাৰতত থকা ৰামাৱত সম্প্ৰদায়ৰ মঠ বা আখৰাসমূহো সামাজিক সংগঠনৰ কেন্দ্ৰ স্বৰূপ আছিল। একোটা অঞ্চলৰ প্ৰধান ধৰ্মাচাৰ্যৰ বাসস্থান বা তেওঁৰ সংগঠিত সমাজৰ কেন্দ্ৰ ৰূপে এই মঠবোৰ গঢ় লৈছিল। এনে কেন্দ্ৰত অতি কমেও 'সীতাৰাম'ৰ এটা মন্দিৰ থাকে। কেতিয়াবা সেই মন্দিৰতে অন্য-দেৱতাৰ বিগ্ৰহো ৰখা হয়। মন্দিৰৰ লগতে এটা সৰু ধৰমশালা ৰখাৰো নিয়ম আছে। এই ধৰমশালা বা অতিথিশালাতে মাজে-সময়ে সেই সম্প্ৰদায়ৰ লোক আহি থাকে বা গোট খায়। মঠ পৰিচালনাৰ কাৰণে হোৱা আৰ্থিক ব্যয়ৰ দায়িত্ব সাধাৰণতে সেই মঠৰ আশে-পাশে থকা সেই সম্প্ৰদায়ৰ লোকে বহন কৰে। কোনো কোনো ঠাইত এনে মঠৰ বাবে মাটি বা 'খাত'ৰ ব্যৱস্থাও আছিল।

খ্ৰী° ১৪ শতিকাৰ (১২৯৯-১৪১০ চন) ৰামানন্দই গঢ় দিয়া ৰামাৱত সম্প্ৰদায়ৰ বহুত লোকেই গৃহস্থী আছিল কাৰণে, তেওঁলোকৰ আচৰণ পদ্ধতিও বৰ জটিল নাছিল। ইষ্টদেৱ শ্ৰীৰামচন্দ্ৰক ব্ৰহ্মভাৱত নিৰ্গুণ আৰু জগতৰ মংগলৰ কাৰণে মনুষ্যৰূপধাৰী সগুণ এই দুয়োটা দৃষ্টিৰেই গ্ৰহণ কৰিছিল (উঃভাঃসংপঃ২২৯/৩০)।

এই শ্ৰেণীৰ মঠ বা আখৰাৰ উপৰিও আৰু অনেক সামাজিক অনুষ্ঠানৰ লগত সত্ৰব্যৱস্থাৰ সাদৃশ্য থাকিব পাৰে। ভাৰতবৰ্ষৰ বিভিন্ন অঞ্চলত থকা এনে-ধৰণৰ ধৰ্মীয় অনুষ্ঠানৰ পৰা শংকৰদেৱে আহি গ্ৰহণ কৰিব পাৰে। এই ক্ষেত্ৰত ৰাজানুগ্ৰহতকৈ সামাজিক প্ৰচেষ্টাৰ ওপৰতেই বেছি গুৰুত্ব আৰোপ কৰা হৈছিল।

শংকৰদেৱে ইচ্ছা কৰা হ'লে কোচৰজা নৰনাৰায়ণ বা চিলাৰায় দেৱানৰ অনুগ্ৰহত এটা স্থায়ী মন্দিৰ সজাই ল'ব পাৰিলেহেঁতেন ; কিন্তু তাকে কৰা হ'লে তেওঁৰ ধৰ্ম-মন্দিৰ, মূৰ্তি আৰু পুৰোহিত-প্ৰধান ব্যৱস্থাৰ দ্বাৰা প্ৰভাৱিত হোৱাৰ ভয় আছিল। জনসাধাৰণৰ সামূহিক প্ৰচেষ্টাৰ মূল্যও তেতিয়া কমি গ'লহেতেন। সত্ৰ-ব্যৱস্থাই শংকৰদেৱৰ সময়তে সম্পূৰ্ণ বিকশিত ৰূপ লাভ কৰিছিলনে কৰা নাছিল সেই সম্বন্ধে মতভেদ থাকিলেও এইটো নিশ্চিত কথা যে-শংকৰদেৱৰ ধৰ্ম, কলা আৰু সমাজদৰ্শনৰ আধাৰতেই সত্ৰব্যৱস্থাই গা কৰি উঠিছিল। এনে আঁহিত গঢ় দিয়া পাটবাউসী সত্ৰতেই তেওঁ দামোদৰদেৱক প্ৰথমে কামৰূপ অঞ্চলৰ ধৰ্মগুৰু পাতি নিজে কোচবিহাৰ অঞ্চলত ধৰ্মপ্ৰচাৰ কৰিবলৈ গৈছিল। মাধৱদেৱ প্ৰভৃতি শংকৰদেৱৰ পৰম্পৰাৰ অন্যান্য গুৰুসকলেও সেই একে আঁহিতে সত্ৰ স্থাপন কৰিছিল। কামৰূপ আৰু বেহাৰ অঞ্চলত গুৰুসকলে য'ত থাকি ধৰ্মপ্ৰচাৰ কৰিছিল, সেই স্থানসমূহ পাছলৈ 'থান' ৰূপে পৰিচিত হ'ল। কোনো কোনো স্থানত গুৰুসকলৰ প্ৰচাৰ কাৰ্য বন্ধ হোৱাৰ পাছত সত্ৰীয়া ব্যৱস্থাও লোপ পালে ; কিন্তু উজনিত ধৰ্মপ্ৰচাৰ কৰা গুৰুসকলে আগৰ ধৰ্ম-গুৰুসকলৰ 'থান'ত গুৰুত্ব নিদি প্ৰচাৰ কাৰ্যত বেছি গুৰুত্ব দিয়া বাবে পাছলৈ সত্ৰব্যৱস্থা পৰম্পৰাসূচক হৈ পৰিল। প্ৰথমতে স্থান বা ঘটনাৰ নাম অনুসৰিয়েই সত্ৰৰ নাম হৈছিল যদিও, পাছলৈ সেই পৰম্পৰাৰ গুৰুজন য'তে থাকে ত'তে সত্ৰয়ো পৰম্পৰা সূচক নামকে গ্ৰহণ কৰিছিল। গতিকে স্থানীয় প্ৰভাৱতকৈ পৰম্পৰাগত সত্ৰীয়া ব্যৱস্থাৰ অনুকূল সাংগঠনিক দিশটোৰ ওপৰত গুৰুত্ব বাঢ়িল।

খ্ৰী॰ ১৭ শতিকাৰ মাজভাগৰ পৰা আহোমৰজাৰ পৃষ্ঠপোষকতাত গঢ় লোৱা খনদিয়েক সত্ৰত ৰাজকীয় আঁহিয়ে প্ৰভাৱ বিস্তাৰ কৰিলে আৰু দেখাক দেখি অথবা পৰিস্থিতি বশতঃ অন্যান্য কিছুমান সত্ৰয়ো কিছু পৰিমাণে বাধ্য হৈ ভালেখিনি সামন্তী আঁহি গ্ৰহণ কৰিলে। কেৱল গুৰু-পৰম্পৰা ৰক্ষা কৰি অহা অধিকসংখ্যক সত্ৰ আৰ্থিক দৃষ্টিত দুৰ্বল। এই শ্ৰেণীৰ সত্ৰ সমূহত নানা কাৰণত গ্ৰন্থালয়, বিদ্যালয় আৰু চিকিৎসালয়ৰ অভাৱ দেখা যায়। কিন্তু গ্ৰন্থালয় নাথাকিলেও কিছুমান সত্ৰত পুৰণি পুথিৰ একোটা সংগ্ৰহ এতিয়াও আছে। চিকিৎসালয় নাথাকিলেও গুৰুসকলৰ বহুতেই প্ৰাচীন আৰু স্থানীয় পদ্ধতিৰ সাধাৰণ চিকিৎসা কাৰ্য এতিয়াও কৰা দেখা যায়।

সত্ৰীয়া সমাজক সংক্ষেপতে দুটা স্তৰত ভগাব পাৰি। সত্ৰৰ ভিতৰত থাকি ধৰ্মগুৰু বা সত্ৰাধিকাৰৰ সত্ৰ পৰিচালনা কাৰ্যত অংশগ্ৰহণ কৰি থকা লোকসকলক 'সত্ৰৰ ভকত' বোলা হয়। এই শ্ৰেণীৰ ভকত গৃহস্থী আৰু উদাসীন দুয়ো বিধৰে

হ'ব পাৰে। সত্ৰৰ বাহিৰৰ বিভিন্ন অঞ্চলত সিঁচৰিত হৈ থকা আৰু সত্ৰীয়া অনুশাসন যথা সম্ভৱ স্বীকাৰ কৰা লোকসকলক 'শিচ' (শিষ্য) বোলা হয়। কোনো কোনো প্ৰসংগত সত্ৰৰ বাহিৰত থকা শিষ্যসকলক চহৰীয়া শিষ্য বুলিও কোৱা হয়। চহৰীয়া শিষ্যৰ ভিতৰত ব্ৰাহ্মণ-কায়স্থৰপৰা মিচিং নগা, কৈৱৰ্ত প্ৰভৃতি সকলো সম্প্ৰদায়ৰ লোক থাকিব পাৰে বা আছে। সত্ৰীয়া ভকতৰ ভিতৰত ব্ৰাহ্মণ-কায়স্থ, কলিতা প্ৰভৃতি লোকৰ সংখ্যাই বেছি দেখা যায়। কেওত, কোচ, চুতীয়া প্ৰভৃতি লোকো কোনো কোনো সত্ৰত নথকা নহয়। সত্ৰত থকা ভক্তসকলে ব্যক্তিগত সাধনাৰ উপৰিও আধ্যাত্মিক, কলাত্মক, সামাজিক আৰু আৰ্থিক সকলো বিধৰে নিত্য-নৈমিত্তিক কাৰ্য সম্পাদন কৰি এটা সংগঠনপূৰ্ণ জীৱনচৰ্যাৰ আদৰ্শ চহৰীয়া শিষ্যসকলৰ আগত দাঙি ধৰে। এইদৰে সত্ৰানুষ্ঠানসমূহে অসমৰ সাংস্কৃতিক জীৱনৰ কাৰণে এটা আদৰ্শৰ পৰম্পৰা ৰক্ষা কৰি আহিছে। বৰ্তমান যুগৰ সমৃদ্ধিৰ বাবে প্ৰয়োজনীয় নতুন অৰ্থনীতিৰ লগত এই সত্ৰীয়া ব্যৱস্থা খাপখুৱাই লৈ সকলো শ্ৰেণীৰ লোক চলিব নোৱৰা হৈ আহিছে। এনে স্থলত পুৰণি সত্ৰ-ব্যৱস্থা অবিকৃত ভাবে ৰক্ষা কৰাটো সম্ভৱ নহয়। তথাপি জীৱনৰ কাৰণে প্ৰয়োজনীয় শান্তিলাভৰ উপায় স্বৰূপে ত্যাগ আৰু ভোগৰ মাজত থকা বিৰোধ দূৰ কৰি সুসংস্কৃত জীৱন-যাপনৰ আদৰ্শ দাঙি ধৰিব পৰা ক্ষমতা সত্ৰসমূহৰ হাতত এতিয়াও আছে।

সত্ৰসমূহৰ প্ৰধান কাৰ্যালয় নামঘৰ। এই নামঘৰ শব্দটো 'কীৰ্তনঘৰ' আৰু 'গোসাঁইঘৰ' শব্দতকৈ কিছু নতুন। দৈত্যাৰি প্ৰভৃতি পুৰণি চৰিতকাৰসকলৰ পুথিত গোসাঁইঘৰ শব্দৰ প্ৰয়োগলৈ চাই তাত 'গোসাঁই' অৰ্থাৎ মূৰ্তিৰো স্থান আছিল যেন লাগে; কিন্তু সত্ৰৰ বাহিৰে গাঁৱৰ নামঘৰত মূৰ্তিপূজাৰ ব্যৱস্থা সম্ভৱ নহয় আৰু মূৰ্তিপূজা এই সাধনমাৰ্গত অপৰিহাৰ্যও নহয়। গতিকে গাঁৱৰ কীৰ্তনঘৰসমূহ 'গোঁসাইঘৰ' নামে পৰিচিত হোৱা নাছিল। নাম-কীৰ্তনৰ ওপৰত থকা গুৰুত্বই এই ঘৰক কীৰ্তন-ঘৰ আৰু নামঘৰ নামে পৰিচিত কৰিলে; কিন্তু কীৰ্তনঘৰ শব্দটোও কিছুমান সত্ৰৰ বাহিৰে আন ঠাইত প্ৰচলিত নহ'ল। সেইবাবে আমি এই প্ৰসংগত নামঘৰ শব্দকে ব্যৱহাৰ কৰিছোঁ।

সত্ৰৰ নামঘৰৰ আহিতেই গাঁৱৰ নামঘৰসমূহো পৰিচালিত হয়। সত্ৰত কোনো এটা গুৰুপৰম্পৰাৰহে শিষ্য থাকে; কিন্তু গাঁৱৰ নামঘৰত বিভিন্ন গুৰু পৰম্পৰাৰ শিষ্যই একে লগে মিলি জুলি সকলো সাংস্কৃতিক কাৰ্য সম্পাদন কৰে। এইদৰে নামঘৰে সকলো সম্প্ৰদায়ৰ লোককে সত্ৰৰ আহিত নৈবেদ্য অৰ্পণ, নাম-কীৰ্তন, ভাওনা-যাত্ৰা আৰু সামাজিক বিধি-ব্যৱস্থাৰে শৃংখলা ৰখা আদি কাৰ্যৰ দায়িত্ব-

পালন কৰিবলৈ সুবিধা দি আহিছে। তাৰ ফলত গাঁৱৰ জনসাধাৰণৰ মাজত পাৰস্পৰিক সহযোগিতাৰ ভাৱ আৰু সুৰুচি বৃদ্ধিত সহায় হৈছে। লগতে বৌদ্ধিক তথা কলাত্মক বিকাশৰ বাবেও পৰিৱেশ সৃষ্টি হৈছে। সমাজ-উন্নয়নৰ ক্ষেত্ৰত এনেকুৱা ব্যৱস্থাৰ সুদূৰ প্ৰসাৰী প্ৰভাৱ লক্ষ্য কৰিবলগীয়া।

( ৩ )

ভক্তি আৰু কলা দুয়োটাই হৃদয়ৰ বস্তু। এই দুয়োটাৰে তিনিটা অৱস্থা বা স্তৰ আছে। তাৰে এটা আৱেগিক, এটা দাৰ্শনিক আৰু এটা ব্যৱহাৰিক বা ক্ৰিয়াত্মক। ওপৰে ওপৰে দেখাত এজন ব্যক্তি ভক্ত হ'লেও কলাপ্ৰেমী ন'হ'ব পাৰে আৰু এজন কলাপ্ৰেমী বা কলাকাৰো ভক্ত নহ'ব পাৰে; কিন্তু সূক্ষ্ম ভাৱে বিচাৰ কৰি চালে এনে সিদ্ধান্ত মানি ল'বলৈ টান। ব্যক্তিগত সাধনাৰ অভাৱ আৰু দোষ-যুক্ত সামাজিক পৰিৱেশৰ কাৰণে এনে হোৱা দেখা যায় যদিও, সেই অৱস্থাত ব্যক্তিৰ ব্যক্তিত্ব বিকাশত বাধা সৃষ্টি হয়। অৰ্থাৎ জীৱনৰ কাৰণে সেইটো স্বাভাৱিক গতি নহয়। বিকৃত সমাজ-ব্যৱস্থাই বাধাসৃষ্টি নকৰিলে এজন কোমল অন্তৰৰ ব্যক্তি সহানুভূতিশীল কলাকাৰ আৰু ভক্ত হোৱাটো স্বভাৱ-সিদ্ধ কথা। এই ক্ষেত্ৰত ভক্তৰ স্বৰূপ সম্বন্ধীয় ধাৰণাটো অৱশ্যে স্পষ্ট হ'ব লাগিব।

কলা আৰু ভক্তি উভয়ৰে চৰম ৰূপটো আৱেগাত্মক; কিন্তু বুদ্ধি-বিবেচনা শূন্য অবোধ ব্যক্তি এজন কলাকাৰ বা ভক্ত হোৱাটো সম্ভৱ নহয়। কলা বা ভক্তিৰ আৱেগৰ স্তৰটোৱে ব্যক্তিৰ জ্ঞানৰ স্তৰৰ ওপৰতো ভালেখিনি নিৰ্ভৰ কৰে। এই স্তৰৰ জ্ঞানটো দৰ্শনৰ লগত জড়িত বস্তু। নিজ নিজ জ্ঞান আৰু আৱেগৰ লগত সংগতি ৰাখিয়েই ব্যক্তিয়ে নিজৰ চৰিত্ৰ নিৰ্মাণ কৰে বা দৈনন্দিন জীৱনৰ কাৰ্য্যাৱলী নিৰ্দ্ধাৰণ কৰে। ধৰ্মৰ উপাদান ৰূপে স্বীকৃত কৰ্ম, জ্ঞান আৰু ভক্তি এই দৰেই পৰস্পৰে জড়িত হৈ আছে। কৰ্ম সদাই বস্তুৰ ওপৰত আধাৰিত। কলাৰ আৱেগো ইন্দ্ৰিয়গ্ৰাহ্য বস্তুৰ মাধ্যমেদিহে ইন্দ্ৰিয়াতীত বোধৰ স্তৰলৈ উঠিব পাৰে। ইন্দ্ৰিয়গ্ৰাহ্য আৰু ইন্দ্ৰিয়াতীত উপলব্ধিৰ মাজত সমন্বয় স্থাপন কৰাটোৱেই হ'ল দৰ্শনৰ গুৰুত্ব। নৈতিক অনুশাসন ভংগ কৰিবলৈ বিচৰা আৱেগ আৰু নৈতিক অনুশাসনক দৃঢ়তা দিয়া বিবেক-বুদ্ধি এই দুয়োটাই একেটা দৰ্শনৰে দুটা দিশ মাত্ৰ। সেই কাৰণে ইন্দ্ৰিয়গ্ৰাহ্য বস্তুৰ ক্ষেত্ৰত ভক্তসকল নৈতিক অনুশাসনেৰে শাসিত হৈ চলিব লগীয়া হয়; কিন্তু ৰহস্যৰ স্তৰত বা সূক্ষ্ম কলাত্মক অনুভূতিৰ ক্ষেত্ৰত ভক্তসকল সকলো প্ৰকাৰৰে অনুশাসনমুক্ত আনন্দময় হৈ পৰে।

শংকৰদেৱে নিজৰ আদৰ্শত সংগঠিত সমাজৰ কাৰণে যেনে কলাৰ প্ৰয়োজন উপলব্ধি কৰিছিল সেই কলা কেতিয়াও বাস্তৱ জীৱনৰ আধাৰহীন একেবাৰে নিৰলম্ব ৰহস্যবাদী হ'ব নোৱাৰে। ভোগৰ লগত কোনো সম্পৰ্ক নথকা ত্যাগ আৰু একেবাৰে সমৃদ্ধিহীন শান্তি অৰণ্যবাসী সন্ন্যাসীৰ বাহিৰে কোনো সামাজিক ব্যক্তিৰ বাবে সম্ভৱ নহয়। শান্তিৰ কাৰণে সমৃদ্ধি আৰু ভোগৰ কাৰণে ত্যাগৰ আদৰ্শহে এখন সুস্থ আৰু গতিশীল সমাজৰ কাৰণে গ্ৰহণযোগ্য হ'ব পাৰে। শংকৰদেৱৰ সমাজখন সন্ন্যাসীৰ বাবে সংগঠিত সমাজ নহয়, গৃহস্থীৰ বাবে সংগঠিত সমাজহে আছিল। তাৰ মাজতো যদি কোনোবা সন্ন্যাসী আছিল, তেনেহ'লে তেওঁলোক এইখন সমাজৰে সেৱাৰ কাৰণে আছিল।

তন্ত্ৰ ঃ— প্ৰাক্‌শংকৰী আৰু শংকৰীযুগৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ সমাজত পৌৰাণিক, তান্ত্ৰিক আৰু নাথপন্থী ধৰ্মীয় আদৰ্শ প্ৰধান ভাবে আছিল। এই তিনিওটাৰ ভিতৰত পৌৰাণিক আদৰ্শই শংকৰদেৱে গ্ৰহণ কৰিব পৰা ধৰ্মীয় আদৰ্শৰ ক্ষেত্ৰত অধিক অনুকূল ৰূপত আছিল। কোনো কোনো ঠাইত জৈনধৰ্মৰ সামান্য প্ৰভাৱ থাকিলেও সি অতি সামান্য ভাবেহে আছিল। মহাযান বৌদ্ধমতটো তান্ত্ৰিক শাক্ত আৰু শৈৱ মতত মিলি গৈছিল। মন্ত্ৰযান, বজ্ৰযান, সহজযান প্ৰভৃতি পৃথক্ পৃথক্ যান বা পদ্ধতিৰ নামত ধৰ্মীয় ব্যৱস্থাই সমূহীয়া কল্যাণৰ বাবে প্ৰয়োজনীয় সামাজিক আদৰ্শতকৈ ব্যক্তি-স্বাৰ্থপ্ৰধান গোপন সাধনাৰ ওপৰত বেছি গুৰুত্ব দিছিল। এনেধৰণৰ গোপনীয়তাই কুৰুচিপূৰ্ণ আচৰণ আৰু অন্ধবিশ্বাসকো প্ৰশ্ৰয় দিছিল। খ্ৰী° পূ° ৬ শতিকাৰ গৌতমবুদ্ধৰ বাণীৰ লগত কোনো সম্পৰ্ক নথকা বিকৃত পৰম্পৰা এটাক 'বৌদ্ধ' বোলা হৈছিল কাৰণেই বুদ্ধক বিষ্ণুৰ অৱতাৰ বুলি স্বীকাৰ কৰিও বৌদ্ধ মতক নিন্দা কৰিবলগীয়া হৈছিল। কীৰ্তনত আছে—

বুদ্ধঅৱতাৰে বেদপথ কৰি ছন।
বামানয় শাস্ত্ৰে মুহি আছে সৰ্বজন॥
নিচিন্তে চৰণ নাম নলৱে তোমাৰ।
সদাই প্ৰমত্তলোক পাষণ্ড আচাৰ॥

এই পদত বামানয় শাস্ত্ৰ আৰু পাষণ্ড আচাৰৰ লগত বৌদ্ধসকলক জড়িত কৰা হৈছে। কিয় কৰা হৈছে, তাৰ ব্যাখ্যা ভাৰতৰ্ষৰ বুৰঞ্জীয়ে দি থৈছে। তান্ত্ৰিক বৌদ্ধ ধৰ্মই ভাৰতৰ পৌৰাণিক দেৱ-দেৱীসকলকো বহুত ক্ষেত্ৰত বিকৃত ৰূপ দিলে। মূলতে তন্ত্ৰৰ সাধনমাৰ্গ সকলো ক্ষেত্ৰতে সাৰ্বজনীন ন'হলেও ব্যক্তিগত সাধনাৰ দিশত সুৰুচিসম্পন্ন আৰু উন্নত আদৰ্শবাদী বস্তু আছিল। যোগ আৰু দাৰ্শনিক জ্ঞানৰ সহা-

য়েৰে আগবঢ়া তান্ত্ৰিক সাধনাৰ লক্ষ্যও চিত্ত শুদ্ধিৰ দ্বাৰা লাভ কৰা ৰহস্যময় পৰম-তত্ত্বৰ উপলব্ধিজনিত আনন্দহে আছিল। মূলতে ইও পৌৰাণিক ধৰ্মৰেই এটা বিশেষ ধাৰা মাত্ৰ। বৈদিক আৰু পৌৰাণিক চিন্তাধাৰাৰ লগত সংগতি ৰাখিয়েই এই তন্ত্ৰই বিকাশ লাভ কৰিছিল। পাছলৈ ভাৰতৰ ভিতৰৰ আৰু তিব্বত আদি বাহিৰৰ দেশৰ পৰা অহা নানা জাতি-উপজাতিৰ চিন্তা আৰু আচৰণৰ প্ৰভাৱে বৌদ্ধ তন্ত্ৰৰ লগতে শৈৱাগম আৰু শাক্ততন্ত্ৰসমূহকো সুকীয়া ৰূপ দিলে। আনকি তন্ত্ৰ বুলিলেই 'পঞ্চ মকাৰ'ৰ প্ৰত্যক্ষ প্ৰয়োগ থকা বিশিষ্ট সাধনমাৰ্গৰ অৰ্থ গ্ৰহণ কৰা স্বভাৱ সমাজত গঢ় লৈ উঠিল। এনে স্থূলত তন্ত্ৰ আৰু তান্ত্ৰিক পদ্ধতিৰে উপাসনা কৰা দেৱতা উভয়ৰে ক্ষেত্ৰত সাৱধানতা অৱলম্বন কৰিব লগীয়া অৱস্থাৰ সৃষ্টি হ'ল। অন্যদেৱী-দেৱৰ উপাসনা এনে সামাজিক কাৰণতেই শংকৰদেৱে নিষিদ্ধ কৰিছিল। তথাপি শংকৰদেৱৰ দুই-তিনি পুৰুষৰ পাছৰ মহাপুৰুষীয়া ধৰ্মগুৰু সকলৰ পৰম্পৰাতো ৰাতিখোৱা, গোপীধৰা প্ৰভৃতি সুকীয়া সুকীয়া ৰূপত তান্ত্ৰিক সাধনমাৰ্গৰ প্ৰভাৱ পৰিল আৰু আজিলৈকে সেই প্ৰভাৱ অন্ধবিশ্বাসী সাধকসকলৰ বাবে 'পৰম ৰহস্য-তত্ত্ব' ৰূপে স্বীকৃত হৈ আছে।

পৌৰাণিক শাক্ত-শৈৱ উপাসনা-পদ্ধতিতকৈ তান্ত্ৰিক শাক্ত-শৈৱ উপাসনা-পদ্ধতি কিছু পৃথক্ আছিল। পাছত শাক্ত-শৈৱ সম্প্ৰদায়ত তান্ত্ৰিক উপসনাৰ নামত অবৈদিক লোকপৰম্পৰাৰ দেশী-বিদেশী প্ৰভাৱে যি পৰিৱৰ্তন আনিলে তাৰ পৰিচয় মাৰ্কণ্ডেয় পুৰাণৰ মহাকালী, মহালক্ষ্মী আৰু মহাসৰস্বতীৰ স্বৰূপ তথা উপাসনাৰ লগত কালিকাপুৰাণৰ শক্তিসমূহৰ স্বৰূপ আৰু উপাসনা-পদ্ধতিৰ তুলনা কৰি চালেই পোৱা যায়। খ্ৰী° ১৬ শতিকাত অৰ্থাৎ শংকৰদেৱৰ ধৰ্ম প্ৰচাৰৰ সময়ত ৰচিত শাক্ত গ্ৰন্থ যোগিনীতন্ত্ৰত এই সাধনমাৰ্গ কিছু মাৰ্জিত হোৱাৰ প্ৰমাণ পোৱা যায়। পৌৰাণিক পৰম্পৰাৰ বাহিৰৰ দেৱী কামাখ্যাৰ স্বৰূপ আৰু উপাসনা পদ্ধতিও খ্ৰী° ১৮ শতিকাৰ প্ৰথম ভাগৰে পৰা পৰ্বতীয়া গোঁসাইৰ ব্যৱস্থাৰ অধীনত ভালেখিনি সলনি হ'ল। কুকুৰা, গাহৰি আদিৰ বলিবিধানেৰে গাৰো পূজাৰীয়ে কৰা পূজাৰ ৰূপ ব্ৰাহ্মণ পূজাৰীৰ সময়ত সলনি হোৱাটো স্বাভাৱিক। তথাপি পৰম্পৰাৰ প্ৰভাৱ কিবা নহয় কিবা ৰূপত বহু কাললৈ থাকি যাব পাৰে। খ্ৰী° ১৬ শতিকামানৰ পৰা ব্ৰহ্মপুত্ৰ উপত্যকাৰ তান্ত্ৰিক শাক্ত-শৈৱ ধৰ্মত দ্ৰুত পৰিৱৰ্তনৰ এটা কাৰণ শংকৰদেৱৰ সমাজ-সংগঠনৰ পৰোক্ষ প্ৰভাৱো হ'ব পাৰে।

**নথাপন্থ :—** কৌলসাধক মৎস্যেন্দ্ৰনাথৰ শিষ্য হ'লেও গোৰখনাথৰ সাধন-মাৰ্গ অধিক সংস্কাৰধৰ্মী আছিল। গোৰখনাথ শুদ্ধ সন্ন্যাসধৰ্মৰ ওপৰত আত্মশীল

ব্ৰহ্মচৰ্য-ব্ৰতপালন কৰা নতুন আদৰ্শৰ ধৰ্মীয় নেতা আছিল। 'পঞ্চ মকাৰ'যুক্তসাধনাৰ গোৰখনাথ সম্পূৰ্ণ বিৰোধী আছিল। কালিকাপুৰাণৰ ৰচনা কালতে গোৰখনাথৰ সংস্কাৰ-আন্দোলনো আৰম্ভ হৈছিল। বৈষ্ণৱ আদৰ্শৰ জাগৰণো এই সময়ৰ পৰাই আৰম্ভ হৈছিল যেন লাগে। তাম্ৰশাসন আৰু কালিকাপুৰাণ উভয়তে এনে উদাহৰণ দেখা যায়। খ্ৰী' ১২ শতিকাৰ ধৰ্মপালৰ দ্বিতীয় শাসনত শিৱ আৰু শক্তিৰ গুৰুত্বৰ পৰিৱৰ্তে বৰাহ বিষ্ণুৰ প্ৰাধান্য দেখা গৈছে আৰু কালিকাপুৰাণৰ আৰম্ভণিও বিষ্ণুৰ বন্দনাৰে কৰা হৈছে। আনহাতে কালিকাপুৰাণে তান্ত্ৰিক সাধনমাৰ্গক বশিষ্ঠৰ অভিশাপৰ পৰিণাম বুলিছে আৰু শাপমুক্তিৰ কাৰণে বিষ্ণুৰ আগমন হ'ব বুলিছে। এই বিলাক কথাৰ পৰা এনে ধাৰণা হয় যে—তান্ত্ৰিক শাক্ত-শৈৱধৰ্মই গা কৰি উঠা সময়তো দুৰ্বল ভাবে হ'লেও তাৰ বিৰোধী পৰম্পৰা এটা সক্ৰিয় হৈ আছিল। খ্ৰী' ১১ শতিকামানৰ পৰা গোৰখনাথৰ শৈৱযোগমাৰ্গ আৰু বৈষ্ণৱ মাৰ্গ এই দুয়োটাই সমান্তৰাল ভাবে তন্ত্ৰৰ নামত প্ৰচলিত বামমাৰ্গী ব্যৱস্থাৰ বিৰোধ কৰি আহিছিল। এই দুয়ো শ্ৰেণীৰ সাধনাৰ ভিতৰত যোগসাধনা অত্যন্ত ব্যক্তিকেন্দ্ৰী আৰু কষ্টসাধ্য; বৈষ্ণৱ সাধনমাৰ্গ সৰ্বাধিক সমাজমুখী। গতিকে শৈৱ যোগমাৰ্গ আৰু পৌৰাণিক বৈষ্ণৱমাৰ্গৰ মাজত সমধৰ্মিতা আৰু ব্যৱস্থাগত বিপৰীতমুখিতা এই দুয়োটা স্বভাৱেই আছিল। এনে অৱস্থাত শংকৰদেৱৰ সাধনমাৰ্গ আৰু তাৰ অনুকূল সমাজ-ব্যৱস্থাই যোগমাৰ্গী নাথ-পৰম্পৰাৰ কাৰণে প্ৰতিকূল অৱস্থাৰ সৃষ্টি কৰিছিল।

যোগসাধনাৰ প্ৰণালীবদ্ধ জীৱনচৰ্যাৰ কাৰণে যেনেকুৱা শান্ত সামাজিক আৰু আৰ্থিক পৰিৱেশৰ প্ৰয়োজন, তেনেকুৱা পৰিৱেশ সমগ্ৰ ভাৰতত কম-বেছি পৰিমাণে নোহোৱা হৈ আহিছিল। বিদেশী আক্ৰমণৰ ফলত সঘনে হ'বলৈ ধৰা ৰাজনৈতিক আৰ্থিক পৰিৱৰ্তনৰ লগতে ধৰ্মপৰিৱৰ্তনৰ প্ৰশ্নও উপস্থিত হ'লত যোগমাৰ্গী সাধুসকলৰ দিনচৰ্যাৰ কঠিন ব্যৱস্থাৱলী মানি চলাটো সকলো শ্ৰেণীৰ লোকৰ কাৰণেই অসম্ভৱ হৈ আহিল। কিছুমান যোগমাৰ্গীলোক ইছলাম ধৰ্মতো দীক্ষিত হ'ল। যোগসাধনাৰ ক্ষেত্ৰত হোৱা এনে বিপৰ্যয়ৰ প্ৰভাৱ ব্ৰহ্মপুত্ৰ উপত্যকাৰ নাথপন্থী যোগীসকলৰ ওপৰতো পৰিল। যোগীসকলৰ এই বিপৰ্যয়ৰ সুবিধা লৈ পৌৰাণিক বৈষ্ণৱধৰ্মৰ সমৰ্থকসকলে নিজৰ সাধনমাৰ্গক জনপ্ৰিয় আৰু জনহিতকৰ ৰূপ দিয়াৰ চেষ্টা কৰিলে। তাকে কৰিবলৈ যাওঁতে যোগমাৰ্গত থকা উপাদান কিছুমানো গ্ৰহণ কৰা হ'ল।+

তান্ত্ৰিক শাক্ত ধৰ্মটো উচ্চ স্তৰৰ জনদিয়েক সাধকৰ বাহিৰে সাধাৰণ স্তৰৰ লোকৰ কাৰণে সকাম বা ভোগাকাংক্ষা-প্ৰধান আছিল। গতিকে ইয়াত নিৰ্গুণ

---

+ এই বিষয়ক উদাহৰণ এই পুথিৰ পৰিশিষ্ট ৰূপে পাছত দিয়া হৈছে।

সাধনাৰ মূল্য বৰ কম। যোগমাৰ্গৰ লক্ষ্য নিৰ্গুণ শিৱ আৰু ব্যৱস্থাও ত্যাগ-প্ৰধান নিষ্কাম ; কিন্তু তৎকালীন সমাজৰ কাৰণে এই দুয়োটাৰে মধ্যস্থতা কৰিব পৰা ব্যৱস্থাযুক্ত এটা নতুন পন্থাৰ প্ৰয়োজন হৈছিল। শংকৰদেৱে এনে ব্যৱস্থাৰে পুষ্ট এটা পন্থা অৱলম্বন কৰি তাৰে পৰা সমাজক সংগঠিত কৰিব খুজিলে। শংকৰদেৱৰ সাহিত্য আৰু সাধনমাৰ্গত তাৰ উদাহৰণ পোৱা যায়।

খ্ৰী° ১৮ শতিকাৰ আৰম্ভণিৰে পৰা আহোম শাসকসকলে মহা-পুৰুষীয়া বৈষ্ণৱ আদৰ্শত ব্যাপক ভাৱে সংগঠিত হোৱা সমাজৰ ব্যৱস্থা ওফৰাই দিবৰ কাৰণে বংগীয় বৈষ্ণৱ আদৰ্শ আৰু শাক্ত ধৰ্মক উৎসাহিত কৰিছিল। ভাগ-ৱত পুৰাণৰ প্ৰতিদ্বন্দ্বী ৰূপে ব্ৰহ্মবৈবৰ্ত পুৰাণৰ পদ ভাঙনিও এই যুগতে ৰাজকীয় পৃষ্ঠপোষকতাত কৰোৱা হৈছিল। যোগমাৰ্গী সাধনাৰ মতে সহস্ৰাৰ চক্ৰত শিৱ-শক্তিৰ মিলনৰ যি আনন্দ তাৰ অনুৰূপ গোলোক ধামত ৰাধা-কৃষ্ণৰ নিত্য ৰাসলীলাৰ বৰ্ণনা দিয়া ব্ৰহ্মবৈবৰ্তপুৰাণে বৌদ্ধ সহজীয়া, বৈষ্ণৱ, শৈৱ আৰু শাক্ত তন্ত্ৰৰ মাজত সমন্বয়ৰ চেষ্টা কৰিছিল ; কিন্তু এই সমন্বয়ৰ চেষ্টাই ৰাধা-কৃষ্ণৰ নিত্যৰাসৰ নামতো সমাজত যৌন আৱেদন-প্ৰধান বিকৃত ৰহস্যৱাদৰহে সৃষ্টি কৰিছিল। শংকৰী সাহিত্যৰ আহিত ৰচনা কৰা যোগমাৰ্গী শৈৱ আৰু বৈষ্ণৱ উভয় শ্ৰেণীৰে তৎকালীন সাহি-ত্যত এনে বিকৃত ৰহস্যৱাদৰ উদাহৰণ দেখা যায়। সম্ভৱতঃ ব্ৰহ্মপুত্ৰ উপত্যকাত মহাপুৰুষীয়া ধৰ্মৰ প্ৰভাৱ বাঢ়ি যোৱা সময়ত কিছুমান নাথপন্থী যোগী কাছাৰ, শ্ৰীহট্ট প্ৰভৃতি ওচৰৰ অন্য ঠাইলৈ গুচি গৈছিল আৰু শৈৱ সাধনমাৰ্গ ৰক্ষা কৰি থাকিবলৈ সচেষ্ট হৈছিল। সেই বাবে কাছাৰ, শ্ৰীহট্ট আদি ঠাইত বংগভাষাত ৰচিত সাহিত্যতো শংকৰদেৱৰ 'অনাদিপাতন'ৰ সৃষ্টিতত্ত্বৰ প্ৰভাৱ দেখিবলৈ পোৱা গৈছে। অনাদ্যচৰিত বা অনাদি পুৰাণ, শিৱপুৰাণ (মহাপুৰাণৰ অন্তৰ্গত শিৱপুৰাণ নহয়), হাড়মালা প্ৰভৃতি এই শ্ৰেণীৰ পুথি।+ গুপ্তমণি, গৰুড়পুৰাণ, আদিযামল প্ৰভৃতি অসমীয়া ভাষাত ৰচিত পুথিবোৰেও সেই যুগৰ বিকৃত ৰহস্যৱাদৰ উদাহৰণ দাঙি ধৰে। লগতে এনে মত বিশ্বাসযোগ্য কৰি তুলিবৰ উদ্দেশ্যে তাৰ লেখক শংকৰ-দেৱ বা মাধৱদেৱ বুলিও উল্লেখ কৰা হৈছে। কোনো কোনো পুথিত শংকৰ-মাধৱৰ সংবাদ ৰূপেও বিষয়বস্তুটো উত্থাপন কৰা হৈছে। শংকৰদেৱৰ সাধনমাৰ্গ আৰু সামাজিক আদৰ্শ সময়ৰ স্বাভাৱিক গতিত বিকৃত হোৱাৰ বাহিৰেও, পৰি-কল্পিত ভাৱে বিকৃত কৰাৰ প্ৰমাণো এই শ্ৰেণীৰ সাহিত্যত লুকাই আছে।

---

+ ৺ৰাজমোহন নাথ সম্পাদিত 'বংগীয় নাথপন্থৰ প্ৰাচীন পুঁথি' নামৰ সংকলনত এই শ্ৰেণীৰ উদাহৰণ যথেষ্ট আছে।

শংকৰদেৱৰ আদৰ্শত সমাজক সংগঠিত কৰা আৰু সংগঠিত ৰূপটোক সুৰক্ষিত কৰাৰ ক্ষেত্ৰত কেনে ধৰণৰ বাধা-বিঘিনি উপস্থিত হৈছিল তাৰ এটা সামান্য দিগ্‌দৰ্শনৰ চেষ্টাহে এই প্ৰসংগত কৰা হ'ল। আনহাতে শংকৰদেৱে নাথপন্থী যোগীসকলৰ পৰা গ্ৰহণ কৰা উপাদানসমূহৰ কথাও মন দিব লগীয়া। এই সম্বন্ধীয় দুটামান উদাহৰণ তলত দাঙি ধৰা হ'ল।

বেদান্তৰ ব্ৰহ্ম, মহাযানবৌদ্ধৰ শূন্য, যোগৰ পৰমাত্মা, ভক্তৰ ভগৱান আৰু নাথযোগীসকলৰ শিৱ মূলতঃ একে বস্তু হ'লেও, এই ভাৰত 'নিৰঞ্জন' শব্দৰ প্ৰয়োগ নাথপন্থীসকলেহে প্ৰধান ভাবে কৰা দেখা যায়। যোগমাৰ্গী নিৰ্গুণ সত্যৰ উপাসকসকলৰ ভিতৰৰে এটা সম্প্ৰদায় 'নিৰঞ্জনী' সম্প্ৰদায় নামেও পৰিচিত। গোৰখনাথৰ ৰচিত বুলি কথিত 'নিৰঞ্জনপুৰাণ' নামৰ এখন সৰু পুথিও আছে। খ্ৰীঃ ১৭।১৮ শতিকাত ৰচিত কাছাৰ আৰু শ্ৰীহট্টৰ যোগমাৰ্গী পুথিতো পৰমাত্মাক নিৰঞ্জন বোলা উদাহৰণ বহুত আছে। 'অনাদিপাতন'ত শংকৰদেৱেও এই অৰ্থতে 'নিৰঞ্জন' শব্দটো ব্যৱহাৰ কৰিছে। শংকৰদেৱৰ আধাৰগ্ৰন্থ ভাগৱত পুৰাণৰ এই প্ৰসংগত নিৰঞ্জন শব্দ নাই। ( দ্ৰঃ ৩।১ )

শংকৰদেৱৰ সাধনমাৰ্গত ষট্‌চক্ৰচিন্তনৰ ব্যৱস্থাই ঠাই পাইছে। ভাগৱত পুৰাণত ষট্‌চক্ৰচিন্তনৰ স্পষ্ট উল্লেখ নাই, সংকেত মাত্ৰ আছে (দ্ৰঃ ভাঃ ১০।৮৭। ১৮ ; ১১।৩।৪৯ )। তথাপি নাথপন্থীসকলৰ হঠযোগ শংকৰদেৱৰ সাধনমাৰ্গৰ আদৰ্শ বুলি স্বীকৃত হোৱা নাই। হঠযোগ আৰু প্ৰাণায়াম সম্পূৰ্ণ একাৰ্থক বস্তু নহয়। ভক্তিৰ সহায়ক সংযমৰ সাধন ৰূপে যোগৰ সহায় গ্ৰহণ কৰাটো মহাপুৰুষীয়া সাধনমাৰ্গৰ বিৰুদ্ধনীতি নহ'লেও ভক্তিহীন যোগৰ চমৎকাৰৰ বিৰুদ্ধে শংকৰদেৱৰ সাহিত্যত অনেক উক্তি পোৱা যায়। গতিকে পতঞ্জলিৰ ৰাজযোগ আৰু মৎস্যেন্দ্ৰনাথ-গোৰখনাথ প্ৰভৃতি যোগীসকলৰ হঠযোগ, এই দুয়ো শ্ৰেণীৰ যোগৰ লগত শংকৰদেৱৰ ধৰ্ম আৰু সমাজ-ব্যৱস্থাৰ সহযোগ তথা বিৰোধ কোন স্তৰত কেনে ধৰণে হৈছে তাৰ বিচাৰ-বিবেচনা কৰিব লগীয়া আছে। এই প্ৰসংগত সেইটো সম্ভৱ নহয় কাৰণে উল্লেখ মাত্ৰ কৰা হ'ল।

অব্ৰাহ্মণ গুৰু-পৰম্পৰা আৰু 'মহন্ত' উপাধিও যোগমাৰ্গীসকলৰ আদৰ্শৰ লগত খাপ খায়। কোচৰজা বিশ্বসিংহৰ সময়লৈকে কোচসকলৰ কলিতা গুৰু থকা কথা পোৱা যায়। গতিকে অব্ৰাহ্মণ গুৰুৰ পৰম্পৰা এটা ক্ষীণ ভাৱে হ'লেও বহু কালৰ আগৰে পৰা আছিল। সন্ন্যাসীসকলৰ মাজতো জাতিভেদ নাই। বৌদ্ধ আৰু জৈন দুয়োটা ধৰ্মৰে প্ৰবৰ্তকগুৰু গৌতম আৰু মহাবীৰ অব্ৰাহ্মণ ক্ষত্ৰিয়

আহিছিল। দুয়োটা ধৰ্মতে যোগসাধনাৰ স্থানো কম-বেছি পৰিমাণে সুৰক্ষিত আছিল। পাছলৈ তান্ত্ৰিক ধৰ্ম-প্ৰভাৱিত বৌদ্ধ মতত যোগৰ চমৎকাৰ অত্যন্ত বেছি হৈ পৰিছিল আৰু ব্ৰাহ্মণৰ পৰা চণ্ডাললৈকে সকলো স্তৰৰ লোকেই একেধৰণৰ সাধনমাৰ্গ গ্ৰহণ কৰিছিল। লগে লগে তান্ত্ৰিক বৌদ্ধ আৰু তান্ত্ৰিক শাক্ত-শৈৱ মতৰ মাজত পাৰ্থক্য নোহোৱা হৈ আহিছিল। এনে অৱস্থাত বামমাৰ্গী বৌদ্ধ সম্প্ৰদায়ৰ পৰা ফালৰি কাটি যোৱা গোৰখনাথৰ যোগমাৰ্গতো বৈদিক আদৰ্শ-প্ৰধান ব্ৰাহ্মণৰ গুৰুত্ব লোপ পাই অহাটো স্বাভাৱিক। নানা ৰাজনৈতিক, আৰ্থিক আৰু সামাজিক কাৰণত বৰ্ণাশ্ৰম ধৰ্ম সুৰক্ষিত হৈ নাছিল। গতিকে পৌৰাণিক ধৰ্মই বৈদিক পৰম্পৰাৰ প্ৰতি শ্ৰদ্ধাপ্ৰদৰ্শন কৰি ব্ৰাহ্মণ সম্প্ৰদায়ৰ প্ৰয়োজনীয়তা স্বীকাৰ কৰিলেও, সেই সম্প্ৰদায়ৰ যোগ্যতাৰ ওপৰত সম্পূৰ্ণ আস্থা ৰাখিব পৰা নাছিল। এনে সামাজিক পটভূমিতে শংকৰদেৱে নিজে অব্ৰাহ্মণ হৈয়ো ধৰ্ম সাধনাৰ ক্ষেত্ৰত নেতৃত্ব ল'ব লগীয়া হৈছিল আৰু ব্ৰাহ্মণসকলকো যোগ্যতালৈ চকু ৰাখিহে নতুন আদৰ্শত ধৰ্মপ্ৰচাৰৰ দায়িত্ব দিয়া হৈছিল। ইফালে উপযুক্ত সামাজিক প্ৰতিষ্ঠা আৰু সাংগঠনিক যোগ্যতা নহ'লেও নতুন আদৰ্শত সমাজক সংগঠিত কৰিব নোৱাৰি। সেইবাবে এই দুটা বস্তুলৈ চকু ৰাখিহে শংকৰদেৱ আৰু তেওঁৰ পৰবৰ্তী একেটা পৰম্পৰাৰ গুৰুসকলে ব্ৰাহ্মণ আৰু অব্ৰাহ্মণ উভয় শ্ৰেণীৰে প্ৰায় সমান সংখ্যক লোকক এই নতুন সমাজ-ব্যৱস্থা বা সত্ৰব্যৱস্থাৰ মুখিয়াল মহন্ত পাতিছিল। পাছলৈ এই ক্ষেত্ৰত যোগ্যতাৰ বিচাৰ নোহোৱা হৈ আহিল; কিন্তু পৰম্পৰা প্ৰায় সুৰক্ষিত হ'ল অৰ্থাৎ গুৰুৰ ভ্ৰাতৃ বা পুত্ৰ নাইবা তেওঁৰ মনোনীত ব্যক্তি মহন্ত হোৱাৰ ব্যৱস্থা চলিল।

মঠাধীশ বা সাধু-সন্তসকলৰ মুখিয়ালজনক মহন্ত বোলা প্ৰথা ভাৰতবৰ্ষৰ প্ৰায়সকলো অঞ্চলতে বহুত প্ৰাচীন কালৰে পৰা চলি আহিছে। যোগমাৰ্গী সাধকসকলৰ মুখিয়ালজনক মহন্ত বোলা প্ৰথা শংকৰদেৱৰ পূৰ্বকালীন আৰু পশ্চাৎকালীন যোগমাৰ্গী সমাজত থকাৰ অনেক উদাহৰণ আছে। সাধু বা সাধক অৰ্থত শ্ৰেষ্ঠ ব্যক্তিক মহন্ত বোলা সাহিত্যিক প্ৰয়োগো শংকৰদেৱৰ ৰচনাৱলীত পোৱা যায়; কিন্তু কোনো ক্ষেত্ৰত এই মহন্ত শব্দ জাতিবাচক নাছিল। ব্ৰাহ্মণ-অব্ৰাহ্মণ সকলোৰেই মহন্ত আছিল। সেই বাবে খ্ৰী° ১৯ শতিকাৰ আগ ভাগত ৰচিত অসম বুৰঞ্জীতো ৰজাঘৰীয়া চাৰিসত্ৰৰ গুৰুসকলক মহন্ত বুলিহে কৈছে, গোস্বামী বোলা নাই। ১৯ শতিকাৰ শেষ আৰু ২০ শতিকাৰ আগভাগত গোসাঁই আৰু মহন্ত এই উপাধি দুটা সাম্প্ৰদায়িক ৰূপত গ্ৰহণ কৰা ভ্ৰমাত্মক মত প্ৰচলিত

কৰা হ'ল। ব্ৰাহ্মণগুৰুসকলক গোস্বামী বা গোসাঁই আৰু অব্ৰাহ্মণ গুৰুসকলক মহন্ত বোলা সূত্ৰ সাজি লোৱা হ'ল। তথাপি কমলাবাৰী, বেঙেনাআটি আৰু দিহিং-সত্ৰৰ অব্ৰাহ্মণগুৰুসকলক গোসাঁই ভাঙিব নোৱাৰিলে। বজেশ্বৰ শৰ্মা মহন্তও মহন্ত হৈয়েই থাকিল গোস্বামী নহ'ল।

গোস্বামী শব্দৰ ওপৰতো যোগমাৰ্গী প্ৰভাৱ আছে। যোগসাধনাৰে ইন্দ্ৰিয়-জয় কৰোঁতাজনক গোস্বামী বা গোসাঁই বোলা হয়। ভাৰতবৰ্ষৰ বিভিন্ন অঞ্চলত শৈৱযোগী বা সাধক অৰ্থত গোস্বামী শব্দৰ প্ৰচলন এতিয়াও হৈ আছে। পাছত বৈষ্ণৱ হোৱা তুলসীদাসৰ নামৰ আগতো এই অৰ্থতহে গোস্বামী বিশেষণ প্ৰয়োগ কৰা হৈছিল। 'গো' শব্দই, গৰু, জ্ঞান, ভূমি প্ৰভৃতি অৰ্থও প্ৰকাশ কৰে। এনে-স্থলত ভূমিস্বামী, জ্ঞানী আৰু গোধনৰ অধিকাৰী আদি পৃথক্ পৃথক্ অৰ্থত গোস্বামী শব্দৰ প্ৰচলন ভাৰতবৰ্ষৰ অনেক ঠাইত হ'লেও ই সম্প্ৰদায়সূচয়ক শব্দ নহয়। ব্ৰাহ্মণ-অব্ৰাহ্মণ সম্প্ৰদায় নিৰ্বিশেষে সত্ৰীয়া গুৰুসকলক গোঁসাই বোলাৰ মূল কাৰণ হ'ল ভূস্বামী হোৱাটোহে। কুৰুৱাবাহী, গড়মূৰ, আউনিআটি, দক্ষিণপাট, কমলাবাৰী, দিহিং আৰু কামাখ্যাৰ পৰ্বতীয়া বা ন গোঁসাই এই সকলোৱেই ৰজাঘৰীয়া ভূ-সম্পত্তিৰ গৰাকী। আনহাতে মাধৱকন্দলিৰ ৰামায়ণত ৰাৱণক গোঁসাই বুলিছে (৪৩৩৫)। দৈত্যাৰিকৃত শংকৰদেৱ-মাধৱদেৱৰ জীৱনচৰিতত শংকৰদেৱৰ বুঢ়ী-মাককো গোঁসানী বোলা হৈছে (৪।৭,৪।১২,৪।১৪)। এই বিলাক কথাৰ পৰা অনুমান হয় যে—ধৰ্মগুৰু অৰ্থত গোঁসাই শব্দটোৰ প্ৰয়োগ পাছত ব্যাপক ভাবে হ'বলৈ ধৰিলে যদিও, মূলতে ই গুৰুবাচক শব্দ নাছিল। গুৰুপৰম্পৰা নথকা দুই-এটা পৰিয়ালৰ গোস্বামী উপাধিয়েও এনে অনুমানকে আৰু সবল কৰে।

**পৌৰাণিক আদৰ্শঃ—** শংকৰদেৱৰ সাধনমাৰ্গৰ প্ৰধান আধাৰ গ্ৰন্থ ভাগৱত পুৰাণ। গতিকে সাধনমাৰ্গৰ লগতে সমাজ-ব্যৱস্থাৰ ওপৰতো ভাগৱত পুৰাণৰ আদৰ্শগত প্ৰভাৱ থকাটো স্বাভাৱিক কথা। ভাগৱত পুৰাণৰ সাধনমাৰ্গত কৃষ্ণচৰিত্ৰই ভগৱানৰ লীলা ৰূপে সৰ্বাধিক গুৰুত্ব লাভ কৰিছে। দশম আৰু একাদশ এই দুয়োটা স্কন্ধ কৃষ্ণলীলা-বিষয়ক। কৃষ্ণলীলাৰ ভিতৰতো দশম স্কন্ধৰ শিশুলীলা ৰাস আৰু কংসবধৰ গুৰুত্ব বেছি। আৱেগপ্ৰধান সাধাৰণ স্তৰৰ লোকৰ কাৰণে ভক্তিৰ উপাদানো এই অংশতেই বেছি। জীৱনৰ কাৰণে যৌন আৰু বাৎসল্য আৱেদনৰ প্ৰভাৱ অতিগুৰুত্বপূৰ্ণ, লগতে সৃষ্টি ধৰ্মীও। এটাত ভোগৰ আৰু আনটোত সেৱাৰ প্ৰাধান্য দেখা গ'লেও, সেৱাৰহিত ভোগত প্ৰকৃত আনন্দ লাভ নহয়। বিশুদ্ধ আনন্দ বা ৰসবোধৰ কাৰণে যৌন আৱেদনপূৰ্ণ একোটা বিষয়তো ত্যাগ

আৰু সেৱাৰ প্ৰয়োজন হয়। গোপীসকলৰ যৌন আৱেদনৰ লগত এই ত্যাগ আৰু সেৱাৰ সম্বন্ধ স্থাপন কৰা হৈছে। সমাজত নিম্নস্থান পাই অহা স্ত্ৰী-শূদ্ৰাদি লোকৰ কাৰণে ভাগৱতৰ দশমস্কন্ধত ত্যাগ আৰু সেৱাৰ এই আদৰ্শ উপস্থিত কৰা হৈছে। বৰগীত আৰু নাটত (পত্নীপ্ৰসাদ, কালিদমন আৰু কেলিগোপালত) কলাত্মক মাধ্য-মেৰে শংকৰদেৱেও তাকে কৰিছে। ৰামবিজয়, ৰুক্মিণীহৰণ আৰু পাৰিজাতহৰণ নাটতো যৌন আৱেদনক ভক্তিৰসৰ স্তৰলৈ তোলাৰ কলাত্মক প্ৰচেষ্টা দেখা যায়। যৌন আৱেদনক দমন কৰি নহয়, মাৰ্গান্তৰীকৰণৰ সহায়েৰে শুদ্ধিৰ দিশেদি আগ বঢ়োৱাৰ চেষ্টাৰেহে তেওঁ সমাজক সুৰুচিসম্পন্ন কৰিছিল। ভাগৱত পুৰাণত নথকা 'ৰাধা' নামটো কেলিগোপাল নাটত দুবাৰমান শংকৰদেৱে ব্যৱহাৰ কৰিছে। সেই সময়ৰ গৌড়ীয় বৈষ্ণৱসকলৰ সাধন-মাৰ্গত থকা ৰাধাৰ প্ৰভাৱে ব্ৰহ্মপুত্ৰ উপত্যকাৰ ভকতীয়া সমাজকো চুইছিল। এনে স্থলত ৰাধাৰ প্ৰতি উদাসীনতা অৱলম্বন কৰিলে তাৰ পৰা ভাল ফল পোৱাৰ আশা কৰিব পৰা নগৈছিল। গতিকে ৰাধাক আনসকল গোপীৰ স্তৰলৈ নমাই আনি সাধ্যাৰ পৰিৱৰ্তে সাধিকা ৰূপত সজোৱাৰ প্ৰয়োজন হৈছিল। শংকৰদেৱ আৰু মাধৱদেৱ দুয়োজনেই গীত আৰু নাটত ৰাধাক এই ৰূপতহে সজাইছে।

গোপীসকলৰ যৌনচৰিত্ৰটোও যে ঐতিহাসিক বা বাস্তৱ নহয়, কলা-ত্মক আৰু দাৰ্শনিকহে, সেই কথা মন কৰিবলগীয়া। লৌকিক যৌন প্ৰেমৰ ক্ষেত্ৰত নিজৰ প্ৰেমৰ পাত্ৰ ব্যক্তিজনৰ ওপৰত আনৰ হস্তক্ষেপ অসহ্য হৈ উঠে; কিন্তু গোপীসকলৰ শ্ৰীকৃষ্ণৰ প্ৰতি যি প্ৰেম, তাত পাৰস্পৰিক ঈৰ্ষা বা প্ৰতি-দ্বন্দ্বিতাৰ ভাৱ প্ৰকাশ পোৱা নাই। তাৰ বিপৰীতে পাৰস্পৰিক সহযোগিতাৰ আৰু সহানুভূতিৰ লক্ষণহে প্ৰকাশ পাইছে। তদুপৰি ভোগেচ্ছাকো খাপে খাপে শুদ্ধিৰ বাটেদি নি আত্মনিবেদনতহে পৰিণত কৰিছে। গোপীসকলৰ প্ৰেমৰ পাত্ৰ কৃষ্ণ যৌৱনৰ দুৱাৰ দলিত ভৰি দিয়া বয়সৰো নহয়। আনহাতে পূৰ্ণযৌৱনপ্ৰাপ্ত পুৰুষৰ ক্ষেত্ৰতো হাজাৰ-হাজাৰ গোপীৰ লগত যৌন সম্ভোগ বা ৰতিৰস সম্ভৱ হ'ব নোৱাৰে। গতিকে ৰাসলীলাৰ অনংগক্ৰীড়াৰ স্বৰূপ কি? সেইটো সহজ উপ-লব্ধিৰ লৌকিক ধাৰণা নহয়। স্বয়ং ভাগৱত পুৰাণতে এই কাহিনীৰ অবাস্তৱতা সম্বন্ধে এইদৰে কোৱা হৈছে—ৰাসৰ সময়ত গোপীসকলক স্বামীয়ে নিজৰ ঘৰতো পাইছিল আৰু কৃষ্ণৰ লগত নৃত্য-গীতৰতা হৈয়ো আছিল (ভা° ১০।৩৩;৩৭ শংকৰদেৱৰ পদ ১৫৪১।৪২)। শংকৰদেৱৰ আৰু মাধৱদেৱৰ ৰাধাচৰিত্ৰ এই স্তৰৰ গোপীসকলৰ এটা সাধাৰণ চৰিত্ৰহে প্ৰতিনিধি চৰিত্ৰ, সুকীয়া স্তৰৰ চৰিত্ৰ নহয়।

লোক-সাহিত্যত গোপীসকলতকৈ সুকীয়াৰূপে বিকশিত হোৱা ৰাধাচৰিত্ৰৰ লগত শংকৰদেৱৰ আদৰ্শৰ আৰু সমাজ-সংগঠনৰ সম্বন্ধ নাই। গৌড়ীয় বৈষ্ণৱৰ পৰকীয়া প্ৰীতি আৰু তান্ত্ৰিক বামাচাৰৰ মানসিক পটভূমিত গঢ় লোৱা ৰাধাহৰণ'ৰ নিচিনা অশ্লীলতামুখী পুথিয়ে সমাজৰ লঘুৰুচিৰ লোকক বহুত ক্ষেত্ৰত প্ৰভাৱিত কৰিব পাৰিলেও, মহাপুৰুষীয়া সাধনমাৰ্গক যথাসম্ভৱ নিষ্কলুষ কৰি ৰখাৰ মূলত শংকৰদেৱ আৰু মাধৱদেৱৰ আদৰ্শ গোপীচৰিত্ৰৰ প্ৰতিনিধি ৰাধাই বহুত কাম কৰি আহিছে।

শৃংগাৰ ৰসৰ শোধনত ভক্তিৰস প্ৰকাশ কৰা কাৰ্যটোত এটা সামাজিক প্ৰয়োজন নিহিত আছে। তথাপি গোপীসকলৰ দৰে সামাজিক মৰ্যাদা অতিক্ৰম কৰি ভক্তি কৰিব লাগে বুলি শংকৰদেৱে আমাক উপদেশ দিয়া নাই। আৱেগক কলাৰ মাধ্যমেৰে ৰসময় কৰি তোলাতেই ভিক্তৰ সাৰ্থকতা প্ৰকাশ পায়। কেৱল শৃংগাৰ ৰসৰ ক্ষেত্ৰতে নহয়, ভক্তিৰ বাবে প্ৰয়োজনীয় আত্মসমৰ্পণৰ অন্যান্য ক্ষেত্ৰতো এই কথা খাটে। প্ৰহ্লাদ বা ধ্ৰুৱৰ নিচিনা ভক্ত হোৱাটোও সমাজৰ কাৰণে আদৰ্শ হ'ব নোৱাৰে। তথাপি আদৰ্শ সদাই বাস্তৱজীৱনতকৈ আগবাঢ়ি থাকে আৰু সাহিত্যৰ ৰস এই আদৰ্শৰ স্তৰলৈ নুঠালেকে সি সাৰ্থক সাহিত্য ৰূপেও স্বীকৃত নহয়। ভক্তিৰ ক্ষেত্ৰত এই আদৰ্শ চিত্তশুদ্ধিৰ স্তৰলৈ উঠিব পৰা ৰসবোধ ৰূপে স্বীকৃত হৈছে। ব্যক্তিত্বৰ বিকাশৰ লগে লগে সমাজচেতনাৰ উপলব্ধি গাঢ় হৈ নুঠিলে ব্যক্তি অধিক বস্তুমুখী আৰু অহংকেন্দ্ৰী হৈ পৰে। তাৰ ফলত ব্যক্তি আৰু সমাজৰ মাজত সংঘৰ্ষৰ মনোভাৱ বাঢ়িবলৈ ধৰে আৰু অশান্তিৰ সৃষ্টি হয়। এনে স্থলত কলাৰ মাধ্যমেৰে মনটোক যথাক্ৰমে সমাজ, প্ৰকৃতি আৰু ৰহস্যৰ অভিমুখে আগবঢ়াই নিয়াৰ ব্যৱস্থা গ্ৰহণ কৰিব লগীয়া হয়। ভক্তিৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ উপাদান আত্মনিবেদনৰ সহায়েৰে বস্তুমুখী আৰু অহংকেন্দ্ৰী মনোভাৱৰ পৰিশোধন হ'ব পাৰে। সেইবাবে সমাজৰ প্ৰতি আনুগত্য আৰু সেৱা-ভাৱৰ বিকাশত শংকৰদেৱে গুৰুত্ব আৰোপ কৰিছে। গুৰু, দেৱ, নাম আৰু ভকতত আশ্ৰয় গ্ৰহণৰ মূলতে যথাক্ৰমে শ্ৰেষ্ঠব্যক্তি, প্ৰাকৃতিক শক্তি, আদৰ্শ আৰু সমাজ-চেতনাৰ প্ৰতি থাকিব লগীয়া আনুগত্যৰ ভাৱ নিহিত হৈ আছে। দেৱতাৰ স্বৰূপটো প্ৰাকৃতিক সত্তাৰূপে গ্ৰহণ কৰিলে সি আৱাহন, পূজন আৰু বিসৰ্জনৰ অতীত হৈ পৰে। সেইবাবে শক্তিশালী আদৰ্শ ব্যক্তিত দেৱত্ব আৰোপ কৰা হৈছে। ব্যক্তিত প্ৰকৃতিৰ শক্তি উপলব্ধি কৰাটো প্ৰতীক সাধনাৰ স্তৰৰ কথা।

শক্তি সদাই সূক্ষ্ম অৱস্থাত থাকে। শক্তিৰ স্থূল ৰূপ বস্তুৰ সহায়েৰেহে ব্যক্তিয়ে সূক্ষ্ম শক্তি লাভ কৰিব পাৰে। গতিকে শংকৰদেৱৰ সমাজ-ব্যৱস্থাত স্থূল

প্ৰতীকৰ প্ৰয়োগ নিষিদ্ধ নহয় ; কিন্তু এই প্ৰতীক স্থূলৰ পৰা সূক্ষ্মৰ অভিমুখে আগবঢ়াৰ ক্ৰমটো বস্তুৰ পৰা শক্তি আৰু শক্তিৰ পৰা চেতনা হ'ব লাগিব। সেইবাবে তেওঁ সমাজৰ কাৰণে দাঙি ধৰা কলাত্মক ব্যৱস্থাত সগুণক নিৰ্গুণৰ আৰু জড়ক চৈতন্যৰ অভিমুখী কৰিছে। এয়ে হ'ল তেওঁৰ পৌৰাণিক সাধনমাৰ্গৰ আঁহ।

**চৰিত্ৰ আৰু আচৰণ ঃ—** সামাজিক আদৰ্শৰ লগত মানুহৰ চৰিত্ৰ জড়িত হৈ পৰে। সেইবাবে এজন সমাজ-সংগঠকৰ কাৰণে চৰিত্ৰ-নিৰ্মাণৰ দিশটো গুৰুত্বপূৰ্ণ হৈ পৰে। বৈষ্ণৱ শীল-শিক্ষাৰ উল্লেখ শংকৰদেৱে এই দৃষ্টিৰেই কৰিছিল। স্বভাৱ আৰু তাৰ অনুৰূপ আচৰণেই চৰিত্ৰৰ মূলে উপাদান। অভ্যাসে এই দুয়োটাৰ মাজত একত্ব স্থাপন কৰে। স্বভাৱৰ কাৰণে উপযুক্ত শিক্ষা আৰু পৰিৱেশৰ প্ৰয়োজন। আৰ্থিক ব্যৱস্থা আৰু সামাজিক পৰম্পৰাই পৰিৱেশৰ গতি নিৰ্ণয় কৰে। শংকৰদেৱে এই সকলো কথালৈ চকু ৰাখি চৰিত্ৰ-নিৰ্মাণৰ কাৰণে যথা সম্ভৱ মনস্তাত্ত্বিক আধাৰত ধৰ্মীয় আচাৰ নীতিৰ-ব্যৱস্থা দিছিল। এই সম্পৰ্কত তলত দিয়া কথা কেইটা মন কৰিব লগীয়া।

(ক) পৌৰাণিক ধৰ্ম বৈদিক পৰম্পৰাৰ লগত জড়িত হ'লেও বৈদিক আচৰণ-বিধি সকলো ক্ষেত্ৰতে প্ৰয়োজ্য হ'ব নোৱাৰে। স্মাৰ্তব্যৱস্থাই ব্ৰাহ্মণ-ক্ষত্ৰিয় আৰু বৈশ্যৰ বাহিৰে আনৰ কাৰণে বেদৰ জ্ঞানলাভ নিষিদ্ধ কৰি থোৱা উদাহৰণো আছে। এনে স্থলত এই তিনিটা শ্ৰেণীৰ লোকৰ বাহিৰে অন্যান্য শ্ৰেণীৰ লোকক সামৰি লোৱাৰ ব্যৱস্থা পৌৰাণিক ধৰ্মই কিছু বিপ্লৱী দৃষ্টিৰেহে গ্ৰহণ কৰিব লগীয়া হৈছিল। ভাৰতৰ অন্যান্য অঞ্চলতো এনে বিপ্লৱৰ পৰম্পৰা গঢ় লৈ উঠিছিল। হৰিভক্তিপৰায়ণ চণ্ডালো দ্বিজৰ দৰে শ্ৰেষ্ঠ বোলা উক্তিয়ে এনে এটা বিপ্লৱৰ প্ৰমাণ দিয়ে। বহল সমাজৰ দৃষ্টিত ভাৰতীয় আৰু পৰম্পৰাৰ দৃষ্টিত প্ৰাচীনতা এই দুয়োটা দিশতে বেদৰ গুৰুত্ব স্বীকাৰ নকৰি নোৱাৰি। সেই বাবে পৌৰাণিক ধৰ্ম গ্ৰহণ কৰা নতুন সমাজৰ লোকৰ বাবে বেদাচাৰৰ নামত কিছুমান সৰ্বভাৰতীয় লোকাচাৰ পালনৰ প্ৰয়োজন হৈ পৰিল জন্ম-মৃত্যুৰ অশৌচ পালন, বিবাহ-বিধি আদি এই শ্ৰেণীৰ বস্তু। লোকসমাজত এইবোৰকে বেদৰ বিধান বোলা কথা প্ৰচলিত হ'ল। প্ৰকৃততে বেদাংগৰ অন্তৰ্ভুক্ত 'কল্পৰ' লগতহে এনে আচাৰ নীতিৰ ব্যৱস্থা দিয়া স্মৃতি শাস্ত্ৰ বা ধৰ্মশাস্ত্ৰৰ সম্পৰ্ক আছে। শংকৰদেৱৰ 'পৌৰাণিক ধৰ্ম'ৰ লগত জড়িত সমাজ-ব্যৱস্থাত বেদৰ বিধানৰ নামত এই শ্ৰেণীৰ আচাৰ-নীতিৰ প্ৰচলন দেখিবলৈ পোৱা যায়। মৃতকৰ দাহ-সংস্কাৰ, জন্ম-মৃত্যুৰ অশৌচ পালন, সমাজভেদে কিছু কম-বেছি পৰিমাণে শ্ৰাদ্ধ, বিবাহ

আদি কাৰ্যত ব্ৰাহ্মণ · পুৰোহিতৰ ব্যৱস্থা মানি লোৱা হ'ল। এই দৰে নতুনকৈ পৌৰাণিক ধৰ্ম গ্ৰহণ কৰাসকলক এটা সৰ্বভাৰতীয় আচৰণৰ ভিতৰলৈ অনা হ'ল। কোচ, চুতীয়া, আহোম, মটক প্ৰভৃতি বিভিন্ন সম্প্ৰদায়ৰ লোক এই শ্ৰেণীৰ আচাৰ–ব্যৱহাৰৰ মাজেদি বহল ভাৰতীয় সমাজ-ব্যৱস্থাৰ ভিতৰলৈ আহিল।

গাৰোৰ গোবিন্দ, ভোটৰ পৰমানন্দ, যৱনৰ চান্দসাই, নগাৰ নৰোত্তম আদি বিবিধ শ্ৰেণীৰ জনগোষ্ঠীৰ লোকে শংকৰদেৱৰ ধৰ্মলোৱা কথা মুখে মুখে প্ৰচলিত আছে। কথা-গুৰুচৰিতত থকা মতে গাৰোৰ গোবিন্দই মাধৱদেৱক 'তই' বুলি সম্বোধন কৰিছিল; কিন্তু সেই গোবিন্দৰ অন্য বিবৰণ পোৱা নাযায়। যৱন চান্দসাই ৰচিত গীতো পোৱা যায়; লগতে তেওঁ শংকৰদেৱক চোলা সি দিয়া কথা আপেক্ষিক নতুন গুৰুচৰিততো আছে। পিছে তেওঁ শংকৰদেৱৰ ধৰ্মত শৰণ লোৱা আৰু পৌৰাণিক আচাৰ-ব্যৱহাৰ মানি চলাৰ অনুৰূপ বিবৰণ পোৱা নাযায়। ভোটৰ পৰমানন্দৰ ক্ষেত্ৰতো বিতং একো জনাৰ উপায় নাই। উজনি অসমত ভৱানীপুৰীয়া গোপালআতাৰ পৰম্পৰাৰ গুৰু শ্ৰীৰামআতাৰ শিষ্য নক্তে নগাৰ ৰজা নৰ্তেং 'নৰোত্তম' নামে পৰিচিত হ'ল। খ্ৰীঃ১৮ শতিকাৰ প্ৰথম ভাগৰ এই নৰ্তেং ৰজাৰ সময়ৰেপৰা বৰ্তমান অৰুণাচলৰ টিৰাপ সীমান্তৰ ভালে সংখ্যক নগালোক পৌৰাণিক ধৰ্মৰ সীমাৰ ভিতৰলৈ আহিল। খ্ৰীঃ ১৭ শতিকাৰ মাজ-ভাগতে সতানন্দৰ পুত্ৰ শ্ৰীকৃষ্ণৰ নাতি মাধৱানন্দয়ো (নিকামূলসত্ৰৰ মহন্ত) অ'কাসকলৰ মাজত পৌৰাণিক ধৰ্মপ্ৰচাৰ কৰিছিল; কিন্তু এই সম্বন্ধে কোনো প্ৰকাশিত বা অপ্ৰকাশিত পুথি আমি পোৱা নাই। গতিকে শিষ্য পৰম্পৰাইহে তাৰ সাক্ষ্য বহন কৰিছে। নক্তেনগা সকলে শ্ৰীৰামৰ পৰা ধৰ্ম লোৱাৰ প্ৰমাণ লোকোক্তি (নগাৰ নৰোত্তম গোসাঁই শ্ৰীৰাম লগে বৈকুণ্ঠলৈ যায়), পৰম্পৰা (নগাশিষ্য পৰ্বত আৰু ভৈয়াম উভয়তে এতিয়াও আছে) আৰু প্ৰকাশিত চৰিত পুথিৰপৰা পোৱা যায়। +

খ্ৰী' চতুৰ্থ শতিকাৰপৰা ব্ৰহ্মপুত্ৰ উপত্যকাৰ বিবিধ স্তৰৰ জনজাতিৰ মাজত বৈদিক পৰম্পৰাৰ পৌৰাণিক, তান্ত্ৰিক আৰু যোগমাৰ্গী ধৰ্মপ্ৰচাৰৰ ক্ষেত্ৰত যথেষ্ট উদাৰ নীতি অৱলম্বন কৰা হৈছিল। গতিকে মানসিক বিকাশত অধিক গুৰুত্ব আৰোপ কৰি আচৰণ ধৰ্মক গৌণ স্থান দিয়াটো কেৱল শংকৰদেৱৰ আদৰ্শ নহয়। উত্তৰশংকৰী যুগৰ ধৰ্মপ্ৰচাৰক সকলে হয়তো পূৰ্বৰ পৰম্পৰা আৰু শংকৰ-

---

+ শিৱসাগৰ জিলাৰ গড়গাঁৱৰ ওচৰত অসমীয়া সমাজৰ লগত মিলি যোৱা হিন্দু নগাসকলৰ এখন গাঁও আছে।

দেৱৰ আদৰ্শ দুয়োটাৰে সমৰ্থন লাভ কৰি আগবঢ়াৰ চেষ্টা কৰিছিল; কিন্তু কিছু কিছু ক্ষেত্ৰত ৰাজনৈতিক কাৰণত তেওঁলোকে বাধাগ্ৰস্ত হৈ প্ৰাণ পৰ্যন্ত দিব লগীয়া হৈছিল। ইংৰাজ-শাসন আৰু তাৰ পাছৰ স্বাধীনতাৰ যুগত কেৱল আদৰ্শৰ অভাৱেই নহয়, ধৰ্মৰ নামত চলোৱা সাম্প্ৰদায়িক দুৰ্নীতি আৰু ধনৰ অভাৱেও সামাজিক দৃষ্টিত অনুন্নত সম্প্ৰদায়ৰ লোকৰ ভাৰতীয়কৰণৰ প্ৰচেষ্টাত বাধা সৃষ্টি কৰি আহিছে। ধৰ্মটো ৰাষ্ট্ৰীয় আদৰ্শৰ লগত সম্বন্ধহীন একোটা দলীয় বস্তুত পৰিণত হৈছে। গতিকে শংকৰদেৱ আৰু তেওঁৰ পৰৱৰ্তী গুৰুসকলৰ ওপৰত দোষ জাপি দি গা সাৰিবৰ সুবিধা বাঢ়িল। আনহাতে সামন্তী ব্যৱস্থা লৈ গৌৰৱ কৰা অৰ্থবল আৰু জনবল থকা গুৰুসকলৰ নৈতিক দুৰ্বলতাও এই ক্ষেত্ৰত অস্বীকাৰ কৰিব নোৱাৰি।

(খ) আচাৰ নীতিৰ লগত লোকৰুচি আৰু লোকবিশ্বাসৰো সম্বন্ধ আছে। খ্ৰী° ৪।৫ শতিকা মানৰপৰা ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাসিন্দাসকলৰ কিছু কিছু অংশই ভাৰতীয় ধৰ্ম আৰু আচাৰনীতি গ্ৰহণ কৰাৰ লগতে ভাৰতীয় সাহিত্যৰ যোগেদি নতুন লোকৰুচি আৰু লোকবিশ্বাসৰো সৃষ্টি কৰিছিল। বৰাহ, নৰকাসুৰ, ভীষ্মক-ৰুক্মিণী আৰু হিড়িম্বাৰ কাহিনীৰ লগত স্থানীয় লোকজীৱনৰ সম্বন্ধ স্থাপন এইদৰেই কৰা হৈছিল। হৰিবৰবিপ্ৰ, হেমসৰস্বতী, মাধৱকন্দলি প্ৰভৃতি মহাভাৰত, পুৰাণ আৰু ৰামায়ণৰ কৱিসকলেও ভাৰতীয় জীৱনৰ লগত স্থানীয় জনজীৱনৰ আৱেগিক আৰু বৌদ্ধিক সম্বন্ধ স্থাপন কৰিছিল। শংকৰদেৱে এই ক্ষেত্ৰত ভাগৱতপুৰাণৰ কৃষ্ণলীলা আৰু অন্যান্য অৱতাৰসমূহৰ কাহিনীৰ সহায়েৰে পূৰ্ব কৱিসকলৰ আদৰ্শক অধিক সুব্যৱস্থিত ৰূপ দিলে। আৱেগিক সম্পৰ্ক স্থাপন কৰা চমৎকাৰপূৰ্ণ কাহিনীৰ লগতে তেওঁ জীৱনৰ ওপৰত দাৰ্শনিক দৃষ্টিপাত আৰু দৰ্শনৰ অনুকূল আচৰণ-ব্যৱস্থাৰে সাহিত্যক সমাজসংগঠনৰ এটা গুৰুত্বপূৰ্ণ সাধন কৰি তুলিলে। এই সংগঠনে বিভিন্ন জনগোষ্ঠীৰ আঞ্চলিক পটভূমিত গঢ়লোৱা জীৱনৰ আদৰ্শ আৰু চৰিত্ৰক বহল সৰ্বভাৰতীয় স্তৰলৈ উঠাত সহায় কৰিলে। সাহিত্য সম্বন্ধীয় সমালোচনাত্মক উক্তিও শংকৰদেৱৰ সাহিত্যৰ এটা গুৰুত্বপূৰ্ণ দিশ। 'কোন অংগে খুণ দেখি নাইলা নাৰায়ণ' বোলা কাৰণে পীতাম্বৰ কৱিক শাক্ত আৰু কামুক বোলাতেই শংকৰদেৱৰ সমালোচনা সীমাবদ্ধ হৈ থকা নাই। মাধৱকন্দলিক অপ্ৰমাদী বুলি তেওঁৰ আদৰ্শ সম্বন্ধে কৰা মন্তব্যৰ আঁৰতো অনেক সামাজিক কাৰণ লুকাই আছে। নিজৰ ৰচনাসমূহৰ ক্ষেত্ৰতো তেওঁ মূল্যায়নৰ সংকেত ঠায়ে ঠায়ে দি গৈছে। যেনে—

(১) শুনা সভাসদ লোক নিন্দা নকৰিবা মোক
যদি পোৱা পদত দূষণ।
আমি জগতৰে শিষ্য জানি কৰা বিমৰিষ
মহন্তৰ ক্ষমাসে ভূষণ॥ (কীৰ্তন ৬০৭.)"

(২) কঠোৰক ভয়ে কথাৰ আশয়
দিলোঁ কিছু কাব্য ৰস।
অবিচাৰি তাক হঠাতে আমাক
নিদিবাহা অপযশ॥ (৬১৩ হৰিশ্চন্দ্ৰ)

(৩) শুনিয়োক বুধলোক মোৰ পদ যেন হোক
কৃষ্ণ কথা শুনি ৰঞ্জাচিত্ত॥ ১০৯২ × × ×
জানিয়া মূৰ্খৰ পদ নিনিন্দিবা সভাসদ
অজ্ঞানীৰ কোনে ধৰে দোষ॥ ১০৯৩
(ভাগৱত অং স্কং)

(৪) শুনিয়োক বুধজন হুয়া সাৱধান মন
কৰযোৰে বোলোঁ স্তুতি বাক।
যেবে টীকা ভাষ্য চাই দেখা ইটো কথা নাই
নিন্দা তেবে বুলিবা আমাক॥ ১৪৭৬
যিবা কিছু বঢ়া দেখা ইটো অপৰাধ এৰা
ব্যাসো দেন্ত কথাত ৰঞ্জন।
আনো মহা কৱিচয় কাব্যৰস নিবন্ধয়
তাক নিন্দে কোন সাধুজন॥ × × ১৪৭৭
(ভাগৱত দ' স্ক)

এই উক্তিবোৰৰ যোগেদি বুদ্ধিমান সাহিত্য মৰ্মজ্ঞসকলৰ ওচৰত তেওঁ নিজৰ উদ্দেশ্য আৰু দায়িত্বৰ দিশটো স্পষ্ট কৰি দাঙি ধৰাৰ চেষ্টা কৰিছে। লগতে নিজৰ অযোগ্যতাৰ কথাও স্বীকাৰ কৰিছে। তথাপি হৰিভক্তিৰ বিষয়ে দিয়া ব্যৱস্থা আৰু উপদেশৰ ক্ষেত্ৰত তেওঁৰ দৃঢ়তা সৰ্বত্ৰ স্পষ্ট ভাবে দেখা যায়। সমাজৰ প্ৰয়োজন, ৰুচি আৰু সাহিত্য-সংগীত প্ৰভৃতি কলাসম্বন্ধীয় ব্যৱস্থাৱলীৰ বিষয়ে বিচাৰ কৰি চালে দেখা যায় যে— সকলো ক্ষেত্ৰতে শংকৰদেৱে এটা নতুন সমাজ-চেতনাৰ সঞ্চাৰ কৰিবলৈ চেষ্টা কৰিছিল আৰু বহু পৰিমাণে সফলো হৈছিল। আদৰ্শৰ লগত ক্ৰিয়াত্মক সহযোগ এনে সফলতাৰ এটা ডাঙৰ কাৰণ।

(গ) আচৰণ আৰু চৰিত্ৰগঠনৰ লগত কলাৰ ক্ৰিয়াত্মক সহযোগিতা ব্যক্তি-বিশেষ বা সংখ্যালঘু দলবিশেষৰ ক্ষেত্ৰত স্বাভাৱিক হ'লেও তাক সামূহিক বিকাশৰ এটা সাৰ্বজনীন মাধ্যমত পৰিণত কৰাটো সহজ কথা নহয় ; কিন্তু শংকৰদেৱে সমাজ-সংগঠনৰ ক্ষেত্ৰত কলাৰ সাৰ্বজনীন প্ৰয়োগৰ ব্যৱস্থা দি গ'ল। এই দিশত তলত উল্লেখ কৰা কথাকেইটা মন কৰিবলগীয়া।

(১) **দিনচৰ্যা** ঃ—চৰিত্ৰ নিৰ্মাণৰ কাৰণে কেৱল বিচাৰ আৰু আৱেগেই যথেষ্ট নহয়। বিচাৰ আৰু আৱেগক ক্ৰিয়াত্মক অভ্যাসৰ যোগেদি স্থায়ী আৰু গভীৰ কৰি তুলিব লাগিব। গতিকে চৰিত্ৰ-নিৰ্মাণৰ ক্ষেত্ৰত নিৰন্তৰ অভ্যাসৰ প্ৰয়োজন অস্বীকাৰ কৰিব নোৱাৰি। এই কাৰণে শংকৰদেৱে নিত্য আৰু নৈমিত্তিক দুটা স্তৰৰ কৰ্তব্য নিৰ্দ্ধাৰণ কৰি দিছিল। নিত্যকৰ্মই দিন-চৰ্যাক কলাত্মক বা আৱেগিক, দাৰ্শনিক আৰু ক্ৰিয়াত্মক এই তিনিওটা দিশতে বিকাশমুখী জীৱনৰ বাবে প্ৰস্তুত কৰি তুলিব পাৰে। নাম-কীৰ্তন আৰু পাঠত যথাক্ৰমে সংগীত আৰু সাহিত্য-কলা অনিবাৰ্য অভ্যাসৰ বিষয় হৈ পৰিল। 'গুৰু-সেৱাত সামান্য পৰিমাণে হ'লেও আত্মশুদ্ধিৰ সাধন স্বৰূপে দৈহিক আৰু মানসিক শুদ্ধিৰ ব্যৱস্থা কৰা হৈছে। মানসিক শুদ্ধিৰ লগত বৌদ্ধিক তথা দাৰ্শনিক বিকাশৰ সম্বন্ধ আছে। শাৰীৰিক আৰু মানসিক শুদ্ধিৰ লগতে যোগ-মাৰ্গৰো সম্পৰ্ক ৰক্ষা কৰা হৈছে। দৈহিক শুদ্ধিৰ অন্তৰংগ আৰু বহিৰংগ দুটা দিশ। জল-স্নানৰ দ্বাৰা বহিৰংগ আৰু শৌচ-প্ৰাণায়াম আদিৰ দ্বাৰা অন্তৰংগশুদ্ধি কৰা হয়। তদুপৰি যোগানুকূল সংযম ন'হলে ভক্তিভাৱক ব্যাপক আৰু গভীৰ কৰিবৰ কাৰণে প্ৰয়োজনীয় কীৰ্তন ব্যৱস্থাও কলাৰ স্তৰলৈ উন্নীত হ'ব নোৱাৰে। উচ্চাংগ সংগীত-সাধনাৰ কাৰণে প্ৰাণবায়ুক শাসনত ৰাখিবলৈ অভ্যাস কৰিবলগীয়া হয়। উচ্চাংগ স্তৰৰ 'বৰগীত' আৰু অৰ্দ্ধশাস্ত্ৰীয় স্তৰৰ 'প্ৰসংগীয়া নাম'ৰ কাৰণেও সেই বাবে যোগানুকূল সংযম আৰু শুদ্ধিৰ ব্যৱস্থা দিয়া হৈছে। 'গুৰুসেৱা'ৰ দাৰ্শনিক আৰু আৱেগিক দিশত বিশ্বৰ সকলো স্তৰতে ( ব্যক্তি, সমাজ, প্ৰকৃতি আৰু অতিপ্ৰাকৃতিক সত্তা ৰূপত ) চৈতন্যৰ উপলব্ধি আৰু সেই উপলব্ধিৰ অনুৰূপ জীৱন-চৰ্যাৰ বাবে নিজক প্ৰস্তুত কৰাৰ সংকল্পই প্ৰাধান্য লাভ কৰি আছে। এনে সংকল্পৰ ভিত্তিতেই শ্ৰৱণ-কীৰ্তন আদি বাহ্য সাধনসমূহে ভক্তিক আৱেগিক গভীৰতা দিয়ে। ভক্তি-মাৰ্গত আগবাঢ়িবৰ নিমিত্তে 'শৰণ-গ্ৰহণ' আৰু শৰণৰ ভাৱক গভীৰ উপলব্ধিৰ স্তৰলৈ নিবৰ কাৰণে নিত্যকৰ্মৰূপে 'গুৰুসেৱা'ৰ ব্যৱস্থা এই কাৰণেই দিনচৰ্যাৰ অপৰিহাৰ্য বিষয় হৈ পৰিছে। এই ব্যৱস্থাক এক প্ৰকাৰৰ 'অভ্যাসযোগ' বুলিও ক'ব পাৰি।

অভ্যাসৰ বলত শাৰীৰিক প্ৰচেষ্টাৰ লাঘৱ হ'লেও, সি মানসিক প্ৰচেষ্টাক বহু পৰিমাণে যান্ত্ৰিক কৰি তোলে। সেইবাবে অৰ্থাৎ যান্ত্ৰিকতা হ্ৰাস কৰিবৰ বাবে সাধনমাৰ্গই নিত্যকৰ্ম'ৰ লগত কলাত্মক গীত-কাব্য আদি আৱেগপ্ৰধান সাধনৰ ব্যৱস্থা দিছে। সত্ৰীয়া আৰু তাৰ আঁহিত গঢ়লোৱা গাঁৱৰ সমাজ-ব্যৱস্থাতো নাম-প্ৰসংগ আৰু গীত-মাত, ভাওনা-যাত্ৰা, তিথি-পৰ্ব প্ৰভৃতি বিবিধ ধৰ্মীয় অনুষ্ঠান প্ৰয়োজনীয় তথা জনপ্ৰিয় হৈ উঠিল। এই ব্যৱস্থাই সেই যুগৰ নিৰক্ষৰ জনসাধাৰণৰ মাজতো স্বভাৱসিদ্ধ গায়ক, অভিনেতা আৰু শিল্পীৰ সৃষ্টি কৰিলে। কৃষক, শিল্পী, বণিক প্ৰভৃতি শ্ৰমজীৱী আৰু বুদ্ধিজীৱী সকলো শ্ৰেণীৰ লোকৰে দিনচৰ্যাত এই-দৰেই শংকৰদেৱৰ সমাজ-দৰ্শনৰ প্ৰভাৱ পৰিল।

**(২) বাৰ্ষিক উৎসৱঃ—** শ্ৰীকৃষ্ণ জন্মোৎসৱ, ফলগুৎসৱ আদি ধৰ্মীয় উৎসৱৰ বাহিৰেও বিহুৰ দৰে বাৰ্ষিক পৰ্ব আৰু লোকোৎসৱৰ লগতো মহাপুৰুষীয়া সাহিত্য, সংগীত আদিৰ সম্পৰ্ক ঘটিল। বিহুৰে-সংক্ৰান্তিয়ে নামঘৰত শৰাই দি ৰাইজ একত্ৰ হোৱাৰ ব্যৱস্থা হ'ল। যৌনগীত হুচঁৰিৰ মাজতো শংকৰ-মাধৱ আৰু তেওঁলোকৰ ৰচনাৰ একো একো অংশই মাৰ্জিত সমাজত স্বীকৃতি লাভৰ প্ৰয়োজনত ঠাই পালে। কাতি বিহুত তুলসীৰোৱা প্ৰথা কেতিয়াৰ পৰা কেনেকৈ হ'ল জনা ন'গলেও তুলসীগুৰিত নামলোৱাৰ প্ৰচলিত ব্যৱস্থা শংকৰদেৱৰ পূৰ্বকালীন যেন ধাৰণা নহয়। মাঘৰ বিহুত মেজিৰ লগতো মহাপুৰুষীয়া কীৰ্তন-ব্যৱস্থা জড়িত হৈ পৰিল।

উত্তৰ ভাৰতৰ হোলী বা ফাগুৱা লোকোৎসৱ আছিল। সি বহু পৰিমাণে বহাগ বিহুৰ হুচঁৰিৰ দৰে যৌন বিষয়ৰ লগত জড়িত। শংকৰদেৱৰ ব্যৱস্থাত সি জগন্নাথৰ ৰথযাত্ৰাৰ আঁহিত ধৰ্মীয় অনুষ্ঠানলৈ ৰূপান্তৰিত হ'ল। বৰ্তমান বহুল ভাবে প্ৰচলিত ৰাসোৎসৱ শংকৰদেৱৰ সমাজ-ব্যৱস্থাত এনেদৰে নাছিল। ৰাস বা কেলি-গোপাল নাটৰ ভাওনা যি কোনো সময়তে হ'ব পাৰে। ১৮ শতিকাত আহোম ৰজাৰ পৃষ্ঠপোষকতাত গৌড়ীয় বৈষ্ণৱমতৰ প্ৰভাৱ অসমৰ বৈষ্ণৱসকলৰ ওপৰত পৰিছিল। ব্ৰাহ্মণ-অব্ৰাহ্মণৰ সাম্প্ৰদায়িক ভিত্তিত মহাপুৰুষীয়া পৰম্পৰাৰ গুৰু-সকলৰো এভাগে নিজক চৈতন্যমতৰ অনুগামী বুলি চিনাকি দিবলৈ গৈ বঙলুৱা আদৰ্শ গ্ৰহণ কৰিছিল। সেই সুযোগতে শ্ৰীকৃষ্ণৰ জন্মোৎসৱ জন্মাষ্টমীলৈ ৰূপান্তৰিত হ'ল। ভাগৱত পুৰাণত শ্ৰীকৃষ্ণৰ জন্মৰ সময়ত ৰোহিণী নক্ষত্ৰৰ কথা কোৱা হৈছে। জন্মৰ ক্ষেত্ৰত নক্ষত্ৰৰেই গুৰুত্ব থকা কাৰণে নক্ষত্ৰৰ ভিত্তিতহে জাতকৰ নামকৰণ হয়, তিথিৰ ভিত্তিত নহয়; কিন্তু মৃত্যু বা তিৰোভাৱৰ ক্ষেত্ৰত তিথিৰ ওপৰত গুৰুত্ব দিয়া হয়। সেইবাবে শ্ৰীকৃষ্ণৰ জন্মস্থান মথুৰা আৰু তাৰ বাহিৰেও ৰাজস্থান

প্ৰভৃতি অন্যান্য ঠাইতো ৰোহিণী নক্ষত্ৰ মিলা সময়তহে জন্মোৎসৱ পালন কৰা হয়। ভাগৱতত অষ্টমী তিথিৰ উল্লেখ নাই। তাৰ বিপৰীতে ব্ৰহ্মবৈৱৰ্ত পুৰাণত ৰোহিণী নক্ষত্ৰৰ উল্লেখ নকৰি অষ্টমী তিথিৰহে উল্লেখ কৰিছে। খ্ৰী° ১৮ শতিকাৰ প্ৰথম ভাগতে ব্ৰহ্মবৈৱৰ্তপুৰাণৰ অনুবাদ নহ'লেও পদভাওনি অসমীয়া ভাষাত কৰোৱা হৈছিল আৰু আন প্ৰকাৰেও অসমৰ ধৰ্মীয় সমাজত বংগীয় প্ৰভাৱ বৃদ্ধি পাইছিল। সম্ভৱতঃ তেতিয়াৰ পৰাই শ্ৰীকৃষ্ণৰ জন্মদিন সম্বন্ধে অসমৰ বৈষ্ণৱসকলৰ মাজত মতভেদ সৃষ্টি হ'ল।

ভাৰতবৰ্ষত তিথি-নিৰ্ণয়ৰ দুটা পদ্ধতি প্ৰচলিত আছে। ব্ৰহ্মপুত্ৰ উপত্যকাত প্ৰাচীন স্মাৰ্ত মতে চলা সকলৰ মাজত সৌৰমাসৰ চান্দ্ৰতিথিত তিৰোভাৱ বা জন্ম দিৱস পালন কৰা প্ৰথা আছে। নব্য স্মাৰ্ত মতত চলাসকলে কেৱল চান্দ্ৰমাস মতে কাম কৰে। এই নব্য স্মাৰ্ত মতৰ প্ৰচলন খ্ৰী° ১৭ শতিকাৰ বংগদেশী পণ্ডিত ৰঘুনন্দন ভট্টাচাৰ্যৰ সময়ৰ পৰাহে হয়। আহোম ৰজাৰ পৃষ্ঠপোষকতাত এই মত চলোৱা হৈছিল যদিও, ভট্টাচাৰ্যই প্ৰাচীন মত খণ্ডন কৰিব নোৱৰা কাৰণে যিসকলে প্ৰাচীন মতে চলে তেওঁলোকক সেইমতে চলিবলৈকো অনুমতি দিয়া হ'ল। তেতিয়াৰ পৰা দুই শ্ৰেণীৰ তিথি পালনৰ ব্যৱস্থা চলি আহিছে। শংকৰদেৱৰ আঁহি মানি অহাসকলে প্ৰাচীন মতে সৌৰমাসৰ চান্দ্ৰতিথি মানি থাকিল। শংকৰদেৱ আৰু মাধৱদেৱৰ তিৰোভাৱ তিথিও এই প্ৰথা মতেই পালন কৰা হয়। দামোদৰদেৱ আৰু হৰিদেৱৰ তিথিও এই প্ৰথামতেই হয়। তিৰোভাৱ তিথিৰ লগত সাদৃশ্য ৰাখি শ্ৰীকৃষ্ণৰ জন্মদিৱসকো পাছত তিথিভিত্তিক কৰি জন্মাষ্টমীলৈ ৰূপান্তৰিত কৰা হ'ল।

ভাৰতবৰ্ষৰ অধিকাংশ ঠাইতে চান্দ্ৰমাস মতে চলা হয়। ফাগুৱা আৰু ৰাসোৎসৱ পালন কৰা অঞ্চলতো চান্দ্ৰমাস মতে চলা হয় কাৰণে সেইবোৰ অঞ্চলৰ লগত সংগতি ৰাখি মহাপুৰুষীয়া সকলেও চান্দ্ৰতিথি মতেই ফাগুৱা পাতি আহিছে। পাছলৈ চৈতন্যদেৱৰ লগত সম্পৰ্ক দেখুৱাবলৈ যোৱা গুৰুসকলে গুৰুত্ব সহকাৰে ৰাস পাতি লোকৰঞ্জনৰ ব্যৱস্থা কৰা দেখি ওচৰে কাষৰে থকা আন দুই-এখন সত্ৰয়ো ৰাসৰ নামত শ্ৰীকৃষ্ণৰ শিশু লীলাৰ সুকীয়া নাট ৰচনা কৰি অভিনয় দেখুৱাবলৈ ল'লে। এইদৰে শংকৰ-মাধৱ আৰু তেওঁলোকৰ পৰম্পৰাৰ অন্যান্য গুৰুসকলৰ তিৰোভাৱ তিথি নাইবা অন্যান্য নৈমিত্তিক উৎসৱত ভাওনা-যাত্ৰা কৰা প্ৰথাই সামাজিক লোকৰুচি উন্নত হোৱাত যথেষ্ট সহায় কৰিলে। লগতে বহুজন নিৰক্ষৰ লোকক সাক্ষৰ হ'বলৈকো উৎসাহিত কৰিলে।

(৩) জীৱনচৰ্যা :— দাৰ্শনিক বুলি প্ৰতিষ্ঠিত অন্যান্য বহু সংখ্যক পণ্ডিত আৰু ধৰ্মগুৰুৰ দৰে শংকৰদেৱে এখন দৰ্শনৰ পুথি লিখি থৈ যোৱা নাই। ভাগ-

ৱত-পুৰাণত থকা দৰ্শনৰ সিদ্ধান্তই তেওঁৰ দাৰ্শনিক সিদ্ধান্তৰ মূলে ভেঁটি, কিন্তু তেওঁৰ এটা সুকীয়া ব্যৱহাৰ-প্ৰধান জীৱন-দৰ্শন আছিল। তাকে তেওঁ নিজৰ আদৰ্শত গঢ় দিয়া সমাজৰ কাৰণে জীৱন-চৰ্যাৰ বিধান ৰূপে থৈ গৈছে। সেই বিধান স্থান, কাল আৰু ব্যক্তিভেদে কিছু পৰিৱৰ্তনশীল হ'লেও তাত থকা ব্যাপ্তি আৰু স্থায়িত্বই গতিশীল জীৱনৰ কাৰণে বহুত উপাদান সুৰক্ষিত কৰি ৰাখিছে। জন্মকালৰ পৰা মৃত্যু কাললৈকে জীৱনৰ বিবিধ পৰিস্থিতিত শংকৰদেৱৰ নৈতিক, দাৰ্শনিক, কলাত্মক আৰু সংগঠনাত্মক দিশৰ লগত আমাৰ সম্পৰ্ক ঘটে। কেচুঁৱা ওমলোৱা গীত আৰু কাহিনীৰ পৰা মৃত্যুমুখত পতিত হোৱালৈকে জীৱনৰ সকলো স্তৰৰ বাবে তেওঁৰ ৰচনাৱলী আৰু কাৰ্যব্যৱস্থাৰ প্ৰয়োগ হৈ আহিছে। কলাৰ সৃষ্টিতে সীমাবদ্ধ স্তৰৰ কলাকাৰ তেওঁ নাছিল। জীৱনৰ কাৰণে কলাক ব্যৱহাৰিক, দাৰ্শনিক আৰু আৰোগিক এই তিনিওটা দৃষ্টিৰে সামৰি ল'ব পৰা বৈশিষ্ট্য তেওঁৰ আছিল। সমাজ-সংগঠনৰ কাৰণে এইটোৱেই আছিল তেওঁৰ সৰ্বোৎকৃষ্ট সাধন। গতিকে তেওঁৰ সমাজ-সংগঠনৰ ব্যৱস্থাৱলীক বহল অৰ্থত জীৱনচৰ্যাৰ ব্যৱস্থাৱলী বুলি ক'ব পাৰি। আনহাতে জীৱন-চৰ্যাৰ ব্যৱস্থাৱলী সমূহকে এটা শব্দত 'সংস্কৃতি' বুলি কোৱা হয়। ব্ৰহ্মপুত্ৰ উপত্যকাৰ সামাজিক বিকাশৰ ইতিহাসত মাত্ৰ শংকৰদেৱ এনে এজন ব্যক্তি, যাক এক নিৰ্দিষ্ট মানদণ্ডৰ দৰে লৈ তেওঁৰ সমকালীন, পূৰ্বকালীন আৰু পশ্চাৎকালীন ধৰ্ম, সংস্কৃতি কলা তথা সমাজৰ মূল্যায়নৰ চেষ্টা কৰা হয়। এই দৃষ্টিত শংকৰদেৱ এজন যুগনিৰ্মাতা। এনেস্থলত 'মহাপুৰুষ' বিশেষণটোৱেই তেওঁৰ কাৰণে সম্পূৰ্ণ ব্যক্তিত্বৰ পৰিচায়ক শব্দ নহয়। তথাপি যিসকলে শংকৰদেৱৰ কাৰ্যাৱলীৰ প্ৰকৃত মূল্য বুজিবৰ চেষ্টা নকৰে, সেই সকলৰ কাৰণে 'মহাপুৰুষ' শব্দতকৈ বেছি উপযুক্ত বিশেষণ এটাৰো সাৰ্থকতা নাই; কিন্তু যিসকলে তেওঁৰ কাৰ্যাৱলীৰ মূল্য বুজিবলৈ সক্ষম হৈছে বা হ'ব পাৰে, তেওঁৰ কাৰণে কোনো বিশেষণৰে প্ৰয়োজন নাই। তেওঁৰ বাবে 'শংকৰদেৱ' শব্দটোৱেই সৰ্বোৎকৃষ্ট বিশেষণ হ'ব পাৰে।

সাংস্কৃতিক যুগ-নিৰ্মাতা ৰূপে সমাজৰ ওপৰত শংকৰদেৱৰ প্ৰভাৱৰ বিষয়ে বিচাৰ কৰিলে দেখা যায় যে— সমাজৰ ক্ৰমবিকাশৰ ক্ষেত্ৰত প্ৰয়োজন হোৱা উচ্চাংগ চিন্তা আৰু কলাক তেওঁ এনে এটা জনপ্ৰিয় ৰূপ দি সমাজৰ স্তৰ উন্নত কৰিব পাৰিছিল, য'ত লোকৰুচি আৰু উচ্চাংগ জীৱনাদৰ্শৰ মাজত থকা পাৰ্থক্যটো অতি ক্ষীণ হৈ গৈছিল। তেওঁৰ নামেৰে পৰিচিত হোৱা যুগটোৰ এইটোৱেই সাংস্কৃতিক বৈশিষ্ট্য। এই বৈশিষ্ট্যৰ দৃষ্টিৰে শংকৰদেৱৰ প্ৰত্যেক শ্ৰেণীৰ কাৰ্যাৱলীৰ পুংখানুপুংখ বিচাৰ-বিশ্লেষণ আজি পৰ্যন্ত হোৱা নাই।

# পৰিশিষ্ট

শংকৰদেৱৰ পূৰ্বকালীন, তৎকালীন আৰু পশ্চাৎকালীন ব্ৰহ্মপুত্ৰ উপত্যকাৰ সমাজ-সংস্কৃতিত নাথপন্থী যোগী আৰু ভাৰতৰ অন্যান্য অঞ্চলত থকা ধৰ্মীয় সম্প্ৰদায়-সমূহৰ কেনেকুৱা প্ৰভাৱ আছিল, সেই বিষয়ে বহুল আলোচনাৰ ক্ষেত্ৰ পৰি আছে। এই প্ৰসংগত তাৰ দুটামান উদাহৰণ দাঙি ধৰা হৈছে।+

(১) মহাপুৰুষীয়া ভকতীয়া সমাজত বিশিষ্ট স্থান পাই অহা অনেক লোকৰ মুখত গীতা-ভাগৱত, ৰামায়ণ আদি গ্ৰন্থত নথকা অনেক কথাৰ প্ৰচলন আছে। সেইবোৰৰ অধিকাংশ চমৎকাৰপূৰ্ণ আৰু জটিল। দুই-এটা কথা যোগমাৰ্গী সকলৰ বিচাৰৰ দ্বাৰাও প্ৰভাৱিত। যেনে—ভকত সকলৰ অনেকেই কয়—'এই নামেই নাম নহয় আৰু নাম আছে।' এই গোপন বা ৰহস্যময় নামটোৰ স্বৰূপটো এই ভকত-সকলে বুজাই দিব পাৰেনে নোৱাৰে সেইটো সুকীয়া কথা; কিন্তু সেই নাম যে ইন্দ্ৰিয়গ্ৰাহ্য শব্দ নহয়, সেইকথা সহজে বুজিব পাৰি। দাৰ্শনিক স্তৰত সত্যৰ উপ-লব্ধিকেই এই নামৰ স্বৰূপ বুলি ধৰিব পাৰি যদিও ভকতসকলৰ অধিকাংশই নাথযোগীসকলৰ প্ৰাণায়ামৰ ফল স্বৰূপে উপলব্ধি হোৱা 'অনাহত নাদ'ৰ কথাহে বুজাব খোজে।

শংকৰদেৱ বা তেওঁৰ পৰম্পৰাৰ অন্য গুৰুৰ ৰচনাৱলীত থকা দুই এটা বাক্য প্ৰাক্‌শংকৰী যুগৰ আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাহিৰৰ উত্তৰ আৰু পশ্চিম ভাৰতৰ নাথ সাহিত্যত পোৱা যায়। গোৰখনাথৰ ৰচনা বুলি প্ৰচলিত তলৰ উক্তিটো এই দৃষ্টিত গুৰুত্বপূৰ্ণ। 'জিনি মনগ্ৰাসে দেৱ দাণ। সে মন মাৰিলে গহি গুৰু গ্যান-বাণ ॥ (সবদী ২২৯) অৰ্থাৎ "যি মনে দেৱ, দানৱ সকলোকে গ্ৰাস কৰি আছে, সেই মনক গুৰুৰ পৰা পোৱা জ্ঞানৰ বাণেৰে বধ কৰা।" ইয়াৰ লগত মাধৱদেৱৰ নামঘোষাৰ পদ—"হৰিগুৰু পদ সেৱা খাণ্ডা ডাটি ধৰা। মনবৈৰী কাটিসুখে ভৱনদী তৰা ॥ ৪২৫" অংশৰ সাদৃশ্য মন কৰিব লগীয়া। গোৰখনাথৰ পদ ৪।৩৩ ৰ

---

+ অসম সাহিত্যসভাপত্ৰিকা (২য় সংখ্যা, ৩য় সংখ্যা ১৯৭৮ চন আৰু ৪ৰ্থ সংখ্যা ১৯৭৮/৭৯ চন)ত প্ৰকাশিত 'যোগমাৰ্গ, আৰু অসমীয়া সাহিত্য' শীৰ্ষক প্ৰবন্ধত এই বিষয়ে কিছু আলোচনা কৰা হৈছে। সেইবাবে জিজ্ঞাসু পাঠকে এই পৰি-শিষ্টৰ পৰিপূৰক ৰূপে সেই প্ৰবন্ধ পঢ়ি চালে এই সম্পৰ্কীয় অধ্যয়নত সহায় পাব।

লগতো নামঘোষাৰ এনে সাদৃশ্য দেখা যায়। গোৰখবাণীৰ পদ —অহোনিসি সমাধ্যান। নিৰন্তৰ ৰমেবা ৰাম ॥ কথৈ গোৰখনাথ গ্যান। পাইয়া পৰম নিধান ॥ (গোৰখবাণীত 'খ'ৰ ঠাইত 'ষ' প্ৰয়োগ হয়) ইয়াৰ নিৰন্তৰে ৰমেবা ৰাম' অংশ নামঘোষাৰ "ৰামতে ৰমোহা অবিৰাম ৰাম ৰাম" অংশৰ অনুৰূপ।

কেৱল মহাপুৰুষীয়া সাহিত্যৰ লগতে নহয়, আজানফকীৰৰ জিকিৰতো গোৰখবাণীৰ প্ৰভাৱ দেখা যায়। পৰম ব্ৰহ্মৰ শক্তিৰেহে সকলো প্ৰাকৃতিক শক্তি বা দেৱতাৰ স্বৰূপ প্ৰকাশ পাইছে। এই কথাকে বুজাবৰ কাৰণে কেনোপনিষদত বায়ু আৰু অগ্নিৰ শক্তিহীনতাৰ পৰিচয় দিয়া কাহিনী সৃষ্টি কৰা হ'ল। গোৰখবাণীৰ পদটোত এই তত্ত্বকে তলত দিয়া ধৰণে প্ৰকাশ কৰিছে। "পাৱক কহৈ মৈ' জাড়ণ মুৱা, কপড়া কহৈ মৈ' নাগা। অনহদ মৃদংগ বাজৈ তহাঁ পাগুল নাচন লাগা ॥ ২××২৫ পদ। ইয়াত অগ্নি জাৰত মৰা আৰু কাপোৰ নাঙঠ হোৱা বুলিছে। পাছৰ শাৰীত অনাহত মৃদংগৰ শব্দ শুনি পংগু আত্মা ( ইন্দ্ৰিয়হীন অৰ্থত আত্মাক পংগু বুলিছে ) নাচি উঠে বুলি কোৱা হৈছে। আজান ফকীৰৰ জিকিৰত এই ভাৱ ব্যঞ্জিত হৈছে, এনেদৰে —"পানীমৰে পিয়াহত, অগ্নিমৰে জাৰত। খোদা ৰছুল লুকাই আছে, মোমিনৰ আঁৰত "॥

পিণ্ডত ব্ৰহ্মাণ্ডৰ স্থিতি বিষয়ক বিচাৰ নাথযোগীসকলৰ মাজত প্ৰচলিত আছিল। তাৰ প্ৰভাৱ মহাপুৰুষীয়া বৈষ্ণৱভকতসকলৰ ওপৰতো দেখা যায়; কিন্তু এনে বিচাৰ পঞ্চৰাত্ৰমত আৰু মহাভাৰত বা ভাগৱত আদি পুৰাণৰ পৰা মহাপুৰুষীয়া সাধনামাৰ্গত প্ৰৱেশ কৰা নাই। শংকৰদেৱৰ ৰচনাৱলীত এনে ভাৱৰ সংকেতো পোৱা নাযায়। ইয়াৰ বিপৰীতে মাধৱদেৱৰ দধিমথন নাটৰ কল্যাণ গীতত 'ৰোম বিবৰমহ কোটি কোটি অণ্ড তাহেক ৰহু সমৰেণু' বুলি পৰমেশ্বৰৰ বিৰাট ৰূপ আৰু ব্ৰহ্মাণ্ডৰ ক্ষুদ্ৰ ৰূপৰ মাজত থকা পাৰ্থক্যৰ সূচনা কৰিছে। ব্ৰহ্মাণ্ডতে জন্ম হৈ লয় পোৱা জীৱসমূহৰ দেহৰ কথা বাদেই। নাথপন্থী সকলৰ মতে পিণ্ড অৰ্থাৎ মাংসপিণ্ডস্বৰূপ এই দেহতে বিশ্বব্ৰহ্মাণ্ডৰ সকলো আছে। এই ভাৱকে বুজাবলৈ যোৱা ভকতসকলে শব্দৰ প্ৰকৃত অৰ্থ বিকৃত কৰি 'ব্ৰহ্মাবিৰাট' আৰু 'ক্ষুদ্ৰাবিৰাট' শব্দৰো প্ৰচলন কৰিলে। বিশ্বব্ৰহ্মাণ্ড অৰ্থত বা বিৰাটপুৰুষ ভগৱানৰ ব্যাপ্তি অৰ্থত 'ব্ৰহ্মাবিৰাট' শব্দৰ প্ৰয়োগ গ্ৰাহ্য হ'লেও 'ক্ষুদ্ৰবিৰাট' শব্দটো এক প্ৰকাৰৰ ভ্ৰান্তিকৰ শব্দ। ক্ষুদ্ৰাপিণ্ড বা দেহকে বিৰাটৰ প্ৰতীক অৰ্থত এই শব্দৰ প্ৰচলন কৰা হ'ল।

পৌৰাণিক ধৰ্মৰ দেৱ-দেৱীসকলো যে —বহু পৰিমাণে প্ৰতীকধৰ্মী তাত সন্দেহ নাই; কিন্তু নাথপন্থীসকলৰ দেৱ-দেৱী আৰু সাধনমাৰ্গ সম্বন্ধীয় কথাবোৰ

পৌৰাণিক ধৰ্মতকৈয়ো অধিক প্ৰতীক ধৰ্মী। সেই বাবে সাধাৰণ শ্ৰেণীৰ লোকৰ বাবে এই ধৰ্মৰ বহুত উপদেশ জটিল হৈ পৰিছিল+। আনহাতে যোগ, সাংখ্য, বেদান্ত প্ৰভৃতি প্ৰাচীন ভাৰতীয় পৰম্পৰাৰ দৰ্শন, পুৰাণ, ৰামায়ণ আৰু মহাভাৰতৰ বিচাৰৰ আধাৰতেই নাথপন্থৰ দৰ্শন আৰু তদনুৰূপ ব্যৱস্থাপ্ৰধান সাহিত্য গঢ় লৈ উঠিছিল। সেইবাবে পৌৰাণিক দেৱতা ব্ৰহ্মা, বিষ্ণু, শিৱ, পাৰ্বতী, ৰাম, হৰি, নাৰায়ণ, নিৰঞ্জন প্ৰভৃতি নামবোৰ প্ৰতীক ৰূপত এই সম্প্ৰদায়ৰ সাহিত্যত পোৱা যায়; কিন্তু 'কৃষ্ণ' নামটো দৃষ্টি গোচৰ নহয়। সগুণ লীলাবাদী সাধকসকলে কৃষ্ণৰ ওপৰত বেছি গুৰুত্ব দিলেও নাথপন্থৰ আদৰ্শেৰে প্ৰভাৱিত নিৰ্গুণসাধকসকলে ভাৰত-বৰ্ষৰ বিভিন্ন অঞ্চলত প্ৰচাৰ কৰা ধৰ্মত 'কৃষ্ণ' নামে গুৰুত্ব লাভ কৰা দেখা নাযায়। নিৰ্গুণপন্থীসকলে ব্যৱহাৰ কৰা 'ৰাম' শব্দটোও দশৰথসুত ৰামসূচক নহয়। শংকৰদেৱে সগুণ উপাসনাৰে আৰম্ভ কৰা নিজৰ মতত কৃষ্ণক 'দৈৱকী-নন্দন' বিশেষণেৰে স্পষ্টভাবে মানুহ কৰি লৈছে। মানুহৰ পাছতহে ক্ৰমে হৰি, ৰাম প্ৰভৃতি শব্দৰ যোগেদি স্গুণক নিগুৰ্ণৰ ফালে আগবঢ়াই নিছে আৰু পিণ্ডত ব্ৰহ্মাণ্ডৰ আৰোপ কৰাৰ দৰে নৰত স্থিত সত্তা নাৰায়ণৰ ওপৰতো সৰ্বঅৱতাৰৰ (সকলো মূৰ্ত ৰূপৰ) কাৰণ ৰূপে গুৰুত্ব আৰোপ কৰিছে।

নাথপন্থীসকলৰ 'ৰাম' পৰমাৰ্থ আত্মাৰাম। উত্তৰ ভাৰতৰ সন্ত কবীৰ প্ৰভৃতি সাধকসকলে এই ৰামৰ উল্লেখ নিজৰ বাণীত বহুত বাৰ কৰিছে। তথাপি গোৰখনাথৰ বাণীত 'ৰাজা ৰাম শব্দই, ভ্ৰান্তি সৃষ্টি কৰিব পাৰে; কিন্তু 'ৰাজা' শব্দটো এই ক্ষেত্ৰত আত্মাৰ সৰ্বশ্ৰেষ্ঠ অৱস্থাসূচক শব্দহে, অযোধ্যাৰ ৰজাসূচক নহয়। তলৰ পদফাঁকিত ইয়াৰ উদাহৰণ স্পষ্ট ভাবে পোৱা যায়।

এহী ৰাজা ৰাম আছৈ সৰ্বে অংগে বাসা।
য়েহী পাঁচো তত বাৰ্ সহজি প্ৰকাসা ॥
য়েহী পাঁচো তত বাৰ্ সমঝি সমানা।
বদন্ত গোৰষ ইম হৰিপদ জানা ॥ ৩।১২ পদ

---

\+ সাহিত্যৰ প্ৰতীকে ধৰ্মৰ সাধনাত গোপনীয় 'চৰ্চন'ৰ সৃষ্টি কৰিলে আৰু তাৰ ফলত ধৰ্মই অশাস্ত্ৰীয় ৰূপ লোৱাৰ সুযোগ বাঢ়িল। সেইবাবে অনেক ভকতে শাস্ত্ৰীয় অৰ্থক পাণ্ডিত্যালি বুলি নিন্দা কৰে আৰু অশাস্ত্ৰীয় মনে সজা অৰ্থক গূঢ়াৰ্থ বুলি চমৎকাৰ দেখুৱাবলৈ বিচাৰে; কিন্তু নামঘোষাত কৈছে— 'শাস্ত্ৰমত এৰি যি কথা কহয়, কেৱলে পাষণ্ড নয়।'

**ভাৱানুৱাদ ঃ—** এয়ে পৰম অনুভূতিগম্যতত্ত্ব ৰাজাৰাম। এই পৰমতত্ত্ব সৰ্বাংগতে আছে। পঞ্চতত্ত্বকো এই পৰমতত্ত্বইহে স্বভাৱতে প্ৰকাশ কৰে। তত্ত্ববোধ হ'লে এই পৰম তত্ত্বতেই পঞ্চতত্ত্ব মিলি যায়। গোৰখনাথে কৈছে যে —এই দৰেই ছাঁইপদৰ (পৰমতত্ত্বস্বৰূপ ব্ৰহ্মৰ) বোধ হ'ব পাৰে।

তান্ত্ৰিকসাধনমাৰ্গত থকা পশুবলি প্ৰভৃতি হিংসা-ব্যৱস্থাৰ বিৰুদ্ধেও নাথ-ধৰ্মই মাত লগাইছিল। উদাহৰণ স্বৰূপে তলত এটা 'সবদী' উদ্ধৃত কৰা হ'ল।

জীৱ সীৱ সংগে বাসা। বধি ন খাইবা ৰুধ্ৰ মাসা ॥
হংস ঘাত নকৰিবা গোতং। কথন্ত গোৰষ নিহাৰি পোতং ॥২২৭।

**ভাৱানুৱাদ ঃ—** জীৱ আৰু ব্ৰহ্ম (শৰীৰ আৰু আত্মা) একেলগে থাকে। সেই বাবে প্ৰাণী-হত্যা কৰি ৰক্ত-মাংস নাখাবা। সকলো প্ৰাণীকে নিজৰ গোত্ৰৰ বুলি ভাবিবা। গোৰখে কৈছে — নিজৰ সন্তানৰ মুখলৈ চোৱাৰ দৰেই অন্য প্ৰাণীৰ মুখলৈকো চাবা।

ভাং, ধতুৰা আদি মাদক দ্ৰব্য ত্যাগৰ কথাও গোৰখনাথে কৈছে—

ধোতৰা ন পীৱোৰে অৱধূ ভাংগি ন খাৱে ৰে ভাঈ।
গোৰষ কহৈ সুণোৰে অৱধূ য়া কায়া হোয়গী পৰাঈ ॥ সবদী ২৪১।

**ভাৱানুৱাদ ঃ—** "হে অৱধূত ভাই। ভাং-ধতুৰা নাখাবা। সেইবোৰ বস্তুৱে নিজৰ দেহটোকে লোকৰ অধীন কৰিব (নিজৰ ওপৰত নিজৰ শাসন নোহোৱা হ'ব) বুলি মই গোৰখনাথে কৈছোঁ।" এইদৰে শংকৰদেৱৰ সামাজিক পটভূমিত সৰ্বভাৰতীয় নাথসম্প্ৰদায়ৰ প্ৰভাৱ থকাৰ কিছুমান প্ৰমাণ পোৱা যায়।

নাথপন্থী সাহিত্যৰ বাহিৰেও অন্যান্য ভাৰতীয় আদৰ্শৰ প্ৰভাৱ প্ৰাক্‌শংকৰী আৰু শংকৰী যুগৰ সাহিত্যত থাকিব পাৰে। এই শ্ৰেণীৰ সাহিত্যিক আদৰ্শৰ ভিতৰত গুজৰাত প্ৰমুখ্যে পশ্চিম ভাৰতৰ জৈন আদৰ্শ আৰু উত্তৰ ভাৰতৰ বীৰ-কাব্যৰ আদৰ্শ প্ৰধান। চালুক্য ৰাজ্যৰ লগত অসমৰ সম্বন্ধ ঘটা সম্পৰ্কে আগতে আলোচনা কৰা হৈছে+। চালুক্য ৰাজ্যৰ অন্তৰ্গত মহাৰাষ্ট্ৰ, গুজৰাত আৰু ৰাজস্থানত অপভ্ৰংশ ভাষাত ৰচিত জৈন সাহিত্যৰ লগত প্ৰাক্‌শংকৰী যুগৰ অসমীয়া সাহিত্যৰ পোন-পটীয়া সম্বন্ধ কিমান, সেই সম্বন্ধে বিস্তৃত আলোচনা এই প্ৰসংগত আমাৰ মূল বিষয় নহয়। গতিকে পৰোক্ষভাৱে থকা প্ৰভাৱৰ সামান্য পৰিচয়হে এই প্ৰসংগত আলোচ্য বিষয় হৈ পৰিছে।

---

+ দ্ৰঃ জনগোষ্ঠীৰ পৰম্পৰা (ঘ) পৃ° ২৮

হৰিবৰ বিপ্ৰৰ তাম্ৰধ্বজ-যুদ্ধৰ কথাবস্তু আৰু অসমত ব্যাপক ভাৱে প্ৰচলিত দাতাকৰ্ণৰ কাহিনীত জৈনসকলৰ ত্যাগ তথা কষ্টসহিষ্ণুতাৰ আদৰ্শ থাকিব পাৰে। হৰিবৰ বিপ্ৰৰ কাব্যৰ আধাৰগ্ৰন্থ জৈমিনীয় মহাভাৰতৰ অশ্বমেধপৰ্ব। * জৈমিনীৰ নামত প্ৰচলিত এই মহাভাৰতৰ কাহিনীসমূহ কোন ধৰণৰ সামাজিক পটভূমিত গঢ় লৈছিল, সেইটো পৃথক্ এটা আলোচনাৰ বিষয় হ'লেও, ৰামায়ণ, মহাভাৰত প্ৰভৃতি প্ৰাচীন কাব্যসমূহৰ আলমতে বৌদ্ধ, জৈন আদি অন্য ধৰ্মীয় পৰম্পৰাৰ নতুন সাহিত্য গঢ় লৈ উঠাৰ দৰেই মহাভাৰত, ৰামায়ণ প্ৰভৃতি গ্ৰন্থবোৰতো নতুন ধৰণৰ কথাবস্তুৱে ঠাই পাইছিল। জৈমিনীৰ অশ্বমেধ পৰ্বৰ তাম্ৰধ্বজ-যুদ্ধৰ বিষয় এনেধৰণৰ— তাম্ৰধ্বজৰ পিতা ময়ূৰধ্বজে ব্ৰাহ্মণপুত্ৰৰ প্ৰাণ ৰক্ষাৰ কাৰণে নিজৰ শৰীৰৰ এফাল অকাতৰে দান দিবলৈ ওলাইছিল। তেওঁৰ পত্নী কুমুদ্বতী আৰু পুত্ৰ তাম্ৰধ্বজে কৰতেৰে ৰজাৰ মূৰটো সমানে দুফাল কৰিবলৈ ধৰিছিল। এই কথাৰ পৰা এনে ধাৰণা হয় যে— জৈন ধৰ্মৰ ত্যাগ আৰু কষ্টসহিষ্ণুতাৰ এই উগ্ৰ আদৰ্শটো ব্ৰাহ্মণৰ হিতৰ কাৰণে বুলি দেখুৱাবলৈ গৈ বৈদিক আৰু পোৰাণিক পৰম্পৰাটোৰ নিমিত্তে ইয়াৰ প্ৰয়োজন কাৰ্যক্ষেত্ৰত সম্ভৱ ন'হলেও আদৰ্শৰ ক্ষেত্ৰত মানি লোৱা হৈছিল। দাতা কৰ্ণই নিজৰ পুত্ৰ বৃষকেতুক মাৰি নিজে ৰান্ধি-বাঢ়ি ব্ৰাহ্মণ অতিথিক খাবলৈ দিয়া কাহিনীটোও এনে এটা উগ্ৰ আদৰ্শজনিত কল্পনাহে। মন কৰিব লগীয়া যে — ব্ৰাহ্মণে নৰমাংসভক্ষণ কৰা প্ৰথা ঐতিহাসিক সত্য হ'ব নোৱাৰে। মূল মহাভাৰতত নথকা এই শ্ৰেণীৰ কাহিনীৰ পৰা পোৰাণিক কথাবস্তু আৰু বৈষ্ণৱ সাজ-পাৰৰ মাজতো জৈন আদৰ্শৰ প্ৰভাৱ সমাজত কিবা প্ৰকাৰে লুকাই থকা যেন ধাৰণা হয়। ঋষভ, দত্তাত্ৰেয় প্ৰভৃতি অনেক সাধক মহাপুৰুষ আৰু জৈন তীৰ্থংকৰ বিষ্ণুৰ অৱতাৰ ৰূপে স্বীকৃত হৈ অহা কথায়ো এনে প্ৰভাৱৰ ধাৰণা পুষ্ট কৰে। যোগ-সাধনাৰ প্ৰাচীন পৰম্পৰায়ো বৌদ্ধ, জৈন, বৈষ্ণৱ, শৈৱ আৰু শাক্তসম্প্ৰদায়ৰ মাজত যোগসূত্ৰ স্থাপন কৰি আহিছে।

ব্ৰহ্মপুত্ৰ উপত্যকাৰ তৎকালীন বীৰকাব্যসমূহৰ ক্ষেত্ৰতো এনে ধৰণৰ কিছু সাদৃশ্য পৰিলক্ষিত হয়। তুৰ্ক-আক্ৰমণৰ ৰাজনৈতিক আৰু সামাজিক পট-

* জৈমিনীয় অশ্বমেধ পৰ্বৰ ৰচনা-কাল কোনো কোনো পণ্ডিতৰ মতে খ্ৰী' ১২ শতিকা। সেয়ে হ'লে বভ্ৰুবাহন-যুদ্ধ আৰু লৱ-কুশ-যুদ্ধৰ নিচিনা নতুন পুৰুষক উৎসাহিত কৰা বীৰকাব্যৰ ৰচনাৰ মূলতে তুৰ্ক আক্ৰমণৰ ফলত সৃষ্টি হোৱা সামাজিক পৰিৱেশৰ প্ৰভাৱ থাকিব পাৰে। জৈন ধৰ্মৰ প্ৰভাৱ-প্ৰধান পশ্চিম ভাৰত সেই সময়ত তুৰ্ক আক্ৰমণৰো সন্মুখীন হৈছিল।

ভূমিত উত্তৰ আৰু পশ্চিম ভাৰতৰ অপভ্ৰংশ ভাষাত বীৰকাব্য সৃষ্টি হৈছিল। অপ-ভ্ৰংশ যুগৰে পৰা খ্ৰী° ১৮।১৯ শতিকালৈকে কম বেছি পৰিমাণে মহাকাব্য, খণ্ড-কাব্য আৰু মুক্তক কাব্য এই তিনিও শ্ৰেণীৰ বীৰকাব্য সুকীয়া সুকীয়া ভাৰতীয় ভাষাত ৰচনা কৰা দেখা যায়। যোগমাৰ্গী নাথ—সম্প্ৰদায়ৰ পাছত ভক্তিমাৰ্গী বৈষ্ণৱ সম্প্ৰদায়ৰ সাহিত্যই সমাজত বেছি প্ৰভাৱ বিস্তাৰ কৰিব পাৰিছিল যদিও, ৰাজ-নৈতিক আৰু সামাজিক সংঘাতৰ সময়ত সমাজৰ পথপ্ৰদৰ্শক বা ভাগ্যনিৰ্ণয়াক উৎসাহী ব্যক্তিৰ আদৰ্শ আওকাণ কৰিব পৰা বিধৰ বস্তু নাছিল। এই ক্ষেত্ৰত অন্যান্য শ্ৰেণীৰ বীৰসকলতকৈ যুদ্ধ-বীৰৰেই প্ৰয়োজন আৰু সংখ্যা বেছি হোৱাটো স্বাভাৱিক। তথাপি দানবীৰ, দয়াবীৰ আৰু ধৰ্মবীৰৰ চৰিত্ৰয়ো সাহিত্যত উপযুক্ত স্থান লাভ কৰিছিল। আনহাতে সকলো শ্ৰেণীৰ বীৰ পুৰুষৰ জীৱন-বৃত্তৰ লগত শৃংগাৰ ৰসাত্মক বৰ্ণনাৰ প্ৰাচুৰ্যও মন কৰিব লগীয়া কথা। প্ৰাক্ বৈষ্ণৱ যুগৰ উত্তৰ আৰু পশ্চিম ভাৰতীয় বীৰকাব্য সমূহৰ ভিতৰত খ্ৰী° ১২ শতিকাৰ জগনিক কবিৰ গীতিকাব্য 'আল্‌হাখণ্ড' অত্যন্ত লোকপ্ৰিয়। ১৬ শতিকাৰ কেশৱদাস, বিকানীৰৰ ৰাজপুত্ৰ পৃথ্বীৰাজ, ১৭ শতিকাৰ কৱি ভূষণ প্ৰভৃতি আৰু অনেকজন বীৰকাব্যৰ ৰচক পৰৱৰ্তী কৱিসকলৰ ভিতৰত বিখ্যাত। এওঁলোক কেৱল ৰাজাশ্ৰিত চাৰণ বা ভাট নাছিল। ১৬ শতিকাৰ পৃথ্বীৰাজ দুৰসাজী প্ৰভৃতি কেইজনমান কবি স্বয়ং যোদ্ধাও আছিল। গতিকে এই শ্ৰেণীৰ কাব্যৰ যথেষ্ট ঐতিহাসিক মূল্যও আছে।

ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰাক্‌শংকৰী যুগৰ কাব্যসমূহৰ অধিকাংশ উপাদানেই বীৰৰসাত্মক। বীৰত্বৰ পাছতহে শৃংগাৰ আৰু ভক্তিৰ স্থান দেখা যায়। অন্যান্য ৰস এই কেইটা ৰসৰ তুলনাত বৰ দুৰ্বল। হৰিবৰ বিপ্ৰৰ তিনিওখন কাব্যতে এই লক্ষণ স্পষ্ট। 'তাম্ৰধ্বজৰ যুদ্ধবীৰৰ চিত্ৰৰ লগতে ময়ূৰধ্বজৰ দানবীৰৰ চিত্ৰও অংকিত হৈছে। হেমসৰস্বতীৰ 'প্ৰহ্লাদচৰিত'ত প্ৰহ্লাদৰ ভক্তবীৰ ৰূপটো প্ৰকাশ পাইছে। ৰুদ্ৰকন্দলিৰ 'সাত্যকিপ্ৰৱেশ' আৰু কৱিৰত্নসৰস্বতীৰ জয়দ্ৰথবধ' আনকি মাধৱকন্দলিৰ ৰামায়ণতো বীৰত্বৰ উপাদানেইহে বেছিকৈ ঠাই পাইছে। মাধৱ-কন্দলিৰ নামত প্ৰচলিত 'দেৱজিত' কাব্যও এই শ্ৰেণীৰ। হেমসৰস্বতীৰ 'হৰগৌৰী-সংবাদ'ত বীৰত্ব আৰু যোগ উভয়ৰে গুৰুত্ব দেখা যায়। শংকৰী আদৰ্শত বীৰ-ৰসতকৈ ভক্তিৰসৰ গুৰুত্ব বাঢ়িল যদিও, ৰামসৰস্বতীৰ ৰচনাত বীৰসৰ উপাদানেহে প্ৰাধান্য লাভ কৰা দেখা যায়। এইবিলাক কথা বিচাৰ কৰি চালে দেখা যায় যে—অপভ্ৰংশ যুগৰ পৰা বৈষ্ণৱযুগৰ শেষলৈকে পশ্চিম আৰু উত্তৰ ভাৰতত

সাহিত্যৰ লগত ব্ৰহ্মপুত্ৰ উপত্যকাৰ সাহিত্যৰ বিষয়বস্তুৰ ভালেখিনি সাদৃশ্য আছে; কিন্তু বীৰকাব্যৰ ক্ষেত্ৰত উত্তৰ আৰু পশ্চিম ভাৰতৰ পটভূমি তথা বিষয়বস্তু দুয়োটাই বহুপৰিমাণে ইতিহাসৰ ওপৰত নিৰ্ভৰশীল। আনহাতে অসমৰ বীৰৰসাত্মক কাব্যই পৌৰাণিক কথাবস্তুৰ ওপৰতহে নিৰ্ভৰ কৰিছে। অসমৰ বীৰকাব্যৰ চিত্ৰ সূৰ্যৰ পোনপটীয়া পোহৰত জিলিকি উঠা নাই। সূৰ্যৰ পৰা গ্ৰহণ কৰি চন্দ্ৰই পুনৰ বিতৰণ কৰা পোহৰতহে (জোনাকতহে) প্ৰকাশ পাইছে।

অসমীয়া সাহিত্যৰ বুৰঞ্জীসমূহত যিটো যুগক উত্তৰ বৈষ্ণৱ যুগ বা উত্তৰ শংকৰীযুগ বোলা হৈছে, সেই যুগৰ অসমীয়া সাহিত্যৰ লক্ষণসমূহত উত্তৰ আৰু পশ্চিম ভাৰতৰ সাহিত্যৰ লগত পূৰ্ববৎ সাদৃশ্য ৰক্ষা পৰা নাই। সেই সময়ৰ পৰা অসমৰ সাহিত্যত বংগীয় সমাজ আৰু সাহিত্যৰ প্ৰভাৱ বাঢ়ি আহিবলৈ ধৰিলে। ভাষাৰ ক্ষেত্ৰতো উত্তৰ আৰু পশ্চিমৰ প্ৰভাৱ কমি আহিল আৰু তাৰ পৰিবৰ্তে বংগীয় প্ৰভাৱ বাঢ়িবলৈ ধৰিলে; কিন্তু শংকৰদেৱৰ ব্ৰজাৱলী ভাষাই তুৰ্ক আৰু মোগলৰ যুগৰে পৰা আজিপৰ্যন্ত উত্তৰ আৰু পশ্চিমভাৰতৰ লগত সামাজিক সাংস্কৃতিক সম্পৰ্ক ৰক্ষাৰ ক্ষেত্ৰত গুৰুত্বপূৰ্ণ স্থান অধিকাৰ কৰি আহিছে। আনকি এই ভাষাৰ যোগেদি দক্ষিণভাৰতৰ সাংস্কৃতিক জীৱনৰ লগতো সম্পৰ্ক স্থাপনৰ সুযোগ গ্ৰহণ কৰিব পাৰি। উত্তৰ আৰু পশ্চিমভাৰতৰ লোক ভাষাই এটা বহল দৃষ্টিত হিন্দী ভাষা ৰূপে বিকশিত ৰূপ লৈ অহাৰ লগে লগে মধ্যযুগৰ দক্ষিণ ভাৰতৰো সাংস্কৃতিক, ৰাজনৈতিক ক্ষেত্ৰত যথেষ্ট প্ৰভাৱ বিস্তাৰ কৰিছিল। সেই প্ৰভাৱ তেতিয়াৰ পৰা এতিয়ালৈকে আছেও। আনহাতে মোগল যুগৰে পৰা ৰাজনৈতিক আৰু ইংৰাজ শাসনৰ যুগত ব্যৱসায়িক ক্ষেত্ৰত উত্তৰ আৰু পশ্চিমভাৰতৰ লগত যোগাযোগৰ বাবে প্ৰয়োজনীয় হিন্দী ভাষাজ্ঞানৰ লগতো ব্ৰজাৱলীৰ ভাষাৰ ভাষাতাত্ত্বিক সম্বন্ধটো গুৰুত্বপূৰ্ণ. এই দিশত আজিলৈকে উপযুক্ত বিচাৰ-বিশ্লেষণ হোৱা নাই।* সামাজিক দিশত শংকৰদেৱৰ দূৰদৰ্শিতাৰ এটা ভাল উদাহৰণ ৰূপে এই ব্ৰজাৱলী ভাষাৰ কথা ক'ব পাৰি। সাহিত্যক শিক্ষিত শ্ৰেণীৰ বিলাসৰ সামগ্ৰীৰূপে গ্ৰহণ কৰি অহা আলোচকসকলে ব্ৰজাৱলী ভাষাক আজিও এই দৃষ্টিৰে গ্ৰহণ কৰিব পৰা নাই। তেওঁলোকে সাহিত্যক বংগীয় সাহিত্যৰ মাজেদি বা পোনে পোনে ইউৰোপৰ পৰা অহা বস্তু হিচাবে গ্ৰহণ কৰে। সেইবাবে সাহিত্যত ৰাষ্ট্ৰীয় দৃষ্টিভংগিৰ প্ৰয়োজন উপলব্ধি কৰিব নোৱাৰে। এনেকুৱা মানসিক পটভূমিত সাহিত্য সৃষ্টি কৰোঁতাসকলে সামাজিক শান্তি আৰু সমৃদ্ধিৰ কাৰণে বাস্তৱ সমস্যাৰ লগত সংগতি

---

* এই সম্পৰ্কত দ্ৰঃ 'ব্ৰজাৱলী ভাষাৰ ৰাষ্ট্ৰীয় পটভূমি'—অসম সাহিত্য সভাপত্ৰিকা, ৪২ শ বছৰ প্ৰথম সংখ্যা।

ৰাখি নিৰপেক্ষ দৃষ্টিৰে চোৱাৰ অভ্যাস কৰা নাই। তেওঁলোকে নিজৰ অন্ন-বস্ত্ৰৰ লগত জড়িত শ্ৰমিক শ্ৰেণীৰ সমাজ-সংস্কৃতি তথা সাহিত্যৰ লগতো ৰাষ্ট্ৰৰ ইতিহাসৰ সূক্ষ্ম সম্পৰ্ক দেখা নাপায়। ৰাজনীতিৰ জালত আবদ্ধ হৈ পৰা দলীয় আৰু সাম্প্ৰদায়িক সংকীৰ্ণতাই ইতিহাস আৰু অৰ্থনীতিৰ স্বাভাৱিক গতিটোকো অস্বীকাৰ কৰাৰ অপচেষ্টা কৰে। আমি এনে অপচেষ্টাৰ পৰা বিৰত হ'ব লাগিব। শংকৰদেৱ সম্বন্ধীয় নিৰপেক্ষ অধ্যয়নে এই ক্ষেত্ৰতো আমাৰ চকু মুকলি কৰিব পাৰে।



# সহায়ক গ্ৰন্থ

এই ধৰণৰ আলোচনামূলক গ্ৰন্থৰ লগত সহায়ক গ্ৰন্থ-সূচী দিয়াৰ প্ৰথা আছে। সেই দৃষ্টিত তেনে এখন সূচী ইয়াতো দিয়াৰ ইচ্ছা আছিল ; কিন্তু তেনে এখন দীঘল সূচী দি পুথিৰ পৃষ্ঠা নবঢ়াই কেইখনমান বিশেষ পুথিৰ নাম উল্লেখ কৰা হ'ল। আন আন বহুত সহায়ক পুথিৰ নাম আৰু লেখকৰ নাম আলোচনা প্ৰসংগতে দিয়া হৈছে।

শংকৰদেৱৰ জীৱনবৃত্ত সম্বন্ধীয় প্ৰকাশিত পুথিসমূহৰ নাম উল্লেখ কৰাৰ প্ৰয়োজন নাই। অপ্ৰকাশিত পুথিসমূহৰ চমু পৰিচয় আৰু বিষয় সম্বন্ধে ডঃ মহে-শ্বৰ নেওগৰ 'গুৰুচৰিতৰ ইতি কথা'ত ভালেখিনি তথ্য পোৱা যায়। আমিও সেই পুথিৰ সহায় লৈছোঁ। উপনিষদ, পুৰাণ, মহাভাৰত, ৰামায়ণ প্ৰভৃতি প্ৰাচীন গ্ৰন্থসমূহৰ কিছুমানত পাঠান্তৰ থাকে। সেই কাৰণে সেইবিলাকৰ সংস্কৰণৰ নাম উল্লেখ কৰা হয়। কোনো কোনো ক্ষেত্ৰত শ্লোকৰ সংখ্যা পৃথক্ হোৱা বাবে এনে উল্লে-খৰ প্ৰয়োজন হয়। কালিকাপুৰাণৰ পাঠৰ ক্ষেত্ৰত এনে বিপৰ্যয় এই পুথিত ঘটিব পাৰে। 'মহাপুৰুষ শংকৰদেৱ' লিখাৰ সময়ত বম্বেৰ ৱেংকটেশ্বৰ মুদ্ৰণালয়ৰ কালিকা-পুৰাণৰ আৰু এইবাৰ শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী সম্পাদিত কালিকাপুৰাণৰ সহায় লোৱা হ'ল বাবে শ্লোকসংখ্যাৰ এনে বিপৰ্যৰ হোৱাৰ সম্ভাৱনা আছে। ভূষণ দ্বিজৰ চৰিত গ্ৰন্থৰ ক্ষেত্ৰত দুটা পাঠৰ সহায় লোৱা হৈছে যদিও পাঠকৰ সুবিধাৰ বাবে পদ-সংখ্যা যথাসম্ভৱ ৺দুৰ্গাধৰ বৰকটকী দ্বাৰা প্ৰকাশিত পাঠৰ পৰা দিয়া হৈছে। খ্ৰী° ১৯২৫ চনতে প্ৰথমে প্ৰকাশ হোৱা এই পুথিৰ পুনৰ প্ৰকাশ শ্ৰীমান শিৱপ্ৰসাদ বৰকটকীয়ে কৰা বাবে এই পদসংখ্যাকে দিয়া হ'ল।

আমি ব্যৱহাৰ কৰা অধিক সংখ্যক প্ৰাচীন গ্ৰন্থই গোৰখপুৰৰ গীতাপ্ৰেছৰ দ্বাৰা সম্পাদিত। বুৰঞ্জীবিষয়ক গ্ৰন্থৰ ভিতৰত জয়চন্দ্ৰ বিদ্যালংকাৰৰ 'ভাৰতীয় ইতি-হাসকা উন্মীলন' বিশেষ উল্লেখযোগ্য। অসম বুৰঞ্জী সম্বন্ধীয় তথ্যসমূহ সাধাৰণতে শ্ৰীমতী লক্ষ্মীদেৱীৰ 'অসম দেশৰ বুৰঞ্জী' (১ম সং), ৺সূৰ্যকুমাৰ ভূঞা-সম্পাদিত অসমৰ বুৰঞ্জী (হৰকান্ত বৰুৱাৰ), তুংখুঙীয়া বুৰঞ্জী (শ্ৰীনাথ দুৱৰাৰ) আৰু 'সাতসৰী'ৰ পৰা লোৱা হৈছে। দৰ্শনৰ ক্ষেত্ৰত বেদান্ত সাংখ্য আৰু যোগদৰ্শনৰ মূল পুথিৰ উপৰিও বলদেৱ উপাধ্যায়ৰ 'ভাৰতীয় দৰ্শন' নামৰ গ্ৰন্থখনৰ সহায় বহু পৰিমাণে লোৱা হৈছে। লোকনাট্য সম্বন্ধীয় ভালেখিনি তথ্য ডঃ মহেন্দ্ৰ ভান্‌্দ

ৰতৰ 'লোকনাট্যঃ পৰম্পৰা ঔৰ প্ৰবৃত্তিয়াঁ'ৰ পৰা গ্ৰহণ কৰা হৈছে। অসমৰ সংগীত বিষয়ক দুটামান কথা ডঃ বীৰেন্দ্ৰনাথ দত্তৰ 'অসমীয়া সংগীতৰ ঐতিহ্য'ৰ পৰাও লোৱা হৈছে। এইবিলাকৰ উপৰিও নানা আলোচনা-প্ৰসংগত আৰু অনেক গ্ৰন্থৰ সহায় কিছু পৰিমাণে লোৱাটো স্বাভাৱিক। ইয়াত সেই সকলোৰে নাম উল্লেখ কৰা নহ'ল যদিও, গ্ৰন্থসমূহৰ লেখক সম্পাদক তথা প্ৰকাশক সকলৰ প্ৰতি কৃতজ্ঞতা জ্ঞাপন কৰা হ'ল।

ঘটনাৱলীৰ লগত জড়িত ঠাইবোৰৰ এখন মানচিত্ৰ লগত দিয়া হৈছে। 'সামাজিক পটভূমি সহিত অসমকে বৰগীত' নামৰ হিন্দী গ্ৰন্থৰ কাৰণে প্ৰস্তুত কৰা বাবে মানচিত্ৰখন নাগৰী লিপিত দিয়া হ'ল।



# শব্দ-নিৰ্দেশিকা

প্ৰাসংগিক ভাৱে উল্লেখ কৰিব লগীয়া হোৱা ব্যক্তি আৰু গ্ৰন্থৰ নাম এই নিৰ্দেশিকাত দিয়া হৈছে। মূল বিষয় বস্তু ৰূপে আলোচনাৰ ভিতৰলৈ অহা ব্যক্তি আৰু গ্ৰন্থৰ নাম এই তালিকাৰ ভিতৰত ধৰা হোৱা নাই। পৌৰাণিক পাত্ৰকো এই নিৰ্দেশিকাত ঠাই দিয়া নাই। পৃষ্ঠ-সংখ্যাৰ মাজত — চিনটো একেৰাহে বুজাবৰ কাৰণে দিয়া হৈছে।



## ভুল-শুধৰণি

(ক) ১৩৭ পৃষ্ঠা— বৰযদুমণিৰ পৰম্পৰাত ষষ্ঠ স্তৰৰ সত্ৰসমূহৰ ভিতৰত লেংদী, বাঁহবাৰী, শৰমৰা আৰু তেলপানীৰ লগতে ধলৰসত্ৰকো ধৰিব লাগে। ছপাত বাদপৰি গৈছিল।

(খ) ৩৯৯ পৃষ্ঠা— উপশীৰ্ষকটো নথাপন্থ হৈছে। সূচীপত্ৰত নাথপন্থ আছে। নাথপন্থহে শুদ্ধ।